অসম প্ৰকাশন পৰিষদৰ

গান্ধী জন্ম-শতবাৰ্ষিকী গ্ৰন্থ

গান্ধীজীৰ সোঁৱৰণত

অসমত মহাত্মা

গান্ধীজী

ছাত্ৰৰ প্ৰতি

নাৰী আৰু সামাজিক অবিচাৰ

# গান্ধীজীৰ সোঁৱৰণত

সম্পাদনা

চন্দ্ৰপ্ৰসাদ শইকীয়া




অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩
১৯৬৯

প্ৰকাশক·
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব, অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰথম প্ৰকাশ
দুই অক্টোবৰ, ১৯৬৯
পোন্ধৰ আহিন, ১৮৯১

মূল্য
বাৰ টকা

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

অসম ৰাজ্যিক গান্ধী জন্ম-শতবাৰ্ষিকী উদযাপন কমিটিৰ সিদ্ধান্ত মতে অসম প্ৰকাশন পৰিষদৰ পক্ষৰপৰা মহাত্মা গান্ধী বিষয়ক পাঁচখন গ্ৰন্থ এই পবিত্ৰ দিৱসত প্ৰকাশ কৰা হৈছে। এইখন গ্ৰন্থ সেই প্ৰকাশ আঁচনিৰ অন্তৰ্ভুক্ত।

অসমৰ জাতীয় জীৱনৰ লগত গভীৰ সম্পৰ্ক ৰখা আৰু মহাত্মা গান্ধীৰ জীৱন দৰ্শনৰ দ্বাৰা বিশেষভাৱে প্ৰভাৱান্বিত একচল্লিশজন বিশিষ্ট ব্যক্তিৰ ৰচনা এই গ্ৰন্থৰ দুটা ভাগত সন্নিবিষ্ট কৰা হৈছে। দ্বিতীয় ভাগত লক্ষ্মীনাথ বেজবৰুৱাকে ধৰি সাতজন প্ৰখ্যাত মৃত ব্যক্তিৰ ৰচনা আছে। তেখেতসকলৰ প্ৰত্যেকে মহাত্মা গান্ধীৰ মহৎ জীৱনৰ একোটা দিশৰ ওপৰত আলোকপাত কৰিছে।

প্ৰথম ভাগৰ বিশিষ্ট ব্যক্তিসকলে আমাৰ অনুৰোধ ৰক্ষা কৰি অসীম আগ্ৰহেৰে একোটা প্ৰবন্ধ লিখি গ্ৰন্থখনিৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। তেখেতসকলৰ প্ৰতি আমাৰ গভীৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ কৰিলো।

গ্ৰন্থৰ শেষত মহাত্মাৰ এক জীৱনালেখ্য প্ৰকাশ কৰা হৈছে।

প্ৰচ্ছদপটত বিশ্ববিখ্যাত শিল্পী নন্দলাল বসুৰ অঙ্কিত মহাত্মাৰ লাইন'কাট্ ব্যৱহাৰ কৰা হৈছে। ইয়াৰ ব্যৱহাৰৰ অনুমতি দিয়াৰ বাবে সেই শিল্পীজনাৰ পুত্ৰ শ্ৰীবিশ্বৰূপ বসুৰ প্ৰতি আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

গুৱাহাটী
গান্ধী-জয়ন্তী দিৱস
দুই অক্টোবৰ, ১৯৬৯

চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ

# সূচী

## প্ৰথম ভাগ

## দ্বিতীয় ভাগ

# মহাত্মা গান্ধীৰ সোঁৱৰণত

অমিয়কুমাৰ দাস

এশ বছৰ আগতে এনে এটা দিনত মহাত্মা গান্ধী ভাৰতত ভূমিষ্ঠ হৈছিল। সেই সময়ৰ অনেক কথা মনলৈ আহে। হিংসাত্মক বিদ্ৰোহৰ নীতি লৈ ভাৰতে দাসত্বৰ শিকলিডাল ছিঙিবলৈ যত্ন কৰি ব্যৰ্থ হ'ল। ভাৰতক নৈৰাশ্যৰ ডাৱৰে আৱৰি পেলালে। এনে এটা এন্ধাৰৰ যুগতো ভাৰতত কেবাজনো মনীষীৰ জন্ম হৈছিল, যিসকলে ভাৰতক নতুন আশা, নতুন উদ্দীপনা দিবলৈ যত্ন কৰিছিল। বুৰঞ্জীয়ে নিজৰ প্ৰয়োজনমতে সদায় কাম কৰে। ভাৰতৰ বুৰঞ্জীয়েও সেইমতে ভাৰতৰ কৰ্মক্ষেত্ৰত মহাত্মা গান্ধীৰ দৰে লোক এজনক যথাসময়ত জন্ম দি প্ৰতিষ্ঠিত কৰিলে। মহাত্মা গান্ধীয়ে যি বন্তিগছ জ্বলাই এন্ধাৰত খেপিয়াই ফুৰা ভাৰতবাসীক বাটৰ সন্ধান দিছিল, আজি মহাত্মাৰ অবিহনে সেই বন্তিগছ ভাৰতে মুমাবলৈ দিবনে?

ভাৰতে স্বাধীনতা পোৱা কুৰি বছৰৰ ওপৰ হ'ল। আজি পুনৰ ভাৰতে এন্ধাৰত বাট খেপিয়াবলগীয়া হৈছে। দাৰিদ্ৰ্যৰ বিৰুদ্ধে অভিযান চলাবলৈ আৰম্ভ কৰিও সেই অভিযানত ব্যৰ্থ হৈছে, নিজৰ মাজত পুনৰ অনৈক্যৰ সৃষ্টি হৈছে। যি সাম্প্ৰদায়িক বিৰোধ গুচাবলৈ মহাত্মাই প্ৰাণ বিসৰ্জন দিলে, সেই সাম্প্ৰদায়িক বিৰোধে পুনৰ মূৰ দাঙি উঠিছে। প্ৰাদেশিক সংকীৰ্ণতা গুচাই ভাৰতত এটা জাতীয়তাৰ ভাব আনিবলৈ মহাত্মাই যত্ন কৰিছিল, আজি পুনৰ সেই সংকীৰ্ণতাই মূৰ তুলি উঠিছে। আজি ভাৰতৰ ৰাজনীতিত কবিগুৰু ৰবীন্দ্ৰনাথে 'ঘৰে-বাইৰে' বোলা উপন্যাসখনত কোৱাৰ দৰে দেশমাতৃক সেৱা কৰিবলৈ যি দৃঢ়তা আৰু নিয়মানুবৰ্তিতাৰ প্ৰয়োজন, তেনে দৃঢ়তা আৰু নিয়মানুবৰ্তিতা নোহোৱা হৈছে। আজিৰ ভাৰতে কেৱল ৰাজনৈতিক ধ্বনিৰ উন্মাদনা আৰু আন্দোলনেৰে নিজৰ বিবেকক সন্তুষ্ট কৰিবলৈ যত্ন কৰিছে।

এনে এটা সময়ত মহাত্মাই জ্বলাই থৈ যোৱা বন্তিগছ ভাৰতে নুমাবলৈ দিব পাৰেনে? যিজনা মহাপুৰুষে প্ৰায় ৩০ বছৰ কাল ভাৰতক বাট দেখুৱাই লৈ গ'ল, সেইজনা পুৰুষক ভাৰতে পাহৰিব পাৰেনে? আজি মহাত্মাৰ শৌৰৱণত মহাত্মাৰ জীৱনৰ এইবোৰ কথাই মনলৈ আহিছে।

আমাৰ নিচেই ল'ৰালি কালত জ্ঞানবৃদ্ধ আৰু বয়োবৃদ্ধসকলে মহাত্মাৰ কথা আলোচনা কৰিছিল। আমাৰো সেই আলোচনা কাণত পৰিছিল আৰু মোহনদাস কৰমচাঁদ গান্ধীৰ নাম উচ্চাৰণত সৰ্বসিদ্ধি হয় বুলি ধাৰণা হৈছিল। মাৰ্বল গুটী খেলোতে লক্ষ্যত গুটী লগাবলৈ যত্ন কৰোঁতেও সেই নাম উচ্চাৰণ কৰিছিলোঁ। একো নুবুজাকৈ সেই সময়ত আমি এই নামত কিবা যেন যাদুমন্ত্ৰ আছে বুলি ভাবিছিলোঁ। লাহে লাহে বাতৰি কাকত পঢ়িব পৰা হ'লত দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহৰ কথা কিছু জানিবলৈ পালোঁ, কিন্তু সত্যাগ্ৰহৰ মহিমা তেতিয়া একো বুজিব পৰা নাছিলোঁ। বোধকৰো সত্যাগ্ৰহৰ প্ৰতিৰোধাত্মক ভাবেই আমাৰ মনলৈ প্ৰেৰণা আনিছিল। সেই সময়ত স্বদেশী আন্দোলনত 'পেছিভ্ ৰেজিষ্টেন্স্' অৰ্থাৎ নিষ্ক্ৰিয় প্ৰতিৰোধৰ কথাই বৰকৈ প্ৰকাশ পাইছিল। কলিকতাত পঢ়িবলৈ যাওঁতে হঠাতে এদিনাখন এজন বন্ধুৱে এখন বাতৰি কাকতৰ বাতৰি এটালৈ মোৰ দৃষ্টি আকৰ্ষণ কৰিলে। ১৯৫১ চনৰ মাৰ্চ মাহ। মোহনদাস কৰমচাঁদ গান্ধী কলিকতালৈ আহিব। কলিকতাৰ সাধাৰণ ব্ৰাহ্ম-সমাজত তেওঁক অভ্যৰ্থনা জনোৱা হ'ব। প্ৰৱেশ-পত্ৰৰ দিহা কৰি আমি এই অভ্যৰ্থনা সভাৰ ঘৰত সোমালোঁ। চুটি-চাপৰ মানুহ এজন আহিল। তেওঁৰ বাগাড়ম্বৰ নাই; ছাত্ৰসকল বাগ্মিতাৰ গুণগ্ৰাহী হ'লেও এই আড়ম্বৰহীন মানুহজনৰ প্ৰাণৰপৰা ওলোৱা কথা কেইষাৰে তেওঁলোকৰ হৃদয় স্পৰ্শ কৰিলে।

এইদৰে আৰু এখন সভাত পুনৰ গান্ধীজীক দেখা পালোঁ। সেই সময়ত বঙ্গদেশত বিশেষকৈ কলিকতাত ছাত্ৰসকলৰ মন বিদ্ৰোহৰ কথাই আকৰ্ষণ কৰিছিল। সেই সময়ত দিনৌ কলিকতাত এটা নহয় এটা ঘটনা নোহোৱাকৈ নাছিল। এনে সময়ত এখন ছাত্ৰসভাতো হিংসানীতিৰ নিন্দা কৰি তেওঁ কলে, "হিংসানীতি এৰি দেশক স্বাধীন কৰিবলৈ তোমালোকে যদি আন বাট দেখুৱাব পাৰা, তেন্তেময়ো তোমালোকক সেই বাটেদি অনুসৰণ কৰিম।" অলপতে উত্তেজিত হোৱা কলিকতীয়া ছাত্ৰসকলে নিমাত হৈ গান্ধীৰ সেই কথা শুনিছিল।

তাৰ অলপ দিনৰ আগতে কলিকতাৰ ছাত্ৰসভা এখনত বঙ্গদেশৰ মুকুটবিহীন সম্রাট বাগ্মীপুৰুষ সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ প্ৰতি ছাত্ৰসকলে কিদৰে ব্যৱহাৰ কৰিছিল তাকে ভাবি এইখন সভাতো অহিংসাত অবিশ্বাসী এই ছাত্ৰসকলে নানান প্ৰশ্নৰ অৱতাৰণা কৰিব বুলি ভাবিছিলোঁ; কিন্তু কোনেও একো নকৰিলে। মনতে প্ৰশ্ন হৈছিল, এই মানুহজনৰ নিশ্চয় কিবা যাদুমন্ত্ৰ আছে। অলপতে উত্তেজিত হোৱা ডেকাসকলক তেওঁ কেনেকৈ বশ কৰিলে!

লাহে লাহে চম্পাৰণৰ সত্যাগ্ৰহৰ ঘটনাৱলীৰ মাজেদি মহাত্মা গান্ধী আমাৰ অতি প্ৰিয় হৈ পৰিল। এৱেঁই বোধকৰোঁ আমাক বাট দেখুৱাব পাৰিব, এনে এটা ভাব মনলৈ আহিবলৈ ধৰিলে। সেই সময়ত কংগ্ৰেছৰ প্ৰতি মানুহৰ আস্থা কমি যাবলৈ ধৰিছিল। চৰমপন্থী, ধীৰপন্থীৰ মাজত অনৈক্য প্ৰকট হৈছিল। মণ্টেগুৱে ভাৰতীয় নেতৃবৃন্দৰ সমুখত সোণবৰণীয়া অৰ্থাৎ দেখাত সুন্দৰ শাসন সংস্কাৰৰ গুটী দলিয়াই দিয়াৰ পৰিণামত অনৈক্য বাঢ়িল। বাগাড়ম্বৰতেই শেষ হোৱা আন্দোলনাত্মক ৰাজনীতি লৈ নতুনকৈ উঠি অহা ভাৰত সন্তুষ্ট হ'ব নোৱাৰিলে। তেওঁলোকে বিচাৰিলে নতুন কৰ্মপন্থা। ভাৰতৰ ৰাজনৈতিক দিগন্তত 'সত্যাগ্ৰহ' অসহযোগৰ হেঙুলীয়া বৰণ দেখিবলৈ পোৱা গ'ল। এইদৰে ৰৌলাট আইনৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰি গান্ধী ভাৰতীয় জনতাৰ ওচৰত প্ৰিয় হৈ পৰিল।

সত্যাগ্ৰহনো কি, সত্যাগ্ৰহত আধ্যাত্মিক শক্তি কিমান আছে বুজি নেপালেও সত্যাগ্ৰহৰ প্ৰতিৰোধাত্মক ভাবেই আমাক বোধকৰোঁ বেছিকৈ আকৰ্ষণ কৰিছিল। এইদৰে নানান ঘটনাৱলীৰ মাজেদি অসহযোগ আন্দোলন আহিল আৰু এই আন্দোলনে মহাত্মাৰ লগত আমাৰ সম্পৰ্ক সুদৃঢ় কৰি তুলিলে। ১৯২১ চনৰ আগষ্ট মাহ। মহাত্মাই অসহযোগৰ বাতৰি প্ৰচাৰ কৰিবলৈ অসমলৈকো আহিল। মহাত্মাই ১৯০৮ চনত 'হিন্দ্ স্বৰাজ'ত অসমীয়াক ঠগ, পিণ্ডাৰীসকলৰ লগত একেশাৰীতে উল্লেখ কৰা সত্ত্বেও ডেকা অসমে তালৈ মন নকৰি অসহযোগত ব্ৰতী হ'ল। অসমৰ বিদেশী চৰকাৰে অসমীয়াৰ মনলৈ গান্ধীৰ প্ৰতি বিৰক্তিৰ ভাব জন্মাবলৈ প্ৰচাৰপত্ৰ প্ৰকাশ কৰিলে। মহাত্মাই অসমলৈ আহি এই সম্পৰ্কে তেওঁৰ ভুল স্বীকাৰ কৰিলে। সেই সময়ত অসমত নগা, কুকীসকলৰ লগত বৃটিছৰ সংঘৰ্ষ হৈ থকাত অসমৰ কথা লিখোতে অসম অসভ্যসকলৰ বাসভূমি বুলি উল্লেখ কৰাটো বৃটিছ লিখকসকলৰ স্বভাৱ আছিল। তেওঁলোকৰ কথাৰ ওপৰত ভিত্তি কৰি

গান্ধীয়ে তেনে কথা লিখিছিল বুলি তেওঁ স্বীকাৰ কৰিলে আৰু ডেকা অসমৰ কবি-সাহিত্যিক ৰত্নকান্ত বৰকাকতীয়েও 'হিন্দ্ স্বৰাজ' অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিলে।

তেজপুৰ এৰি নগাঁৱলৈ বুলি যোৱাৰ আগতে মহাত্মাই সেৱকসকলৰ এখন সভাত সেৱকসকলক বহুতো কথা বুজাইছিল। সেৱকৰ কৰ্ত্তব্য, সেৱক কি গুণৰ অধিকাৰী হোৱা উচিত আদি কথাকে তেওঁ বুজাইছিল। "সেৱক সত্যবাদী, মিষ্টভাষী, বাহ্যিক আড়ম্বৰশূন্য হোৱা উচিত। মূৰৰ চুলি তোমালোকে চুটিকৈ কাটিবা। চুলি দীঘলকৈ ৰাখিলে চুলি আঁচোৰা, ঠিকমতে ৰখাতেই সময় বহুতো লাগে আৰু মনটো তাতেই থাকে।" তেওঁ কৈছিল।

এজন সেৱকে অহিংসাৰ কথা বুজিবলৈ প্ৰশ্ন কৰিলে, "অহিংসাৰ সকলো কথা আমি ভালদৰে বুজা নাই। তিৰোতাৰ ওপৰত অত্যাচাৰ হোৱা চকুৰ আগত আমি দেখি আছোঁ। এনে এটা পৰিস্থিতিত অহিংসাৰে আমি তিৰোতাগৰাকীক কেনেকৈ ৰক্ষা কৰিব পাৰোঁ?"

এই প্ৰশ্নৰ উত্তৰত মহাত্মাই কলে, "এগৰাকী তিৰোতাক ৰক্ষা কৰিবলৈ হিংসা প্ৰয়োগৰ একো ক্ষেত্ৰ নাই। হিংসা প্ৰয়োগেৰে তিৰোতাগৰাকীক ৰক্ষা কৰাতকৈ অত্যাচাৰীজনৰ ওচৰত নিজক সঁপি দিয়া। ইয়াৰ বাবে তোমাৰ যথেষ্ট মানসিক আৰু শাৰীৰিক সাহসৰ প্ৰয়োজন হ'ব। তোমাৰ গাত বল থাকিব পাৰে; কিন্তু সেই বুলি মনত যে সাহ থাকিব, সেইটো নহয়। সেইবাবে মনৰ সাহ প্ৰয়োগ কৰা আৰু এই সাহ প্ৰয়োগত কি হয় চোৱা। অত্যাচাৰীজনৰ খং তোমাৰ প্ৰতি প্ৰয়োগ হ'ব। তুমি খঙেৰে প্ৰত্যুত্তৰ নিদি কিল, ভুকু সকলো গাত পাতি লোৱা; তেতিয়া কি হয় চোৱা। মই আশ্বাস দি কওঁ, তেওঁৰ সকলো খং তাতে মাৰ যাব। তিৰোতাগৰাকীক তুমি ৰক্ষা কৰিব পাৰিবা।"

মহাত্মাজীৰ কথাবিলাক শুনিবলৈ ভাল লাগিলেও কাৰ্যক্ষেত্ৰত কেনেকৈ প্ৰয়োগ কৰিব পাৰিম, তাকেই সেই সময়ত আমাৰ চিন্তাৰ বিষয় হৈ পৰিছিল।

এই সূত্ৰতে মনলৈ আহে মহাত্মাজীৰ ১৯১৭ চনৰ আৰু এটা কথা। কলিকতাত বহা জাতীয় কংগ্ৰেছৰ ৰভাৰ তলতে অল ইণ্ডিয়া ছোচিয়েল কনফাৰেন্সৰ অধিবেশনো বহিছিল। এই সন্মিলনৰ উদ্যোক্তা আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়। এই সন্মিলন বহাৰ কিছুদিনৰ আগতে চট্টগ্ৰামত এটা ঘটনা ঘটিছিল—

এজনী ছোৱালীয়ে নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ গৈ গুণ্ডাজনৰ চুৰিৰে আঘাত কৰি মৃত্যু ঘটাইছিল। ছোৱালী গৰাকী কলিকতালৈ আহি অসম মেছৰ নিচেই ওচৰতে আছিল। সেই সময়ত অসম মেছ ৪৫ নম্বৰ হেৰিছন ৰোডত আছিল। এগৰাকী বঙ্গদেশৰ নেতাই এই লিখকক অনুৰোধ কৰিছিল, "এই ছোৱালীগৰাকীৰ আহাৰ তোমালোকৰ মেছৰপৰা দিবা।" মহাত্মা গান্ধীয়েও এই ছোৱালীগৰাকীৰ কথা অল ইণ্ডিয়া ছোচিয়েল কন্‌ফাৰেন্সত বক্তৃতা প্ৰসঙ্গত কৈছিল। নিজক ৰক্ষা কৰিবলৈ এই ছোৱালীগৰাকীয়ে হিংসানীতিৰ আশ্ৰয় লোৱা বাবে তেওঁ নিন্দা কৰা নাছিল। হিংসানীতিৰে তেওঁ নিজক ৰক্ষা কৰাৰ বাবে গান্ধীজীয়ে শলাগহে লৈছিল। মহাত্মাই বক্তৃতা প্ৰসঙ্গত আৰু 'হৰিজন', 'ইয়ং ইণ্ডিয়া', 'নৱজীৱন' আদি কাকতত তেওঁৰ অহিংসা নীতিৰ কথা এইদৰে লিখিছিল, "অহিংসা হৈছে মানৱৰ উচ্চতম আদৰ্শ। এইটো গুণ সাহিয়ালৰ গাতহে থাকে, কেতিয়াও এই গুণ কাপুৰুষৰ বাবে নহয়। আনৰ হিংসানীতিৰ আশ্ৰয় লৈ নিজক ৰক্ষা কৰাটো হৈছে নিজকে ধাৰ্মিক বুলি দেখুৱাবলৈ আত্ম-প্ৰবঞ্চনা কৰা। গাঁৱত বাঘ ওলাইছে শুনি আঁতৰি পলাই থাকি বাঘ কোনোবাই মৰা বুলি শুনি পিচত গাঁৱলৈ উভতি আহি ঘৰত সোমোৱাটো অহিংসা নহয়। এইটো হৈছে কাপুৰুষৰ অহিংসা। যিজন লোকে বাঘটো মাৰিছে তেওঁ অন্ততঃ নিজৰ সাহৰ চিনাকি দিব পাৰিছে। যিজন আঁতৰি পলাই লোকৰ কামৰ স্থবিধা ল'বলৈ উভতি আহে তেওঁ কাপুৰুষ। সেইটো আচল অহিংসা নহয়। মানুহৰ জীৱনত হিংসা সম্পূৰ্ণতে পৰিহাৰ কৰাটো অসম্ভৱ। প্ৰশ্ন হৈছে—আমি কোনখিনিত দুয়োটাৰ মাজৰ আঁচডাল মাৰিব পাৰোঁ। এই আঁচডাল সকলোৰে বাবে একে নহয়। যদিও মূলতে নীতি একেটাই, তথাপিও প্ৰয়োগ কৰোতে মানুহে প্ৰতি বেলেগ হ'ব। এজনৰ বাবে যিটো খাদ্য, আনজনৰ বাবে সেইটো বিহ। মোৰ বাবে মঙহ খোৱাটো পাপ, কিন্তু যাৰ আহাৰ মঙহেই, তেওঁ মোক অনুকৰণ কৰিবলৈ যোৱাটো পাপ।" এইদৰে মহাত্মাই বহুতো ঠাইত অহিংসা সম্পৰ্কে মানুহক বুজাইছিল।

তিৰোতাৰ সম্মান ৰক্ষা কৰা আৰু অহিংসা সম্পৰ্কে মহাত্মা গান্ধীক বহু ঠাইত বহুতে নানান প্ৰশ্ন কৰিছিল। ১৯৪৫ চনৰ ডিচেম্বৰ মাহত অসমলৈ অহাৰ বাটত বঙ্গদেশৰ মেদিনীপুৰ জিলাৰ মহিষাদলত কিছুমান কৰ্মীয়ে এই সম্পৰ্কে তেওঁক প্ৰশ্ন কৰিছিল। ১৯৪২ চনৰ আন্দোলনৰ সময়ত মহিষাদলত পুলিচ সৈন্যবাহিনীয়ে বহুতো অত্যাচাৰ কৰিলেও মহিষাদলত সমান্তৰালভাবে

ৰাইজৰ শাসন কিছুদিনলৈ প্ৰতিষ্ঠিত হৈছিল আৰু এইবাবে মহাত্মাই বঙ্গদেশৰ এইখন ঠাই বাছি লৈ তালৈ গৈছিল। ১৯৪২ চনৰ গণবিপ্লৱত ৰাইজে থানা দখল কৰিছিল, আদালত জুই লগাই পুৰি পেলাইছিল, দলং ভাঙি যাতায়তত বিঘিনি জন্মাইছিল। এইবোৰ কথাকে লৈ তাৰ এজন কৰ্মীয়ে মহাত্মাৰ লগত আলোচনা কৰাত মহাত্মাই এইদৰে উত্তৰ দিছিল, "ইয়াত সকলোবোৰেই ভাল কাম হৈছিল বুলি মই ক'ব নোৱাৰোঁ। বৰঞ্চ কিছুমান কাম নকৰা হ'লেই ভাল আছিল। ৰাইজ যে বহি থকা নাছিল সেইটোৱেই ভাল কথা। কিন্তু ইমানদিন কাম কৰাৰ পিচত কংগ্ৰেছৰ নীতি সম্পৰ্কে ৰাইজে ভালকৈ বুজিব পৰা হ'ব লাগিছিল।

"১৯৪২ চনত কৰ্তৃপক্ষই ভয় খাই থানা দখল কৰা আদি কাম কৰিবলৈ এৰি দিছিল; কিন্তু তেওঁলোকৰ সংগঠন সম্পূৰ্ণ কৰিলৈ পিচত পূৰ্ণশক্তিৰে প্ৰতিশোধৰ শক্তি প্ৰয়োগ কৰিছিল। এইদৰে ভাৰতে স্বাধীনতা পাব নোৱাৰে। আমি এনে বিধৰ কামৰ পুনৰাবৃত্তি কৰিব নোৱাৰোঁ। ৰুচিয়াৰ আৰ্হি লৈ আমি ভুল বাট ল'ব নেলাগে। আমাৰ পৰম্পৰা ৰুচিয়াতকৈ বেলেগ।......অহিংস বিদ্ৰোহ ৰাজনৈতিক ক্ষমতা দখল কৰাৰ কাৰ্যক্ৰম নহয়। অহিংসা মানৱীয় সম্পৰ্কৰ পৰিৱৰ্তন কৰিবলৈ এক কাৰ্যক্ৰম মাথোন, যাতে শান্তিপূৰ্ণভাৱে ক্ষমতা আহিব পাৰে।

"মেদিনীপুৰত ৰাইজে কিছুমান ক্ষমতা আৱস্তুণিতে পালেও শেহলৈকে ৰাখিব নোৱাৰিলে। আপোনালোকে দেখিলে, আপোনালোকৰ সকলো শক্তিয়েও তিৰোতাৰ ওপৰত হোৱা অত্যাচাৰ বন্ধ কৰিব পৰা নাছিল। এইটো অসহনীয় কথা। তেওঁলোকৰ প্ৰতি কোনেও বেয়া ভাবেৰে চোৱাটো আপোনালোকে সহ্য কৰিব নেলাগিছিল। ইয়াৰ বাবে উচ্চতম সাহৰ প্ৰয়োজন; ইয়াৰ বাবে এনেবিধৰ অহিংসাৰ প্ৰয়োজন যি অহিংসাই মৃত্যুকো উপেক্ষা কৰিব পাৰে আৰু যি অহিংসাক অত্যাচাৰীৰ শক্তিয়েও একো কৰিব নোৱাৰে। মই ইয়াকে ক'ব বিচাৰিছোঁ। ইয়াৰ বাবে সময় লাগিব পাৰে। কোটি কোটি নৰ-নাৰীৰ অন্তৰত এনেবিধৰ সাহৰ ভাব সুমুৱাওঁতে বহুতো সময় লাগে। মই নাজানো এনেবিধৰ অহিংসা কেতিয়াবা কাৰ্যক্ষেত্ৰত প্ৰয়োজিত হ'বনে নহয়; কিন্তু ইমানদিনে অহিংসাৰ শিক্ষা পাই অহা আপোনা-লোকে অহিংসাৰ অন্তৰ্নিহিত শক্তিৰ উজ্জ্বল পোহৰ দেখুৱাবলৈ যত্ন কৰিব লাগিব।"

তেওঁলোকৰ ভিতৰৰ এজনে প্ৰশ্ন কৰিলে, "তিৰোতাৰ ওপৰত অত্যাচাৰ কৰোতেও অহিংস হৈ থাকিব লাগিবনে? স্বৰাজৰ বাবে নিৰ্যাতন বৰণ কৰাটোত আমি বিশ্বাস কৰোঁ। আমি জানো যে অহিংসাৰপৰা অলপ পিছুলিলে স্বৰাজত বিঘিনি হ'ব। কিন্তু এনেকুৱা ক্ষেত্ৰত আমি কি কৰোঁ?" গান্ধীজীয়ে উত্তৰ দিলে, "১৯২০ আৰু '২১ চনতো মোক এনে ধৰণৰ প্ৰশ্ন কৰা হৈছিল। মই যিদৰে অহিংসা বুজি পাইছোঁ, স্বৰাজ সম্পৰ্কে মোৰ যি ধাৰণা, আৰু যিবোৰ কথা বুজাবলৈ মই যত্ন কৰি আছোঁ, সেইবিলাক আপোনালোকে নুবুজাটো এনেবিধৰ প্ৰশ্নৰপৰাই প্ৰমাণ হয়। আপোনালোকে উপলব্ধি কৰা অহিংসাই যদি তিৰোতাৰ সন্মান ৰক্ষা কৰিব পৰা নাছিল, তেন্তে সেয়া প্ৰকৃত অহিংসা নাছিল। মই তিৰোতাৰ সন্মান বিসৰ্জন দি স্বৰাজ পোৱাটো নিবিচাৰোঁ। সীতাক ৰাৱণৰপৰা কোনে ৰক্ষা কৰিছিল? কবিয়ে কৈছে যে সীতাৰ সতীত্ব এনেবিধৰ আছিল যে ৰাৱণে তেওঁৰ সতীত্ব নষ্ট কৰিবলৈ সাহ কৰা নাছিল।……অহিংসাৰ ব্ৰত লৈছো বুলি তিৰোতাৰ সন্মান ৰক্ষা কৰিবলৈ অসমৰ্থ হোৱা বুলি যেন কোনেও নকয়। তেনেবিধৰ অহিংসাৰ ভাব আনিবলৈ সেৱকক মই অলপো প্ৰশ্ৰয় নিদিওঁ। নিজৰ কাপুৰুষালি ঢাকি থ'বলৈ অহিংসাৰ ভাও কোনেও ধৰিব নেলাগে। অহিংসা হৈছে সাহিয়ালৰ অস্ত্ৰ। তিৰোতাৰ সন্মান অহিংসাৰে ৰক্ষা কৰিব নোৱাৰিলে হিংসানীতিৰে যুঁজ কৰিও প্ৰাণ বিসৰ্জন দিয়াটো ভাল। অহিংসাৰ প্ৰকৃত সেৱকে অহিংসাৰে নিজৰ প্ৰাণ বিসৰ্জন দিব।"

১৯২১ চনত আহমদাবাদত বহা কংগ্ৰেছ অধিবেশনত আমি কেইজন-মানে মহাত্মাক লগ ধৰিছিলোঁ। মহাত্মাৰ সেই একেই কথা: "দেশৰ লোকে যদি গঠনমূলক কাৰ্যপদ্ধতিৰে কাম কৰে, এবছৰৰ ভিতৰত স্বৰাজ অৱশ্যম্ভাবী।"

১৯২২ চনৰ ফেব্ৰুৱাৰী মাহত পুনৰ মহাত্মা গান্ধীক লগ পালোঁ। দিল্লীৰ দৰিয়াগঞ্জত ডাক্তৰ আন্চাৰীৰ ঘৰত কংগ্ৰেছ কমিটিৰ এখন সভা বহিছিল। অসমত আমি কি অসুবিধাৰ মাজত কাম কৰিবলগীয়া হৈছিলোঁ সেই সভাত মই সকলো কবলগীয়া হৈছিল। কংগ্ৰেছৰ অফিচ ঘৰ আমি ৰাখিব নোৱাৰাত পৰিছিলোঁ। গাঁৱৰ কংগ্ৰেছ অফিচ জুই লগাই পুৰি দিয়া হৈছে; নগৰত ভাৰালৈয়ো ঘৰ পাব নোৱাৰি; ভাৰালৈ ঘৰ দিওঁতা আৰু কংগ্ৰেছৰ অফিচ ঘৰ সাজিবলৈ মাটি দিওঁতা সকলোকে গ্ৰেপ্তাৰ কৰা হৈছে।

মহাত্মাই কলে, "অকিচ ঘৰ নাপালে গছৰ তলত কংগ্ৰেছৰ অফিচ পাতিবা, তথাপিও গোপনীয়তাৰ আশ্ৰয় নল'বা। গোপনীয়তাই নৈতিক বল খৰ্ব কৰে, জনতাৰো নৈতিক বল কমায়। অহিংসাৰ লগত গোপনীয়তা খাপ নোখোৱা কথা।" ইয়াৰ লগতে মহাত্মা গান্ধীৰ আৰু এটা কথা সোঁৱৰণলৈ আহে। ভাৰতবৰ্ষৰ দৰে বিশাল দেশ এখনৰ অসহযোগৰ আন্দোলন চলাওঁতে তেওঁ কিদৰে সকলো প্ৰদেশৰ কৰ্মীৰ খবৰ ৰাখিছিল আৰু তেওঁলোকক কিদৰে নিৰ্দেশ দিছিল তাক ভাবিলে মন অভিভূত হয়। ১৯২১ চনৰ ডিচেম্বৰ মাহৰপৰা ছপাখানাৰ আইন প্ৰয়োগৰ ফলত বহুতো কাকত বন্ধ হ'বলগীয়া হোৱাত হাতে লিখা কাকত ৰোণিও মেচিনৰ সহায়েৰে প্ৰচাৰিত হৈছিল। অসমৰ কংগ্ৰেছেও অসমৰ বাতৰি প্ৰচাৰ কৰিবলৈ এইদৰে যত্ন কৰিছিল। অসমৰ-পৰা এইদৰে প্ৰচাৰিত হোৱা 'বুলেটিন'বিলাকৰ মহাত্মাই শলাগ লৈছিল আৰু সেই সময়ত এলাহাবাদৰপৰা ওলোৱা মতিলাল নেহৰুৰ কাকত 'ইণ্ডিপেণ্ডেণ্ট'ৰ ছপাখানা চৰকাৰে বাজেয়াপ্ত কৰাত এইদৰে ৰোণিওৰ সহায় ল'বলগীয়া হৈছিল। কিন্তু অসমৰপৰা ওলোৱা কাকতবিলাকৰ তুলনাত স্পষ্ট হোৱা নাছিল। সেই সময়ত 'ইণ্ডিপেণ্ডেণ্ট'ৰ দায়িত্বত আছিল মহাত্মাৰ পুতেক দেৱদাস গান্ধী। সেইবাবে দিল্লীলৈ কংগ্ৰেছ অধিবেশনলৈ যোৱাত দেৱদাস গান্ধীক ক'লে, "এওঁক (এই লিখকক) এলাহাবাদত কেইদিনমান তোমালোকৰ লগত ৰাখি ৰোণিওৰ কিটিপ বুজাই দিবা। অসম কংগ্ৰেছৰ কাকতবিলাক তোমালোকৰ তুলনাত স্পষ্ট হৈছে, চিয়াঁহী সমানে লাগিছে।" এইদৰে দিল্লীৰপৰা অসমলৈ উভতি আহোঁতে এলাহাবাদত চাৰিদিন থাকি 'ইণ্ডিপেণ্ডেণ্ট' চলোৱাত মই সহায় কৰিবলগীয়া হৈছিল। কিন্তু পঞ্চম দিনা ৰোণিও যন্ত্ৰ হঠাতেই পুলিচে আহি আমি থকা ঠাইৰপৰা লৈ গ'ল।

ইমান ব্যস্ততাৰ মাজত থাকিবলগীয়া হৈও মহাত্মাই বিভিন্ন প্ৰদেশৰ কামৰ খবৰ এনেকৈয়ে সদায় ৰাখিব পাৰিছিল। ১৯৩৩ চনত মহাত্মাই এৰোডা জেইলত অনশন কৰা বাবে মুক্তি-পোৱাৰ পিচত পুণাত কংগ্ৰেছ কৰ্মীসকলৰ এখন সন্মিলনত মই মহাত্মাক লগ পাইছিলো। সেই সময়তো মহাত্মাই কংগ্ৰেছ কৰ্মীসকলক এনেদৰে বুজাইছিল: "আমাৰ আন্দোলনৰ মাজত যি অহিংসা আছিল সেইখিনি শেষ হৈছে। এতিয়া যি অৱশিষ্ট আছে সেইখিনি হিংসা।"

১৯২৬ চনত মহাত্মা গুৱাহাটীত বহা কংগ্ৰেছলৈ আহোঁ-নাহোঁ কৰি

আহিল। মহাত্মাৰ মনত ভাব হৈছিল, গুৱাহাটীত কৰিবলগীয়া তেওঁৰনো কি কাম আছে! কংগ্ৰেছ ৱৰ্কিং কমিটিত নেতাসকলে কাউন্সিলৰ কাৰ্যপদ্ধতি লৈ আলোচনা কৰিব। কিন্তু নাহোঁ বুলি মনতে ভাবিলেও শেহত আহিবলগীয়া হ'ল নেতাসকলৰ নেৰানেপেৰা আহ্বানত। গুৱাহাটীলৈ আহি গুৱাহাটী কংগ্ৰেছৰ আড়ম্বৰহীনতা দেখি তেওঁ ভাল পালে। মহাত্মাক থাকিবলৈ দিয়া পঁজাঘৰটিত তেওঁক সুমুৱাই দি দেশভক্ত ফুকনে কৈছিল, "কাৰেং ঘৰক মিছাকৈ পঁজা বুলি থাকিবলৈ দিয়াত বেলগামত আপুনি দুখ কৰিছিল। কিন্তু এতিয়া আমি সঁচাকৈয়ে এটা জুপুৰী পঁজা দিবলগীয়া হোৱাত আপুনি আনন্দ পাব। কিন্তু আমি আপোনাৰপৰা শলাগ পাবৰ যোগ্য নহয়, কাৰণ আমি ঠেকত পৰিহে ধৰ্মৰ নাম ল'বলগীয়া হৈছো।"

কিন্তু মহাত্মাই 'ইয়ং ইণ্ডিয়া'ত লিখিছিল, "নেতাসকলৰ থকা ঠাই প্ৰতিনিধি-সকলৰ থকা ঠাইৰপৰা অলপ আঁতৰত দিহা কৰা হৈছিল। তেওঁলোকে এইদৰে সুকীয় ব্যৱস্থা কৰাত মই আপত্তি জনোৱাত তেওঁলোকে ইচ্ছা কৰি এনে কাম কৰা নাছিল বুলি জনালে। এডোখৰ ঠাইত সকলোকে আঁটাকৈ ঠাই নাছিল। পঁজাঘৰবিলাক ভাবিব নোৱাৰাকৈ সহজ-সৰলভাৱে সজা হৈছিল। অসমৰ বাঁহ, অসমৰ খেৰ, অসমৰ বোকা, অসমৰ খাদী, অসমৰ বনুৱা—এইবিলাকেৰে ব্ৰহ্মপুত্ৰৰ পাৰত আড়ম্বৰ নোহোৱাকৈ অথচ দেখাত ধুনীয়া আৰু সুৰুচিপূৰ্ণ পঁজাঘৰবিলাক সজা হৈছিল। বেলগামত আমাক থাকিবলৈ দিয়া কাৰেংঘৰবিলাকতকৈ যে এইবিলাক সুৰুচিৰে সজা, আড়ম্বৰ নোহোৱা পঁজাবিলাকে স্বাচ্ছন্দ্যৰ ফালৰপৰা যে কিবা তলখাপৰ আছিল, এনে কথা যেন কোনেও এক মুহূৰ্ত্তলৈকে কল্পনা নকৰে। তেওঁলোকে যে ঠেকত পৰি হ'লেও এনে ব্যৱস্থা কৰিবলগীয়া হ'ল তাৰবাবে মই ভাল পালোঁ।" এইদৰে মহাত্মা গান্ধীয়ে গুৱাহাটী কংগ্ৰেছৰ কথা 'ইয়ং ইণ্ডিয়া'ত লিখিছিল। মহাত্মাই আৰু লিখিছিল, "অসম বহুতো আঁতৰত, দুখীয়া আৰু প্ৰয়োজনৰ জোখাই সংগঠিত নোহোৱাত কংগ্ৰেছৰ গধুৰ বোজা ববলৈ অসম অসমৰ্থ, এনেবিলাক ভাব মোৰ মনলৈ আহিছিল। গুৱাহাটীৰ লোকসংখ্যা ১৬ হেজাৰ, গুৱাহাটীৰ আগতে ইমান কম সংখ্যক লোক থকা নগৰ এখনে কংগ্ৰেছৰ অধিবেশন পাতিবলৈ কেতিয়াও দুঃসাহস কৰা নাছিল। কিন্তু গুৱাহাটীয়ে আগৰ অধিবেশনবিলাকক চেৰ পেলালে আৰু ভাবিব নোৱাৰা অলপ সময়ৰ ভিতৰতেই বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰাকৃতিক সৌন্দৰ্যৰ

পৰিবেশৰ মাজত খাদী কাপোৰেৰে এখন নগৰ গঢ়ি তুলিলে। বিৰাট সভামণ্ডপটো নিভাঁজ অসমৰ খাদীৰে সজা হৈছিল।"

গুৱাহাটীত কংগ্ৰেছ অধিবেশন বহিবৰ আগে আগে স্বামী শ্ৰদ্ধানন্দজী এজন আততায়ীৰ গুলীত নিহত হৈছিল। সভামণ্ডপত শোক-প্ৰস্তাৱটো দাঙি ধৰোতে মহাত্মাই কৈছিল, "স্বামীজীৰ মৃত্যুত আমি শোক কৰিব নেলাগে। তেওঁ বীৰৰ মৃত্যু বৰণ কৰিছে। আমি সকলোৱে এনেবিধৰ বীৰৰ মৃত্যুৰ বাবে কামনা কৰিব লাগে। মই এই কথাষাৰ অলপ শুধৰাই ক'ব লাগিব। প্ৰত্যেক সাহিয়াল লোকে এনেবিধৰ মৃত্যুক বন্ধু বুলি সাদৰি লয়। কিন্তু কোনেও সেইবুলি এনে মৃত্যুক আহ্বান কৰি, নাইবা এনে মৃত্যুৰ বাবে কামনা কৰিব নেলাগে।" গুৱাহাটীত এই কথা কেইআষাৰ কওঁতে মহাত্মায়ো জনা নাছিল আৰু ভাৰতবাসীয়েও জনা নাছিল যে ২২ বছৰ পিচত মহাত্মায়ো এনেবিধৰ মৃত্যু বৰণ কৰিবলগীয়া হ'ব।

গুৱাহাটীৰ কংগ্ৰেছ অধিবেশনতে খাদী পিন্ধা সম্পৰ্কে নিয়মতন্ত্ৰৰ সালসলনি কৰিবলৈ যত্ন নোহোৱাকৈ নাছিল। খাদী যাতে কেৱল আনুষ্ঠানিক আৱৰণ নহয়; কেৱল সভালৈ যাবৰ সময়ত খাদী পিন্ধাটো হাঁহিয়াতৰ কথা হৈছে। নেতৃস্থানীয় বহুতো লোকৰ বাবে (যিসকলে ইংৰাজী আদব-কায়দাত পিন্ধা-উৰাত অভ্যস্ত আছিল) খাদী মিটিঙৰ পোছাকত পৰিণত হৈছিল। তেওঁলোকৰ কিছুমানে খাদী পিন্ধা নিয়মটো গুচাবলৈ গুৱাহাটীত যত্ন কৰিছিল। কিন্তু সেই যত্ন সফল নহ'ল। কংগ্ৰেছত ভোটাধিকাৰ পাবলৈ হ'লে সদায় খাদী পিন্ধাটো বাধ্যতামূলক কৰা হ'ল।

মহাত্মাই 'ইয়ং ইণ্ডিয়া'ত লিখিছিল, "প্ৰত্যেক কংগ্ৰেছ কৰ্মীয়ে এই প্ৰস্তাৱটো নিজৰ গাতেই প্ৰয়োগ কৰিব আৰু লোককো তেনে কৰিবলৈ বুজাব লাগিব।" কাৰণ মহাত্মাই খাদীক দৰিদ্ৰনাৰায়ণৰ সেৱা হিচাপে লৈছিল। নিবনুৱাক বন যোগোৱা, ভোকাতুৰক এমুঠি অন্নৰ সংস্থান কৰা বুলি খাদী উদ্যোগত মহাত্মাই বৰ জোৰ দিছিল।

ইয়াৰ পিচতো মহাত্মাই খাদী আৰু গ্ৰামোদ্যোগ সম্পৰ্কে ভাৰতীয় আৰু পাশ্চাত্যৰ সাংবাদিকসকলৰ লগত বহুতো আলোচনা কৰিবলগীয়া হৈছিল। এজন ভাৰতীয় সাংবাদিকে মহাত্মাক প্ৰশ্ন কৰিছিল, "এই পুৰণিকলীয়া যন্ত্ৰ আৰু উৎপাদন প্ৰণালীৰে কেনেকৈ স্বৰাজ পাব পাৰি? এইবিলাক গাঁৱলীয়া শিল্প আমাৰ লগত সদায় আছে। পাশ্চাত্য জগতৰ লগত শিল্প

প্ৰতিযোগিতাত ইয়াৰে আমি জিকিব পাৰিমনে? বিজ্ঞান আৰু যান্ত্ৰিক কৌশলেৰে পাশ্চাত্য জগতে যি কাম কৰিব পাৰিছে, আমি কৰিব পাৰিমনে?” ইয়াৰ উত্তৰত মহাত্মাই ক'লে, “গাঁৱলীয়া শিল্পবিলাক আমাৰ লগত সদায় থকাটো সত্য। আমাৰ পূৰ্বপুৰুষসকলে এইবিলাকৰ মাজত এটা বিৰাট শক্তি আছে বুলি জনা নাছিল। স্বাধীনতা পাবলৈ আকাঙ্ক্ষা কৰা জাগ্ৰত জনতাই এইবিলাক ব্যৱহাৰ কৰা নাছিল। অৰ্থনীতিৰ ৰক্ষণশীল আৰু গতানুগতিক মানদণ্ডেৰে জুখিলে আৰু বিজ্ঞান বুলিলে আজি যিদৰে সাধাৰণতে বুজা যায়, আৰু যিদৰে কলেজবিলাকত শিক্ষা দিয়া হয়, আৰু যিখন সমাজ এনেবিধৰ মানদণ্ডেৰে পৰিচালিত হৈছে, তেনে এখন সমাজত যঁতৰ, গাঁৱলীয়া শিল্পৰ পুনৰুদ্ধাৰ কৰিবলৈ কৰা যত্নৰ একো সাৰ্থকতা নাই বুলি মই স্বীকাৰ কৰোঁ। সকলোৰে মনত এইবিলাক কাম মধ্যযুগলৈ উভতি যোৱা কথা যেন লাগিব। কিন্তু মই আপোনালোকক কওঁ, আপোনালোকে মুকলি মন লৈ কেৱল কুট তৰ্ক কৰোঁ বুলি আলোচনা কৰিবলৈ মন নিদি মনৰ সকলো কুসংস্কাৰ পৰিহাৰ কৰি এই সমস্যাটোলৈ মন দিয়ক। যঁতৰটোক এটা সৰু সুৰা কাৰখানা বুলি চাবলৈ যত্ন কৰক। বেকাৰ সমস্যাৰে জৰ্জৰিত দেশ এখনত মানুহ এজনক দিনে দুঅনা পইচা উপাৰ্জন কৰিবলৈ দিয়া যন্ত্ৰ হিচাপে যঁতৰটোলৈ মন কৰক। এইটো নহ'লে দুঅনাও উপাৰ্জন কৰিবলৈকো তেওঁৰ একো উপায় নাছিল, পেটৰ ভোক গুচাবলৈ তেওঁৰ আন একো উপায় নাছিল, এনে এটা দৃষ্টিৰে চাওক। এনে এটা কাৰখানা লাখ লাখ মানুহৰ ঘৰত বহুৱাব পৰা বুলি মনলৈ আনক। মই ভাবোঁ এইটোৰ লগত প্ৰতিযোগিতা কৰিব পৰা কোনো যন্ত্ৰই নাই। এই দুঅনা উপাৰ্জনৰ বাট উলিয়াই দিয়াতেই ইয়াৰ সামৰ্থৰ অন্ত নপৰে। মই চকু মুদিবৰ আগতে শিক্ষিত শ্ৰেণীৰ সহযোগ পালে মানুহ এজনৰ আয় দুঅনাৰপৰা আঠঅনা দেখি যাব পাৰিম। মোক পৃথিবীত আৰু কোনো এটা উদ্যোগ দেখুৱাব পাৰিবনে যিটোৱে সমান মূলধন খটুৱাই দুখীয়া ভোকাতুৰ মানুহৰ বাবে চাৰিকোটি টকা উপাৰ্জন কৰাব পাৰে? আৰু এটা কথালৈ মন কৰক। ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে এডাল অৰ্থনৈতিক বান্ধোনেৰে ই সকলো ভাৰতীয়কে বান্ধিব পাৰিছে।” এয়ে আছিল মহাত্মা গান্ধীৰ কথা। এয়ে আছিল মহাত্মাৰ গভীৰ বিশ্বাস। 'নিউইয়ৰ্ক পোষ্ট' বোলা এখন যুক্তৰাষ্ট্ৰৰ কাকতৰ সাংবাদিক মিঃ ক্ৰীমেনে মহাত্মা গান্ধীৰ লগত দেখা কৰি সুধিলে, “আমেৰিকাৰ

কাৰণেও যঁতৰৰ কিবা বাণী আছেনে? এইটোৱে আনবিক বোমাৰ বিৰুদ্ধে কাম কৰিব পাৰিবনে?" মহাত্মা গান্ধীয়ে উত্তৰ দিলে, "মই অনুভৱ কৰোঁ আমেৰিকাৰ যুক্তৰাষ্ট্ৰ আৰু সমগ্ৰ পৃথিৱীলৈকে ইয়াৰ বাণী আছে। কিন্তু যেতিয়ালৈকে ভাৰতে যঁতৰটো নিজৰ বুলি পৃথিৱীক দেখুৱাব নোৱাৰে, তেতিয়ালৈকে এইটো হ'ব নোৱাৰে। এইটো যঁতৰৰ দোষ নহয়। এই যঁতৰৰ ওপৰতেই ভাৰতবৰ্ষ আৰু পৃথিৱীক ভৱিষ্যতলৈ ৰক্ষা কৰিব পৰাৰ শক্তি নিৰ্ভৰ কৰিছে। যদি ভাৰত যন্ত্ৰৰ দাস হয়, তেন্তে মই ক'ম, হে প্ৰভু ৰক্ষা কৰা! ভাৰতে পৃথিৱীক দিবলৈ মহত্তৰ দান আছে। মেল পাতি শান্তি আৰু বন্ধুত্ব অক্ষয় হ'ব নোৱাৰে। যিমান বাৰেই মেল পাতি শান্তি পতা হৈ আছে, সিমানেই শান্তি ভঙ্গ হৈছে।" ফ্ৰীমেনে কলে, "যি ভাৰতে বাট দেখুৱাব পাৰিলেহেঁতেন সেই ভাৰতেই আজি নিজে অনৈক্যৰ দ্বাৰা জৰ্জৰিত হ'ব লগা হৈছে। এইটো এটা বিপজ্জনক কথা। যদি কোনোবা দেশে যঁতৰ ল'ব পাৰে, তেন্তে ভাৰতেই ল'ব পাৰিব। ভাৰতে ল'ব পাৰিব বুলি আপুনি ভাবেনে?" মহাত্মাই উত্তৰ দিলে, "ভাৰতে তাকে কৰি আছে। কিন্তু মই স্বীকাৰ কৰোঁ যে ইয়াৰ গতি বৰ ধীৰ হৈছে। পণ্ডিত নেহেৰুৱে কৈছে খাদী স্বাধীনতাৰ পোছাক। কিন্তু যেতিয়ালৈকে এইটো কেৱল মোৰ দৰে খামখেয়ালি স্বভাৱৰ লোক আৰু দুখীয়াৰ মাজত আবদ্ধ থাকে, তেতিয়ালৈকে এইটো হ'ব নোৱাৰে।"

ফ্ৰীমেনে কলে, "মই এজনা আমেৰিকান হৈও ক'ব পাৰোঁ যে কিছুমান আমেৰিকানে যঁতৰ চলোৱাটো খামখেয়ালি স্বভাৱৰ লোকৰ কাম বুলি ক'লেও মোৰ দেশত বহুতো লোক আছে যি এই সম্পৰ্কে বৰকৈ চিন্তা কৰিছে। বৰ্তমানৰ সভ্যতাক ধ্বংসৰপৰা ৰক্ষা কৰিবলৈ কিবা এটা বিচাৰি উলিয়াব লাগিব। মানুহৰ জীৱনটো সৰল কৰিব লাগিব।"

গান্ধীয়ে কলে, "এৰা, মানবীয় ব্যক্তিত্ব আৰু কোনো উপায়েৰে ৰক্ষা কৰিব নোৱাৰি। ভাৰতে নিজৰ লগা কাপোৰৰ কাৰণে যঁতৰৰ ওপৰত নিৰ্ভৰ কৰিব পৰা হ'লে মই পৃথিৱীক এই পন্থা ল'বলৈ ক'বলগীয়া নহ'ব। পৃথিৱীয়ে নিজে তাক গ্ৰহণ কৰিব। আজি পাশ্চাত্য জগতৰ যন্ত্ৰই যিদৰে ভাৰতৰ ওপৰত আক্ৰমণ চলাই আছে, ভাৰতে কৃতকাৰ্যতাৰে সৈতে এই আক্ৰমণ প্ৰতিহত কৰিব পাৰিলে পৃথিৱীত এটা বিস্ময়কৰ ঘটনা ঘটিব। কিন্তু মই স্বীকাৰ কৰিবলগীয়া হৈছো যে সকলো কথাই তাৰ বিপৰীতে যাবলৈ ধৰিছে।

চাওক, ভাৰতত নিজৰ ভিতৰতেই কিদৰে কাজিয়া হ'বলৈ ধৰিছে।" এইদৰে ক্ৰীমেনৰ লগত আলোচনা কৰি থাকোতে মহাত্মাই প্ৰশ্ন কৰিলে, "আপোনাক এটা কথা সুধিব পাৰোনে? আমেৰিকাই অতদিন কুবেৰক পূজা কৰি আহিছে, আমেৰিকাই পাছে নিজক বেকাৰ সমস্যা, দাৰিদ্ৰ্য, দুৰ্নীতি, ভীতি প্ৰদৰ্শনৰ নীতিৰপৰা ৰক্ষা পৰিছেনে?" ক্ৰীমেনে উত্তৰ দিলে, "উত্তৰটো ওলায়েই আছে।" ইয়াৰ পিচত মহাত্মাই পুনৰ সুধিলে, "ইংলণ্ডই পাৰিছেনে? তেওঁলোকে এতিয়ালৈকে এইবিলাক সমস্যা লৈয়েই যুঁজ কৰি আছে। এইটো এটা আচৰিত কথা যে প্ৰতীচ্য জগতে খৃষ্টান ধৰ্ম পালন কৰে, কিন্তু তাত খৃষ্ট নাইবা খৃষ্টান ধৰ্ম নাই, থকা হ'লে যুদ্ধ নহ'লহেঁতেন। মই এইদৰেই যীশুৰ বাণী বুজিছো। ভাৰতবৰ্ষত আমাৰ অজ্ঞানতা আছে, কুসংস্কাৰ আছে, কিন্তু অন্তৰৰ গভীৰ থলীত ঈশ্বৰলৈ বিশ্বাস আছে, ধৰ্মলৈ সহজাত ভাব আছে।" এয়ে আছিল মহাত্মা গান্ধীৰ বিশ্বাস।

১৯৩৩ চনত মহাত্মাই বন্দী অৱস্থাতেই হৰিজনৰ কামলৈ মন দিয়াত নানান সমালোচনাৰ সন্মুখীন হ'বলগীয়া হৈছিল। অস্পৃশ্যতা গুচাবলৈ যত্ন কৰা কথাষাৰতেই সনাতনীসকলৰ আপত্তি। মন্দিৰ আৰু ধৰ্মৰ ঠাইবিলাক হৰিজনসকলৰ বাবে মুকলি কৰি দিয়াতেই তেওঁলোকৰ আপত্তি। কিন্তু ৰাজনৈতিক ভাৱতে সনাতনীসকলক সমৰ্থন নকৰিলেও মহাত্মাক প্ৰশ্ন কৰিলে, "আপুনি ৰাইজৰ মন সামাজিক আৰু ধৰ্ম সম্পৰ্কীয় প্ৰশ্নলৈ আঁতৰাই নি ৰাজনৈতিক অভিযানত বাধাৰ সৃষ্টি কৰিছে।" মহাত্মাৰ উত্তৰ আছিল: "ৰাজনৈতিক, সামাজিক, ধৰ্মসম্পৰ্কীয় আৰু আন প্ৰশ্নবিলাকৰ মাজত অলংঘনীয় প্ৰাচীৰৰ সীমাৰেখা নাই। এইবিলাক পৰস্পৰে পৰস্পৰৰ ভিতৰত সম্পৰ্ক থকা কথা, এটা প্ৰশ্নৰ সমাধানে আন প্ৰশ্নৰ সমাধানৰ আঁত উলিওৱাত সহায় কৰে।" আন এজন সমালোচকক বুজাবলৈ মহাত্মাই কলে, "মোৰ আচৰণত একো অসামঞ্জস্য নাই। ঈশ্বৰে মোক যি শক্তি দিছে, সেই শক্তি য'তে সুবিধা পাওঁ, ত'তে ব্যৱহাৰ নকৰাটো মোৰ কাৰণে মূৰ্খামিয়েই নহয়, পাপ হ'ব। মোৰ যি শক্তি আছিল, সেই শক্তি সত্যাগ্ৰহত প্ৰয়োগ কৰিছো। মই দেখিছো যে হৰিজনসকলৰ সেৱাৰ কাৰণেও মোৰ শক্তি আছে আৰু তাকে মই ব্যৱহাৰ কৰিছো। এইদৰে ব্যৱহাৰ কৰাত মোৰ যি দায়িত্ব আছে তাৰপৰা মই আঁতৰি অহা নাই। বৰঞ্চ তাৰ লগত অস্পৃশ্যসকলৰ সেৱাও জাপি লৈছো। বাছি লোৱাৰ প্ৰশ্ন মোৰ কাৰণে নাই (অৰ্থাৎ বাছি লৈ সত্যাগ্ৰহৰ

কামত লগাটো )। যিসকল জেলৰ বাহিৰত আছে, তেওঁলোকৰ কথা সুকীয়া। সত্যাগ্ৰহীসকলে সত্যাগ্ৰহ চলাই থাকিবনে অস্পৃশ্যতাৰ কামত লাগিব, সেইটো তেওঁলোকে বাছি ল'ব লাগিব। মই এই প্ৰশ্নটো বিচাৰ কৰিব নোৱাৰো। আইনমতে মই অযোগ্য, মই জেলত বন্দী; জেলত বন্দী থাকি বাহিৰত সত্যাগ্ৰহ আন্দোলন চলাবলৈ বাট দেখুৱাটো মোৰ পক্ষে কাৰ্যৰ বাহিৰত। অস্পৃশ্যতা আন্দোলন সম্পৰ্কে প্ৰত্যক্ষভাৱে নাইবা পৰোক্ষভাৱে মোক সুবিধা দিয়া হৈছে, সেই সুবিধাৰ অপব্যৱহাৰ নকৰিবলৈ মই বাধ্য। সেইবাবে সত্যাগ্ৰহ আন্দোলন কৰিবলৈ গোপনে নাইবা প্ৰকাশ্যে পৰামৰ্শ দিবলৈ মই অযোগ্য। মোলৈ বাট নোচোৱাকৈ প্ৰত্যেকে নিজৰ নিজৰ বিচাৰমতে কাম কৰক।" এয়ে আছিল মহাত্মাৰ উত্তৰ।

১৯৩৩ চনত মহাত্মাই কেইবাবাৰো অনশন ব্ৰত ল'বলগীয়া হৈছিল। মহাত্মাৰ বাবে অনশন আছিল এটা আধ্যাত্মিক যন্ত্ৰ। জেলত বন্দী হৈ থাকোতে অস্পৃশ্যতা আন্দোলনত অলপ কেৰোণ লগা বুলি মহাত্মাই অনশনৰ সংকল্প কৰি গৱৰ্ণমেণ্টক জনালে, "মোৰ এই অনশন কোনো ব্যক্তি বিশেষৰ বিৰুদ্ধে নহয়। ······কিন্তু এইটো বিশেষকৈ মোৰ নিজৰ বিৰুদ্ধে। এইটো নিজৰ আৰু সহকৰ্মীসকলৰ শুদ্ধিৰ বাবে অন্তৰৰ প্ৰাৰ্থনা—যাতে আমি অধিকতৰ সতৰ্ক হওঁ, অধিকতৰ সজাগ দৃষ্টি ৰাখিব পাৰোঁ। কিন্তু যিসকলে মোৰ কামৰ গুণগ্ৰাহী হ'ব পৰা নাই, তেওঁলোকে যেন মোৰ লগ নলয়।······ মোতকৈ আৰু বেছি পবিত্ৰ, বেছি যোগ্য লোকৰ বাবে এই অনশন যেন আগলৈ আৰু বহুতো অনশনৰ প্ৰস্তুতিস্বৰূপ হয়।······এই অনশন যেন কোনেও ভুলভাৱে নুবুজে। মৰিবলৈ মোৰ অলপো ইচ্ছা নাই। উদ্দেশ্য সাধিবলৈ মই জীয়াই থাকিবলৈ বিচাৰোঁ যদিও মই ঠিক একে সমানে উদ্দেশ্য সাধন কৰিবলৈ মৃত্যুৰ বাবেও প্ৰস্তুত আছোঁ। মোৰ নিজৰ বাবে, মোৰ সহকৰ্মীসকলৰ বাবে আৰু বেছি পবিত্ৰতা, বেছি একাগ্ৰতা, বেছি মনপুতি লগা, বেছি আত্মোৎসৰ্গৰ প্ৰয়োজন হৈছে। কোনেও দোষ ধৰিব নোৱাৰা আৰু বহুতো নিঃস্বাৰ্থ কৰ্মী মোক লগা হৈছে। অপবিত্ৰতাৰ ঘিণলগা দৃষ্টান্তও মোৰ চকুত পৰিছে। মোৰ অনশন যেন তেনে লোকৰ বাবেহে—এই কাৰ্যক্ষেত্ৰত কাম কৰাৰপৰা আঁতৰি যাবৰ বাবে নিবেদন স্বৰূপ নহয়।" এইদৰে মহাত্মাই ১৯৩৩ চনৰ ৮ মেই তাৰিখে অনশন আৰম্ভ কৰি ২৯ মে তাৰিখে ভঙ্গ কৰিছিল।

অনশন কৰাৰ বাবে মহাত্মাক মুক্তি দিয়া হ'লত পুণাত কংগ্ৰেছ কৰ্মীসকলৰ এখন সভা বহিছিল। কেবাদিনো ধৰি তাত কাৰ্যপন্থা সম্পৰ্কে আলোচনা কৰা হৈছিল। এই সন্মিলনত মহাত্মাই বহুতো সমালোচনাৰ সম্মুখীন হ'বলগীয়া হৈছিল। এনেবিধৰ বিৰোধী সমালোচনাত মহাত্মা অলপো চিন্তিত হোৱা নাছিল। "সত্যাগ্ৰহ আন্দোলন সম্পৰ্কে মোৰ মতামত সামান্যভাৱেও সলনি হোৱা নাই। সত্যাগ্ৰহীসকলক তেওঁলোকৰ সাহ আৰু আত্মোৎসৰ্গৰ বাবে প্ৰশংসা কৰাৰ বাহিৰে মোৰ আন একো ক'বলগীয়া নাই; কিন্তু এইখিনি কোৱাৰ লগতে এই আন্দোলনত যি গোপনীয়তা অৱলম্বন কৰা হৈছে, সেইটোক আমাৰ কৃতকাৰ্যতাৰ বাবে মাৰাত্মক কথা বুলি মই নোকোৱাকৈ নোৱাৰোঁ। এই আন্দোলন যদি চলাবলগীয়া হয়, তেন্তে যিসকলে এই আন্দোলন বেলেগ বেলেগ অঞ্চলত পৰিচালনা কৰি আছে, তেওঁলোকক এই গোপনীয়তা অচিৰে বিসৰ্জন দিবলৈ মই ক'ম। তাৰ বাবে এজনো সত্যাগ্ৰহী পোৱাটো টান হ'লেও মই অকণো চিন্তিত নহওঁ। ভয়ে জনসাধৰণৰ মনক যে গ্ৰাস কৰিছে তাত কোনো সন্দেহ নাই। অৰ্ডিনান্স-বিলাকে ভয়ৰ সঞ্চাৰ কৰিছে আৰু মই ভাবিবলৈ বাধ্য হৈছো যে গোপন প্ৰণালীবিলাকেও এনে ভয়ৰ ভাব আনি মন ভাঙি দিয়াত বৰঙণি যোগাইছে। সত্যাগ্ৰহ আন্দোলন ইয়াত অংশ লোৱা লোকৰ সংখ্যাতকৈ তেওঁলোকৰ গুণৰ ওপৰতহে নিৰ্ভৰ কৰিছে। মই এই আন্দোলন চলাবলগীয়া হ'লে সংখ্যাতকৈ লোকসকলৰ গুণৰ ওপৰতহে বেছি জোৰ দিম। এইটো যদি কৰিব পাৰি তেন্তে এই আন্দোলনৰ মান ততালিকে বাঢ়িব।" এইদৰে মহাত্মাই চিন্তা কৰিছিল আৰু আনকো এইদৰে চলিবলৈ পৰামৰ্শ দিছিল।

মহাত্মাই ১৯৩৪ চনত তৃতীয় বাৰলৈ অসমলৈ আহি দহদিনৰ ভিতৰতে ধুবুৰীৰপৰা ডিব্ৰুগড়লৈকে চকৰ কৰি গ'ল। এই চকৰতো মহাত্মাই অসমীয়াৰ ওচৰত কেইবাটাও কথা দাঙি ধৰিলে। অসমত অস্পৃশ্য কথাৰ অৰ্থ কি বুলি প্ৰশ্ন কৰি ধৰিলে। অসমত অস্পৃশ্য কথাৰ অৰ্থ কি বুলি প্ৰশ্ন কৰি মহাত্মাই কলে, "অসমত অস্পৃশ্য হৈছে কানি। কানি মহাবিহকে অসমীয়াই অস্পৃশ্য বুলি ধৰি ঘিণ কৰি ইয়াৰপৰা আঁতৰত থকা উচিত। কানি খোৱা বাবেই অসমীয়া আজি এলেহুৱা হৈছে আৰু অসমীয়াৰ বদনাম হিন্দুস্থানত ফাটিফুটি ওলাইছে। প্ৰত্যেক অসমীয়াই এই বদনাম গুচাবলৈ যত্ন কৰা উচিত। যিসকলে কানি নেখায়, তেওঁলোকে কানীয়া ভাইসকলক

কানি একেবাৰেই যত্ন কৰা উচিত। কানীয়াই মন স্থিৰ কৰি দৃঢ় প্ৰতিজ্ঞাৰে কানি এৰা উচিত। ইয়াৰ অৰ্থ এয়ে নহয় যে কানি এৰি আন এবিধ মাদক বস্তু ব্যৱহাৰ কৰা। সকলোবিধ মাদক বস্তু ব্যৱহাৰ কৰা দোষৰ কথা। সেইবাবে সকলো মাদক বস্তু এৰা উচিত। যিখন জিভাৰে হৰিনাম লোৱা হয়, সেইখন জিভা কানি খাই কিয় কলুষিত কৰা?"

চাহবাগিচাৰ বনুৱাসকলৰ কথা উল্লেখ কৰি তেওঁ কৈছিল, "এই বনুৱাসকলে চাহবাগিছাৰ কাম শেষ কৰি বাগিচাৰপৰা ওলাই অসমত মাটি-বাৰী লৈ বসতি পাতি বহিছে। এইসকল লোক বৰ পৰিশ্ৰমী। পৰিশ্ৰম কৰি তেওঁলোকে ইয়াত ধন ঘটিছে। এইলোকক বঙাল কুলি বুলি ঘিণোৱা শিক্ষিত অসমীয়াৰ পক্ষে উচিত নহয়। এওঁলোকেই হৈছে হৰিজন। এই হৰিজনসকলৰ উন্নতিৰ বাবে কাৰ্যক্ষেত্ৰত নমাটো প্ৰত্যেক শিক্ষিত অসমীয়াৰ কৰ্তব্য। অসমীয়াই এইসকলক হয় ঘিণাই আঁতৰত পেলাই থৈ অসমৰ পক্ষে বোজাৰ সৃষ্টি কৰিব পাৰে, নহয় এওঁলোকক সমাজত সুমুৱাই লৈ নিজৰ সম্পদ বৃদ্ধি কৰিব পাৰে।"

দ্বিতীয় মহাৰণ আৰম্ভ হ'বৰেপৰা ৰাজনৈতিক ভাৰতৰ লগত মহাত্মাৰ বিবাদৰ কথাও মনলৈ আহে। ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত য়ুৰোপত যুদ্ধ লগাৰ পিচত কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে যেতিয়া এই সম্পৰ্কে আলোচনা কৰিবলৈ বহিল, তেতিয়াই এই অনৈক্যৰ কথা প্ৰকাশ পালে। মহাত্মাই লিখিছিল, "যুদ্ধৰ প্ৰস্তাৱত মোৰ চূড়ান্ত পৰাজয় হৈছে। পণ্ডিত জৱহৰলাল আৰু মোক প্ৰস্তাৱৰ আঁচনি কৰি দিবলৈ আমন্ত্ৰণ কৰা হৈছিল। কিন্তু মই দেখিলো, মোৰ আঁচনিমতে কৰা প্ৰস্তাৱটো গ্ৰহণ কৰাব নোৱাৰিলো। অহিংসাৰ সম্পূৰ্ণ ৰূপৰ ওপৰত ভিত্তি কৰি মই প্ৰস্তাৱৰ আঁচনি কৰিছিলো। মই দেখিলো, মই টানি নধৰাকৈ এই প্ৰস্তাৱ গ্ৰহণ কৰাব নোৱাৰোঁ, কিন্তু মোৰ তেনে ইচ্ছা নহ'ল। দেশত যিটো মত চলিছে আৰু আনকি ৱৰ্কিং কমিটিৰো যিটো মত সেইটো জৱহৰলালৰ প্ৰস্তাৱত ৰূপায়িত হৈছে। কিন্তু কংগ্ৰেছে যদি অহিংসাত বিশ্বাস কৰে, তেন্তে এয়েই পৰীক্ষাৰ সময়। ভাৰতবৰ্ষতেই যি স্থলত হিংসা চলি আছে আৰু যি স্থলত কংগ্ৰেছে ভালেমান প্ৰদেশত গৱৰ্ণমেণ্ট চলাবলৈ লৈছে আৰু তাতো পুলিচ আৰু সৈন্যবাহিনীৰ সহায় ল'বলগীয়া হৈছে, তেনেস্থলত অহিংসাৰ ঘোষণা কৰাটো ভণ্ডামী মাথোন। এই প্ৰস্তাৱটো গ্ৰহণ কৰা হ'লেও ভাৰতবৰ্ষত নাইবা বিশ্বজগতত

তাৰ মূল্য নেবাঢ়িলেহেঁতেন। অথচ নিজে সত্যত থাকিবলৈ মোৰ প্ৰস্তাৱৰ বাহিৰে আন প্ৰস্তাৱৰ আঁচনি মই কৰিব নোৱাৰো।"

মহাত্মাই আৰু লিখিছিল, "মই নিজক অকলশৰীয়া দেখি দুখ পালো। শত্ৰুৰ বিপদৰ সময়ত সুবিধা নলবলৈ যি অহিংসাৰ প্ৰয়োজন, তেনে অহিংসাৰ ভাব সমগ্ৰ জাতিয়ে আনিব পৰা নাই। এই প্ৰস্তাৱত সেইটোৱেই মোৰ ভাব হৈছিল।"

ইয়াৰ পিচত মহাত্মাই 'হৰিজন' বোলা কাকতখনত 'পৰীক্ষাৰ সমুখত' শীৰ্ষক এটা প্ৰবন্ধত লিখিছিল: "ৱৰ্কিং কমিটিৰ সদস্যসকলৰ লগত দীঘলীয়া আলোচনা কৰি আৱিষ্কাৰ কৰিলো যে কেৱলমাত্ৰ বৃটিছ চৰকাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ বাহিৰে এই অস্ত্ৰৰ অৰ্থাৎ অহিংসাৰ প্ৰয়োগ আন ক্ষেত্ৰলৈ যোৱা নাছিল। ইমান দিন আমাৰ কংগ্ৰেছীসকলে পৃথিবীৰ এটা ডাঙৰ সাম্ৰাজ্যবাদী শক্তিৰ লগত অহিংসাৰ অস্ত্ৰেৰে যুঁজ কৰি এই অস্ত্ৰৰ প্ৰয়োগ সম্পৰ্কে যুক্তিতৰ্কেৰে সকলো ক্ষেত্ৰত প্ৰয়োগৰ গুণগ্ৰাহী হব পাৰিছে বুলি বিশ্বাস কৰি তাকে মই আকোৱালি লৈছিলো। ঘৰত সোমাই থকা শত্ৰুক খেদাবলৈ যি উপায় লৈছিলো, মই ভাবো ঘৰত নতুনকৈ সোমাবলৈ অহা শত্ৰুৰ বাবেও সেই একে অস্ত্ৰই লব লাগিব। কিন্তু কথা হৈছে আমাৰ যুঁজখন অহিংসাৰ ভিত্তিত হোৱা নাছিল। এইটো দুৰ্বলৰ নিষ্ক্ৰিয় প্ৰতিৰোধ হৈছিল। সেইকাৰণে আজি এটা চৰম মুহূৰ্তত অহিংসাত জীৱন্ত বিশ্বাস নথকাত আমাৰ অন্তৰলৈ আপোনা-আপুনি তেনে অহিংসাৰ ভাব অহা নাই।······স্বাধীন ভাৰতৰ কোনো শত্ৰু হব নোৱাৰে; যদি ভাৰতৰ লোকে 'নকৰো' বুলি দৃঢ়তাৰ সৈতে এই প্ৰতিজ্ঞা পালন কৰে, তেন্তে সাহেৰে সৈতে মই কওঁ, ভাৰতবৰ্ষক কোনেও আক্ৰমণ কৰিব নোৱাৰে।

"ভবিষ্যতলৈ প্ৰতিৰক্ষাৰ বাজেট কি হব তাৰ কথা ভাবি মই ভয় খাওঁ।···কংগ্ৰেছেই এনে এক প্ৰতিৰক্ষাৰ বাজেটৰ হকে সজাগ হব লাগিব। পৃথিবীত আজি অস্ত্ৰশস্ত্ৰ নিৰ্মাণৰ বিষয়ত যি অৰিয়া-অৰি চলিব লাগিছে তাত যদি ভাৰতবৰ্ষ সোমাবলগীয়া হয় তেন্তে সেইটো আত্মঘাতীহে হব। পৃথিবীয়ে অহিংসাৰ বিষয়ত ভাৰতৰ ওপৰত যি আশা ৰাখিছিল, ভাৰতবৰ্ষই অহিংসাৰ খোপনি এৰিবলগীয়া হলে পৃথিবীৰপৰা সেই আশাৰ বন্তি নোহোৱা হব।"

এইদৰে নানান ঘটনাৱলীৰ মাজেদি পাৰ হৈ মহাত্মা গান্ধী ১৯৪৬ চনৰ জানুৱাৰী মাহত অসমলৈ আহিল। সেই সময়ত ভাৰতৰ ৰাজনৈতিক

দিগন্তত স্বাধীনতাৰ বেলিয়ে ভুমুকি মৰা দেখা পাই মহাত্মাৰ মনলৈ ভাব আহিছিল যে তেওঁ অকলশৰীয়া হলেও ১২৫ বছৰলৈ জীয়াই থাকিও ভাৰতক বাট দেখুৱাব। এনে এটা ভাব লৈ ৭৭ বছৰ বয়সতো ভগ্নস্বাস্থ্য লৈও তেওঁ অসমলৈকে আহিছিল। কিন্তু বেলত অহাৰ অভিজ্ঞতাই তেওঁৰ মনলৈ হতাশাৰ ভাব ননাকৈ নাছিল। প্ৰতি ষ্টেছনতে দৰ্শনপ্ৰাৰ্থী জনতাৰ কোলাহলৰ বাবে তেওঁ ৰাতি শুব পৰা নাছিল। পিচদিনা গুৱাহাটীৰ প্ৰাৰ্থনা সভাত জনতাৰ শৃঙ্খলাবিহীনতাৰ কথা উল্লেখ কৰি তেওঁ কৈছিল, "জনতাই যে অহিংসাৰ শিক্ষা এতিয়ালৈকে লব পৰা নাই এয়েই তাৰ নিদৰ্শন। শৃঙ্খলা-বিহীনতা, নিয়মানুবৰ্তিতাৰ অভাৱ হৈছে হিংসাৰ এটা ৰূপ। চল্লিশ কোটি ভাৰতবাসীৰ ভিতৰত যদি সৰহ অংশ এটাই নিয়মানুবৰ্তিতা আৰু অহিংসাৰ শিক্ষা লব পাৰিলেহেঁতেন তেন্তে আজি ২৫ বছৰে কংগ্ৰেছে দি অহা শিক্ষাৰ ফলত ভাৰতবৰ্ষ নিশ্চয় স্বাধীন হ'লহেঁতেন। এইটো নোহোৱাত নৈৰাশ্যৰ একো কাৰণ নাই। চল্লিশ কোটি ভাৰতবাসীক সত্য আৰু অহিংসাৰ শিক্ষা দিয়াটো ধেমালিৰ কথা নহয়, ইয়াৰ বাবে সময় লাগে।" এনে এটা আশাবাদী মন লৈ মহাত্মাই দেশক অহিংসাৰ শিক্ষা দিবলৈ যত্ন কৰিছিল।

অসমলৈ অহাৰ বাটত মহাত্মা কৱিগুৰু ৰবীন্দ্ৰনাথৰ শান্তিনিকেতনলৈকো গৈছিল। কাৰণ কৱিগুৰুৱে মৃত্যুৰ আগতে তেওঁৰ অবিহনে যেন মহাত্মাই অনুষ্ঠানটোলৈকো মন দিয়ে তাৰবাবে তেওঁক অনুৰোধ জনাইছিল। যেতিয়া এটা অনুষ্ঠান অনাথ কৰি থৈ এজন মহাপুৰুষৰ প্ৰয়াণ হয়, তেতিয়া তেওঁৰ ঠাই কোনে লব পাৰে এই প্ৰশ্নই কৰ্মীসকলৰ মনত তোলপাৰ লগায়। মহাত্মাই এনে এটা প্ৰশ্নৰ আলোচনাত ক'লে, "গুৰুদেৱৰ দৰে মহাপুৰুষ একোজনে একোটা যুগত এবাৰহে মাত্ৰ জন্মগ্ৰহণ কৰে। গুৰুদেৱৰ ঠাই কোনো এজন মানুহে লব নোৱাৰে। কিন্তু আপোনালোকৰ সকলোৱে লগ হৈ যদি নিজক পাছলৈ থৈ অনুষ্ঠানৰ স্বাৰ্থকেই আগত ঠাই দিয়ে তেন্তে আপোনালোকে সমূহীয়াভাৱে গুৰুদেৱৰ আদৰ্শ ৰক্ষা কৰিব পাৰিব।"

এগৰাকী কৰ্মীয়ে বেজাৰ কৰি ক'লে, "গুৰিয়াল নোহোৱা নাও এখনত আমি উটি যোৱাৰ দৰে লাগিছে। আমিনো ক'লৈ যাবলৈ ধৰিছো কব নোৱাৰো।" গান্ধীজীয়ে উত্তৰত ক'লে, "মোৰ এইটো দৃঢ়বিশ্বাস যে ব্যক্তি হিচাপে গুৰুদেৱ তেওঁৰ নিজৰ কামতকৈ ডাঙৰ আছিল। তেওঁৰ নিজৰ অনুষ্ঠানতকৈও, য'ত তেওঁ শিক্ষা দিছিল, য'ত নিজৰ জীৱনৰ সঙ্গীতৰ সুধা

সকলোকে পান কৰিবলৈ দিছিল, য'ত তেওঁ নিজৰ আত্মা উবুৰিয়াই দিছিল, তাতকৈও তেওঁৰ ব্যক্তিত্ব ওখত আছিল। এই কথাষাৰ সকলো মহাপুৰুষৰ ক্ষেত্ৰতে খাটে।···আপোনালোকে যদি তেওঁৰ মহত্বৰ প্ৰতীক হবলৈ বিচাৰে, তেন্তে আপোনালোকে তপস্যাৰেহে পাৰিব। বঙ্গদেশ নাইবা ভাৰতৰ প্ৰতীক হোৱাটো তেওঁৰ আদৰ্শ নহয়, গুৰুদেৱে বিশ্বমানৱৰ বাবে সদায় থিয় দিছিল; কিন্তু তেওঁ ভাৰতৰ কোটি কোটি মূক জনতাৰ প্ৰতিনিধিত্ব নকৰাকৈ বিশ্ব-মানৱৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰে। আপোনালোকৰ আকাঙ্ক্ষা এইটোও হব লাগিব। ভাৰতৰ জনতাৰ প্ৰতিনিধিত্ব নকৰাকৈ ব্যক্তি হিচাপে গুৰুদেৱৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰি।" আৰু এটা প্ৰশ্নৰ উত্তৰত গান্ধীজীয়ে ক'লে, "টকাৰ কথা ভাবিবলৈ এৰি পেলাওক। এটা আচল কাম কৰোতে টকা নিজে আহি আপোনাৰ হাত চুবহি যদিহে আপোনালোকৰ উদ্দেশ্য সজ হয় আৰু উপায়ো যদি সজ হয়। সৰলচিতীয়া মুনিহ তিৰোতাই কাম কৰো বুলিলে টকাৰ অভাৱত নপৰে। বিশ্বভাৰতীয়ে যদি ভৌতিক সম্পদ শক্তিৰে আনক আকৰ্ষণ কৰিবলৈ যত্ন কৰে তেন্তে আচল প্ৰতিভা, আচল বুদ্ধি-বৃত্তি আকৰ্ষণ কৰাত ব্যৰ্থ হব। ইয়াৰ আকৰ্ষণ নিশ্চয় নৈতিক আৰু আধ্যাত্মিক হব লাগিব। 'প্ৰত্যেকৰপৰা তেওঁৰ সামৰ্থ্য মতে আৰু প্ৰত্যেকলৈ তেওঁৰ প্ৰয়োজন মতে' এই নিয়মটো সুস্থ হব পাৰে, কিন্তু এই নিয়মটোৰে আপোনাক বজাৰৰ মূল্যতকৈ আৰু বেছি দূৰলৈ নিব নোৱাৰে। ষাঠি বছৰ ধৰি মই বহুতো অনুষ্ঠানৰ লগত জড়িত আছোঁ আৰু মোৰ এয়ে অভিজ্ঞতা হৈছে যে সকলো অসুবিধাৰ গুৰিতে হৈছে নৈতিকতাৰ মূল্য নিৰ্দ্ধাৰণ কৰিব নোৱাৰাটো।"

এজন শিক্ষকে প্ৰশ্ন কৰিলে, "বৰ্তমান যুগত উঠি অহা ডেকাসকলৰ মনত যি বিশ্বাসৰ অভাৱ দেখা গৈছে, কোনো কথাতে ভাল নেদেখা যি স্বভাৱ হৈছে, তাৰ বিৰুদ্ধে আমি কেনেকৈ কাম কৰোঁ?"

মহাত্মাজীয়ে উত্তৰ দিলে, "আপোনালোকে যেতিয়া এনে এটা প্ৰশ্ন কৰে তেতিয়া মই হতাশ হৈ হুমুনিয়াহ কাঢ়ো। নিজৰ ছাত্ৰৰ মাজত যদি বিশ্বাসৰ অভাৱ দেখে তেতিয়া আপুনি নিজকে কব: 'মোৰ নিজৰ বিশ্বাসৰ অভাৱ হৈছে।' মোৰ নিজৰ অভিজ্ঞতাতেই এইটো পাইছোঁ। আৰু প্ৰতি-বাৰেই যেতিয়া নিজৰ এনে এটা অভাৱ আৱিষ্কাৰ কৰিছোঁ, তেতিয়া এনে আৱিষ্কাৰে মোক শুদ্ধ কৰিবলৈ প্ৰেৰণাৰ দৰে হৈছে।"

হিন্দু আৰু মুছলমানৰ মাজত সাম্প্ৰদায়িক শান্তি আনিবলৈ জীৱনৰ শেষ বয়সতো ভগ্নস্বাস্থ্য লৈও লাখুটিত ভৰ দি বিহাৰ আৰু বঙ্গদেশৰ গাঁৱে-গাঁৱে মহাত্মাই কিদৰে ফুৰিছিল তাৰ কথাও মনলৈ আহে। "মই চাৰিও-ফালে কেৱল এন্ধাৰহে দেখিবলৈ পাইছো। যিফালে চকু দিওঁ সেইফালেই অসত্যৰ বাহিৰে আন একো দেখা নাপাওঁ। ঐক্য আৰু শান্তি ক'তো দেখিবলৈ নেপাওঁ। ইয়াৰ মাজেদিয়েই মই বাট উলিয়াব লাগিব। মই কিমান দূৰ কৃতকাৰ্য হওঁ নেজানো। এইবিলাকৰ মাজেদি ভগৱানে মোক কিদৰে চলাই আছে তাৰ কথা ভাবিও মই আচৰিত হওঁ। ভাবি চোৱা, ৰাতি ১০।১১ বজাত মই শুবলৈ যাওঁ আৰু ৰাতি দুই বজাত বিছনা এৰি মোৰ এই বয়সত ভাগৰ নলগোৱাকৈ আৰু অসুখ নোহোৱাকৈ কাম কৰিব পৰাকৈ ভগৱানে মোক বল দিছে।" এইদৰে লগত যোৱা এগৰাকী কৰ্মীৰ আগত তেওঁ এদিনা কৈছিল। ( মনু গান্ধীৰ কিতাপৰপৰা )

বিহাৰত মুছলমানৰ ওপৰত অত্যাচাৰ হৈছিল, নোৱাখালিত হিন্দু-সকলৰ ওপৰত অত্যাচাৰ হৈছিল। বিহাৰত মহাত্মাৰ পৰামৰ্শ মতে ওচৰ-চুবুৰীয়া হিন্দু গাঁৱলীয়াসকলে ভগনীয়া কেম্পলৈ গৈ ভগনীয়া মুছলমান-সকলক ঘূৰাই আনিবলৈ যত্ন কৰিছিল। নোৱাখালিতো ঠায়ে ঠায়ে এক-সংখ্যক মুছলমানে সাম্প্ৰদায়িক অশান্তিৰ বাবে বেজাৰ কৰিছিল আৰু প্ৰাৰ্থনা সভাত যোগ দি শান্তি ঘূৰাই আনিবলৈ যত্ন কৰিছিল। বিহাৰত ভগনীয়া মুছলমানসকলৰ পুনৰ সংস্থাপনৰ কাম যথেষ্ট টান হৈছিল আৰু সেই সময়ত শাসনত অধিষ্ঠিত মন্ত্ৰীসকলৰ লগত সম্পূৰ্ণ যোগাযোগ ৰাখি মহাত্মাই কাম কৰিছিল। যিসকল দুৰ্বৃত্ত লোকে অশান্তিত ভাগ লৈছিল তেওঁলোকক আত্মসমৰ্পণ কৰিবলৈ মহাত্মাই কৈছিল আৰু আনহাতে দুৰ্বৃত্ত লোকসকলক ধৰা পেলাই মুছলমানসকলৰ মনলৈ বিশ্বাসৰ ভাব আনিবলৈ মন্ত্ৰীসকলক পৰামৰ্শ দি আছিল। পুনৰ সংস্থাপনৰ মন্ত্ৰী আব্দুল কায়েম আনচাৰীক এই সম্পৰ্কে মহাত্মাই নিজৰ মনৰ ভাব এটা টোকাৰে জনাওঁতে লিখিছিল : "ভগনীয়াৰ পুনৰ সংস্থাপনৰ মই মন্ত্ৰী হোৱা হলে মোৰ কৰ্তব্য কি হব তাকে প্ৰথমতে নিৰ্দ্ধাৰণ কৰি ললোহেঁতেন। প্ৰয়োজন নোহোৱা পুলিচ আৰু মেজিষ্ট্ৰেটসকলৰ দায়িত্ব মোক গটাই দিবলৈ মই দাবী কৰিলোহেঁতেন—যাতে মই ভগনীয়াসকলক লুটপাত, ঘৰত জুই লগোৱা, খুন কৰা আদিৰপৰা ৰক্ষা কৰিব পাৰো, যাতে তেওঁলোকক পিন্ধিবলৈ

দিবলৈ কাপোৰৰ যোগান দিব পাৰো। ভগনীয়াসকলৰ প্ৰয়োজনীয় খাদ্য কাপোৰ আৰু ঘৰ সজাৰ সমল, এনেবিধৰ সকলো বস্তু অনা-নিয়া কৰিবলৈ নিয়ন্ত্ৰণৰ দায়িত্ব মই নিজে বিচাৰি লৈলোহেঁতেন। এইদৰে মোৰ চাৰিওকাষ ঠিক কৰি লৈ কিমান ভগনীয়া নিজৰ ঘৰলৈ উভতি গৈছে তাৰ সংখ্যা পোনতে উলিয়াই লৈ তেওঁলোক ক'লৈ গৈছে আৰু কেনে আছে তাৰ নিৰাকৰণ কৰিলোহেঁতেন। মই নিজে এইবিলাক ব্যক্তিগতভাৱে চালো-হেঁতেন আৰু তেওঁলোকৰ কিবা অভিযোগ থাকিলে তেনে অভিযোগবিলাক ততালিকে বিচাৰ কৰিলোহেঁতেন।…" এইদৰে বিহাৰৰ সংস্থাপনৰ কামত তেওঁ সহায় কৰিলে।

১৯৪৬।৪৭ চনত কেবিনেট মিছনৰ প্ৰস্তাৱৰ পিচত অসম প্ৰদেশ গ্ৰুপিঙৰ সমস্যাত পৰিবলগীয়া হওঁতে মহাত্মাই অসমক কিদৰে সেই সময়ত সমৰ্থন দিছিল সেই কথাও আজি মনলৈ আহে।

আজি মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকীৰ দিনত এনেবিলাক কথাই মনলৈ আহিছে আৰু ইংৰাজ কবিৰ সুৰত সুৰ মিলাই কবলৈ মন গৈছে—"মহাত্মা, আজি আপুনি এই সময়ত জীয়াই থাকিব লাগিছিল, ভাৰতত আজি আপোনাৰ বৰ প্ৰয়োজন।"

# গান্ধীজীৰ অন্যতম ঐতিহাসিক কাৰ্যঃ অসমৰ গ্ৰুপমুক্তি

**হৰেন্দ্ৰনাথ বৰুৱা**

মহাত্মা গান্ধীৰ তিৰোধানৰ পিচত—বিশেষকৈ তেখেতৰ জন্ম শত-বাৰ্ষিকীৰ উপলক্ষত—তেখেতৰ দৰ্শন, মতবাদ আৰু কাৰ্যাৱলী সম্পৰ্কে বিস্তৰ পুস্তক-পুস্তিকা, ৰচনা, প্ৰবন্ধ আৰু আলোচনা-সংকলন সমগ্ৰ দেশতে ওলাইছে। কিন্তু গান্ধীজীৰ প্ৰায় অৰ্দ্ধশতাব্দী জোৰা বিপুল আৰু বহুল কাৰ্যাৱলী এতিয়াঁও সম্পূৰ্ণভাৱে বৰ্ণিত আৰু লিপিবদ্ধ হোৱা নাই। ভাৰতৰ কেইবাখনো প্ৰদেশে ভিন ভিন বিষয়ত গান্ধীজীৰ বিশেষ মৰম আৰু সহায়-সমৰ্থন লাভ কৰিছিল। সেইবিলাকৰ ভিতৰত অসমো অন্যতম। অসমৰ প্ৰতি গান্ধীজীৰ আটাইতকৈ ডাঙৰ আৰু বিশেষ কাম হৈছে ১৯৪৬ চনত বৃটিছ গৱৰ্ণমেণ্টে ভাৰতৰ স্বাধীনতাৰ দাবীৰ সমাধান কৰিবলৈ আগ-বঢ়োৱা 'বৃটিছ কেবিনেট মিছনৰ আঁচনি' নামে জানাজাত আঁচনিৰ 'গ্ৰুপ' ব্যৱস্থাৰপৰা অসমক মুক্ত কৰাটো। তেখেতৰ এই কাৰ্যই অসমক 'গ্ৰুপ' বা সংঘৰাজ্যৰূপী বেনামা পাকিস্থান ৰাজ্যৰপৰা মুক্ত কৰাৰ উপৰিও ভাৰতৰ ৰাজনৈতিক আৰু শাসনতান্ত্ৰিক বুৰঞ্জীৰ ধাৰাকে পৰিবৰ্তন কৰি দিলে। কাৰণ গান্ধীজীৰ অমোঘ আৰু শক্তিশালী সমৰ্থনক্ৰমে অসমে কেবিনেট মিছনৰ সেই আঁচনিৰ 'গ' শাখা পৰিষদ আৰু গ্ৰুপ বা সংঘৰাজ্যৰ ব্যৱস্থা অগ্ৰাহ্য নকৰা হলে কংগ্ৰেছ আৰু মুছলিম লীগৰ সমৰ্থনত ভাৰত মুছলমান সংখ্যাগৰিষ্ঠ আৰু অমুছলমান সংখ্যাগৰিষ্ঠ কেইখনমান ৰাজ্যৰ এখন অতি দুৰ্বল যুক্তৰাষ্ট্ৰত পৰিণত হ'লহেঁতেন। সেই যুক্তৰাষ্ট্ৰত পূৱ আৰু পশ্চিমত দুখন মুছলমান-প্ৰধান গ্ৰুপ বা সংঘৰাজ্য থাকিলহেঁতেন আৰু অসম ইয়াৰ পূৱ সংঘৰাজ্যখনৰ অন্তৰ্ভুক্ত হৈ সেই বেনামা পাকিস্থানত জাহ গ'লহেঁতেন। কোৱা বাহুল্য যে অসমে এই বেনামা পাকিস্থানৰূপী গ্ৰুপৰাজ্যৰ আঁচনি অগ্ৰাহ্য কৰাৰ আগতে মুছলিম লীগ কাউন্সিল আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে

কেবিনেট মিছনৰ আঁচনিখন গ্ৰহণ কৰিবলৈ সন্মত হৈছিল। কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে এই আঁচনিৰ কেইটামান সংশোধন বিচাৰিছিল হয়; কিন্তু সেই-বিলাক অপৰিহাৰ্য বুলি ধৰা নাছিল আৰু সেইবিলাকৰ ভিতৰত অসমক 'চি' ছেক্সন বা শাখা পৰিষদ তথা গ্ৰুপ বা সংঘৰাজ্যৰ অন্তৰ্ভুক্তিৰপৰা অব্যাহতি দিয়াত যথেষ্ট গুৰুত্ব আৰোপ কৰাও নাছিল। এই বিষয়ে এটি সংক্ষেপ আভাসৰ আৱশ্যক।

১৯৪৬ চনৰ ১৬ মেইৰ দিনা দিল্লীত কেবিনেট মিছনে তেওঁলোকৰ তথা বৃটিছ গৱৰ্ণমেণ্টৰ আঁচনিখন আনুষ্ঠানিকভাৱে প্ৰকাশ কৰে। তাৰ আগতে তেওঁলোকে ভাইচৰয় লৰ্ড ৱেভেলকো লগত লৈ কংগ্ৰেছ আৰু মুছলিম লীগৰ নেতাসকল, প্ৰাদেশিক মুখ্যমন্ত্ৰীসকল আৰু অন্যান্য নেতা-সকলৰ লগত কেইবাদিনো ধৰি আগতীয়া আলোচনা কৰে। অসমৰ মুখ্য-মন্ত্ৰী স্বৰ্গীয় লোকপ্ৰিয় বৰদলৈও সেই উপলক্ষে কেইদিনমানৰ আগতে দিল্লীলৈ গৈছিল আৰু সেইদিনাও তাতে আছিল। কেবিনেট মিছনৰ সেই আঁচনিখনৰ মূল কথা কেইটামান আছিল এই যে, (১) ভিন ভিন প্ৰাদেশিক আইন সভাবিলাকে প্ৰতিখন আইন সভাৰ মুঠ সভ্যসংখ্যাৰ দহভাগৰ এভাগ পৰিমাণে ভাৰতীয় গণ-পৰিষদ বা কনষ্টিটিউয়েণ্ট এছেমব্লি এখনলৈ প্ৰতিনিধি নিৰ্বাচন কৰিব আৰু সংশ্লিষ্ট আইন সভাৰ মুছলমান আৰু অমুছলমান সদস্যসকলে তেওঁলোকৰ নিজ নিজ সংখ্যানুপাতিকভাৱে বেলেগে মুছলমান আৰু অমুছলমান প্ৰতিনিধি নিৰ্বাচন কৰিব; (২) ভিন ভিন প্ৰদেশৰপৰা এইদৰে নিৰ্বাচিত হোৱা গণ-পৰিষদৰ সদস্যসকল গণ-পৰিষদত সমবেত হৈ তিনিটা ছেক্সন বা শাখা পৰিষদত বিভক্ত হব—মাদ্ৰাজ, বোম্বাই, মধ্যপ্ৰদেশ, বিহাৰ, উৰিষ্যা আৰু উত্তৰ প্ৰদেশ 'এ' ছেক্সন বা শাখাত; সিন্ধু, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, বেলুচিস্থান আৰু পঞ্জাব 'বি' ছেক্সন বা শাখাত আৰু অসম আৰু বঙ্গদেশ 'চি' ছেক্সন বা শাখাত; (৩) ছেক্সন বা শাখা পৰিষদবিলাকে নিজ নিজ শাখাৰ অন্তৰ্ভুক্ত প্ৰদেশবিলাকৰ সংবিধান ৰচনা কৰিব আৰু নিজ নিজ শাখাৰ অন্তৰ্ভুক্ত প্ৰদেশকিখনক লৈ এখন গ্ৰুপ বা সংঘৰাজ্য গঠন কৰাৰ সিদ্ধান্ত কৰিলে সেই সংঘৰাজ্যৰ সংবিধানো ৰচনা কৰিব; আৰু (৪) গণ-পৰিষদৰ সকলো সদস্যৰ সমাবেশত গণ-পৰিষদে ভাৰতীয় ইউনিয়ন বা যুক্তৰাষ্ট্ৰৰ সংবিধান ৰচনা কৰিব।

ওপৰৰ ৩নং ব্যৱস্থা মতে 'গ' শাখা পৰিষদে বঙ্গদেশ আৰু অসমৰ

সংবিধান ৰচনা কৰাৰ উপৰিও এই ছুয়োখন প্ৰদেশৰ এখন গ্ৰুপ বা সংঘৰাজ্য গঠন কৰা বা নকৰাৰ বিষয়ে সিদ্ধান্ত কৰিব। অসমে এই শাখা পৰিষদক অসমৰ সংবিধান ৰচনা কৰিবলৈকো দিব নোখোজে ( অসমৰ প্ৰতিনিধিসকলে নিজে অসমৰ সংবিধান ৰচনা কৰাটো বিচাৰে ) আৰু বঙ্গৰ সৈতে এখন গ্ৰুপ বা সংঘৰাজ্য গঠন কৰিব নোখোজে—যিহেতু 'গ' শাখাত বাহিৰৰ সদস্যৰ সংখ্যাগৰিষ্ঠতাৰে ৰচিত অসমৰ সংবিধান অসমবাসীৰ ন্যায্য স্বাৰ্থৰ অনুকূল কেতিয়াও নহ'ব আৰু অসম আৰু বঙ্গৰ এখন সংঘৰাজ্য কাৰ্যতঃ মুছলিম লীগে বিচৰা মুছলমান সংখ্যাগৰিষ্ঠ পাকিস্থানেই হ'ব আৰু তাত অসমৰ অস্তিত্বই নোহোৱা হ'ব।

যোল মেইৰ দিনাই গুৱাহাটীত বহি থকা অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে এই অভিমতকে কংগ্ৰেছ ৱৰ্কিং কমিটিক আৰু লোকপ্ৰিয় বৰদলৈক টেলিগ্ৰাফ কৰি জনায় আৰু উক্ত ব্যৱস্থাৰ প্ৰতিকাৰৰ কাৰণে অনুৰোধ কৰে। তেনেকৈ সাধাৰণভাৱে অনুৰোধ নকৰি 'চি' ছেক্সন বা শাখা পৰিষদৰ-পৰা অসমক বাদ দিব লাগে। অসমে শাখা পৰিষদত যোগকে নিদিয়ে বুলি প্ৰস্তাৱটোত পোনপটীয়াভাৱে কবলৈ এই লিখকে দিয়া পৰামৰ্শ প্ৰদেশ কংগ্ৰেছ কমিটিয়ে গ্ৰহণ নকৰিলে। 'চি' ছেক্সন বা শাখা পৰিষদৰ সদস্য-সকলে সাধাৰণ সংখ্যাগৰিষ্ঠতাৰে অসমৰ সংবিধান ৰচনা কৰিব আৰু বঙ্গৰ এখন গ্ৰুপ বা সংঘৰাজ্য গঠন কৰাৰো সিদ্ধান্ত কৰিব; অসমৰ সদস্যসকলে তাৰ বিৰোধিতা কৰি ওলাই আহিলেও তেওঁলোকৰ কথা নৰজিব। গতিকে ছেক্সন বা শাখা পৰিষদত যোগ দিলেই অসমৰ বিপদ—এই যুক্তি প্ৰদেশ কংগ্ৰেছ কমিটিয়ে গ্ৰহণ নকৰিলে। গ্ৰুপ বা সংঘৰাজ্য এখন গঠন কৰা বা নকৰাটো অসমৰ প্ৰতিনিধিসকলৰ নিজৰ মতৰ ওপৰতহে নিৰ্ভৰ কৰিব; স্বায়ত্তশাসিত প্ৰদেশ এখনৰ অভিমত কেতিয়াও উপেক্ষিত হ'ব নোৱাৰে বুলিও প্ৰদেশ কংগ্ৰেছ কমিটিয়ে প্ৰায় সৰ্ববাদীক্ৰমে বিশ্বাস কৰিছিল। এই লিখকে প্ৰদেশ কংগ্ৰেছ কমিটিৰ এই সিদ্ধান্তত প্ৰত্যয় নগৈছিল আৰু বৰ অস্বস্তিবোধ কৰিছিল। তেওঁ তেওঁৰ ওপৰোক্ত অভিমত জনাই লোকপ্ৰিয় বৰদলৈ আৰু দিল্লীৰ কংগ্ৰেছৰ ৰৰমূৰীয়াসকললৈ টেলিগ্ৰাফ কৰে আৰু ৺লক্ষ্মীনাথ দাস, ৺উমেশচন্দ্ৰ চৌধাৰী, ৺অম্বিকাগিৰী ৰায়চৌধুৰীয়েও বৰদলৈলৈ অনুৰূপ টেলিগ্ৰাফ কৰে। এই লিখকে প্ৰদেশ কংগ্ৰেছ কমিটিৰ প্ৰস্তাৱটো যথোপযুক্ত হোৱা নাই আৰু অসমে ছেক্সন বা শাখা পৰিষদত যোগকে দিব

নেলাগে বুলি বাতৰি কাকতত এটা প্ৰবন্ধ লিখি বাতৰি কাকতৰ বিবৃতি যোগেই প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিৰ ককৰ্থনা খাবলগাও হয়।

এনেতে ১৮ মেইৰ দিনা এখন সাংবাদিক সন্মিলনত কেবিনেট মিছনৰ মুখিয়াল সদস্যদ্বয় ছাৰ ষ্টাফ'ৰ্ড ক্ৰিপছ আৰু লৰ্ড পেথিক লৰেন্সে তেওঁলোকৰ আঁচনিৰ ছেক্সন আৰু গ্ৰুপ সম্পৰ্কীয় ব্যৱস্থাৰ স্পষ্ট ব্যাখ্যা দিয়ে যে, প্ৰদেশ-বিলাক আঁচনিখনত নিৰ্দিষ্ট কৰি দিয়ামতে ভিন ভিন ছেক্সন বা শাখা পৰিষদত সোমোৱাটো বাধ্যতামূলক আৰু প্ৰতিটো ছেক্সনৰ সদস্যসকলে সংখ্যাগৰিষ্ঠ ভোটৰ দ্বাৰা সংশ্লিষ্ট ছেক্সনৰ অন্তৰ্ভুক্ত প্ৰদেশকিখনক লৈ এখন গ্ৰুপ বা সংঘৰাজ্য গঠন কৰা হবনে নহয় সেইটো নিৰ্ধাৰণ কৰিব। তেওঁ-লোকে আৰু কয় যে আঁচনিখনৰ এই ব্যৱস্থা প্ৰত্যাহাৰ বা সংশোধন কৰিব পৰা নহব—সংশ্লিষ্ট উভয় পক্ষই একমত হৈ তেনে সংশোধন বিচাৰিলে অৱশ্যে বেলেগ কথা।

বৰদলৈ ডাঙৰীয়া দিল্লীৰপৰা ঘূৰি আহিল আৰু আমাক কলেহি যে আমাৰ আপত্তিৰ কথা তেওঁ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ আগত বিতংভাৱেই কৈছিল আৰু কংগ্ৰেছ সভাপতি মৌলানা আজাদ, ভাইচৰয় আৰু কেবিনেট মিছনক লিখিতভাৱে জনাই অসমৰ সংবিধান অসমৰ প্ৰতিনিধিসকলে নিজকে ৰচনা কৰিবলৈ দিবলৈ আৰু অসম বঙ্গৰ সৈতে এখন গ্ৰুপ বা সংঘৰাজ্যত সোমোৱা বা নোসোমোৱাৰ কথা প্ৰাদেশিক ভিত্তিত অসমৰ প্ৰতিনিধিসকলেহে ঠিৰাং কৰিব বুলি স্পষ্ট কৰি দিবলৈ অনুৰোধ জনাইছিল। কিন্তু লৰ্ড পেথিক লৰেন্সে কংগ্ৰেছ সভাপতিৰ সেই অনুৰোধ বা পৰামৰ্শ গ্ৰহণ কৰিব নোৱাৰি বুলি ১৮ মেইৰ সাংবাদিক মেলখনত দিয়াৰ দৰেই সমিধান দিছে। বৰদলৈ ডাঙৰীয়াই আৰু কয় যে মহাত্মা গান্ধী আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে কেবিনেট মিছনৰ আঁচনিৰ ছেক্সন আৰু গ্ৰুপ সম্পৰ্কীয় ব্যৱস্থাৰ (১৯ নং ধাৰাৰ ৩য় উপধাৰাৰ)* ক্ৰিপছ আৰু পেথিক লৰেন্সে দিয়া ওপৰোক্ত ব্যাখ্যা ভুল আৰু তেওঁলোকৰ আঁচনিৰ ১৫ নং ধাৰাৰ ৫ম উপধাৰাৰে** বিৰোধী বুলি কেবিনেট

*"The Sections shall proceed to settle the provincial constitutions for the provinces included in each Section and shall also decide whether any Group constitution shall be set up for those provinces and if so, with what provincial subjects the Group should deal......"

** "Provinces should be free to form Groups with executive and legislatures and each Group could determine the provincial subjects to be taken in common......"

মিছনৰ লগত কথা চলাই আছে; কিন্তু কেবিনেট মিছনে তেওঁলোকৰ মত পৰিৱৰ্তন কৰিব বুলি তেওঁৰ বিশ্বাস নহয় আৰু কেবিনেট মিছনে সেই মত পৰিৱৰ্তন নকৰিলেও ৱৰ্কিং কমিটিয়ে সেই কথাত খুব গুৰুত্ব আৰোপ কৰিব বুলি বোধ নহয়। গতিকে অসমৰ বিপদৰ সম্ভাৱনা দুই কৰিব নোৱাৰি। তেওঁ ১৯ মেইৰ দিনাও ৱৰ্কিং কমিটিক এটা চোকা টোকা দি আহিছে বুলি কয়। ২৬ মেইত প্ৰদেশ কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰ জৰুৰী অধিবেশন বহে। কমিটিয়ে সমস্যাৰ গুৰুত্ব উপলব্ধি কৰি ১০ জুনৰ দিনা দিল্লীত কংগ্ৰেছ ৱৰ্কিং কমিটি বহাৰ আগে আগে সেই কমিটিৰ যিমানকিজন সদস্যক পাৰে সিমানক আৰু ভাৰতৰ অন্যান্য নেতাসকলক আৰু বাতৰি কাকতসমূহক অসমৰ প্ৰতি কৰা অন্যায়ৰ কথা বুজাই কৈ আৰু প্ৰচাৰ কৰি ইয়াৰ প্ৰতিকাৰৰ চেষ্টা কৰিবলৈ শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, শ্ৰীদেৱকান্ত বৰুৱা, ৺হৰেশ্বৰ গোস্বামী আৰু শ্ৰীমতী পুষ্পলতা দাসক লৈ এটা প্ৰতিনিধি দলক ভাৰ দিয়ে আৰু শ্ৰীজগদীশচন্দ্ৰ মেধিক আহ্বায়ক পাতি আৰু চাৰিজন সদস্যেৰে এখন কৰ্মপৰিষদ গঠন কৰি অসমৰ ভিতৰত সংগঠন আৰু গ্ৰুপ-বিৰোধী প্ৰচাৰ কাৰ্য কৰিবলৈ ভাৰ দিয়ে। জিলা কংগ্ৰেছ কমিটিবিলাকক তেওঁলোকৰ এলাকাত জনমত গঠন কৰিবলৈ আৰু আৱশ্যক হলে এই গ্ৰুপ-ব্যৱস্থাৰ বিৰুদ্ধে সক্ৰিয় অসহযোগ আন্দোলন চলাবলৈ স্বেচ্ছাসেৱক বাহিনী আদি তৈয়াৰ কৰি প্ৰস্তুত হবলৈ আহ্বান কৰা হয়। জুন মাহৰ প্ৰথম সপ্তাহটো গ্ৰুপ-বিৰোধী প্ৰতিবাদ সপ্তাহ স্বৰূপে পালন কৰি ৰাজহুৱা সভা-সমিতি পাতি এই ব্যৱস্থাৰ প্ৰতিবাদ কৰি প্ৰস্তাৱ গ্ৰহণ কৰি প্ৰদেশ কংগ্ৰেছ কমিটিক জনাবলৈ নিৰ্দেশ দিয়া হয় আৰু অসমৰ সদৌ ৰাইজক এই বিষয়ত প্ৰদেশ কংগ্ৰেছৰ লগত সহযোগিতা কৰি একেলগে গ্ৰুপ-ব্যৱস্থাৰ বিৰোধিতা কৰিবলৈ আহ্বান কৰা হয়। অসমে ছেক্সন বা শাখা পৰিষদত যোগকে নিদিয়ে বুলি অৱশ্যে এই কমিটিয়ে তেতিয়াও ঘোষণা নকৰিলে।

প্ৰদেশ কংগ্ৰেছ কমিটিৰ এই আহ্বানক্ৰমে সদৌ অসমত অসংখ্য প্ৰতিবাদ সভা অনুষ্ঠিত হয় আৰু গ্ৰুপ ব্যৱস্থাৰ বিৰুদ্ধে সৰ্বস্ব পণ কৰি যুঁজ কৰিবলৈ সেই সভাবিলাকত সংকল্প গ্ৰহণ কৰা হয়। কৃষক, বনুৱা, যুৱক আৰু ছাত্ৰসকলৰ অনুষ্ঠানবিলাকেও এই আহ্বানত অভূতপূৰ্ব সহাঁৰি দিয়ে, আৰু কংগ্ৰেছৰ প্ৰতি সহযোগিতা আগবঢ়ায়। সদৌ অসম ছাত্ৰ ইউনিয়নে সেইদিনাই প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিৰ ওচৰত তেওঁলোকৰ ইউনিয়নৰ

পূৰ্ণ সহযোগিতাৰ কথা নিবেদন কৰে।* অসমৰ বৰ্তমান উদ্যোগ মন্ত্ৰী শ্ৰীবিশ্বদেৱ শৰ্মা তেতিয়া এই ছাত্ৰসভাৰ সভাপতি আৰু অসম প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ বৰ্তমান প্ৰধান সম্পাদক শ্ৰীবিশ্ব গোস্বামী তাৰ প্ৰধান সম্পাদক আছিল।

উক্ত প্ৰতিনিধি দলে ১০ জুনৰ দিনা দিল্লীত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ গুৰুত্বপূৰ্ণ অধিবেশন হোৱাৰ আগে আগে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ কেইবাজনো সদস্য আৰু অন্যান্য বিশিষ্ট নেতাসকলক লগ ধৰি অসমৰ বিপদৰ আৰু প্ৰাণৰ কথা নিবেদন কৰি তেওঁলোকৰ সৰহভাগৰপৰাই অসমক সমৰ্থন কৰাৰ স্পষ্ট সমিধান নেপালে। তেওঁলোকে কেবিনেট মিছনৰ আঁচনিৰ গপিঙৰ ব্যৱস্থা ছেক্সন বা শাখা পৰিষদৰ সংখ্যাগৰিষ্ঠতাৰ ভোটতে নিৰ্ধাৰিত হোৱাৰ আৰু সেই হিচাপে 'চি' ছেক্সন বা শাখা পৰিষদত সংখ্যাগৰিষ্ঠ ভোটত অসম গপ বা সংঘৰাজ্যৰ অন্তৰ্ভুক্ত হোৱাৰ সম্ভাৱনা অস্বীকাৰ নকৰে; কিন্তু সেই ব্যৱস্থা সংশোধন নকৰাৰ কাৰণেই কংগ্ৰেছে কেবিনেট মিছনৰ আঁচনিখন অগ্ৰাহ্য কৰি স্বাধীনতাৰ দান প্ৰত্যাখ্যান কৰাটো সম্ভৱ নহয় যেন এনে মনোভাব প্ৰকাশ কৰে। ৱৰ্কিং কমিটিৰ বঙ্গৰ সদস্য ডঃ প্ৰফুল্ল ঘোষে এই প্ৰতিনিধি দলক কয় যে কেবিনেট মিছনে বৃটিছ গৱৰ্ণমেণ্টে অসম গপৰাজ্যৰ অন্তৰ্ভুক্ত হোৱাৰ ব্যৱস্থা পৰিৱৰ্তন নকৰিলে কংগ্ৰেছে কেবিনেট মিছনে আগবঢ়োৱা স্বাধীনতাৰ আঁচনি অগ্ৰাহ্য কৰিব লাগেনেকি? এই

---

*To The President, Assam Provincial Congress Committee.
Dated Gauhati, the 26th May, 1946.

Sir,

In view of the grave situation arising out of Assam's Grouping with Bengal, we deem it necessary to volunteer our services at your disposal for a country-wide agitation against this nefarious move of the British imperialists to veto the progress of the Assamese people. We are determined to oppose this grouping as it has threatened our very existence. The entire province is looking eagerly to the Provincial Congress to save them from the impending calamity. It is with this hope we have offered our services. We are confident that the Provincial Congress Committee will give a bold lead in this matter.

Sincerely yours,
*Biswadev Sarma*
President, All Assam Students' Union.
*Biswanath Goswami*
General Secy, All Assam Students' Union.

বিষয়ে তেওঁ অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ স্পষ্ট অভিমত বিচাৰে। সেই অনুসাৰে প্ৰতিনিধি দলৰ নেতা হিচাপে এই লিখকে কলিকতাৰপৰা ৩ জুনৰ দিনা অসম প্ৰদেশ কংগ্ৰেছ কমিটিলৈ টেলিগ্ৰাম কৰি এই বিষয়ে প্ৰদেশ কংগ্ৰেছৰ অভিমত বিচাৰে।* কিন্তু প্ৰদেশ কংগ্ৰেছ কমিটিয়ে এই প্ৰশ্নৰ উত্তৰ নিদি ডঃ প্ৰফুল্ল ঘোষ তথা কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে মাত্ৰ কেবিনেট মিছনৰ আঁচনিৰ গ্ৰুপিং সম্পৰ্কীয় ব্যৱস্থা অগ্ৰাহ্য কৰাটো বিচাৰে বুলি ডাঃ ঘোষলৈ টেলিগ্ৰামেৰে সমিধান দিয়ে। কোৱা বাহুল্য যে প্ৰদেশ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ ২৬ মেইৰ প্ৰস্তাৱটো নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটিক "অসমক গ্ৰুপত সোমোৱা কোনো ব্যৱস্থা গ্ৰহণ নকৰিবলৈহে" অনুৰোধ কৰা হৈছিল। তাকে কৰিলে যদি কেবিনেট মিছনে তেওঁলোকৰ আঁচনিকে প্ৰত্যাহাৰ কৰি লয়, তেতিয়া ৱৰ্কিং কমিটিয়ে কি কৰিব অসমৰ এই কথাত লাগিয়েই তেওঁলোকে সেই 'স্বাধীনতা'ৰ আঁচনি অগ্ৰাহ্য কৰিবলৈ এই বিষয়ে একো উল্লেখ কৰা নাছিল। পণ্ডিত গোবিন্দবল্লভ পন্থ আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ আন কেইজনমান সদস্যই আকৌ সুৰমা উপত্যকাৰ ৰেভাৰেণ্ড নিকলচ্ ৰয় আৰু অসম উপত্যকাৰ দুই এজন প্ৰতিক্ৰিয়াশীল লোকে কেবিনেট মিছনৰ আঁচনিৰ গপিং ব্যৱস্থা সম্পৰ্কে দিয়া বিবৃতিকে সেই ব্যৱস্থা সমৰ্থন আৰু অসমৰ সৰহভাগ লোকৰ মনোভাব বুলি অসম কংগ্ৰেছৰ প্ৰতিনিধিসকলৰ আগত প্ৰকাশ কৰিবলৈ প্ৰয়াস পায়। প্ৰতিনিধিসকলে তেওঁলোকৰ সেই ধাৰণা ভুল বুলি তেওঁলোকক বুজাই কোৱাৰ উপৰিও মুখ্যমন্ত্ৰী বৰদলৈক নাইনিতালৰপৰা টেলিগ্ৰাম কৰি নেতা-সকলৰ এই ভুল ভাঙিবলৈ অনুৰোধ কৰে** আৰু প্ৰদেশ কংগ্ৰেছ কমিটিলৈ

---

* "Congress, Gauhati

Prafulla Ghosh wants clear categorical pointed Assam Congress decision whether proposal be rejected on issue compulsory grouping Assam. Twentysixth resolution considered not sufficient. Leaving Patnaward today.

*Haren Barua*"

** "Gopinath Bardoloi, Shillong

Members Working Committee construed Surma Valley members' and Nicholsroy's statement Tribals and majority in Assam favour grouping. Come immediately with Nicholsroy for clearing misunderstanding. Bring Surma Valley Leaders' statement opposing grouping.

*Haren Barua*"

বিস্তাৰিত ৰিপ'ৰ্ট দিয়ে। ৰৰদলৈ ডাঙৰীয়াই কংগ্ৰেছ সভাপতি মৌলানা আজাদলৈ টেলিগ্ৰাম কৰি নেতাসকলৰ উক্ত ধাৰণা ভুল বুলি আৰু সুৰমা উপত্যকা আৰু পাহাৰী অঞ্চলৰো সৰহভাগ লোকেই অসমক গ্ৰুপ বা সংঘৰাজ্যত সুমুৱা ব্যৱস্থাৰ বিৰোধিতা কৰিছে বুলি জনায়। পিচত তেখেতে নিজেও কংগ্ৰেছ সভাপতিক লগ ধৰে।

ইয়াৰ পিচত ১০ জুনৰ দিনা দিল্লীত প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি মৌলানা তৈয়বুল্লা, শ্ৰীফখৰুদ্দিন আহমদ, শ্ৰীঅমিয়কুমাৰ দাস, শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, শ্ৰীনীলমণি ফুকন আৰু প্ৰদেশ কংগ্ৰেছৰ উক্ত প্ৰতিনিধিসকলে লগ লাগি কংগ্ৰেছ ৱৰ্কিং কমিটিৰ আগত অসমক 'চি' ছেক্সনৰ আৰু গ্ৰুপৰাজ্যৰ অন্তৰ্ভুক্ত কৰা ব্যৱস্থাৰ প্ৰতিবাদ কৰে আৰু এই ব্যৱস্থা ৰদ কৰিবলৈ কংগ্ৰেছ ৱৰ্কিং কমিটিক টানি অনুৰোধ কৰে। ৱৰ্কিং কমিটিৰ হৈ সভাপতি মৌলানা আজাদে অসমৰ আপত্তি সম্পূৰ্ণ যুক্তিসঙ্গত বুলি স্বীকাৰ কৰে আৰু কেবিনেট মিছনৰ আঁচনিৰ এই ব্যৱস্থা সংশোধন কৰিবলৈ তেওঁলোকে পাৰ্যমানে চেষ্টা কৰিব বুলি আশ্বাস দিয়ে। কংগ্ৰেছ সভাপতিয়ে কয় যে কংগ্ৰেছে নীতিগতভাৱেই তিনিখলপীয়া শাসনতন্ত্ৰৰ (ইউনিয়ন, গ্ৰুপ আৰু প্ৰদেশ) বিৰোধিতা কৰে আৰু সেই হিছাপে 'এ' ছেক্সন বা শাখা পৰিষদত কংগ্ৰেছৰ প্ৰতিনিধিসকলে তেওঁলোকৰ সংখ্যাগৰিষ্ঠতাৰ জোৰেৰেই গপ বা সংঘৰাজ্য-গঠন অচল কৰিব। 'বি' আৰু 'চি' ছেক্সনৰ কংগ্ৰেছী সদস্যসকলকো কংগ্ৰেছে গপৰাজ্য গঠন কৰাৰ বিৰোধিতা কৰিবলৈ নিৰ্দেশ দিব; কিন্তু যিহেতু এই দুটা শাখা পৰিষদত কংগ্ৰেছ সংখ্যালঘিষ্ঠ, সেই হেতুকে ভোটত জয়লাভৰ আশা কৰিব নোৱাৰি। কিন্তু 'চি' শাখাত অসমৰ সদস্যসকলৰ ভিতৰত কংগ্ৰেছৰ সংখ্যাগৰিষ্ঠতা থাকিব আৰু তেওঁলোকে গ্ৰুপৰাজ্য গঠনৰ বিৰোধিতা কৰিব; আৰু এখন ৰাজ্যই অৰ্থাৎ সেই ৰাজ্যৰ অধিকাংশ সদস্যই গ্ৰুপৰাজ্য গঠনত সম্মত নহলে সেই ৰাজ্যক শাখা পৰিষদৰ সামূহিক সংখ্যাগৰিষ্ঠতাৰ জোৰত গ্ৰুপৰাজ্যৰ অন্তৰ্ভুক্ত কৰাটো কেতিয়াও সমৰ্থনযোগ্য নহয় আৰু কেবিনেট মিছনৰ এনে ইচ্ছা তেওঁলোকৰ আঁচনিৰ ১৫নং ধাৰাৰ ৫ম উপধাৰাৰ বিৰোধী বুলি কংগ্ৰেছে দাবী কৰি আছে। অসমে 'গ' শাখাত অসমৰ প্ৰাদেশিক সংবিধানখনো ৰচনা নকৰি অসমৰ প্ৰতিনিধি-সকলে নিজে সেই কাম কৰিবলৈ কৰা দাবীও যুক্তিসঙ্গত আৰু ৱৰ্কিং কমিটিয়ে অসমৰ এই দাবীও সমৰ্থন কৰিব বুলি কংগ্ৰেছ সভাপতিয়ে আশ্বাস দিয়ে।

ওপৰে ওপৰে চালে কংগ্ৰেছ সভাপতিৰ তথা ৱৰ্কিং কমিটিৰ এই সমিধান সন্তোষজনক যেন দেখা যায় যদিও ই যথেষ্ট নাছিল। গ্ৰুপৰাজ্যৰ অন্তৰ্ভুক্ত হোৱা বা নোহোৱাৰ বিষয়ে সংশ্লিষ্ট প্ৰত্যেক প্ৰদেশক স্বতন্ত্ৰভাৱে স্থিৰ কৰিবলৈ দিয়াটোহে কেবিনেট আঁচনিৰ গপ গঠন সম্পৰ্কীয় ব্যৱস্থাৰ প্ৰকৃত অৰ্থ বুলি ৱৰ্কিং কমিটিয়ে দৰ্শোৱা যুক্তি যদি কেবিনেট মিছনে মানি নলয় আৰু অসমৰ প্ৰাদেশিক সংবিধান অসমৰ প্ৰতিনিধিসকলক ৰচনা কৰিবলৈ দিয়াৰ অনুৰোধ যদি মিছনে অগ্ৰাহ্য কৰে (বিশেষতঃ এই পিচৰটো কথা সম্পৰ্কে আঁচনিৰ ভাষাত একো অস্পষ্টতা নাছিল), তেন্তে ৱৰ্কিং কমিটিয়ে কি কৰিব, সেইবিষয়ে তেওঁলোকৰ একো আশ্বাস পোৱা নহ'ল। তেওঁলোকে মাথোন ৱৰ্কিং কমিটিয়ে আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে এই বিষয়ে সময়মতে বিবেচনা কৰিব বুলি কলে। তথাপি প্ৰতিনিধি দল কিছু আশ্বস্ত হ'ল আৰু ফখৰুদ্দিন চাহাবে গুৱাহাটীত উদ্বিগ্ন হৈ থকা কংগ্ৰেছৰ সহকৰ্মীসকললৈ ৱৰ্কিং কমিটিৰ এই আশ্বাসৰ কথাকে জনাই টেলিগ্ৰাম কৰিলে।* শাখা পৰিষদলৈ গ'লেই গ্ৰুপত সোমাব লগা হলে অসমে শাখা পৰিষদত যোগকে নিদিয়ে বুলি প্ৰতিনিধি দলে কংগ্ৰেছ সভাপতিক জনাই এখন স্মাৰক-পত্ৰ দি আহে।

কেবিনেট মিছনে গ্ৰুপিং সম্পৰ্কে তেওঁলোকৰ ব্যাখ্যা সংশোধন নকৰাত পিচত ৱৰ্কিং কমিটিয়ে এই ধাৰা সম্পৰ্কে গণপৰিষদে নিজৰ ব্যাখ্যা দি কাম কৰি যাব বুলি ঘোষণা কৰে আৰু মহাত্মা গান্ধীয়ে আৰু ৭ জুলাইত বহা নিঃ ভাঃ কংগ্ৰেছ কমিটিয়েও তাকে কয়। ১৬ জুলাইৰ দিনা অসম আইন সভাই তাতোকৈ এখোপ আগবাঢ়ি অসমৰ গণপৰিষদৰ সদস্যসকলক ছেক্সনলৈ নেযাবলৈকে নিৰ্দশ দিয়ে। কংগ্ৰেছ আৰু অসমৰ এই সিদ্ধান্তৰ প্ৰতিবাদকল্পে মুছলিম লীগে গণপৰিষদ বৰ্জন কৰিবলৈ সিদ্ধান্ত কৰে। তেওঁলোকে অসমক বঙ্গৰ সৈতে এখন মুছলমান সংখ্যাগৰিষ্ঠ গ্ৰুপৰাজ্য বা বেনামা পাকিস্থানত সুমুৱাব নোৱাৰিলে কেবিনেট মিছনৰ সমগ্ৰ আঁচনিকে অগ্ৰাহ্য কৰিবলৈ আৰু

* "Congress, Gauhati

Working Committee gave 45 minutes hearing to delegation. Opposed to grouping of provinces on principle. Assured necessary support and assistance for framing separate constitution by Assam.

*Fakhruddin*"

দেশখন পাকিস্তান আৰু অবশিষ্ট ভাৰত—দুখন সম্পূৰ্ণ বেলেগ আৰু স্বাধীন ৰাষ্ট্ৰত বিভক্ত কৰাৰ দাবী কৰিবলৈ সিদ্ধান্ত কৰে।

মুছলিম লীগৰ এই সিদ্ধান্তত কংগ্ৰেছ নেতাসকলে আকৌ থৰক-বৰক কৰিবলৈ ধৰে। দহ আগষ্টৰ দিনা ৱাৰ্দ্ধাত কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে কেবিনেট মিছনৰ আঁচনি সম্পৰ্কে কংগ্ৰেছৰ নীতিৰ সন্তৰ্পণমূলক ব্যাখ্যা কৰি আৰু মুছলিম লীগক অসহযোগিতাৰ মনোভাব পৰিত্যাগ কৰিবলৈ পৰোক্ষভাৱে আহ্বান কৰি এটা দীঘলীয়া প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱত তেওঁলোকে পূৰ্বৰ দৃঢ়তা বহু পৰিমাণে শিথিল কৰে আৰু কেবিনেট মিছনৰ আঁচনিৰ কোনো কোনো ব্যৱস্থা তেওঁলোকে ভাল পোৱা নাই যদিও আঁচনি সামগ্ৰিক-ভাৱে গ্ৰহণ কৰিছে বুলি ঘোষণা কৰে।* পণ্ডিত জৱাহৰলাল নেহৰুৱে (তেওঁ ইতিমধ্যে কংগ্ৰেছৰ সভাপতি আৰু ভাৰতৰ সাম্প্ৰতিক জাতীয় মন্ত্ৰীসভাৰ উপ-সভাপতি হৈছিল) অসম আইন সভাই গণপৰিষদৰ অসমৰ প্ৰতিনিধিসকলে ছেক্সন বা শাখা পৰিষদত যোগ নিদিয়ে বুলি ঘোষণা কৰাৰ কাৰণে মুখ্যমন্ত্ৰী বৰদলৈৰ আগত ক্ষোভ প্ৰকাশ কৰে আৰু ৭ ছেপ্তেম্বৰৰ দিনা এটা অনাতাঁৰ বক্তৃতাত কংগ্ৰেছ ছেক্সন বা শাখাৰ যোগেদি গ্ৰুপ বা সংঘৰাজ্য গঠন কৰাৰ বিষয়ে আলোচনা কৰিবলৈ সম্পূৰ্ণ প্ৰস্তুত আছে বুলি ঘোষণা কৰে।** ইয়াৰপৰাই বুজা যায় যে কংগ্ৰেছে অসমক গ্ৰুপত জাহ যাবলৈ দিও কেবিনেট মিছনৰ আঁচনিত যচা 'স্বাধীনতা' গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিছিল।

---

* "The Committee noted that criticisms have been advanced on behalf of the Muslim League to the effect that the Congress acceptance of the proposals contained in the statement of May 16 was conditional. The Committee wish to make it clear that while they did not approve of all the proposals contained in this statement, they accepted the scheme in its entirety.

"They interpreted it so as to resolve the inconsistency contained in it and fill the omissions in accordance with the principle laid down in the statement. They hold that Provincial Autonomy is a basic provision and that each province has the right to decide whether to form or join a Group or not. The question of interpretation will be decided by the procedure laid down in the statement itself......"

** "We are perfectly prepared to and have accepted the position of sitting in sections which will consider the question of formation of Groups."

অসম কংগ্ৰেছ ৱৰ্কিং কমিটি কংগ্ৰেছ সভাপতি তথা প্ৰধান মন্ত্ৰী নেহৰুৰ এই মনোভাৱত ক্ষুব্ধ আৰু উৎকণ্ঠিত হৈ উঠে।

মুছলিম লীগে ৱৰ্কিং কমিটিৰ উক্ত প্ৰস্তাৱ আৰু কংগ্ৰেছ সভাপতি তথা প্ৰধান মন্ত্ৰী নেহৰুৰ উক্ত ঘোষণাতো সন্তুষ্ট নহৈ কংগ্ৰেছে 'চি' ছেক্সন বা শাখাত বিনা চৰ্তে যোগ দিব আৰু গ্ৰুপৰাজ্য গঠনৰ সিদ্ধান্ত মানি লব বুলি স্পষ্টভাৱে ঘোষণা কৰাৰ দাবী কৰে আৰু কেবিনেট মিছনৰ মন্ত্ৰীসকল আৰু গৱৰ্ণৰ জেনেৰেল লৰ্ড ৱেভেলেও কংগ্ৰেছক তেনে কৰিবলৈ টানি ধৰে। কিন্তু কংগ্ৰেছ সভাপতি নেহৰুৰ তেনে কৰাটোত আপত্তি নাছিল যদিও ৱৰ্কিং কমিটিয়ে নিজৰ আৰু নিঃ ভাঃ কংগ্ৰেছ কমিটিৰ পূৰ্ব সিদ্ধান্ত সেইদৰে নাকচ কৰিবলৈ ইচ্ছা নকৰে। অসমৰ নেতাসকলে আৰু অসমৰ কংগ্ৰেছে এই বিষয়ত কংগ্ৰেছ ৱৰ্কিং কমিটিক একপ্ৰকাৰ 'গাৰ্ড' দি থাকে।

এইদৰেই প্ৰায় তিনিমাহ অতিবাহিত হয়। শেহত ৬ ডিচেম্বৰৰ দিনা বৃটিছ গৱৰ্ণমেণ্টে ৰায় দিলে যে কেবিনেট মিছনৰ আঁচনিৰ কোনো ব্যৱস্থা সংশ্লিষ্ট কোনো ভাৰতীয় পক্ষই এক-পক্ষীয়ভাৱে সংশোধন বা পৰিৱৰ্তন কৰিব নোৱাৰিব; ইয়াৰ কিবা সংশোধন কৰিব লাগিলে সৰ্বসম্মতভাৱেহে কৰিব পাৰিব। কেবিনেট মিছনৰ আঁচনিৰ কোনো ব্যৱস্থাৰ বিষয়ে তেওঁলোকৰ ভিতৰত মতভেদ হলে হয় তেওঁলোকে আপোচক্ৰমে এটা ব্যাখ্যা গ্ৰহণ কৰিব লাগিব, নহলে সেই বিষয়ে ফেডাৰেল ক'ৰ্টৰ ৰায় বা ব্যাখ্যা গ্ৰহণ কৰিব লাগিব।

কংগ্ৰেছে তেতিয়া থৰক-বৰক লগায় আৰু মুখ্যমন্ত্ৰী বৰদলৈয়ে অসমৰ পূৰ্বৰ স্থিৰ সিদ্ধান্তৰ কথা পুনৰ দৃঢ়ভাৱে জনাই আৰু অসমক সমৰ্থন কৰিবলৈ গোহাৰি জনাই ৱৰ্কিং কমিটিৰ আগত তথ্যপূৰ্ণ স্মাৰক-পত্ৰ দাখিল কৰা আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে কংগ্ৰেছ সভাপতি আৰু ৱৰ্কিং কমিটিৰ প্ৰতিজন সদস্যলৈ বৃটিছ চৰকাৰৰ এই ৰায় মানি নলবলৈ আৰু অসমক সমৰ্থন কৰিবলৈ গোহাৰি জনাই টেলিগ্ৰাম কৰা সত্বেও ৱৰ্কিং কমিটিয়ে পৰোক্ষভাৱে বৃটিছ চৰকাৰৰ সেই ৰায় মানি লোৱাৰ মনোভাব প্ৰকাশ কৰে আৰু ফেডাৰেল ক'ৰ্টৰ ৰায় মানি লোৱাৰ পোষকতা কৰে।

এই অৱস্থাতে মুখ্যমন্ত্ৰী বৰদলৈয়ে অসমৰ বিপদ আৰু সংকল্পৰ কথা বিবৰি মহাত্মা গান্ধীলৈ এখন চিঠি দি আৰু তেখেতৰ সহায়-পৰামৰ্শ বিচাৰি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীক তেওঁৰ ওচৰলৈ পঠিয়ায়।

মহাত্মা গান্ধীয়ে বৰদলৈৰ তথা অসমৰ অভিমত সম্পূৰ্ণ নিৰ্ভুল বুলি কয় আৰু দৃঢ়ভাৱে সমৰ্থন কৰে আৰু আৱশ্যক হলে কংগ্ৰেছৰ বিৰোধিতা কৰিও 'গ' শাখাত তথা গ্ৰুপত নোসোমাবলৈ অসমবাসীক পৰামৰ্শ দিয়ে। এই বিষয়ে গান্ধীজীৰ ছেক্ৰেটাৰীয়ে নিজে এইদৰে লিপিবদ্ধ কৰিছে:

"দুজন অসমৰ বন্ধু শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী আৰু শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে ১৫ ডিচেম্বৰৰ দিনা পুৱা গান্ধীজীক শ্ৰীবৰদলৈৰ হকে লগ ধৰে। তেওঁলোকে গান্ধীজীক অসমে গ্ৰুপ সম্পৰ্কে কি কৰা উচিত সোধে। এইটো অসমৰ পক্ষে জীৱন-মৰণৰ প্ৰশ্ন। তেওঁলোকে বঙ্গৰ সৈতে গ্ৰুপৰাজ্যত, সোমাব নোখোজে। কিন্তু কোনো কোনো নেতাই* তেওঁলোকক কৈছে যে, তেওঁলোকে গ্ৰুপৰপৰা আঁতৰি থাকিলে মুছলিম লীগকহে সহায় কৰা হব আৰু অসমক ভাৰতৰ উন্নতিৰ পথত প্ৰতিবন্ধকতা কৰিবলৈ দিব নোৱাৰি ইত্যাদি। তেওঁলোকে ৱৰ্কিং কমিটিৰ ওচৰ চাপিছিল। কিন্তু ৱৰ্কিং কমিটিয়ে তেওঁলোকক কোনো স্পষ্ট পথ-নিৰ্দেশ দিয়া নাই। সেইকাৰণেই তেওঁলোকে গান্ধীজীৰ পৰামৰ্শ বিচাৰিছেহি।"

গান্ধীজীয়ে তেওঁলোকক সমিধান দিলে, "এই বিষয়ে অভিমত দিবলৈ মোক এক মিনিটো সময় নেলাগে। কাৰণ এই বিষয়ে মই চিন্তা কৰা আৰু স্পষ্ট সিদ্ধান্ত লোৱা আছে। মই নিজক হাড়ে-হিমজুৱে এজন কংগ্ৰেছী লোক বুলিয়েই ভাবো। কংগ্ৰেছৰ বৰ্তমান গঠনতন্ত্ৰৰ ময়ে প্ৰধান ৰচয়িতা। কিন্তু মই বৰদলৈক আগতে কৈছো যে কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে যদি অসমক স্পষ্ট পথ-নিৰ্দেশ নিদিয়ে, তেন্তে অসমে ছেক্সনত যোগ দিয়া উচিত নহব। অসমৰ প্ৰতিনিধিসকলে গণ-পৰিষদ বহাৰ লগে লগেই ইয়াৰ প্ৰতিবাদ কৰি গণ-পৰিষদৰপৰা ওলাই আহিব লাগে। ই কংগ্ৰেছৰ ভালৰ কাৰণেই কংগ্ৰেছৰ বিৰুদ্ধে এক সত্যাগ্ৰহৰ দৰে হব।

"কংগ্ৰেছে ফেডাৰেল ক'ৰ্টৰ ৰায় মানি লবলৈ সিদ্ধান্ত কৰিছে। তেওঁলোকে অতি বিপদজনক সিদ্ধান্ত গ্ৰহণ কৰিছে। মই দেখাত ফেডাৰেল ক'ৰ্টৰ ৰায় গ্ৰুপিং সম্পৰ্কে কংগ্ৰেছে কৰা ব্যাখ্যা আৰু ধাৰণাৰ বিৰুদ্ধে যাব। কাৰণ ফেডাৰেল ক'ৰ্ট অনুষ্ঠানটো হৈছে বৃটিছ গৱৰ্ণমেণ্টৰ সৃষ্টি, আৰু বৃটিছ কেবিনেটে নিজে পৰোক্ষভাৱে এই বিষয়ে তেওঁলোকৰ সিদ্ধান্ত প্ৰকাশ কৰিছে।

---

* এইসকলৰ ভিতৰত স্বয়ং কংগ্ৰেছ সভাপতি তথা প্ৰধানমন্ত্ৰী নেহৰুও আছিল।
—লিখক

ফেডাৰেল ক'ৰ্টৰ ৰায় মানি লবলৈ সিদ্ধান্ত কৰাৰ ফলত সেই ৰায় কংগ্ৰেছৰ বিপক্ষে গ'লেও কংগ্ৰেছে মানি লব লাগিব। এই অৱস্থাত অসম নিমাত থাকিলে অসমৰ সৰ্বনাশ হব। এই ক্ষেত্ৰত অসমে স্বকীয়া আৰু স্বাধীনভাৱে থিয় দিব লাগে। তোমালোকৰ তেনে কৰাৰ সাহস আৰু শক্তি আছেনে নাই, মই কব নোৱাৰো। সেইটো তোমালোকেহে জানা। কিন্তু তোমালোকে তেনে ঘোষণা কৰিব পাৰিলে বৰ ভাল কথা হব। গণ-পৰিষদৰ সভ্যসকলে ছেক্সন বা শাখা-পৰিষদত বিভক্ত হোৱাৰ সময় উপস্থিত হোৱাৰ লগে লগেই তোমালোকৰ প্ৰতিনিধিসকলে থিয় দি ঘোষণা কৰিব—'ভদ্ৰমহোদয়সকল, অসমে শাখা পৰিষদ বৰ্জন কৰিছে।' ভাৰতৰ স্বাধীনতা লাভৰ অৰ্থে একমাত্ৰ চৰ্ত হৈছে এই যে ইয়াৰ প্ৰতিখন প্ৰদেশ বা প্ৰতিটো সমষ্টিয়ে নিজৰ ভৱিষ্যত সম্পৰ্কে নিৰ্দ্ধাৰণ কৰিব। মই আশা কৰো অসমে এই বিষয়ত আদৰ্শ দেখুৱাব। শিখসকলেও ছেক্সন আৰু গ্ৰুপত আপত্তি কৰিছে। মোৰ মনেৰে তেওঁলোকৰো এনে পন্থা অৱলম্বন কৰাৰ অধিকাৰ আছে। কিন্তু তোমালোকৰ অৱস্থা শিখসকলতকৈ বেছি সহজ। তোমালোকৰ হৈছে এখন পূৰ্ণ প্ৰদেশ। শিখসকল এখন প্ৰদেশৰ অঙ্গবিশেষহে।"

অভ্যাগত বন্ধু দুজনে প্ৰশ্ন কৰে, "কিন্তু আমাক নেতাসকলে কৈছে যে অসমৰ আপত্তিৰ কাৰণেই ভাৰতৰ সংবিধান ৰচনা বন্ধ কৰিব নোৱাৰি; অসমক ভাৰতৰ স্বাধীনতাৰ পথত অন্তৰায় হবলৈ দিব নোৱাৰি।"

গান্ধীজীয়ে উত্তৰ দিলে, "অন্তৰায় হবলৈ দিব নেলাগে। অসম আঁতৰি গলে ভাৰতৰ স্বাধীনতাৰ পথ ৰুদ্ধ নহয়, মুকলিহে হব। এই সৰল কথাটো তেওঁলোকে নুবুজে কিয় ?"

প্ৰশ্ন :—"ভাৰতৰ কোনো এটা অংশই গণ-পৰিষদে ৰচনা কৰা সংবিধানখন গ্ৰহণ নকৰিলে বৃটিছ গৱৰ্ণমেণ্টে সেই সংবিধান মানি নলব।"

গান্ধীজী জঁকি উঠিল, "বৃটিছ গৱৰ্ণমেণ্ট কোন ? আমি যদি স্বাধীনতা ইংলণ্ড বা আন কাৰোবাৰ অনুগ্ৰহত আহিব বুলি আশা কৰিছো, তেন্তে সেইটো মহা ভুল। তেনে স্বাধীনতাই আমাক মৰিমূৰ কৰিব। আমি এফালে স্বাধীনতাৰ কথা কৈছো, আনফালে পৰৰ মুখাপেক্ষী হৈছো। কেবিনেট মিছনৰ আঁচনিখন স্বাধীনতা আৰু পৰাধীনতাৰ মধ্যৱৰ্তী আঁচনি। আমি নিৰ্ভুলভাৱে কাম কৰিলে ইয়াৰ পৰা পূৰ্ণ স্বাধীনতা বিকশিত হব আৰু ভুল কৰিলে ই লেৰেলি যাব। মুছলিম লীগে ঠিক কথাকে কৈছে। তেওঁলোকে

গ্ৰহণ নকৰিলে গণ-পৰিষদে তেওঁলোকৰ দ্বাৰা ৰচিত সংবিধানখন তেওঁলোকৰ ওপৰত বলেৰে জাপি দিব নোৱাৰে। বৃটিছ গৱৰ্ণমেণ্টে এই ক্ষেত্ৰত কোনো পক্ষাৱলম্বন কৰিব নোৱাৰে। বৃটিছে গণ-পৰিষদৰ কাৰ্যত হস্তক্ষেপ কৰিব নোৱাৰে। ভাৰতৰ মুছলমান-অমুছলমানৰ বৃহৎ সংখ্যাগৰিষ্ঠ অংশই লগ লাগি এখন সংবিধান ৰচনা কৰিব পাৰিলে বৃটিছ পাৰ্লিয়ামেণ্টে তাত হস্তক্ষেপ কৰিবলৈ বিচাৰিলেও আমি বৃটিছ পাৰ্লিয়ামেণ্টক অৱজ্ঞা কৰিব পাৰিম। কিছুদিনৰ আগতে আয়াৰলেণ্ডত এনে পৰিস্থিতিৰ উদ্ভৱ হৈছিল। এই বিষয়ত ভাৰতৰ অৱস্থা আয়াৰলেণ্ডতকৈ ভালহে। আমাৰ চিন্তাৰ গভীৰতা নহলে আমি এই সুবিধা হেৰুৱাম—যেনেকৈ এতিয়ালৈকে হেৰুৱাই আহিছোঁ।

"অসমে নিজৰ দায়িত্ব নিজে ললে অৱশিষ্ট ভাৰতে তেওঁলোকৰ দায়িত্ব লব পাৰিব। ইউনিয়ন বা যুক্তৰাষ্ট্ৰীয় সংবিধানৰ কাৰণে তোমালোকে চিন্তা কৰাৰ আৱশ্যক কি? তোমালোকে নিজৰ সংবিধান ৰচনা কৰা উচিত। এখন সংবিধানৰ ভিত্তি তোমালোকে এতিয়াও অৱলম্বন কৰি আছাহঁক। মই ১৯৩৫ চনৰ সংবিধানখনক কেতিয়াও হেয়জ্ঞান কৰা নাই। এই সংবিধানে প্ৰদেশবিলাকক স্বায়ত্ত শাসন দিছে। জনসাধাৰণে ইয়াৰ উপযুক্ত ব্যৱহাৰ কৰিব জানিলে ইয়াক অধিক উন্নত কৰিব পাৰিব।

"তোমালোকে ক্ষুদ্ৰ খিয়লা-খিয়লি পৰিহাৰ কৰিব লাগিব আৰু দুৰ্বলতা জয় কৰিব লাগিব। অসমৰ বহুত দুৰ্বলতা আছে; মই মোৰ অসমৰ কথা ভালকৈ জানো।"

"আপোনাৰ আশীৰ্বাদ পালে আমি আনকি কংগ্ৰেছৰপৰা বাহিৰ ওলাই গৈও এই বিষয়ে যুঁজ কৰিব পাৰো।"—বন্ধু দুজনে মন্তব্য কৰিলে।

গান্ধীজীয়ে উত্তৰ দিলে যে তেওঁলোকে তেনে কৰিব পাৰে। ১৯৩৯ চনত কংগ্ৰেছ সভাপতি সুভাষ বসুৱে অসমৰ বিশেষ পৰিস্থিতিৰ কথা চিন্তা কৰি তাৰ কংগ্ৰেছী মন্ত্ৰীসভাই পদত্যাগ কৰা উচিত নহয় বুলি অভিমত প্ৰকাশ কৰিছিল। মই নিজেই সেই মন্ত্ৰীত্ব বৰ্জন আৰু সত্যাগ্ৰহৰ পৰিকল্পনা কৰিছিলো যদিও সুভাষ বাবুৰ সেই কথাত যথেষ্ট যুক্তি দেখিছিলো আৰু বৰদলৈক কৈছিলো যে তেওঁলোকে সঙ্গত যেন নেদেখিলে মন্ত্ৰীত্ব পৰিত্যাগ কৰিব নেলাগে। কিন্তু তেওঁলোকে সেই কথাত গুৰুত্ব নিদিলে আৰু মন্ত্ৰীত্ব পৰিত্যাগ কৰিলে। তেওঁলোকে সেই কাম কৰি ভুল কৰিলে।*

* বৰদলৈ মন্ত্ৰীসভা গঠিত হোৱাৰ আগতে মুছলিম লীগ-প্ৰধান ছাদুল্লা মন্ত্ৰী-

বন্ধুকেইজনে তেতিয়া "মৌলানা চাহাব আদিয়ে অসমৰ কাৰণে বেলেগ ব্যৱস্থা কৰিব নোৱাৰি বুলি আপত্তি কৰিলে" বুলি কাৰণ দৰ্শালে।

গান্ধীজীয়ে উত্তৰ দিলে, "এই ক্ষেত্ৰত কংগ্ৰেছে অসমৰ কাৰণে বেলেগ ব্যৱস্থা কৰাৰ কোনো প্ৰশ্নই নাছিল। অসমে মাথোন কংগ্ৰেছৰ বিৰুদ্ধে ভদ্ৰভাৱে বিদ্ৰোহ কৰিলেহেঁতেন। কিন্তু আমাৰ মানুহবিলাক দাসসুলভ মনোবৃত্তিৰ বশৱৰ্তী। তেওঁলোকে ভাবে যে তেওঁলোকে যদি কংগ্ৰেছক

---

সভাই অসমলৈ পূৰ্ববঙ্গৰ লাখ লাখ মুছলমান অহাৰ পোষকতা কৰি অসমক মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশত পৰিণত কৰি প্ৰস্তাৱিত পূৱ পাকিস্থানৰ অন্তৰ্ভুক্ত কৰাৰ পথ সহজ কৰিবলৈ প্ৰয়াস পাইছিল। পূৰ্ব বঙ্গৰ মুছলমান পমুৱাই গুৰি পকৰাৰ দৰে আহি সমগ্ৰ অসম বিয়পি পৰে আৰু অসমৰ পতিত মাটিবিলাক আৰু অত্যাৱশ্যকীয় গে'ম, গ্ৰেজিং আৰু ফৰেষ্ট ৰিজাৰ্ভবিলাকৰ উপৰিও নিৰীহ জনজাতীয় আৰু অন্যান্য থিলঞ্জীয়া অধিবাসীসকলৰ মাটি-বাৰীও বলেৰে দখল কৰি অশান্তি আৰু উদ্বেগৰ সৃষ্টি কৰিছিল। সেইকাৰণেই কংগ্ৰেছ সভাপতি শ্ৰীসুভাষ বসুৱে কংগ্ৰেছ দল অকলে সংখ্যাগৰিষ্ঠ হব নোৱাৰা প্ৰদেশবিলাকত কংগ্ৰেছ-কোৱেলিশ্যন মন্ত্ৰীসভা (বৰদলৈ মন্ত্ৰীসভা) গঠন কৰিবলৈ দিছিল। বৰদলৈ মন্ত্ৰীসভাই ছাদুল্লা মন্ত্ৰীসভাই সৃষ্টি কৰা ওপৰোক্ত অৱস্থাৰ প্ৰতিকাৰ ব্যৱস্থা হাতত লৈছিল আৰু ১৯৩৭ চনৰ ডিচেম্বৰৰ পিচত অহা পূৰ্ববঙ্গৰ পমুৱাসকলক মাটি বন্দৱস্তী নিদিবলৈ স্থিৰ কৰিছিল। গতিকে বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰিলে পুনৰ মুছলিম লীগ মন্ত্ৰীসভা গঠিত হৈ এইবিলাকৰ প্ৰতিকূলাচৰণ কৰিব আৰু পুনৰ বাহিৰৰপৰা মুছলমান আমদানী কৰিব বুলি আশংকা কৰি কংগ্ৰেছ সভাপতি সুভাষ বসুৱে বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰাৰ (মহাত্মা গান্ধীৰ সত্যাগ্ৰহ আন্দোলনত যোগ দিবৰ কাৰণে) বিৰোধিতা কৰিছিল। কংগ্ৰেছ ৱৰ্কিং কমিটিতো কেইজনমান সদস্যই অসমৰ এই বিশেষ সমস্যাৰ কথা উপলব্ধি কৰি বৰদলৈ মন্ত্ৰী-সভাক পদত্যাগৰপৰা বিৰত কৰিবলৈ অব্যাহতি দিয়াৰ কথা চিন্তা কৰিছিল। কিন্তু পণ্ডিত নেহৰু, মৌলানা আজাদ প্ৰমুখ্যে ৱৰ্কিং কমিটিৰ কেইজনমান সদস্যই অসমৰ মন্ত্ৰীসভাৰ কাৰণে তেনে বিশেষ ব্যৱস্থাৰ বিৰোধিতা কৰাত মুখ্যমন্ত্ৰী বৰদলৈ আৰু অসম কংগ্ৰেছে অসমৰ মন্ত্ৰীসভাৰ কাৰণে তেনে বিশেষ ৰেহাই দাবী নকৰিলে কিম্বা কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সিদ্ধান্তৰ বিৰোধিতা নকৰিলে। বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰাৰ পিচত পুনৰ ছাদুল্লা মন্ত্ৰীসভা গঠিত হ'ল আৰু এই মন্ত্ৰীসভাই পুনৰ লাখে লাখে পূৰ্ববঙ্গৰ মুছলমান পমুৱাৰ আগমনৰ আৰু তেওঁলোকক মাটি বন্দৱস্তী দিয়াৰ পোষকতা কৰি অসমৰ বিপুল ক্ষতি সাধন কৰিলে। গান্ধীজীয়ে বৰদলৈ মন্ত্ৰীসভাই এই ভুল কৰাৰ কথাকে কৈছে।

—লিখক

দাসৰ দৰে অনুসৰণ নকৰে, তেন্তে তেওঁলোকৰ নিজৰ কিম্বা কংগ্ৰেছৰ কিবা এটা অমঙ্গল হব। কিন্তু মই কৈ আহিছো যে অন্যায় কৰিলে এখন প্ৰদেশেহে নেলাগে এজন ব্যক্তিয়েও কংগ্ৰেছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব পাৰে আৰু তেনে কৰি কংগ্ৰেছৰ উপকাৰ কৰিব পাৰে। মই নিজে তেনে কৰি আহিছো। কিছুমান সংঘৰ্ষৰ মাজেদি নহাকৈ কংগ্ৰেছে বৰ্তমান মৰ্যাদা লাভ কৰা নাই। মোৰ মনত পৰে ১৯১৮ চনত আহমেদাবাদত গুজৰাটৰ কংগ্ৰেছ কৰ্মীসকলৰ প্ৰাদেশিক সম্মিলন হৈছিল। সেই সম্মিলনত স্বৰ্গীয় আব্বাচ তৈয়বজীয়ে সভাপতিত্ব কৰিছিল আৰু কংগ্ৰেছৰ প্ৰবীণ বৰমূৰীয়াসকল সেই সম্মিলনত উপস্থিত আছিল। সেই সভাত উপস্থিত আছিল স্বৰ্গীয় ভিঠলভাই পেটেলো। মই তাত অসহযোগ আন্দোলনৰ প্ৰস্তাৱটো দাঙি ধৰিছিলো। মই তেতিয়া লেখত লবলগীয়া মানুহ নাছিলো। এটা নিয়মতন্ত্ৰৰ প্ৰশ্ন উঠিল—প্ৰাদেশিক সম্মিলন এখনে কংগ্ৰেছৰ সিদ্ধান্ত নিৰ্দেশ কৰিব পাৰেনে? মই উত্তৰ দিলো—হয়, পাৰে; প্ৰাদেশিক সম্মিলনেহে নেলাগে এজন ব্যক্তিয়েও কংগ্ৰেছক ইয়াৰ নিজৰ লাভৰ কাৰণেই তেনে পৰামৰ্শ দিব পাৰে। প্ৰবীণ নেতাসকলৰ বিৰোধিতা সত্ত্বেও মোৰ প্ৰস্তাৱটো সভাত গৃহীত হ'ল। সেই প্ৰস্তাৱৰ সূত্ৰেই কংগ্ৰেছে কলিকতাৰ অধিবেশনত তেনে ধৰণৰ প্ৰস্তাৱ এটাকে গ্ৰহণ কৰে। প্ৰাদেশিক সম্মিলন এখনে এইদৰে দেশখনৰ নেতৃত্বৰ ভূমিকা গ্ৰহণ কৰি এনে এটা প্ৰস্তাৱ লোৱা স্পৰ্দ্ধাত দেশখনে তবধ মানিছিল। আমি কংগ্ৰেছৰ বাহিৰত এখন সত্যাগ্ৰহ সভাও গঠন কৰিছিলো। হৰ্ণিমেন, সৰোজিনী দেৱী, শঙ্কৰলাল বেঙ্কাৰ, ওমৰ শোভানি আৰু গণ্ডগোল-কাৰী ছৰ্দাৰ বল্লভভাই পেটেলেও তাত যোগ দিছিল। মই বেমাৰত পৰিলো। ৰৌলাট আইনখন প্ৰবৰ্তিত হ'ল। মই খণ্ডত কঁপিবলৈ ধৰিলো। ছৰ্দাৰক কলো যে তেওঁ সহায় সহযোগিতা নকৰিলে মই একো কৰিব নোৱাৰো। ছৰ্দাৰ সহযোগিতা কৰিবলৈ আগবাঢ়ি আহিল। তাৰ পিচত কি হ'ল, তোমালোক সকলোৰে জানা। এইটোও এটা বিদ্ৰোহ আছিল; কিন্তু সজ বিদ্ৰোহ। এইবিলাক ঐতিহাসিক দৃষ্টান্ত তোমালোকৰ আগত আছে।

"মই ইমান সময় তোমালোকক এইবিলাক কথা কোৱাৰ উদ্দেশ্য হৈছে তোমালোকৰ অন্তৰ কঠোৰ কৰা, তোমালোকৰ অন্তৰত সাহ দিয়া। তোমালোকে যদি উচিতভাৱে আৰু এতিয়াই কামত নেলাগা, তেন্তে অসম নিঃশেষ হব। বৰদলৈক কৰা, অসমে যেন নিজৰ সত্তা নেহেৰুৱায়। অসমে

সমগ্ৰ বিশ্বৰ বিৰুদ্ধে থিয় দি হলেও নিজৰ সত্তা ৰক্ষা কৰিব লাগিব। সেয়ে নহলে মই কম যে অসমত মানুহ নাই, কিছুমান বাওনাহে আছে। বঙ্গই অসমৰ ওপৰত কোনোপ্ৰকাৰে প্ৰাধান্য কৰিব—এইটো ভাবিব নোৱাৰা কথা।"*

বন্ধু দুজনে সুধিলে যে তেওঁলোকে জনসাধাৰণক কব পাৰিবনে যে তেওঁলোকে গান্ধীজীৰ আশীৰ্বাদ লৈ কংগ্ৰেছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে।

গান্ধীজীয়ে উত্তৰ দিলে, "ঈশ্বৰৰ আশীৰ্বাদ পোৱা বুলি কবা। কবা যে গান্ধীয়ে আমাক এই পথৰপৰা বিৰত কৰিবলৈ বিচাৰিলেও আমি সেই কথা নামানো।"

মহাত্মাৰ এই অমোঘ বাণীত অসমবাসীয়ে বিপুল উৎসাহ আৰু সাহস পালে। প্ৰদেশ কংগ্ৰেছ কৰ্মীয়ে দুগুণ উৎসাহেৰে অসমৰ প্ৰতিৰোধ আন্দোলন চলাবলৈ প্ৰয়াস পালে। বৰদলৈ ডাঙৰীয়াই দিল্লীত কংগ্ৰেছ ৱৰ্কিং কমিটিক খাটাংভাৱে জনাই দিলে যে অসমৰ প্ৰতিনিধিদলে ছেক্সন বা শাখা পৰিষদত কেতিয়াও যোগ নিদিয়ে আৰু গপৰাজ্যত নোসোমায়। ১৯৪৭ চনৰ ৫ জানুৱাৰীৰ দিনা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ গুৰুত্বপূৰ্ণ অধিবেশনত অসমৰ কেইবাজনো সদস্যই কেবিনেট মিছনৰ আঁচনিৰ এই অসম সংশ্লিষ্ট ব্যৱস্থা প্ৰত্যাহাৰৰ দাবী কৰে আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্যসকলে নহলেও ভাৰতৰ কেইবাজনো বিশিষ্ট নেতাই এই দাবী সমৰ্থন কৰে। কিন্তু ইমানতো নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে বৃটিছ গৱৰ্ণমেণ্টৰ ৬ ডিচেম্বৰৰ ঘোষণা অনুসৰি কেবিনেট মিছনৰ আঁচনিৰ গপ সম্পৰ্কীয় ধাৰাৰ বিষয়ে ফেডাৰেল ক'ৰ্টৰ ব্যাখ্যা মানি লবলৈ কৰা তেওঁলোকৰ পূৰ্বৰ সিদ্ধান্ত পৰিৱৰ্তন নকৰিলে আৰু কাৰ্যতঃ সেই সিদ্ধান্তকে দোহাৰি প্ৰস্তাৱ গ্ৰহণ কৰিলে। প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি মৌলানা তৈয়বুল্লাৰ বাহিৰে অসমৰ প্ৰায় আটাইকিজন সদস্যই এই প্ৰস্তাৱৰ বিৰুদ্ধে ভোট দিয়ে।

সোতৰ জানুৱাৰীৰ দিনা অসম প্ৰদেশ কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰ জৰুৰী অধিবেশনে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ ওপৰোক্ত সিদ্ধান্ত সত্ত্বেও নিজৰ

---

* I have given you all this time to steel your hearts, to give you courage. If you do not act correctly and now, Assam will be finished. Tell Bordoloi, Assam must not lose its soul. It must uphold it against the whole world. Else I will say that Assam had only mankins and no men. It is an impertinent suggestion that Bengal should dominate Assam in any way."

আগৰ প্ৰস্তাৱকে বাহাল ৰাখি প্ৰতিৰোধ আন্দোলনৰ সিদ্ধান্ত কৰিলে। অসম কংগ্ৰেছৰ এই সিদ্ধান্তৰ কথা গান্ধীজীক জনাই আৰু তেখেতৰ আশীৰ্বাদ কামনা কৰি প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিয়ে দিয়া টেলিগ্ৰাফৰ উত্তৰত গান্ধীজীয়ে পুনৰ উত্তৰ দিলে, "নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে অসমক ছেক্সন বা গ্ৰুপত যোগ দিবলৈ বাধ্য কৰিব নোৱাৰে।"

এই অৱস্থাত মুছলিম লীগে কেবিনেট মিছনৰ আঁচনি গ্ৰহণ কৰিবলৈ উৎসাহবোধ নকৰিলে আৰু কংগ্ৰেছৰ ওপৰোক্ত শিথিলতা সত্ত্বেও মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশকিখনৰে এখন সাৰ্বভৌম পাকিস্থান ৰাষ্ট্ৰৰ কাৰণেই দাবী কৰিলে। বৃটিছ গৱৰ্ণমেণ্টে এই দাবীকেই সামান্য সংশোধিত আকাৰত গ্ৰহণ কৰিলে আৰু কেইমাহমানৰ ভিতৰতে দেশ বিভক্ত হৈ গ'ল। অসম বেনামী পাকিস্থানৰপৰা ৰক্ষা পৰিল আৰু এই ব্যৱস্থা অৱশিষ্ট ভাৰতৰ পক্ষেও আগৰ আঁচনিতকৈ লাভজনক হ'ল। কংগ্ৰেছে ইয়াতকৈও সন্তোষজনক সমাধানৰ কাৰণে যুঁজ কৰা হলে কথা বেলেগ আছিল। গান্ধীজীয়ে কংগ্ৰেছক তেনে পৰামৰ্শকে দিছিল আৰু দেশ বিভাজনত পোনতে সম্মতি দিয়া নাছিল। কিন্তু কংগ্ৰেছে ইয়াকে নোপোৱাই পোৱাদি আঁকোৱালি ধৰিলে আৰু গান্ধীজীয়েও তাত বাধা নিদিলে। গ্ৰুপ গঠনৰ প্ৰস্তাৱত হলে তেওঁ শেহলৈকে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ শিথিলতাৰ আৰু ইচ্ছাৰ বিৰোধিতা কৰি অসমক সমৰ্থন আৰু সাহস দি থাকিল। এইটো কম মহৎ আৰু আদৰ্শনীয় কথা নহয়। অসমবাসীয়ে সেই কাৰণেই গান্ধীজীক বিশেষভাৱে আৰু অনন্ত কাললৈ মনত ৰাখিব।*

* প্ৰবন্ধটোত উল্লেখমাত্ৰ কৰি যোৱা প্ৰস্তাব, বিবৃতি, স্মাৰক-পত্ৰ, টেলিগ্ৰাফ আদিৰ নকল থকা সত্ত্বেও প্ৰবন্ধৰ কলেবৰ বাঢ়ি যোৱাৰ কাৰণে সেইবিলাকৰ পূৰ্ণ কিম্বা আংশিক পাঠৰ উদ্ধৃতি দিয়া নহ'ল। —লিখক

# মহাত্মা গান্ধীৰ জীৱন-দৰ্শন

**শৰৎচন্দ্ৰ গোস্বামী**

বিদেশী শাসনৰ কবলৰপৰা ভাৰতবৰ্ষৰ মুক্তিৰ কাৰণে অভূতপূৰ্ব আৰু প্ৰেৰণা-উদ্দীপক নেতৃত্ব কৰি মহাত্মা গান্ধীয়ে সত্য আৰু অহিংসাৰ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত জীৱন যাপনৰ এটা নতুন পথ প্ৰদৰ্শন কৰি জীৱন্ত দৰ্শন প্ৰতিষ্ঠা কৰি থৈ গ'ল। ব্যক্তিগত জীৱনতেই হওক বা সামূহিক জীৱনতেই হওক, সজ উদ্দেশ্যৰ সিদ্ধি সজ সাধন বা সজ উপায় অবলম্বন কৰিহে কৰিব পাৰি, এই সিদ্ধান্তৰ অনুশীলনেই মহাত্মা গান্ধীৰ জীৱন-দৰ্শনৰ মূল প্ৰতিপাদন। এই মহান জননায়কজনৰ জীৱন-বুৰঞ্জী এটা উৎসৰ্গীকৃত জীৱনৰ শ্ৰেষ্ঠ পটন্তৰ। যি বিশিষ্ট পদ্ধতিৰ যোগেদি মহাত্মা গান্ধী জনগণৰ মঙ্গল সাধনৰ মহান ব্ৰতত ব্ৰতী হৈছিল সি কল্পনাবিলাস নাছিল। এই অভিনব পদ্ধতি ৰাষ্ট্ৰীয় আন্দোলনত প্ৰয়োগ কৰিছিল আৰু মূক নিষ্পেষিত জনগণৰ মানৱাত্মাৰ মহত্ত্ব আৰু পূৰ্ণত্ব লাভৰ অন্তৰায় মষিমূৰ কৰিবলৈকো প্ৰয়োগ কৰিছিল। ই আছিল সত্যপ্ৰিয়, ন্যায়নিষ্ঠ আদৰ্শক বাস্তবত ৰূপায়িত কৰাৰ জীৱন-দৰ্শন।

মহাত্মা গান্ধীয়ে কৈছিল যে তেখেতে জগতক একো নতুন বস্তু দিয়া নাই। তেওঁৰ কোনো বিশেষ মতবাদ বা কোনো নতুন 'বাদ' নাই। 'গান্ধীবাদ' বোলা কোনো নতুন মতবাদ তেওঁ প্ৰতিষ্ঠা কৰা নাই আৰু তেওঁৰ মৃত্যুৰ পিচতো কোনো গান্ধীবাদী দৰ্শন বা গান্ধীবাদী দল এটা এৰি থৈ যাব খোজা নাই। তেওঁৰ জীৱনেই তেওঁৰ দৰ্শন।

মহাত্মা গান্ধীয়ে কোনো প্ৰণালীবদ্ধ দৰ্শন বা দাৰ্শনিক মতবাদ প্ৰতিষ্ঠা কৰি থৈ যোৱা নাই বুলি কৈ গৈছে যদিও তেখেতৰ জীৱননিৰ্বাহ পদ্ধতি, বিভিন্ন সমস্যা সমাধানকল্পে জগতবাসীৰ আগত উত্থাপন কৰা বিচাৰধাৰা, জীৱনৰ বিভিন্ন ক্ষেত্ৰত সম্পূৰ্ণকৈ পালন কৰা নীতি আদিৰ মাজত মানৱ সমাজে পোৱা নতুন আৰু মৌলিক ভাবধাৰাই গান্ধীবাদ বা গান্ধীতত্ত্ব।

যুক্তিতৰ্ক আৰু বিচাৰসাপেক্ষ তাত্ত্বিক আলোচনাৰ মতবাদেই অকল

দৰ্শন নহয়, ই জীৱন-আদৰ্শ। জীৱনৰ লগত দৰ্শনৰ ঘনিষ্ঠ সম্বন্ধ আছে। জীৱন আৰু দৰ্শন একেই উদ্দেশ্যৰ দুটা পৰিণতি। দুয়োৰো চৰম লক্ষ্য হৈছে পৰম শ্ৰেয়ৰ অন্বেষণ। ইয়াৰেই সৈদ্ধান্তিক ৰূপ দৰ্শন আৰু ব্যৱহাৰিক ৰূপ জীৱন। জীৱনপ্ৰবাহৰ অন্তৰালত গৌণভাৱে থাকি যি নিয়ামক নীতি, সূত্ৰ বা তত্ত্বই জীৱনত প্ৰভাৱ বিস্তাৰ কৰে তাৰ সুসংবদ্ধ ব্যাখ্যাই দৰ্শনৰ অভিপ্ৰায়। জীৱ জগতৰ অংশ। গতিকে জগতৰ জ্ঞান নহ'লে জীৱন-দৰ্শন সম্পূৰ্ণ হব নোৱাৰে। দৰ্শনে জগতৰ জ্ঞানো দিয়ে আৰু আমাৰ জীৱন সম্বন্ধীয় প্ৰশ্নৰো মীমাংসা কৰে। ই আমাৰ নৈতিক আৰু ধৰ্মানুভূতি ব্যাখ্যা কৰি নৈতিক আৰু ধৰ্ম-জীৱনৰ আদৰ্শ সম্পৰ্কে আলোকপাত কৰে। দৰ্শনে জগত আৰু জীৱনৰ স্বৰূপ নিৰূপণ কৰি জীৱনৰ চৰম উদ্দেশ্য নিৰ্দ্ধাৰণ কৰে। দৰ্শনে জীৱন আৰু জগতৰ স্বৰূপ নিৰূপণ কৰি জীৱনৰ মানৰো মূল্যাঙ্কন কৰে। জগত আৰু জীৱনৰ সামগ্ৰিক জ্ঞানেই দৰ্শন।

দৰ্শন শব্দৰ সাধাৰণ ব্যৱহৃত অৰ্থত মহাত্মা গান্ধী সিদ্ধান্তবাদী দাৰ্শনিক নাছিল। তেখেতে বিশ্বব্ৰহ্মাণ্ডৰ উৎপত্তি, স্থিতি, নিয়ন্ত্ৰণ আদিৰ পাৰমাৰ্থিক তাত্ত্বিক আলোচনাৰে কোনো সমন্বিত দৰ্শন প্ৰতিষ্ঠা কৰি থৈ যোৱা নাই। তেনেকৈ চাবলৈ গ'লে ভগৱান বুদ্ধদেৱো দাৰ্শনিক নাছিল। তেওঁ আছিল এটা নতুন জীৱনাদৰ্শ আৰু নীতি-শাস্ত্ৰৰ প্ৰবৰ্তক। কোনো সামগ্ৰিক দাৰ্শনিক মতবাদ প্ৰচাৰত তেওঁৰ কোনো আগ্ৰহ নাছিল আৰু আনকি শিষ্যবৰ্গই জগৎ, আত্মা, অমৰত্ব আদিৰ তাত্ত্বিক জ্ঞান বিষয়ে কোনো প্ৰশ্ন সুধিলে তেওঁ বেছিভাগ ক্ষেত্ৰতেই মৌনতা অবলম্বন কৰিছিল। জীৱনৰ দুখ-কষ্টৰপৰা পৰিত্ৰাণ পোৱাৰ অন্বেষণেই আছিল ভগৱান বুদ্ধৰ সাধনা। কিন্তু ভগৱান বুদ্ধৰ জীৱনাদৰ্শ, শিক্ষা, উপদেশ আদিৰপৰাই জগতে এটা উচ্চ দৰ্শন লাভ কৰিলে; আৰু সুসংগঠিত তাত্ত্বিক দৰ্শন হিচাবে দৰ্শনৰ ইতিহাসত গৌৰৱোজ্জ্বল স্বীকৃতি লাভ কৰিছে।

ভাৰতীয় দৰ্শনৰ ইতিহাসত দৰ্শনৰ ভূমিকা অকল পাৰমাৰ্থিক তত্ত্বৰ বিচাৰসাপেক্ষ অন্বেষণেই নহয়, অনুভূতি আৰু বিচাৰৰ দ্বাৰা নিৰূপিত তত্ত্বত জীৱন্ত বিশ্বাস ৰাখি সেই পথ অনুসৰণ কৰি জীৱন পৰিচালনা কৰাও ভাৰতীয় দৰ্শনৰ পৰম্পৰা। ভাৰতীয় দৰ্শন ভোগৰ দৰ্শন নহয়, ভাৰতীয় দৰ্শনে সদায় প্ৰেয়ক নেওচি শ্ৰেয়ক প্ৰাধান্য দি আহিছে। ভাৰতীয় দৰ্শনে মুক্তিকে পৰম শ্ৰেয় হিচাবে অনুধাবন কৰি আহিছে। গাৰ্হস্থ্য, সামাজিক

আৰু ৰাষ্ট্ৰীয় জীৱনক ব্যক্তিৰ মুক্তি সাধনৰ উপায় হিচাবে এই দৰ্শনে গ্ৰহণ কৰে। দেহতত্ত্ব, সমাজতত্ত্ব আৰু ৰাষ্ট্ৰতত্ত্বৰ আলোচনাও পাৰমাৰ্থিক তত্ত্বৰ লগত খাপ খুৱাই ভাৰতীয় দৰ্শনে জীৱন আৰু সমাজৰ কল্যাণৰ বাবে জগতবাসীৰ আগত উচ্চ জীৱনাদৰ্শ প্ৰচাৰ কৰি আহিছে। ভাৰতীয় দৰ্শন মুক্তিৰ দৰ্শন, ভাৰতীয় সাধনা আত্মোপলব্ধিৰ সাধনা আৰু প্ৰশান্ত চিত্তে, বিশুদ্ধ বিচাৰবুদ্ধিৰ দ্বাৰা নিৰ্দ্ধাৰিত কৰ্তব্যৰ সম্পাদনাই ভাৰতীয় সংস্কৃতিৰ জীৱনাদৰ্শ। অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক জীৱন ভোগলালসা চৰিতাৰ্থ কৰাৰ বা প্ৰতিপত্তি লাভৰ সোপান নহয়। যাতে প্ৰত্যেক ব্যক্তিয়ে সামগ্ৰিক জীৱনৰ উৎকৰ্ষ সাধনত অৰিহণা যোগাব পাৰে সেই উদ্দেশ্যেই অৰ্থনৈতিক, সামাজিক আৰু ৰাষ্ট্ৰীয় বিধান প্ৰবৰ্তন হব লাগে। জনগণক সত্য, মঙ্গল আৰু আনন্দৰ পথত পৰিচালিত হবৰ সুযোগ আৰু নিয়ামক নীতি প্ৰবৰ্তনেই অৰ্থনীতি, সমাজনীতি আৰু ৰাষ্ট্ৰীয় নীতিৰ মুখ্যতম উদ্দেশ্য হব লাগে।

এই পৰম্পৰাপূৰ্ণ ভাৰতীয় দৰ্শনৰ পটভূমিত মহাত্মা গান্ধীৰ জীৱনাদৰ্শই ঐতিহ্য বিস্মৃতপ্ৰায় ভাৰতবৰ্ষৰ এক সন্ধিক্ষণত এটা নতুন যুগৰ সূচনা কৰিছিল আৰু ভাৰতীয় জীৱনাদৰ্শ জীৱনৰ সকলো ক্ষেত্ৰতে প্ৰয়োগ কৰিবলৈ বৈপ্লবিক বিচাৰধাৰা প্ৰবৰ্তন কৰিছিল। মহাত্মা গান্ধীয়ে কালজয়ী ভাৰতীয় দৰ্শনৰ চিন্তাধাৰা বিৰাজমান ধৰ্মীয় গ্ৰন্থবিলাক অধ্যয়ন কৰিছিল আৰু এই ধৰ্মশাস্ত্ৰবিলাকে তেখেতৰ জীৱনত বিশেষ প্ৰভাব বিস্তাৰ কৰিছিল। মহাত্মা গান্ধী নৈষ্ঠিক বৈষ্ণৱ আছিল আৰু হিন্দু ধৰ্মৰ উদাৰতাই তেখেতৰ মনত গভীৰ ৰেখাপাত কৰিছিল। কিন্তু মহাত্মা গান্ধীৰ কোনো প্ৰকাৰৰ আচাৰ-সৰ্বস্ব নিষ্ঠাৰ প্ৰতি গোড়ামী নাছিল আৰু আচাৰ-সৰ্বস্বই হিন্দুধৰ্মৰ মাজত আনি দিয়া সংকীৰ্ণতা আৰু কলুষৰ প্ৰতি দুৰ্ঘোৰ বিৰোধ কৰি তাক আঁতৰাবলৈ তেখেতৰ বিশিষ্ট পন্থাৰে সামাজিক বিপ্লৱৰ ভেটি ৰচনা কৰিছিল। হিন্দুধৰ্মৰ অন্তৰালত থকা তাত্ত্বিক সাৰমৰ্মকে মহাত্মা গান্ধীয়ে পাৰমাৰ্থিক তত্ত্বৰূপে গ্ৰহণ কৰিছে আৰু সেই তত্ত্বৰ আধাৰতে নিজৰ জীৱনাদৰ্শ প্ৰতিপাদন কৰিছে।

মহাত্মা গান্ধীয়ে ঈশ্বৰত অটল বিশ্বাস কৰিছিল আৰু তেওঁ আছিল এজন ধৰ্মপ্ৰাণ মহাপুৰুষ। ধৰ্ম জীৱন আৰু অনুভূতিৰ কথা আৰু ই ব্যক্তিৰ সমগ্ৰ চিন্তা, অনুভূতি আৰু ক্ৰিয়াত প্ৰভাব পেলায়। মহাত্মাই সততে

কৈছিল, "ধৰ্মই মানুহক ঈশ্বৰৰ মুখামুখিকৈ সান্নিধ্যলৈ আনে। ধৰ্মই মানুহক ভগৱানৰ সৈতে আৰু মানুহৰ সৈতে বান্ধ খুৱায়। মোক্ষ বা মুক্তি জন্ম-বন্ধনৰ পৰিত্ৰাণ লাভ কৰি ভগৱানৰ সৈতে হোৱা তাদাত্মতা।" ভগৱানৰ সৃষ্ট জীৱ হিচাবে সকলো মানুহৰ একাত্মবোধ মহাত্মা গান্ধীয়ে উপলব্ধি কৰিছিল আৰু এই উপলব্ধিৰপৰাই তেখেতে কৈছিল, "মানবৰ সেৱাই ভগৱানৰ পূজা।" সৰ্বভূতময়ো বিষ্ণুঃ—এই তত্ত্ব মহাত্মাই উপলব্ধি কৰিছিল।

মানুহৰ পৰম পুৰুষাৰ্থ আৰু পৰম শ্ৰেয় হৈছে ঈশ্বৰোপলব্ধি বা আত্মোপলব্ধি। ঈশ্বৰোপলব্ধিৰ সাধনাত মহাত্মাই মানবৰ একত্ব উপলব্ধি কৰিছিল আৰু মানবতাৰ একনিষ্ঠ আৰু শ্ৰেয়পূৰ্ণ সেৱাৰ জৰিয়তেই এই পৰমপদ লাভ কৰিব পাৰি বুলি দৃঢ়ভাৱে বিশ্বাস কৰিছিল।

মহাত্মা গান্ধীয়ে মানব প্ৰকৃতিৰ নৈসৰ্গিক সততাত দৃঢ়ভাৱে বিশ্বাস কৰিছিল আৰু তেওঁ সততে কৈছিল যে মানুহ অন্তৰতম সত্তাত দৈৱীপ্ৰকৃতি-সম্পন্ন। কিন্তু অন্তৰতম প্ৰকৃতিত দৈৱীসত্তাসম্পন্ন হলে বাস্তৱ জগতৰ প্ৰভাবত মানুহ সসীম, সংকীৰ্ণ আৰু নানা দোষযুক্ত হৈ পৰে। মানুহ দেৱত্ব আৰু পশুত্বৰ সংমিশ্ৰণ। "মানুহৰ আত্মাশক্তি দেৱীসম্পদপূৰ্ণ আৰু তেজ-মাংসৰ শৰীৰ আসুৰিক বা পশুশক্তিসম্পন্ন। বিবেক আৰু যুক্তিৰ জৰিয়তে দৈৱীশক্তিয়ে আত্মপ্ৰকাশ কৰে আৰু দৈহিক কামনা-বাসনা আৰু লালসাৰ জৰিয়তে মানুহৰ অন্তৰত থকা পশুটোৱে আত্মপ্ৰকাশ কৰে।" মানুহৰ কোনোটো প্ৰবৃত্তিয়েই অলাগতিয়াল নহয়। ভগৱানৰ বিনন্দীয়া সৃষ্টিত সকলোৰে মূল্য আৰু প্ৰয়োজন আছে। মানুহৰ যুক্তি আৰু বিবেকৰ দ্বাৰা পৰিচালিত হৈ দেহৰ কামনা-বাসনা আৰু লালসাক নিয়ন্ত্ৰণ কৰি জীৱন পৰিচালনা কৰাই নৈতিক জীৱন। প্ৰবৃত্তিৰ দাস নহৈ নিয়ন্ত্ৰণ কৰাই নৈতিকতা। নৈতিক জীৱন যাপন কৰিবলৈ হলে মানুহৰ প্ৰবৃত্তিবিলাক নিয়ন্ত্ৰণ কৰি বিবেক আৰু দৈৱীসম্পদৰ পূৰ্ণ অভিব্যক্তিৰ পথ প্ৰস্তুত কৰি দিব লাগিব। মানুহৰ নৈসৰ্গিক সততা ভূগৰ্ভত লুকাই থকা বস্তুৰ দৰে। এই সততা উদ্ভাসিত কৰি ৰাখিব লাগিলে ভূগৰ্ভৰপৰা বস্তুৰাজি কঠোৰ শ্ৰমেৰে খনন কৰি পৃথিবীৰ ওপৰলৈ আনি ব্যৱহাৰত লগোৱাৰ দৰে নিয়ত আৰু ঐকান্তিক প্ৰচেষ্টাৰ প্ৰয়োজন। কাৰণ সংসাৰৰ প্ৰলোভন আৰু মোহে এই অন্তৰতম প্ৰদেশত স্থাপিত সততাক আচ্ছাদিত আৰু নিষ্প্ৰভ কৰি ৰাখিব পাৰে। নৈতিক আৰু ধৰ্মীয় জীৱনত কোনো ছুটী বা বিশ্ৰাম নাই। লোভ, মোহ,

প্ৰলোভন আদিৰপৰা বিৰত থাকি নৈতিক আৰু আধ্যাত্মিক জীৱন যাপন কৰিবলৈ হলে নিৰন্তৰ সজাগতা, ভগৱানত অটল বিশ্বাস, সমগ্ৰ মানৱতাৰ একত্ব আৰু আত্মশক্তিত প্ৰগাঢ় আস্থা থাকিব লাগিব।

সৎ জীৱনৰ অনুশীলন আৰু অন্বেষণেই মহাত্মা গান্ধীৰ শিক্ষাৰ প্ৰধান বিষয়। মানবতাৰ সেৱা আৰু মানুহক প্ৰকৃত মানুহ হবলৈ দিয়া শিকনিয়েই মহাত্মাৰ জগতবাসীলৈ দিয়া অন্যতম দান। অহিংস আন্দোলনেৰে বিদেশী বৃটিছ শাসকৰ হাতৰপৰা ভাৰতবৰ্ষৰ স্বাধীনতা অৰ্জনেৰে পৃথিবীৰ ইতিহাসত এটা অভিনৱ পটন্তৰ প্ৰতিষ্ঠা কৰি মহাত্মা গান্ধী চিৰ স্মৰণীয় হৈ ৰ'ল। কিন্তু মূক নিষ্পেষিত মানবতাৰ আত্মা জগাই তুলি আৰু মানবতাৰ সেৱাৰ বাবে মহাত্মাই যি কৰি থৈ গ'ল সি চিৰকাল বিশ্বৰ ইতিহাসত প্ৰজ্বলিত সোণালী আখৰেৰে জিলিকি থাকিব। মানুহক প্ৰকৃত মানুহ হবলৈ দিয়া শিক্ষাৰ অন্তৰালত আছিল মহাত্মাৰ মানব প্ৰকৃতিৰ বিশদ অধ্যয়ন আৰু গভীৰ অভিজ্ঞতা। সমাজ-কৰ্মী হিচাবে আৰু ৰাজনৈতিক নেতা হিচাবে কামত অবতীৰ্ণ হোৱাৰেপৰা জীৱনৰ শেষ দিন পৰ্যন্ত মহাত্মা জনগণৰ মাজতে আৰু মানব প্ৰকৃতিৰ মহানেতা আৰু নীচতা সম্পৰ্কে তেওঁৰ বিশেষ জ্ঞান আছিল। মানব প্ৰকৃতিত থকা অপৰিমেয় সম্ভাব্য সম্পৰ্কে তেওঁ সদায় সচেতন আছিল আৰু আনকি অসৎ কৰ্মত লিপ্ত হবলৈ যোগোৱা প্ৰবৃত্তিকো সংশোধিত আৰু পৰিমাজিত কৰি সৎকৰ্মৰ প্ৰেৰণালৈ ৰূপান্তৰিত কৰিব পৰা শক্তিৰো তেওঁ উৎস আছিল। মহাত্মাই সদায় কৈছিল যে সমাজ ব্যক্তিৰ সমষ্টি। এতেকে সমাজ ভাল হব লাগিলে ব্যক্তি ভাল হব লাগিব। ব্যক্তিয়ে সমাজ গঢ়ে আৰু সমাজৰ চাপ ব্যক্তিৰ ওপৰত পৰে। সামাজিক বা জনহিতকৰ অনুষ্ঠানসমূহ ব্যক্তিয়ে পৰিচালনা কৰে। গতিকে পৰিচালনা কৰা ব্যক্তি-সমূহ কৰ্তব্যনিষ্ঠ আৰু সৎ নহলে কোনো সজ অনুষ্ঠানেই সজ হৈ থাকিব নোৱাৰে। অনুষ্ঠানৰ সংগঠন, বিধান বা উদ্দেশ্য যিমানেই সৎ নহওক, তাৰ গুৰিত থকা লোকসকল সৎ নহলে সেই অনুষ্ঠানে সুফল দিব নোৱাৰে। গতিকে পৰিয়াল, সমাজ, অনুষ্ঠান আৰু ৰাষ্ট্ৰ মঙ্গলদায়ক হব লাগিলে ব্যক্তিসমূহ সৎ হব লাগিব। সৎ জীৱন যাপনেই ব্যক্তিৰ পৰম পুৰুষাৰ্থ। সৎ জীৱন যাপন কৰিবলৈ ব্যক্তি আদৰ্শনিষ্ঠ আৰু কৰ্তব্যনিষ্ঠ হব লাগিব।

মানুহৰ অন্তৰতম স্বভাব সৎ। সংসাৰৰ লোভ, প্ৰলোভন আৰু স্বাৰ্থপৰতাই মানুহৰ স্বভাব বিপৰ্যস্ত কৰে। সূৰ্যৰ পোহৰ আৰু তাপ

স্বভাৱজাত সম্পদ। আকাশ মেঘাচ্ছন্ন হলে সূৰ্যৰ তাপ আৰু পোহৰ কমে, কিন্তু সেইবুলি সূৰ্যৰ তাপ আৰু পোহৰ কমা নাই। মেঘ কাটি গ'লে পুনৰ সূৰ্যৰ দীপ্তি আৰু তেজ প্ৰতিভাত হয়। সেইদৰে মানৱ-আত্মা স্বভাৱতে মুক্ত, বুদ্ধ আৰু চৈতন্যস্বৰূপ। কিন্তু সংসাৰৰ বিষয়াসক্তিৰ বাবে হোৱা স্বাৰ্থপৰতাৰ আচ্ছাদনে আত্মাৰ স্বভাব বিপৰ্যস্ত কৰে। এই অজ্ঞানতা আৰু মোহজনিত আচ্ছাদন অনাবৃত কৰিব পাৰিলেই পুনৰ আত্মাৰ স্বকীয় স্বভাব প্ৰকাশিত হব। যাতে মানৱাত্মাৰ এই স্বকীয় স্বভাব নিৰন্তৰ স্বপ্ৰকাশ কৰি থাকিব পাৰে তাৰ বাবে মানুহে নৈতিক আৰু আধ্যাত্মিক সাধনাত ব্ৰতী হব লাগে। মহাত্মা গান্ধীৰ মতে আধ্যাত্মিকতা নাথাকিলে নৈতিকতা স্থায়ী হব নোৱাৰে। এই বিশ্বব্ৰহ্মাণ্ডৰ অন্তৰালত থকা ভগৱানৰ ওপৰত ঐকান্তিক শৰণাপন্ন হব নোৱাৰিলে নৈতিকতা অন্তঃসাৰশূন্য হৈ পৰে আৰু ই ভোগৰ জীৱনেই পৰম শ্ৰেয় বুলি পৰিগণিত হয়। গতিকে আধ্যাত্মিকতাৰ উৎকৰ্ষ সাধন কৰিব পাৰিলেই নৈতিকতা নিয়ত সহচৰ হিচাবে আপোনা-আপুনি আহে।

সজ জীৱন সাধনৰ উপায় হিচাবে মহাত্মা গান্ধীয়ে ভাৰতীয় আধ্যাত্মিক পন্থাৰ পৰম্পৰা হিচাবে অনুশীলন হৈ থকা ব্ৰত কেইটাকে পুনৰ দোহাৰিছে আৰু তাৰ সহজ সৰল ব্যাখ্যা দি জনগণৰ সহজবোধ্য আৰু অনুসৰণীয় কৰি সাৰ্বজনীন ৰূপ দিছে। সত্য, অহিংসা, অস্তেয়, ব্ৰহ্মচৰ্য, অপৰিগ্ৰহ, শাৰীৰ শ্ৰম, আস্বাদ, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্বধৰ্মে সমানত্ব, স্বদেশী আৰু স্পৰ্শভাবনা, এই একাদশ ব্ৰত মহাত্মা গান্ধীয়ে সজ জীৱনৰ সাধন হিচাবে উল্লেখ কৰিছে আৰু তেওঁৰ জীৱনত এই ব্ৰতকেইটা অতি আস্থাৰে কঠোৰভাৱে পালন কৰিছিল। মহাত্মাই এই ব্ৰতকেইটাৰ কথা কওঁতে সততে কৈছিল যে এই ব্ৰতকেইটা মানুহৰ স্বকীয় স্বভাবত নিহিত হৈ আছে আৰু আত্মাৰ স্বভাবোপলব্ধিৰ বাবেই এই ব্ৰতকেইটা সাধন মাত্ৰ। প্ৰথম পাঁচোটা ব্ৰত ভাৰতীয় সংস্কৃতি আৰু দৰ্শনৰ ঘোষিত সাধন; আত্মসংশোধনৰ বিধিনিষেধ আৰু তাৰ অনুশীলন হিচাবে মহাত্মা গান্ধীয়ে বাকী ছটা ব্ৰত যোগ দিছে। মহাত্মা গান্ধীৰ মতে বিশ্বব্ৰহ্মাণ্ডৰ স্ৰষ্টা, নিয়ন্তা আৰু পালন কৰ্তা পৰমেশ্বৰক লাভ কৰাটোৱেই মানৱ জীৱনৰ পৰম পুৰুষাৰ্থ আৰু লক্ষ্য। এই লক্ষ্যত উপনীত হবলৈ ব্যক্তিৰ চিন্তা, অনুভূতি আৰু ক্ৰিয়া নিয়োজিত হব লাগিব। পৰমেশ্বৰ সৰ্বব্যাপী, করুণাময় আৰু সত্য, শিৱ

আৰু সুন্দৰ। আমি সৰ্বসাধাৰণ মানুহে পৰমেশ্বৰক দেখা নাপাওঁ আৰু আৰু আমাৰ সীমিত বুদ্ধি জ্ঞানেৰে ভগৱানক সম্যকৰূপে উপলব্ধিও কৰিব নোৱাৰো। ঈশ্বৰ সত্য, শিৱ আৰু সুন্দৰ। গতিকে আমি সকলোৱে সত্যৰ ৰূপত পৰমেশ্বৰক উপলব্ধি কৰিব পাৰো। মানুহ অকল ৰক্ত-মাংসৰ পিণ্ড নহয়, মানুহৰ ভগৱান প্ৰদত্ত বিবেক-বুদ্ধি আছে আৰু এই বিবেক বুদ্ধিৰে আমি সত্য আৰু অসত্যৰ বিচাৰ কৰি সত্য নিৰ্ণয় কৰিব পাৰো। সত্যই সৎ, সত্যই পৰমেশ্বৰ।

মহাত্মা গান্ধীয়ে অৱতাৰণা কৰা একাদশ ব্ৰতৰ ভিতৰত সত্যই প্ৰথম আৰু সৰ্বগ্ৰাসী। আন সকলো কেইটা ব্ৰত সত্যৰ ভিতৰতে নিহিত নাইবা সত্যব্ৰত পালনৰ অপৰিহাৰ্য অনুশীলন।

চৰিত্ৰ গঠন মানুহৰ নৈতিক জীৱনৰ অপৰিহাৰ্য সাধনা। চৰিত্ৰ ব্যক্তিৰ চিন্তা, অনুভূতি আৰু ক্ৰিয়াৰ মাজেদি প্ৰকাশ পোৱা সহায়ী ৰূপ। নৈতিক চৰিত্ৰ বা সচ্চৰিত্ৰ, সৎ কাম, সৎ চিন্তা আৰু সৎ ভাবাবেগৰ নিয়ত অনুশীলনৰ বাহ্যিক বিকাশ। "সৎ হবা, সৎ কাম কৰিবা"—এয়ে আছিল মহাত্মা গান্ধীৰ সমগ্ৰ জীৱন-দৰ্শনৰ মূল তত্ত্ব বা দীক্ষাৰ বাণী। মহাত্মা গান্ধীৰ মতে মানব-প্ৰকৃতি ভগৱানৰ পৰম প্ৰকৃতিৰ অনুৰূপ আৰু মানব প্ৰকৃতি স্বাভাবিকতেই সৎ। গতিকে সৎ হোৱা আৰু সৎ কাম কৰাৰ প্ৰেৰণা বা সম্ভাব্য মানব প্ৰকৃতিৰ স্বভাবতেই আছে। কিন্তু মানব প্ৰকৃতিৰ স্বভাবত আন আন প্ৰবৃত্তিও আছে। গতিকে সৎ হৈ থাকিবলৈ আৰু স্বভাৱৰপৰাই সৎ কৰ্ম প্ৰবাহিত হবলৈ মানুহৰ স্বভাব যাতে স্বৰূপ স্বভাবতে ৰূপায়িত হৈ থাকিব পাৰে, যাতে আন নিকৃষ্ট উপাদানবিলাকে ওপৰ-হাত হৈ স্বভাব বিপৰ্যস্ত আৰু বিকৃত কৰিব নোৱাৰে তাৰ বাবে মানবৰ অপৰিহাৰ্য প্ৰয়োজন নিয়ত আৰু নিৰন্তৰ সাধনা, সজাগতা, আত্ম-জ্ঞান আৰু অনুশীলন। সাধন মাৰ্গৰ উপায় হিচাবে আগবঢ়োৱা এই ব্ৰত-কেইটা শৰীৰ আৰু মনৰ ওপৰত যাতে পৰিবেশ আৰু নিকৃষ্ট প্ৰবৃত্তিবোৰে প্ৰভাব পেলাই আত্মাক বিপৰ্যস্ত কৰিব নোৱাৰে, যাতে স্বভাব প্ৰকৃত ৰূপত উদ্ভাসিত হৈ উঠিব পাৰে তাৰ বাবেই প্ৰয়োজনীয় সাধনা।

মহাত্মা গান্ধীৰ জীৱন-দৰ্শনত সত্যই কেন্দ্ৰবিন্দু আৰু ধ্ৰুবতৰা। সত্যই সৎ, স্বতঃপ্ৰামাণ্য আৰু নিৰোপধিত সত্তা। সত্যই পৰমেশ্বৰ বা পৰমেশ্বৰেই সত্য। সত্যান্বেষণ আৰু সত্যানুশীলনেই ভগৱানৰ আৰাধনা

আৰু অৰ্চনা। সত্যই পৰম ধৰ্ম। সত্যই জ্ঞানান্বেষণৰ পৰিণতি আৰু সত্যৰ-পৰাই আনন্দৰ উপলব্ধি হয়। সেই কাৰণেই পৰমেশ্বৰ সচ্চিদানন্দ ভগৱান। অজ্ঞানতাই সকলো দুখ, কষ্ট, তাপ, ক্লেশৰ কাৰণ আৰু সাধনাৰ দ্বাৰা অজ্ঞানতা অন্ধকাৰ দূৰ কৰিব পাৰিলে সত্যৰ উপলব্ধি কৰিব পাৰি।

মহাত্মা গান্ধীয়ে পৰম সত্তাৰূপ সত্য আৰু ব্ৰতহিচাবে লোৱা সত্যৰ পাৰ্থক্য দেখুৱাই কৈছে যে ব্ৰত হিচাবে লোৱা আপেক্ষিক আৰু পৰম-পুৰুষাৰ্থ বা পৰম তত্ত্ব হিচাবে থকা সত্য পূৰ্ণ সত্য। শুদ্ধচিত্তে আৰু পৰম নিষ্ঠাৰে যি কোনো পৰিস্থিতিত সংবিবেকে নিৰ্দ্ধাৰণ কৰা সত্যৰ পথ অবিচলিতভাৱে অনুশীলন কৰিলে পৰম সত্যৰ পথত অগ্ৰসৰ হ'ব পাৰি। মহাত্মা গান্ধীৰ সত্যাগ্ৰহৰ দৰ্শন এই সিদ্ধান্ত আৰু দৃঢ় বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত যে একমাত্ৰ সত্যইহে জয়ী হয়। সত্যৰ সদায় জয় এইয়ে সকলো ধৰ্মৰ সাৰ মৰ্ম। মুণ্ডকোপনিষদৰ এই বাণীয়েই স্বাধীন ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় প্ৰতীকৰ মৰ্মকথাঃ সত্যমেৱ জয়তে—

নানৃতং সত্যেন পন্থা বিততো দেৱযানঃ।
যেনাক্ৰমন্ত্যৃষয়ো হ্যাপ্তকামা যত্ৰ তৎ সত্যস্য পৰমং নিধানম্॥

সত্যং জ্ঞানম্ অনন্তং ব্ৰহ্ম। সত্যইহে অকল বিজয়ী হয়, অসত্য নহয়। দেৱযানলৈ পথ সত্যৰ দ্বাৰাই নিৰ্মিত, এই পথেৰেই আপ্তকাম ঋষিসকলে সত্যৰ পৰম অধিষ্ঠানলৈ গমন কৰে। সত্যই জ্ঞান আৰু অনন্ত ব্ৰহ্ম। শ্ৰীমদ্ভাগৱতৰ এটা শ্লোকত সত্যই যে ঈশ্বৰ আৰু ঈশ্বৰেই যে সত্য তাক অতি সুন্দৰভাৱে প্ৰকাশ কৰিছে—

সত্যব্ৰতং সত্যপৰং ত্ৰিসত্যং
সত্যস্য যোনিং নিহিতং চ সত্যে।
সত্যস্য সত্যমৃত সত্যনেত্ৰম্
সত্যাত্মকং ত্বাম্ শৰণং প্ৰপন্নাঃ॥

সত্যই পৰমেশ্বৰ। সত্যনিষ্ঠই আৰু সত্যব্ৰতেই সত্যাগ্ৰহ। সত্যাগ্ৰহৰ কোনো পৰাজয় নাই। সত্যব্ৰত অকল সত্য কথা কোৱাই নহয়, সত্য চিন্তা আৰু সত্য কৰ্মৰ আচৰণো ইয়াত নিহিত আছে। সত্যান্বেষণ অকল সন্ত-সাধু, ঋষি-মুনিৰ আচৰণৰ বাবেই নহয়, ই সকলো মানুহৰ সকলো ক্ষেত্ৰতে প্ৰযোজ্য। সামাজিক আচৰণ, ৰাজনৈতিক ক্ৰিয়া-কলাপ, সকলো কাম-কাজতে

সত্যান্বেষণ আৰু সত্যানুশীলন থাকিব লাগিব। নহলে মানুহৰ কথা, চিন্তা আৰু কামৰ মাজত ভয়াবহ বিসঙ্গতি দেখা দিব। বৰ্ত্তমান সামাজিক আৰু ৰাজনৈতিক অস্থিৰতাৰ গুৰিত আমাৰ কথা, চিন্তা আৰু আচৰণেই প্ৰধানতঃ দায়ী। সত্যান্বেষণ আৰু সত্যানুশীলন জীৱনযোৰা সাধনা আৰু এই সাধনাই ব্যক্তিৰ জীৱন মহিমান্বিত কৰি তোলে।

মহাত্মা গান্ধীৰ জীৱনটোৱেই সত্যান্বেষীৰ জীৱন। সত্যান্বেষণত ভুল কৰিলে স্বীকাৰ কৰি তাৰ সংশোধন কৰ্তব্য আৰু শুদ্ধ বিবেক আগত ৰাখি, পৰমেশ্বৰৰ ওপৰত গভীৰ বিশ্বাস ৰাখি সত্যান্বেষী সকলো বাধা-বিঘিনি অতিক্ৰম কৰি আগুৱাই যায়। সত্যৰ পিচতেই দ্বিতীয় ব্ৰতটো হৈছে অহিংসা। অহিংসা সাধাৰণতে কোনো জীৱৰ প্ৰতি হিংসা নকৰাকে বুজায়। জীৱন-যুদ্ধত বাচি থাকিবৰ শাৰীৰিক প্ৰয়োজনতেই কোনো কোনো ক্ষেত্ৰত কোনো কোনো প্ৰকাৰৰ হিংসাৰ প্ৰয়োজন অনিবাৰ্য হৈ উঠে। জীৱই জীৱৰ ওপৰতেই জীয়াই থাকে। অহিংসাৰ প্ৰকৃত মৰ্ম হৈছে ইচ্ছাকৃত সকলো প্ৰকাৰৰ হিংসাৰপৰা আঁতৰি থাকিবলৈ কৰা নিয়ত প্ৰচেষ্টা। খং-ৰাগত, নাইবা আত্মস্বাৰ্থত, নাইবা অন্যায় কৰাৰ অভিপ্ৰায়েৰে প্ৰাণীক দুখ-কষ্ট দিয়া, প্ৰাণ নাশ কৰা, আঘাত দিয়া আদিয়েই হিংসা। হিংসা অকল আচৰণতেই আবদ্ধ নাথাকে; কথা, চিন্তাতো মানুহ অহিংস হব লাগিব। শত্ৰুৰ প্ৰতি নাইবা অন্যায়কাৰীৰ প্ৰতিয়ো অহিংস লোকে বেয়া ভাব, অসূয়া বা অন্যায়ৰ ভাব পোষণ বা কামনা কৰিব নালাগিব। অন্যায় কৰাৰ, আঘাত কৰাৰ বা নাশ কৰাৰ অভিপ্ৰায় থকা-নথকাৰ ওপৰতে হিংসাৰ বিবেচনা কৰা হয়। অভিপ্ৰায় সৎ হলে আৰু জনগণৰ মঙ্গলৰ বাবে অপৰিহাৰ্যভাৱে প্ৰয়োজনীয় হলে প্ৰাণীক দুখ-কষ্ট দিয়া বা নাশ কৰা পৰিস্থিতি বিশেষে হিংসা নহবও পাৰে। বলিয়া কুকুৰ, শিয়াল মাৰি পেলোৱা, প্লেগ বীজাণু বহনকাৰী এন্দুৰ ধ্বংস কৰা আদি প্ৰাণ নাশ হলেও সমাজৰ মঙ্গলৰ বাবে একান্ত প্ৰয়োজনীয় হোৱাত ই হিংসাৰ পৰ্যায়ত নপৰে। দুখ-কষ্ট দিয়াৰ অভিপ্ৰায়েৰে কথা, চিন্তা আৰু আচৰণৰ দ্বাৰা কৰা ক্ষতিহে হিংসা।

অহিংসা নেতিবাচক ধৰ্ম নহয়। ই সক্ৰিয় আৰু গতিশীল ধৰ্ম। ই সক্ৰিয় প্ৰেম আৰু সদিচ্ছা। অন্যায়কাৰীৰ প্ৰতিও মৰম আৰু সদিচ্ছা পোষণ কৰিব পৰা ই সক্ৰিয় আৰু স্থায়ী ভাবাবেগ।

অহিংসা কাপুৰুষৰ লক্ষণ নহয়। ই সাহসীৰ ধৰ্ম আৰু ইয়াক পালন কৰিবলৈ হিংস্ৰ হোৱাতকৈ বহুত বেছি সাহসৰ প্ৰয়োজন। ই নমৰি মৰিব পৰাৰ সাহস। মহাত্মা গান্ধীয়ে অহিংসা তিনি পৰ্যায়ত আলোচনা কৰিছে, সাহসীৰ অহিংসা, দুৰ্বলৰ অহিংসা আৰু কাপুৰুষৰ অহিংসা। যিসকলে অহিংসা জীৱনৰ ধৰ্ম হিচাবে দৃঢ় আস্থা আৰু বিশ্বাসেৰে অবিচলিতভাৱে অনুশীলন কৰে বা অনুশীলনৰ চেষ্টা কৰে সেয়ে হৈছে সাহসীৰ অহিংসা। এই অহিংসাত ব্যক্তিৰ হিংস উপায়ে কাম কৰিবৰ বা প্ৰতিপক্ষৰ ওপৰত প্ৰতিশোধ লবৰ বা পৰাভব কৰিবৰ যথেষ্ট শক্তি আছে, কিন্তু অহিংসা ধৰ্মত ব্ৰতী হিচাবে সেই শক্তি প্ৰয়োগ নকৰি সংযত হৈ প্ৰেম আৰু সমাদৰৰ জৰিয়তে অহিংস হৈ থাকে আৰু লাগিলে বৰং দুখ, কষ্ট, নিৰ্যাতন আৰু ত্যাগ বৰণ কৰে। দুৰ্বলৰ অহিংসা হৈছে বিশেষ পৰিস্থিতিত কাৰ্য-সাধিকা হিচাবে অৱলম্বন কৰা অহিংসা নীতি। ইয়াত অহিংসাৰ সৰ্বতোমুখী কাৰ্যকাৰিতাত প্ৰগাঢ় বিশ্বাস নাই। ইয়াক পৰিস্থিতিৰ প্ৰয়োজনত কাৰ্যকৰী পন্থা হিচাবে গ্ৰহণ কৰা নীতি হিচাবে লোৱা হয়। মহাত্মা গান্ধীৰ মতে ৰাজনৈতিক ক্ষেত্ৰত কংগ্ৰেছে লোৱা অহিংসা নীতি এই পৰ্যায়ত পৰে। পৰিৱৰ্তিত পৰিবেশত দুৰ্বলৰ অহিংসা হিংসাত পৰিণত হব পাৰে। কাপুৰুষৰ অহিংসা হৈছে ভয়ত অনন্যোপায় হৈ লোৱা অহিংসা। ইয়াত শক্তি নাই যেতিয়া হিংস হৈ অন্তৰৰ ক্ষোভ আৰু প্ৰতিশোধৰ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ উপায় নাই আৰু সক্ৰিয় প্ৰতিৰোধৰ পৰিবৰ্তে আত্মসমৰ্পণৰ ভাবত এই আচৰণ প্ৰকাশ পায়। দুখ-কষ্ট, নিৰ্যাতন নাইবা মৃত্যুৰ ভয় থকা লোকে অহিংস হৈ অন্যায়ৰ প্ৰতিৰোধ কৰিব নোৱাৰে। অহিংসক ব্ৰত হিচাবে অকল পৰম সাহসী লোকেহে লব পাৰে।

মহাত্মা গান্ধীৰ মতে অহিংস নহলে সত্যব্ৰতী হব নোৱাৰে। সত্য লক্ষ্য, অহিংসা পন্থা বা উপায়। সত্য আৰু অহিংসা একেটা মুদ্ৰাৰে দুটা পিঠিৰ নিচিনা। মহাত্মা গান্ধীৰ জীৱন-দৰ্শনৰ আন এটা মৌলিক প্ৰত্যয় হৈছে সজ লক্ষ্য বা উদ্দেশ্যত উপনীত হোৱা; আৰু তাত উপনীত হবলৈ তাৰ সাধন বা উপায়ো সজ হব লাগিব। লক্ষ্যই সাধনৰ ন্যায্যতা প্ৰতিপাদন কৰিব নোৱাৰে। পন্থা অকল পন্থাই নহয়, ই লক্ষ্য বা উদ্দেশ্যত নিহিত হৈ আছে। পন্থাই লক্ষ্যত পৰিসমাপ্তি লাভ কৰে। এতেকে উদ্দেশ্য আৰু সাধন একেটা বস্তু। সৎ সাধন বিনে কোনো সৎ উদ্দেশ্য বা লক্ষ্যত উপনীত হব

নোৱাৰি। গতিকে সৎ উদ্দেশ্য বা লক্ষ্যৰ বাবে গ্ৰহণ কৰা সাধনো সৎ হব লাগিব। সত্যৰ সাধন আৰু অনুশীলন অহিংস নহলে হব নোৱাৰে। সাৰ্বজনীন প্ৰেম আৰু নিঃস্বাৰ্থ সেৱাৰ মনোভাব নাথাকিলে অহিংস হব নোৱাৰি। অহিংসাক জীৱনৰ ব্ৰত হিচাবে লবলৈ হলে শৰীৰ আৰু মন শুদ্ধ হব লাগিব। গতিকে সত্যান্বেষী অহিংস হব লাগিব আৰু অহিংস হবলৈ শৰীৰ আৰু মন শুদ্ধ হব লাগিব। শৰীৰ আৰু মন শুদ্ধ কৰি ৰাখিবলৈ হিন্দু ধৰ্মশাস্ত্ৰই বিধি-নিষেধৰ নিৰ্দেশ দিয়াৰ দৰে মহাত্মা গান্ধীয়ে ব্ৰহ্মচৰ্য, অস্তেয়, অপৰিগ্ৰহ আদি বাকী ব্ৰত কেইটাৰ অনুশীলনত প্ৰাধান্য দিছে।

শৰীৰ আৰু মন সংযত কৰি উচ্চ সাধনাৰ বাহন হিচাবে প্ৰস্তুত কৰিবলৈ ব্ৰহ্মচৰ্য একান্ত প্ৰয়োজনীয়। ব্ৰহ্মভাব উপলব্ধিৰ বাবে ব্ৰহ্মচৰ্য বিশুদ্ধ পন্থা। সাধাৰণতে সৰ্বপ্ৰকাৰ ৰতিক্ৰিয়াৰপৰা বিৰত থাকি আত্ম-বিদ্যা আৰু ব্ৰহ্মবিদ্যাৰত অৱস্থাকে ব্ৰহ্মচৰ্য বুলি কোৱা হয়। প্ৰকৃততে ই সৰ্বতোভাৱে আত্মসংযম কৰাহে বুজায়। অন্তৰত কামনা-বাসনাৰ ভাব পোষণ কৰি বাহ্যিক আচৰণত সেই ভাব অবদমিত কৰি ৰখাটো ব্ৰহ্মচৰ্য নহয়। ই সৰ্বতোপ্ৰকাৰে কামনা-বাসনাৰ সকলো প্ৰবৃত্তি নিয়তভাৱে সংযম কৰি ৰখাৰ উৰ্দ্ধতম মানসিক অৱস্থা। ই এনে এটা মানসিক অৱস্থা য'ত প্ৰবৃত্তিৰ তাড়না অবদমনৰ প্ৰশ্নই নাই, তেনে প্ৰবৃত্তি সম্পূৰ্ণ নিয়ন্ত্ৰিত হৈ শুদ্ধ স্বভাৱত পৰিণতি লাভ কৰে।

মহাত্মা গান্ধীয়ে বাস্তব আদৰ্শবাদী হিচাবে মানুহৰ সসীমতা আৰু অসম্পূৰ্ণতাৰ প্ৰতি দৃষ্টি ৰাখি ব্ৰহ্মচৰ্যৰো বিভাজন কৰিছে আৰু আদৰ্শ বৈবাহিক জীৱনত কিদৰে যৌন প্ৰবৃত্তি নিয়ন্ত্ৰিত কৰি ব্ৰহ্মচৰ্য পালন কৰিব পাৰি তাৰো নিৰ্দেশ দিছে। বৈবাহিক জীৱনতো নৈতিক যৌন জীৱন যাপন কৰাই বৈবাহিক জীৱনৰ ব্ৰহ্মচৰ্য। দৈহিক প্ৰয়োজন বা কাম প্ৰবৃত্তিক নিয়ন্ত্ৰণ কৰি বংশৰক্ষাৰ প্ৰয়োজনত যৌন মিলনৰ ৰতিক্ৰিয়াক ধৰ্মীয় আচৰণ হিচাবে পালন কৰাই এনে ব্ৰহ্মচৰ্য। কামনা-বাসনা চৰিতাৰ্থৰ ইচ্ছা অন্তৰত পোষণ কৰি বাহ্যিক আচৰণত সংযমৰ নামত কেৱল অবদমিত কৰি ৰখাটো ব্ৰহ্মচৰ্য নহয় আৰু তেনে লোকৰ কপট আচৰণে সুযোগ পালেই সংযমৰ বান্ধ সুলকি যায়। মহাত্মা গান্ধীয়ে এই সম্পৰ্কে শ্ৰীমদ্ভগবদ্গীতাৰ এই শ্লোকটোৰ মৰ্ম উল্লেখ কৰিছে—"কৰ্মেন্দ্ৰিয়াণি সংযম্য য আস্তে মনসা স্মৰন্। ইন্দ্ৰিয়াৰ্থান্ বিমূঢ়াত্মা মিথ্যাচাৰঃ স উচ্যতে॥" ব্ৰহ্মচৰ্য পালনে শৰীৰ আৰু

মনৰ শক্তি বঢ়ায় আৰু অহিংসাৰ কাৰণে সেই শক্তি প্ৰয়োজনীয়। ব্ৰহ্মচৰ্য পালনৰ বাবে আহাৰ বিহাৰতো সংযম আৰু বৈৰাগ্যৰ প্ৰয়োজন। সেই-কাৰণে মহাত্মাজীয়ে ব্ৰহ্মচৰ্যব্ৰতীৰ বাবে অস্বাদ বা জিভাৰ জুতিকো নিয়ন্ত্ৰণ কৰাৰ বিধান দিছে। অহিংসব্ৰতীয়ে আহাৰ-বিহাৰতো বিলাসিতা বৰ্জন কৰিব লাগিব আৰু যি খাদ্য শৰীৰ আৰু মনৰ স্বাস্থ্যৰ বাবে উপকাৰী তেনে খাদ্যহে খাব লাগে। জিভাৰ জুতিৰ বাবে খাদ্য নিৰ্বাচন নকৰাটোৱেই অস্বাদ ব্ৰত।

সত্য আৰু অহিংসা পালনৰ বাবে নিৰ্ভয় অতি প্ৰয়োজনীয়। সত্য আৰু অহিংসা সাহসী, বলিষ্ঠ আৰু ভয়হীন লোকেহে পালন কৰিব পাৰে। সত্যান্বেষী হবলৈ হলে অহিংস হব লাগিব, অহিংস হবলৈ হলে সৰ্বত্ৰ ভয় বৰ্জন কৰিব পৰা হব লাগিব। সৰ্বত্ৰ ভয় বৰ্জনৰ শক্তি ব্ৰহ্মচৰ্যই আনয়ন কৰে। পৰমেশ্বৰৰ বাহিৰে কাকো ভয় নকৰাই নিৰ্ভয় বা সৰ্বত্ৰে ভয় বৰ্জন। মহাত্মাই কৈছে, "আমি পৰমেশ্বৰক ভয় কৰিব লাগে: তেতিয়া মানুহক ভয় কৰিবলৈ এৰিব পাৰিম।" পৰমেশ্বৰত আত্মনিবেদন কৰি শৰণাপন্ন হব পাৰিলে আন একোলৈকে ভয় কৰাৰ সকাম নাই। স্থিতপ্ৰজ্ঞই ভগৱানৰ বাহিৰে কাকো ভয় কৰিব নালাগে।

অস্তেয়, অসংগ্ৰহ বা অপৰিগ্ৰহ, শাৰীৰ শ্ৰম, স্বদেশী—এই কেইটা ব্ৰতও সত্যান্বেষণৰ ব্ৰতৰ ভিতৰতে নিহিত আছে। এই চাৰিটা ব্ৰত অৰ্থ নৈতিক দিশৰপৰা প্ৰয়োজনীয়। এই চাৰিটা ব্ৰতৰ সম্যক্ উপলব্ধি আৰু অনুশীলনে অৰ্থনৈতিক প্ৰয়োজনত সমবিতৰণ আনয়ন কৰে। সত্যান্বেষীয়ে এই চাৰিটা ব্ৰতও পালন কৰিব লাগিব আৰু তাৰ মাধ্যমেৰেই সমাজৰ অস্থিৰতা আৰু শোষণ দূৰীভূত হব।

অস্তেয়ৰ অৰ্থ হৈছে চুৰি নকৰা। সত্যান্বেষীয়ে সকলোৰে প্ৰতি সদিচ্ছা আৰু প্ৰেম বহন কৰি কেতিয়াও চুৰি কৰিব নোৱাৰে। অস্তেয় অকল গৰাকীক নোকোৱাকৈ বা গৰাকীয়ে নজনাকৈ বস্তু নিয়া বা অপহৰণ কৰাই নহয়, নাইবা কোনো গৰাকী নাই বুলি ভাবি সেই বস্তু নিয়াই নহয়, প্ৰকৃততে প্ৰয়োজন নথকা বস্তু নিয়াও অপহৰণ বা চুৰিয়েই। মহাত্মা গান্ধীৰ মতে প্ৰকৃত প্ৰয়োজন নথকা বস্তু গোটাই লৈ মজুত কৰি থোৱাও চুৰি। অসংগ্ৰহ বা অপৰিগ্ৰহ অস্তেয়ৰ পৰিণতি। অসংগ্ৰহ বা অপৰিগ্ৰহৰ প্ৰকৃত অৰ্থ হৈছে নিতান্ত প্ৰয়োজন নোহোৱা কোনো বস্তুকেই গোটাব নালাগে বা কাৰো পৰা লব নালাগে।

সংসাৰৰ বিষয়-বৈভৱৰ প্ৰতি বৈৰাগ্য বা সংসাৰৰ বস্তু-বেহানিৰ ওপৰত নিৰ্ভৰশীল হব নলগা মনোবৃত্তি বা মানসিক প্ৰস্তুতি ইয়াৰপৰাই আহে। নিজৰ নিত্য ব্যৱহাৰৰ একান্ত প্ৰয়োজনীয় সামগ্ৰীৰ বাহিৰে কোনোৱে বস্তু-বেহানি মজুত কৰি ৰাখিব নালাগে—এয়ে অস্তেয় আৰু অপৰিগ্ৰহৰ মৰ্মকথা। বস্তু মজুত কৰি নাৰাখিলে সকলোৱে সমবিতৰণৰ সুফল ভোগ কৰিব পাৰে আৰু সামাজিক ভালেমান দুৰ্নীতি আৰু অস্থিৰতাৰপৰা জনসাধাৰণে হাত সাৰিব পাৰে। নিজৰ প্ৰয়োজনৰ অতিৰিক্ত সা-সামগ্ৰী গোটাই লোৱা মানেই আন কিছুমানক অপৰিহাৰ্য প্ৰয়োজনীয় বস্তুৰ ভাগ লোৱাৰপৰা বঞ্চিত কৰা। গতিকে সত্যান্বেষীয়ে আনৰ ভাগ অপহৰণ কৰিব নালাগে। এয়ে অস্তেয় আৰু অপৰিগ্ৰহ ব্ৰত।

শাৰীৰ-শ্ৰম সত্যাগ্ৰহীৰ আন এটা অৱশ্য পালনীয় ব্ৰত। শাৰীৰ-শ্ৰম হৈছে উৎপাদনৰ উদ্দেশ্যে কৰা শ্ৰম। মানসিক শ্ৰম ইয়াৰ ভিতৰত নপৰে। দৈহিক শ্ৰমেৰে প্ৰত্যেকে নিজৰ বাবে অন্ততঃ কিছু খাদ্যসামগ্ৰী আৰু কাপোৰ-কানি উৎপাদনৰ সহায়ক কাম কৰিব লাগে। ইয়াৰপৰা এহাতে নিজৰ একান্ত প্ৰয়োজনীয় বস্তুৰ উৎপাদনত সহায় কৰিব আৰু আন হাতে শ্ৰমৰ মৰ্যাদাৰ প্ৰতি সমাদৰ জনোৱা হব। লগতে শাৰীৰিক শ্ৰমে প্ৰয়োজনীয় ব্যায়ামৰ দ্বাৰা শাৰীৰিক স্বাস্থ্যও সংৰক্ষণ কৰিব। সত্যাগ্ৰহীয়ে শাৰীৰ-শ্ৰম কৰিবই লাগিব আনৰ শ্ৰমৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি জীয়াই থাকিবলৈ তেওঁ ইচ্ছা কৰিব নালাগে।

স্বদেশী সত্যাগ্ৰহীৰ বাবে আন এটা ব্ৰত মহাত্মাজীয়ে বিধান কৰিছিল। স্বদেশীব্ৰতৰ ব্যাখ্যা কৰি মহাত্মাজীয়ে কৈছিল, "স্বদেশী মনোভাব হৈছে আমাৰ ওচৰৰ পৰিবেশৰ প্ৰতি সেৱা আৰু ওচৰৰ বস্তুৰ ব্যৱহাৰ আৰু দূৰৰ পৰিবেশ আৰু দূৰৰ বস্তুতকৈ ওচৰৰ বস্তুৰ প্ৰতি বেছি সমাদৰ।" স্বদেশী উচ্চতম আৰু আধ্যাত্মিক সৰ্বগ্ৰাসী দেশপ্ৰেম। আমি দূৰ দেশৰ সেৱা কৰাৰ আগতে মাতৃভূমিৰ সেৱা কৰিব লাগে, দূৰৈৰ বস্তু ব্যৱহাৰ কৰাৰ আগতে নিজৰ ওচৰ-চুবুৰীয়াই প্ৰস্তুত কৰা বস্তু ব্যৱহাৰ কৰিব লাগে, দূৰৈৰ মানুহৰ সেৱা কৰাৰ আগতে নিজৰ লগাভগা আৰু ওচৰ-চুবুৰীয়াৰ সেৱা কৰিব লাগে। আনৰ সভ্যতা, সংস্কৃতি আৰু আচাৰ-ব্যৱহাৰ অনুকৰণ কৰাৰ আগতে আমাৰ নিজৰ ঐতিহ্য, সভ্যতা, সংস্কৃতি আদি অনুসৰণ কৰিব লাগে আৰু নিজৰ মাটিত গঢ় লৈ পৰিপুষ্ট হোৱা অনুষ্ঠানবোৰৰ প্ৰতি সমাদৰ জনাব লাগে।

স্বদেশী ব্ৰতে জাতীয়তাবোধ আনয়ন কৰে আৰু এই জাতীয়তাবোধেহে প্ৰকৃত দেশপ্ৰেমৰ উন্মেষ কৰে।

সত্যান্বেষী সকলোৰে প্ৰতি সহিষ্ণু হব লাগে আৰু বিশেষকৈ আন ধৰ্ম আৰু সংস্কৃতিৰ প্ৰতি উদাৰ ভাব পোষণ কৰি সকলোৰে প্ৰতি সমাদৰ জনাব পৰা মনোবৃত্তি গঢ়িব লাগিব। সৰ্বধৰ্মে সমানত্ব ব্ৰতৰ দ্বাৰা ধৰ্মৰ গোৰামি ত্যাগ কৰি সকলো ধৰ্ম আৰু ধৰ্মীয় আচৰণৰ প্ৰতি সহিষ্ণুতা অৰ্জন কৰিব পাৰি। মোৰ কাৰণে মোৰ ধৰ্ম যেনে পবিত্ৰ আৰু উচ্চ, আন ধৰ্মাৱলম্বীৰো তেনে মনোভাব বুজি কৰা ব্যৱহাৰেই সৰ্ব ধৰ্মে সমানত্ব ব্ৰত।

অস্পৃশ্যতা দূৰীকৰণ মহাত্মা গান্ধীৰ গঠনমূলক কামৰ আঁচনিৰ এটা অতি গুৰুত্বপূৰ্ণ কথা। হিন্দু সমাজত প্ৰচলিত এই অস্পৃশ্যতা হিন্দু ধৰ্মৰ এটা কলঙ্কৰ কালিমা আৰু সত্যাগ্ৰহীয়ে এই সামাজিক ব্যাধি নিৰ্মূল কৰিবলৈ সৰ্বপ্ৰকাৰে চেষ্টা কৰিব লাগিব। এইয়ে আছিল মহাত্মা গান্ধীৰ স্পৰ্শভাবনা নামৰ ব্ৰত। সত্যান্বেষীয়ে সামাজিক ন্যায় প্ৰতিষ্ঠাৰ বাবে এক শ্ৰেণীৰ মানুহে সমাজৰ আন একশ্ৰেণী মানুহৰ ওপৰত কৰা এনে অন্যায় আচৰণৰ বিৰুদ্ধে প্ৰতিকাৰ কৰিব লাগিব আৰু নিজৰ আচৰণৰ দ্বাৰা সমাজৰ এনে নীতিবিগৰ্হিত আৰু অন্যায় আচৰণ যে বেয়া তাক প্ৰতিপাদন কৰিব লাগিব। মহাত্মা গান্ধীৰ চেষ্টাত ভাৰতবৰ্ষত বহু কাল ধৰি চলি অহা অস্পৃশ্যতাৰ বহু পৰিমাণে উপশম হ'ল আৰু কোনো কোনো প্ৰান্তত, বিশেষকৈ অসমত তাৰ তীব্ৰতা একেবাৰেই নাইকিয়া হৈ গ'ল। অৱশ্যে স্বাধীনতাৰ পিচত এই অস্পৃশ্যতাই নতুন ৰূপত, বিশেষকৈ অৰ্থনৈতিক সা-সুবিধা ভোগৰ বাবে আৰু ৰাজনৈতিক ভূমিকা লবৰ সম্ভাবনাই দেখা দিছে আৰু ই পুনৰ সমাজত বিভেদ সৃষ্টি কৰাৰ আশঙ্কা আছে।

মহাত্মা গান্ধীৰ জীৱন-দৰ্শন সজ জীৱন যাপনৰ দৰ্শন। সৎ হোৱা, সৎ কাম কৰা—এয়ে আছিল মহাত্মাৰ মূল মন্ত্ৰ। সৎ হৈ থাকিবলৈ আৰু সৎ জীৱন যাপন কৰিবলৈ জ্বলন্ত আৰু জীৱন্ত আদৰ্শৰ প্ৰয়োজন। সেই আদৰ্শ মহাত্মাই দেশবাসীৰ আগত দাঙি ধৰিছিল—কোনো নতুন আদৰ্শ আৱিষ্কাৰ কৰি নহয়, ভাৰতৰ কালজয়ী সনাতন ঐতিহ্য আৰু পৰম্পৰাৰ আদৰ্শৰ পুনৰাবৃত্তি কৰি নাইবা বিস্মৃত আদৰ্শক নতুনকৈ সোঁৱৰাই দি। এই আদৰ্শ মানুহ প্ৰকৃততে মানুহ হোৱাৰ আদৰ্শ, মানৱাত্মাৰ সম্ভাব্য সত্তা

আৰু ঐশ্বৰ্যৰ বিকাশৰ আদৰ্শ, মানুহৰ পূৰ্ণ-জীৱনৰ উপলব্ধিৰ আদৰ্শ। এই আদৰ্শ অকল নৈতিকতাবোধে প্ৰতিষ্ঠা কৰিব নোৱাৰে। নৈতিকতাৰ অধিস্থান আধ্যাত্মিক জীৱনৰ অনুশীলন নহলে নৈতিকতা উপযোগবাদত পৰিণত হয় আৰু তাৰ পৰিণতি হয় ভোগবাদত। এতেকে মহাত্মাজীয়ে বিশ্বাস কৰিছিল যে মানুহৰ পৰম পুৰুষাৰ্থ আৰু লক্ষ্য হৈছে পৰমেশ্বৰৰ উপলব্ধি আৰু পৰমেশ্বৰৰ উপলব্ধিৰ সাধন হিচাবে হ'ল আত্মোপলব্ধি বা স্বভাৱোপলব্ধি। আত্মোপলব্ধি বা পৰমেশ্বৰোপলব্ধি সত্যান্বেষণ বিনে হব নোৱাৰে আৰু সত্যাংন্বেষণ কৰিবলৈ সত্যান্বেষীয়ে নিয়তভাৱে নিৰন্তৰ অহিংসা, ব্ৰহ্মচৰ্য, অস্তেয়, অপৰিগ্ৰহ, সৰ্বত্ৰ ভয় বৰ্জন, শাৰীৰ-শ্ৰম, স্বদেশী, সৰ্বধৰ্মে সমানত্ব, স্পৰ্শভাৱনা আদি ব্ৰত পালন কৰিব লাগিব। এই ব্ৰতকেইটা হৈছে সৎ হবলৈ, সৎ হৈ থাকিবলৈ আৰু জীৱনৰপৰা স্বাভাৱিকতে সৎ কৰ্ম নিসৰ্গিত হবলৈ প্ৰয়োজনীয় অপৰিহাৰ্য অনুশীলন।

মহাত্মা গান্ধীৰ জীৱন-দৰ্শন প্ৰচাৰৰ বা অধ্যাপনাৰ দৰ্শন নহয়, ই জীৱন যাপন অনুশীলনৰ দৰ্শন। এই দৰ্শন শিকোৱাৰ দৰ্শন নহয়, ই উপলব্ধি কৰি নিজে পালন কৰাৰ জীৱন দৰ্শন। সেয়েহে মহাত্মা গান্ধীয়ে কৈছিল, 'মোৰ জীৱনেই মোৰ দৰ্শন'।

# গান্ধীবাদৰ বিজ্ঞানসন্মত আলোচনা

বিজয়চন্দ্ৰ ভাগৱতী

যুগপুৰুষ গান্ধী এই যুগৰ সাধাৰণ মানুহৰ আশা-আকাঙ্ক্ষাৰ প্ৰতীক। তেওঁৰ বাণী এই যুগৰেই বাণী। গান্ধীৰ জীৱনযাত্ৰা আৰু তেওঁৰ কথাৰ লগত আজিৰ যুগৰ ব্যৱহাৰিক জগতখনৰ ইমান বেছি পাৰ্থক্য সত্ত্বেও, গান্ধীক কেনেকৈ এই যুগৰ প্ৰতীক বুলি কব পাৰি বুলি তৰ্কৰ অৱতাৰণা হ'ব পাৰে। কিন্তু দৃশ্যমান সকলো অসামঞ্জস্য সত্ত্বেও গান্ধী আজিৰখন পৃথিৱীৰ তিনিশ কোটি মানুহৰ অৱচেতন মনৰ নিভৃত কোণত লুকাই থকা ভাবৰেই জীৱন্ত প্ৰকাশ। সকলো উন্নতি আৰু ঐশ্বৰ্যৰ মাজত আজিৰ যুগত মানুহৰ যি দীনতা, তাৰ বিৰুদ্ধে গান্ধীয়ে বিদ্ৰোহৰ পতাকা উৰুৱাই, এই যুগৰেই অন্তৰাত্মাৰ ভাবৰ ভাষা দিছে। আজিৰ যুগৰ মানুহৰ আত্মাৰ যি ক্ষুধা, সংসাৰৰ যি অভাৱ, দৈন্য, সেই সকলো দূৰ কৰি, আজিৰ যুগৰ প্ৰয়োজন পূৰণ কৰিবলৈ এই যুগেই বিচাৰিছে নতুন এটা যুগ সৃষ্টি কৰিবলৈ। গান্ধী সেই নতুন যুগৰ আগজাননী দিওঁতা।

ভাৰতৰ স্বাধীনতা যুদ্ধৰ গৱেষণাগাৰত পৰীক্ষা হৈছিল যদিও, যুগপুৰুষ গান্ধীয়ে যি সত্য যুগ প্ৰতিষ্ঠা কৰিব খুজিছিল, সি ভাৰত বা কোনো এখন দেশৰ কাৰণে মাথোন নাছিল। ভাৰতত কৃতকাৰ্যতাৰে যি সত্যৰ তেখেতে পৰীক্ষা কৰিছিল, সি বিশ্বজনীন সত্য। সৰ্বমানৱৰ কাৰণে আৰু সকলো দেশতে ই সমানে প্ৰযোজ্য। এই সত্যটো হৈছে যে সত্য আৰু প্ৰেমৰ শাশ্বত নীতি অকল আধ্যাত্মিক জগততে নহয়, ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰতো প্ৰযোজ্য অমোঘ অস্ত্ৰ আৰু দুৰ্বাৰ ভাব শক্তি।

মানুহৰ ইতিহাসত বিভিন্ন গোষ্ঠী, জাতি বা দেশৰ ভিতৰত যেতিয়াই যি ৰাজনৈতিক বিবাদ দেখা দিছে, এতিয়ালৈকে তাৰ নিষ্পত্তিৰ চেষ্টা কৰা হৈছে হিংস অস্ত্ৰ প্ৰয়োগ কৰি বা শাৰীৰিক বলৰ দ্বাৰা। ইয়াৰ ফলত যুগ-যুগান্তৰ ধৰি, মানুহ জাতিৰ যি অপৰিসীম আৰ্থিক ক্ষতি হৈছে, তাৰ হিচাপ দিয়া সম্ভৱ নহয়। আৰ্থিক ক্ষতিৰ কথা বাদ দিও, যুদ্ধই মানুহৰ শিক্ষা, সংস্কৃতি

আৰু সভ্যতাৰ ওপৰত যি কালিমা সানিছে, সেই কথা ভাবিলেও দুখ লাগে। মানুহৰ ইতিহাসৰ আটাইতকৈ ডাঙৰ ব্যৰ্থতা হৈছে যে যি মানুহে নিজৰ বুদ্ধিৰ বলত পাৰমাণবিক শক্তিকো মানুহৰ কামত লগাব পৰা হৈছে আৰু গ্ৰহান্তৰ ভ্ৰমণো সম্ভৱপৰ কৰি তুলিছে, সেই মানুহেই সাধাৰণ কাজিয়া-পেচাল শান্তিপূৰ্ণভাৱে মীমাংসা কৰিব নোৱাৰি পৃথিৱীৰ সেউজীয়া ঘাঁহনি লগৰীয়া মানুহৰ তেজেৰে ৰাঙলী কৰিছে। মানুহে বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ সহায়ত অসাধ্য সাধন কৰিছে যদিও, মানুহ হিচাপে মানুহ তথাকথিত বৰ্বৰতাৰ যুগৰপৰা আগবাঢ়িছেনে পিছলৈ গৈছে, সেই বিষয়ে প্ৰশ্ন মুঠাকৈ থকা নাই। মানুহৰ ভৌতিক বিদ্যাৰ জ্ঞান অভাবনীয় হিচাপে বৃদ্ধি পাইছে—যুগ-যুগান্তৰৰপৰা স্তূপীকৃত ঐশ্বৰ্যেৰে দৰ্শন, বিজ্ঞান, ৰাজনীতি, সাহিত্য আদিৰ ক্ষেত্ৰত মানুহ ঐশ্বৰ্যশালী হৈছে; কিন্তু যি অনুপাতে বাহিৰৰ পৃথিৱীৰ সম্পৰ্কত ব্যৱহাৰিক জগতত মানুহৰ উন্নতি হৈছে, সেই অনুপাতে মানুহৰ মানৱীয় গুণৰাশিৰ, মানুহৰ ভিতৰৰ মানুহজনৰ, আত্মপুৰুষৰ বিকাশ হৈছে বুলি দাবী কৰা টান। এনে অৱস্থাই মানুহৰ জগতত ভাৰসাম্য সৃষ্টি কৰিছে। যন্ত্ৰৰ ক্ৰমোন্নতিৰ বলত মানুহে যাদুকৰতকৈও আচৰিত কাম কৰিব পৰা হৈছে। কিন্তু মানুহৰ সংসাৰত সুখ-শান্তি বাঢ়িছে বুলি কব নোৱাৰি। ভৌতিক বিজ্ঞানৰ সমানে মনস্তত্ত্ব আৰু আধ্যাত্মিকতাৰ বিজ্ঞানৰ চৰ্চাৰ ওপৰত জোৰ নিদিয়াত, আৰু ঐহিক উন্নতিৰ লগত পাৰমাৰ্থিক উন্নতিৰ সংযোগ ৰক্ষা কৰিব নোৱাৰাত, মানুহৰ জীৱনত বিভ্ৰাট ঘটিছে। আজিৰ যুগত মানুহে এনে এটা সঙ্গতিবিহীন পৰস্পৰ-বিৰোধী অৱস্থাৰপৰা উদ্ধাৰ পাবৰ এটা উপায় বিচাৰিছে।

সাম্ৰাজ্যবাদ আৰু পুঁজিবাদৰ সমাজত, সেই সমাজৰ অন্তৰ্নিহিত কাৰণতে বিভেদ, বিবাদ, যুদ্ধ-বিগ্ৰহ, শোষণ, উৎপীড়ন, অন্যায়, অবিচাৰ চলিছে। গতিকে, মানুহৰ সমাজত শান্তি প্ৰতিষ্ঠা কৰিবলৈ, শোষণ, অন্যায়, অবিচাৰ দূৰ কৰিবলৈ, পুঁজিবাদী আৰু সাম্ৰাজ্যবাদী সমাজৰ অন্ত পেলোৱাটো সৰ্বপ্ৰথম কাম। এই বিশ্বাসতে ৰুছ আৰু চীনৰ সাম্যবাদী বিপ্লৱৰ প্ৰতি পৃথিৱীৰ সাধাৰণ ৰাইজে ওলগ জনাইছিল। কিন্তু সাম্যবাদী বিপ্লৱে মানুহ জাতিৰ প্ৰগতিৰ ইতিহাসত ডাঙৰ অৱদান দিছে যদিও এই যুগৰ মূল আসোঁৱাহ দূৰ কৰিব পৰা নাই আৰু নতুন সমস্যা সৃষ্টি নকৰাকৈও থকা নাই। সাম্যবাদী দেশে সাম্ৰাজ্যবাদী শক্তিৰ দৰে আন দেশৰ ওপৰত আক্ৰমণ কৰিব নোৱাৰে, সেই তথ্য ভুল প্ৰতিপন্ন হ'ল সেইদিনা, যিদিনা

সাম্যবাদী চীনে ভাৰতৰ বিৰুদ্ধে সশস্ত্ৰ অভিযান চলালে। সাম্যবাদী আদৰ্শই আন্তৰ্জাতিক মিলনৰ কাৰণে কাম কৰে আৰু তাত উগ্ৰ সঙ্কীৰ্ণ জাতীয়তাৰ অৰিয়া-অৰিৰ ঠাই নাই বুলি কৰা দাবীও সেইদিনা নৰজা হ'ল, যিদিনা সাম্যবাদী ৰাছিয়া আৰু সাম্যবাদী চীনে তেওঁলোকৰ জাতীয় স্বাৰ্থৰ কাৰণে সাম্যবাদকো নিজৰ নিজৰ দেশত স্বকীয়াভাৱে গঢ় দিবলৈ ললে। আকৌ সিদিনা যেতিয়া ৰাছিয়াই সাম্যবাদী সমাজৰ অন্তৰ্ভুক্ত চেকোশ্লোভেকীয়াৰ ওপৰত সশস্ত্ৰ বাহিনী লৈ আচম্বিতে জপিয়াই পৰিল, তেতিয়া মানুহৰ মনত এই প্ৰশ্নটো দেখা দিলে যে মানুহে অতদিন অনুসৰণ কৰি অহা পদ্ধতিতকৈ সমস্যা সমাধানৰ কাৰণে সাম্যবাদে অন্য কিবা নতুন পদ্ধতি মানুহ জাতিক দিব পাৰিছেনে, নতুবা সেই আগৰ পদ্ধতিকে অনুসৰণ কৰি, সেই আগৰ দৰেই, এটা সমস্যা সমাধান কৰিবলৈ গৈ আন সমস্যাৰ উদ্ভৱহে কৰিছে।

এইখিনিতে আজিৰ অৱস্থাত মানুহৰ মনৰ সন্দেহ দূৰ কৰিব পৰাকৈ উত্তৰ দিব পৰা মতবাদ হৈছে গান্ধীবাদ। গান্ধীবাদে পোন প্ৰথমে মানুহক সম্পূৰ্ণভাৱে চাইছে। মানুহৰ আধ্যাত্মিক, ধাৰ্মিক, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক দিশবিলাক পৰস্পৰৰ লগত অসংলগ্ন বা বিৰোধী হিচাপে নেচাই, কেউটা দিশ বা ভাগ মিলাইহে যে মানুহৰ জীৱনৰ সম্পূৰ্ণতা আৰু কৃতকাৰ্যতা লাভ হব পাৰে, সেই কথাৰ ওপৰত গান্ধীবাদে সকলোতকৈ বেছি গুৰুত্ব দিয়ে। মানুহে প্ৰত্যেকে নিজৰ জীৱনটো এনেভাৱে সমগ্ৰ হিচাপে চালে আৰু ললে, ধৰ্মক্ষেত্ৰত পূজা-অৰ্চনা কৰা মানুহজনে বা বক্তৃতা-মঞ্চত সুন্দৰ কথা কোৱা মানুহজনে ৰাজনৈতিক চক্ৰান্ত বা ব্যৱসায়ৰ ক'লা-বজাৰৰ কথা ভাবিব নোৱাৰে। কূটনীতি বা শিল্প-বাণিজ্যত ছলে-বলে-কৌশলে কাৰ্যোদ্ধাৰৰ ভাবেই হব নোৱাৰে। গান্ধীজীৰ শিক্ষা হৈছে যে মঠ-মন্দিৰ, নামঘৰ-মছজিদ-গীৰ্জালৈ যি ভাব লৈ মানুহ সোমায়, সেই একে ভাব লৈয়েই দোকানীয়ে দগা-পাল্লা ধৰিব আৰু কূটনীতিজ্ঞই তেওঁৰ কূটনৈতিক কামো কৰিব। গান্ধীজীৰ মতে ব্যক্তিগত জীৱনত যিবিলাক নীতি মানি চলিলে মানুহজনক ভাল বুলি কোৱা হয়, জাতি বা দেশৰ প্ৰশ্ন উঠিলেও সেই নীতিৰ লৰচৰ হব নোৱাৰিব। ধৰ্মজগতৰ যিবিলাক নীতি, ৰাজনীতি আৰু অৰ্থনীতিৰ ক্ষেত্ৰতো সেই একে নীতিৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। একেডাল সূতাৰে যেনেকৈ বহুতো মণি গঁথা হয়, তেনেকৈ জীৱনৰ ক্ষেত্ৰ আৰু

কাম বেলেগ বেলেগ হলেও তাক বান্ধি ৰাখিব লাগিব সত্য আৰু প্ৰেমৰ এডাল সূতাৰেই। গান্ধী-দৰ্শনৰ ই এটা মূল ভাব।

সঙ্গীতে অনিৰ্বচনীয় আনন্দ দিয়ে—সুৰ আৰু তাল-মান-লয়ৰ সামঞ্জস্যৰ কাৰণে। যেতিয়াই সেই সামঞ্জস্য—তাল-মান-লয়—ভঙ্গ হয়, তেতিয়াই সঙ্গীত দুঃখদায়ক হৈ পৰে। নীহাৰিকা, তৰা, গ্ৰহ, উপগ্ৰহ, জগত, জীৱ—এই সকলোৰে জীৱনৰ গতি নিয়ন্ত্ৰণ কৰিছে এক সীমাহীন, দুখহীন, মৃত্যুহীন সামঞ্জস্যপূৰ্ণ বিশ্ব সৃষ্টিৰ আইনে। এই আইন ক'তো তাল-মান-লয় ভঙ্গ নোহোৱা মধুৰ সঙ্গীতৰ দৰে। এই আইন আৰু এই আইন ৰচোঁতা গান্ধীজীৰ মতে অভিন্ন। মানুহৰ ব্যক্তিগত বা সামাজিক জীৱনত যেতিয়াই এই আইনৰ লগত সঙ্গতি নোহোৱা হয়, তেতিয়াই দুখ-শোকৰ তাড়না ভুগিব লগা হয়। ই মাতৃৰ লগত সন্তানৰ বিচ্ছেদৰ দৰে, কপোত-কপোতীয়ে লগ এৰা-এৰি হোৱাৰ দৰে দুঃখজনক দৃশ্য। গান্ধীবাদৰ মূল শিক্ষা হৈছে সৃষ্টিৰ মূল ধৰ্মৰ লগত সঙ্গতি বা সামঞ্জস্য ৰাখি মানুহৰ জীৱন গঢ়ি তোলা। এই মূল কথাটোলৈ আওকাণ কৰি আৰু ইয়াক এটা দাৰ্শনিক ভাব বুলি উৰাই দি, মানুহে কেতিয়াও ৰাষ্ট্ৰীয় আৰু অৰ্থনৈতিক ক্ষেত্ৰতে সুখ-শান্তিৰ ৰামৰাজ্য প্ৰতিষ্ঠা কৰিব নোৱাৰে। ধৰ্মজগতত বা আধ্যাত্মিক ক্ষেত্ৰত মূল্য দিলেও, ৰাজনীতি আৰু অৰ্থনীতিৰ পৃথিৱীত ইয়াক এটা বস্তুত্ববিহীন শূন্যগৰ্ভ মানসিক ধাৰণা বুলি ভাবি অহা হৈছে। কিন্তু ইয়েই মানুহৰ সংসাৰত বহুতো অনৰ্থৰ মূল।

চুলি এডালৰো বিচ্যুতি নোহোৱাকৈ তেওঁলোকৰ নিজৰ নিজৰ কক্ষত বিশ্বস্ৰষ্টাৰ আইন মানি চলি আছে কাৰণে যেনেকৈ অনন্ত কোটি ব্ৰহ্মাণ্ডত নভোমণ্ডলত তাৰকা আৰু গ্ৰহ নক্ষত্ৰৰ মাজত কেতিয়াও কোনোপ্ৰকাৰে সংঘৰ্ষৰ কাৰণ ঘটা নাই, তেনেকৈ ব্যক্তি, পৰিয়াল, সম্প্ৰদায়, গোষ্ঠী আৰু জাতিৰ ভিতৰতো সংঘৰ্ষৰ কোনো কাৰণ জন্মিব নোৱাৰে যদি মানুহে সৃষ্টিৰ মূল আইন ভঙ্গ নকৰে। পৃথিৱীৰ সকলো দেশৰে সকলো মানুহৰে ৰাজনৈতিক, আৰ্থিক, সামাজিক আৰু আধ্যাত্মিক স্বাৰ্থ একেটা। বিৰোধিতা দেখা দিয়ে, সংঘৰ্ষ ঘটে, শোষণ, অত্যাচাৰ, অবিচাৰ সম্ভৱ হয়, মানুহে এই বুনিয়াদী একত্ব পাহৰি সৃষ্টিৰ মূল আইনৰ বিৰোধিতা কৰাৰ কাৰণেহে। গান্ধীবাদী প্ৰচেষ্টা হৈছে মানুহক নিজৰ কক্ষচ্যুত নোহোৱাকৈ সৃষ্টিৰ মূল উদ্দেশ্য সিদ্ধিৰ উদ্দেশ্যে নতুনভাৱে প্ৰেৰণা সৃষ্টি কৰা।

প্ৰশ্ন হ'ব পাৰে যে এয়ে যদি গান্ধীবাদ তেন্তে এজন এজনকৈ মানুহক ভাল কৰিবলৈ ধৰ্মই ইমান দিন কৰি অহা চেষ্টাতকৈ গান্ধীবাদৰ পাৰ্থক্যনো কোনখিনিত ? এজন এজনকৈ মানুহে ব্যক্তিগতভাৱে কৰা সাধনাৰ ওপৰত নিৰ্ভৰ কৰি মানুহৰ সমাজ শুদ্ধ কৰা যাবনে, নতুবা ৰাষ্ট্ৰ আৰু সমাজ-ব্যৱস্থা ভাল কৰি আগবঢ়া যাব ? সমাজৰ সংগঠন, অৰ্থনৈতিক ব্যৱস্থা, ৰাষ্ট্ৰনীতি আৰু আইনে যে মানুহৰ জীৱন বহু পৰিমাণে নিৰূপিত কৰে আৰু নিয়ন্ত্ৰিত কৰিব পাৰে এই বিষয়ে সন্দেহ নাই। পুঁজিবাদী ৰাষ্ট্ৰ বা সমাজত, সৰ্বসাধাৰণৰ স্বাৰ্থ ৰক্ষা হ'ব নোৱাৰে। কিয়নো, তেনে সমাজ বা ৰাষ্ট্ৰত শোষণৰ বাট মুকলি থাকে। আনহাতেদি, সমাজবাদী ৰাষ্ট্ৰ বা সমাজত সৰ্বসাধাৰণৰ অৰ্থনৈতিক স্বাৰ্থৰক্ষা কৰাই সৰ্বক্ষণৰ কাম। তেনে সমাজত শোষণৰ সকলো বাট বন্ধ হয়। ইয়াৰপৰা পৰিষ্কাৰকৈ বুজা যায় যে মানুহৰ সমাজৰপৰা শোষণ আদি নাইকিয়া কৰিবলৈ, সমাজ ব্যৱস্থা পৰিৱৰ্তনৰ ওপৰত জোৰ দিব লাগিবই। গান্ধীবাদেও তেনে পৰিৱৰ্তন অপৰিহাৰ্য বুলি ভাবে। দৰাচলতে গান্ধীবাদে যি পৰিৱৰ্তনৰ কথা ভাবে, সি এতিয়ালৈকে পৃথিৱীত যিমান বিপ্লৱ হৈছে তাতোকৈ বৈপ্লৱিক। কিন্তু গান্ধীবাদে এই কথাটোত জোৰ দিব খোজে যে অকল ব্যৱস্থা বা শৃঙ্খলাৰ আমূল পৰিৱৰ্তন কৰিলেই মানুহৰ সমাজখন নিকা হ'ব নোৱাৰে। ব্যৱস্থা বা শৃঙ্খলা পৰিৱৰ্তনৰ লগে লগে মানুহখিনিৰ মনৰ ভাবৰো পৰিৱৰ্তন কৰিব পাৰিব লাগিব। স্বয়ং-পৰিচালিত হিচাপে বিৰাট যন্ত্ৰ-কাৰখানা এটা পৰিচালিত হোৱাৰ কথা আজিকালি সহজ কথা হৈ আহিছে যদিও, মানুহ নোহোৱাকৈয়ে জিন্দ পাঁচে চন্দ্ৰগ্ৰহ প্ৰদক্ষিণ কৰি উভতি আহিব পাৰিছে যদিও, ক'ৰবাত কোনোবা এজন মানুহে বুটাম টিপিবই লাগিব। যিমানেই বেছি জটিল স্বয়ং-পৰিচালিত যন্ত্ৰ ওলাব, তিমানেই সেই যন্ত্ৰৰ পিচত সংখ্যাত বৰ কম হলেও, বিশেষ পাৰদৰ্শী, উপযুক্ত মানুহৰ প্ৰয়োজন হ'ব। যন্ত্ৰ কাৰখানাত যিটো কথা খাটে, ৰাষ্ট্ৰ বা সমাজ পৰিচালনাৰ ক্ষেত্ৰত সেই কথাটো তাতোকৈ বেছিকৈ খাটে। সমাজ ব্যৱস্থা যিমানেই ক্ৰান্তিকাৰী হ'ব, তিমানেই সেই ব্যৱস্থা পৰিচালনা কৰা মানুহখিনি ভাল হোৱা প্ৰয়োজন। পুঁজিবাদত প্ৰতিযোগিতাই একমাত্ৰ প্ৰতিষেধক। সেই সমাজত বহুতৰ মাজত শিল্প ব্যৱসায় কৰোঁতে প্ৰতিযোগিতা হয় আৰু সিয়েই তেওঁলোকৰ সমাজক বৰ বেছি বেয়ালৈ যোৱাৰপৰা ৰক্ষা কৰিব পাৰে। কিন্তু সমাজবাদত তেনে প্ৰতিযোগিতাৰ প্ৰশ্ন নুঠে। তাত

সমাজৰ হৈ ৰাষ্ট্ৰই আৰু ৰাষ্ট্ৰৰ হৈ দুই-চাৰিজন মানুহে একচেতীয়াভাৱে শিল্প-ব্যৱসায় আদিত নিয়ন্ত্ৰণ চলাব পৰা হয়। এইকেজন মানুহ; কাজেই পুঁজিবাদী সমাজতকৈ বেছি পাৰদৰ্শী, কৰ্তব্যপৰায়ণ আৰু নিষ্ঠাবান নহলে সমাজবাদী নিয়ন্ত্ৰণৰপৰা আহুকালো সৃষ্টি হব পাৰে। সেইকাৰণে যিমানেই প্ৰগতিশীল ৰাষ্ট্ৰ বা সমাজ ব্যৱস্থাই নহওক, তাৰ ওপৰতে সকলো কথা নিৰ্ভৰ নকৰে। পৰিচালনা কৰা মানুহ কিজনৰ ওপৰতো বহুতখিনি কথা নিৰ্ভৰ কৰে। সেই মানুহকিজন কেতিয়া কোন হয়, কেতিয়া ৰাইজে কাক সেই দায়িত্ব দিয়ে বা কেতিয়া কোনে সেই ক্ষমতা হস্তগত কৰে কব নোৱাৰি। সেয়েহে স্বাধাৰণভাৱে মানুহখিনিৰ ব্যক্তিগত জীৱন নিকা, শুদ্ধ আৰু ভাল কৰাৰ ওপৰত গান্ধীবাদে জোৰ দিয়ে। আকৌ, মানুহ ভাল হোৱাৰ উপায় হৈছে, মানুহৰ জীৱনৰ লগত বিশ্ব সৃষ্টিৰ আইনৰ অসঙ্গতি বা অসামঞ্জস্য দূৰ কৰা। বিশ্বৰ সকলো মানুহৰ ভিতৰত যি স্বাভাৱিক আৰু মৌলিক একত্ব, সেই একত্ব উপলব্ধি কৰা। গান্ধীবাদী দৰ্শনৰ এয়ে মূল ভাব।

পুঁজিবাদী সমাজৰ ৰাষ্ট্ৰত গণতন্ত্ৰৰ নীতিমতে সাধাৰণেও ৰাজনৈতিক স্বাধীনতা আৰু অধিকাৰ ভোগ কৰিব পাৰে। কিন্তু তাত সাধাৰণৰ অৰ্থ-নৈতিক স্বাধীনতা আৰু অধিকাৰ নেথাকে কাৰণে ৰাজনৈতিক স্বাধীনতা অন্তঃসাৰশূন্য হৈ পৰে। সাম্যবাদী সমাজত বা ৰাষ্ট্ৰত অৰ্থনৈতিক স্বাধীনতা আৰু অধিকাৰ সৰ্বজনে ভোগ কৰে; কিন্তু তাত ৰাজনৈতিক স্বাধীনতা আৰু অধিকাৰৰপৰা সাধাৰণ ৰাইজ বঞ্চিত হয়। গান্ধীবাদৰ চেষ্টা হৈছে, প্ৰতিজন মানুহকে গাইগুটীয়া আৰু সামাজিকভাৱে যোল অনা ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাধীনতাৰ অধিকাৰী কৰা আৰু তাৰ কাৰণে ৰাষ্ট্ৰ পৰিচালনাত আৰু অৰ্থনৈতিক ক্ষেত্ৰতো বিকেন্দ্ৰীকৰণ নীতি পূৰ্ণভাৱে প্ৰয়োগ কৰা। দাৰ্শনিক বিচাৰৰ ফালৰপৰা গান্ধীবাদৰ যুক্তি অকাট্য। বৰ্তমান যুগৰ দুখ-দুৰ্দশাৰ মূল কাৰণবিলাক নিৰ্মূল কৰাৰ কাৰণে গান্ধীবাদতকৈ ক্ৰান্তিকাৰী দৰ্শনৰ কথা ভবা টান। কিন্তু কোনো দাৰ্শনিক মতবাদৰ কাৰ্যকাৰিতা আধ্যাত্মিক বা ধাৰ্মিক জীৱনতে মাথোন সীমাবদ্ধ নেৰাখি, ৰাষ্ট্ৰীয় আৰু অৰ্থনৈতিক ক্ষেত্ৰতো তাক কাৰ্যকৰী কৰিব লাগিলে, চিৰাচৰিত দাৰ্শনিক বিচাৰধাৰাই যথেষ্ট নহয়। আৰ্থিক জগতত উৎপাদনৰ ক্ষেত্ৰত কি যন্ত্ৰ আৰু প্ৰণালী প্ৰয়োগ হব আৰু কেনেভাৱে প্ৰয়োগ হব, সেইটোও বিশেষ জৰুৰী প্ৰশ্ন। গান্ধীবাদৰো কৃতকাৰ্যতা নিৰ্ভৰ কৰিব এই প্ৰশ্নটোৰ সমুচিত উত্তৰ দিব পৰাৰ ওপৰত।

গান্ধীবাদে মানুহৰ সমাজত আৰ্থিক বৈষম্য দূৰ কৰিবলৈ বিতৰণৰ প্ৰশ্ন নিৰাকৰণৰ উদ্দেশ্যে যি প্ৰণালীৰ কথা ভাবে, মৌলিক বিচাৰত সি মাৰ্ক্সীয় সাম্যবাদৰ তথ্যতকৈ বেছি বিজ্ঞানসন্মত। মাৰ্ক্সবাদে উৎপাদনৰ ব্যৱস্থা আৰু উৎপাদনৰ উপায়সমূহ ৰাষ্ট্ৰীয়কৰণ কৰি, আৰ্থিক বৈষম্যৰ মূল কাৰণ নাইকিয়া কৰিব খোজে। কিন্তু এনে কেন্দ্ৰীভূত উৎপাদন-ব্যৱস্থাৰ ফলত স্বয়ংক্ৰিয় হিচাপে আপোনা-আপুনি সমবিতৰণ হব বুলি কব নোৱাৰি। উদাহৰণ স্বৰূপে সাম্যবাদী নীতিমতে কৃষিৰ ক্ষেত্ৰত যি কলেক্টিভ ফাৰ্মৰ আঁচনি লোৱা হৈছে, তাৰ কথা আলোচনা কৰিব পাৰি। কলেক্টিভ ফাৰ্মত সকলো কৃষকে উমৈহতীয়াভাৱে খেতি কৰিবলৈ সুযোগ পায়। তেতিয়া উৎপাদনৰ উপাদান-সমূহ যেনে মাটি আদিৰ ওপৰত কাৰো ব্যক্তিগত মালিকানাস্বত্ব নোহোৱাত, তাৰ সহায়ত এজনে আন এজনক শোষণ কৰাৰ বাট বন্ধ হয়। সঁজুলি, সাৰ, পানী-যোগান আদিৰ ওপৰত কাৰো আছুতীয়া অধিকাৰ নেথাকিব কাৰণে এজন খেতিয়কে বেছি সুবিধা আৰু আনজনে কম সুবিধা পোৱাৰ প্ৰশ্নও নুঠিব। কিন্তু সকলোৱে মিলি কাৰো ব্যক্তিগত মালিকানাস্বত্ব নথকা হিচাপে কৃষিৰ যি উৎপাদন কৰিলে, কৃষি কৰা লোকসকলৰ মাজত বা আন খাওঁতা-সকলৰ কাৰণে সেই কৃষিজাত বস্তুখিনি কাৰো ক'তো অসুবিধা নোহোৱাকৈ বিলোৱাৰ প্ৰশ্ন তাৰ দ্বাৰাই মীমাংসা হৈ নেযায়। উমৈহতীয়া ভঁৰালৰপৰা খেতিয়কৰ আৰু আনৰ মাজত সমবিতৰণৰ সুকীয়া ব্যৱস্থা কৰিবলগীয়া হৈ থাকে।

পুঁজিবাদৰ পদ্ধতি মতে সকলোকে সুকীয়াভাৱে উৎপাদন কৰিবলৈ এৰি দিয়া হয়। তেওঁলোকে উৎপাদনৰ উপায়সমূহৰ ওপৰত মালিকানাস্বত্ব স্বীকাৰ কৰি লয়। ইয়াৰ ফলতে সংৰক্ষিত স্বাৰ্থ আৰু ধনৰ অসাম্যৰ সৃষ্টি হয়। সাম্যবাদে উৎপাদনৰ উপায়সমূহৰ ওপৰত ব্যক্তিগত মালিকানাস্বত্ব উঠাই দি এনে আসোঁৱাহ দূৰ কৰিব খুজিছে। কিন্তু কলেক্টিভ ফাৰ্মৰ উদাহৰণৰপৰা দেখা গৈছে যে তেনেকৈ ব্যক্তিগত মালিকানাস্বত্বৰ ফলত দেখা দিয়া অসুবিধা নাইকিয়া কৰিব পাৰি যদিও, বিতৰণৰ বেমেজালি স্বয়ংক্ৰিয় হিচাপে নাইকিয়া হয় বুলি কব নোৱাৰি।

গান্ধীবাদে দাবী কৰে যে বিকেন্দ্ৰীকৰণ উৎপাদন প্ৰণালীৰ দ্বাৰা উৎপাদনৰ লগে লগেই বিতৰণৰ সমস্যাও সমাধান কৰিব পাৰি। গান্ধীবাদৰ মতেও সাম্যবাদী নীতিৰ দৰেই উৎপাদনৰ মূল উপায়সমূহৰ ওপৰত ব্যক্তিগত মালিকানাস্বত্ব থাকিব নেলাগে। অহিংস প্ৰণালীৰে কেনেকৈ তাকে

কাৰ্যকৰী কৰিব পাৰি, আচাৰ্য বিনোৱাজীয়ে 'গ্ৰামদান' আন্দোলনৰ জৰিয়তে তাৰে কাৰ্যকৰী আঁচনি দাঙি ধৰিছে। কিন্তু বৰ্তমান সময়ত উৎপাদনৰ ক্ষেত্ৰত আধুনিক বিজ্ঞান আৰু কাৰিকৰী বিদ্যাই যিখিনি উন্নতি কৰা সম্ভৱপৰ কৰি তুলিছে, তাৰপৰা পিছ নোহোঁহাকৈ গান্ধীবাদী প্ৰণালী মতে উৎপাদন কৰি কৃতকাৰ্যতা লাভ কৰাৰ কাৰণে উপযুক্ত যন্ত্ৰ আৱিষ্কাৰ হৈছে বুলি কব নোৱাৰি। বিকেন্দ্ৰীকৰণ উৎপাদনৰ অৰ্থ যদি এয়ে হয় যে আগৰ যুগৰ—যন্ত্ৰযুগৰ আগৰ—অৱস্থা, তেন্তে আজিৰ মানুহে তাক গ্ৰহণ কৰিবলৈ টান পাব। আজিৰ পৃথিৱীত তিনিশ কোটি মানুহৰ ভিতৰত বেছিখিনিৰে অভাৱ-অনাটন। এই তিনিশ কোটি মানুহৰ প্ৰতিজনৰে অভাৱ-অনাটন দূৰ কৰিবলৈ হলে বিতৰণৰ আসোঁৱাহ নিৰ্মূল কৰাটো প্ৰথম চৰ্ত। তাৰ কাৰণে ৰাষ্ট্ৰ আৰু সমাজ ব্যৱস্থাৰ পৰিৱৰ্তন হব লাগিব। কিন্তু বিতৰণৰ ব্যৱস্থা ভাল কৰিলেই যথেষ্ট নহয়। কৃষি আৰু শিল্পৰ ক্ষেত্ৰত এতিয়াতকৈ বহুত গুণ বেছিকৈ উৎপাদন কৰিব লাগিব। এই কাম পুৰণি যুগৰ উৎপাদন যন্ত্ৰেৰে সম্ভৱপৰ বুলি ভাবিব নোৱাৰি। গতিকে, পুৰণি যুগত বিকেন্দ্ৰীকৰণ উৎপাদনৰ যি ব্যৱস্থা আছিল, আজি গান্ধীবাদৰ বিকেন্দ্ৰীকৰণ ব্যৱস্থাৰ লগত সি একে হব নোৱাৰে। কিয়নো গান্ধীবাদৰ অৰ্থনৈতিক আঁচনিয়ে বৰ্তমান যুগৰ অৰ্থনৈতিক সমস্যা সমাধান কৰাৰ কথা ভাবে। গান্ধীবাদৰ উৎপাদন প্ৰণালী গৰু-গাড়ীৰ উৎপাদন প্ৰণালীলৈ উভতি যোৱাৰ কথা বুলি ভাবিলে ভুল হব। মূলতে আদি সাম্যবাদৰপৰা ধাৰণাটো ধাৰ কৰি ললেও বৰ্তমানৰ বিজ্ঞানসন্মত সাম্যবাদৰ স্বৰূপ, প্ৰকাৰ, আদি সাম্যবাদৰপৰা যেনেকৈ বেলেগ, তেনেকৈ আগৰ যুগৰ কুটীৰ শিল্পৰপৰা বিকেন্দ্ৰীকৰণ উৎপাদনৰ ধাৰণাটো ললেও গান্ধীবাদে আজিৰ যুগত বিকেন্দ্ৰীকৰণ উৎপাদন কৃতকাৰ্য কৰিবলৈ হলে তাৰো স্বৰূপ প্ৰণালী আদি সেই হিচাপে উন্নত কৰিব পাৰিব লাগিব। তাৰ কাৰণে উন্নততৰ যন্ত্ৰৰ আৱিষ্কাৰ কৰিবৰ প্ৰয়োজন আছে। আধুনিক যন্ত্ৰ-জগতত যিবিলাক যন্ত্ৰ আৱিষ্কাৰ হৈছে, উৎপাদনৰ যিবিলাক প্ৰণালী ওলাইছে, সেয়ে শেষ কথা নিশ্চয় হব নোৱাৰে। এনে এটা সময় নিশ্চয় কল্পনা কৰিব পাৰি যেতিয়া এতিয়াৰ দৰে এটা বিৰাট যন্ত্ৰ-কাৰখানাত যন্ত্ৰৰ অংশ বিশেষৰ দৰে মানুহো যন্ত্ৰ হৈ নগৈ, এতিয়াতকৈও বেছি কাৰ্যদক্ষতাৰে, তুলনামূলক হিচাপে অধিক উৎপাদন কৰিবপৰা সহজ আৰু সৰু যন্ত্ৰ উলিওৱা সম্ভৱপৰ হব।

সভ্যতাৰ মৌলিকতা নিৰ্ভৰ কৰে উৎপাদন যন্ত্ৰ আৰু প্ৰণালীৰ ওপৰত।

নতুন সভ্যতাৰ কাৰণে প্ৰথম চৰ্ত হৈছে, নতুন যন্ত্ৰ আৰু উৎপাদন প্ৰণালীৰ আৱিষ্কাৰ। পুঁজিবাদী আৰু সাম্যবাদী সমাজৰ উৎপাদনৰ যন্ত্ৰ একে ধৰণৰ। দুয়োবিধ সমাজ ব্যৱস্থাতে কেন্দ্ৰীভূত উৎপাদনত আপত্তি নাই। তেওঁলোকৰ মৌলিক পাৰ্থক্য কেৱল সম্পত্তিৰ মালিকানা স্বত্ব লৈ। পুঁজিবাদত ব্যক্তি আৰু সাম্যবাদত সমাজ বা ৰাষ্ট্ৰৰ হাতত মালিকানা স্বত্ব থাকে। গান্ধীবাদত অকল সমাজ ব্যৱস্থাৰ পৰিৱৰ্তনৰ কথাহে যে উঠিছে এনে নহয়। সমাজ আৰু ৰাষ্ট্ৰ-ব্যৱস্থাৰ উপৰিও, গান্ধীবাদে মানুহৰ সভ্যতাকে নতুন ৰূপ দিব খোজে। সেইকাৰণে উৎপাদনৰ নতুন যন্ত্ৰ আৱিষ্কাৰ কৰাৰ প্ৰশ্ন গান্ধীবাদী সভ্যতা, ৰাষ্ট্ৰ আৰু সমাজ ৰচনাৰ এটা অপৰিহাৰ্য চৰ্ত। এনে যন্ত্ৰ আৱিষ্কাৰ গান্ধীবাদৰ সমুখত এটা মুখ্য সমস্যা। যিসকলে বিশ্বাস কৰে যে গান্ধীবাদী সভ্যতাইহে মানুহৰ জীৱনত সুখ-শান্তি দিব পাৰে, মানুহক মানুহ হিচাপে সম্পূৰ্ণতা দিব পাৰে আৰু পৃথিৱীত অসাম্য-বৈষম্য নথকা শ্ৰেণীবিহীন, শোষণবিহীন, অন্যায়-অবিচাৰ নথকা ৰামৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰে, তেওঁলোকে গান্ধীবাদী সভ্যতাৰ উপযোগী যন্ত্ৰ আৱিষ্কাৰ কথাটোৰ বিষয়েও মনোনিবেশ কৰিব লাগে।

গান্ধীবাদে মীমাংসা কৰিবলগীয়া আন এটা জৰুৰী প্ৰশ্ন হৈছে, আক্ৰমণ-কাৰী শত্ৰুৰ বিৰুদ্ধে অহিংস প্ৰণালীৰে কেনেকৈ যুদ্ধ কৰি কৃতকাৰ্য হ'ব পাৰি। ভাৰতত বহুত বছৰ ইংৰাজ শাসন চলি আছিল। সেই শাসনৰ লগত অহিংস প্ৰণালীৰে অসহযোগ কৰি, যুদ্ধ কৰা যেনেকৈ সম্ভৱ হৈছিল, নতুনকৈ এখন দেশ জয় কৰিবলৈ অহা সশস্ত্ৰ সৈন্যবাহিনী এটাৰ লগত তেনেকৈ যুদ্ধ কৰা সহজ নহয়। পৃথিৱীৰপৰা হিংস যুদ্ধৰ প্ৰণালী নাইকিয়া কৰিবলৈ হ'লে, হিংস অস্ত্ৰেৰে সুসজ্জিত আক্ৰমণকাৰীৰ লগতো অহিংস প্ৰণালীৰে যুদ্ধ কৰাৰ কাৰ্যকৰী উপায় উলিয়াব লাগিব। হিটলাৰে ইংলণ্ড আক্ৰমণ কৰিব খোজাৰ সময়ত গান্ধীজীয়ে ইংৰাজসকলক সেই আক্ৰমণৰ কেনেকৈ সমুখীন হ'ব পাৰি, সেই বিষয়ে কিছু পৰামৰ্শ আগবঢ়াইছিল। কিন্তু তেনে আক্ৰমণ প্ৰতিহত কৰাৰ সম্পূৰ্ণ আঁচনি এখন তেতিয়া দিয়া সম্ভৱপৰ নাছিল। এতিয়া গান্ধীপন্থাৰ ওপৰত বিশ্বাস ৰখা, নিষ্ঠাবান আৰু প্ৰতিভাশালী লোকে অহিংস প্ৰণালীৰে হিংস অস্ত্ৰৰ আক্ৰমণ প্ৰতিৰোধ কৰাৰ উপায় উলিয়াৰ কথা ভাবিব লগা আছে। ই এটা অবাস্তৱ কথা বুলি ভাবিব নেলাগে। দৰাচলতে হিংস যুদ্ধৰ মাজতো নিৰুপদ্ৰৱ প্ৰতিৰোধৰ শক্তিয়েহে বহুত সময়ত যুদ্ধ এখনৰ জয়-পৰাজয় নিৰ্ণয় কৰা দেখা

যায়। উদাহৰণ স্বৰূপে, হিটলাৰে ৰাছিয়াৰ ওপৰত আক্ৰমণ কৰি প্ৰথম ছোৱাত যি অৱস্থাৰ সৃষ্টি কৰিছিল, সেই অৱস্থাত তেওঁলোকে সেইভাৱে নললেও জনসাধাৰণৰ আৰু আনকি কছ সৈন্যবাহিনীৰো নিৰুপদ্ৰৱ প্ৰতিৰোধ শক্তিয়েহে বেছি কাম কৰিছিল। লেনিনগ্ৰেদৰ অৱৰোধত, ষ্টেলিনগ্ৰেদৰ যুদ্ধত আৰু উক্ৰেইনত পোৰামাটি নীতি লওঁতে হিংস অস্ত্ৰতকৈ নিৰুপদ্ৰৱ প্ৰতিৰোধৰ ভাবে বেছি কাম কৰা নাছিলনে?

গান্ধীবাদৰ ৰণকৌশলৰে, কাজেই, আক্ৰমণকাৰীক প্ৰতিৰোধ কৰাটো অবাস্তৱ কথা বুলি কব নোৱাৰি। অৱশ্যে এই বিষয়ে যথেষ্ট গৱেষণাৰ প্ৰয়োজন আছে। পৃথিৱীৰ বেছি ভাগ দেশ আজি সামৰিক শক্তিৰ ফালৰ-পৰা বিচাৰ কৰিলে বৰ দুৰ্বল অৱস্থাত আছে। তৰ্কৰ খাতিৰত যদি ধৰি লোৱা হয় যে পাৰমাণবিক শক্তিৰ অধিকাৰী চোভিয়েট ৰাছিয়া আৰু আমেৰিকা যুক্তৰাষ্ট্ৰ একেলগ হৈ পৃথিৱীৰ আন দেশবিলাক জয় কৰিবলৈ এদিন যেতিয়া অভিযান কৰিব, তেতিয়া সাধাৰণ হিংস যুদ্ধৰ প্ৰণালীৰে সেই অভিযান প্ৰতিহত কৰা সম্ভৱপৰ হবনে? স্বীকাৰ কৰোঁৱেই বা নকৰোঁৱেই, আজি বহুত দেশে সামৰিক হিচাপে অসহায়বোধ কৰিছে আৰু হয় যুক্তৰাষ্ট্ৰৰ অথবা ৰাছিয়াৰ আশ্ৰয় লব লগা হৈছে। পৃথিৱীৰ প্ৰতিখন দেশৰ স্বাধীনতা, স্বাতন্ত্ৰ্য আৰু বিশেষকৈ জাতীয় সন্মান ৰক্ষা কৰিবলৈ হলে হিংস-যুদ্ধৰ পৰিৱৰ্তে আন প্ৰণালীৰ ওপৰত নিৰ্ভৰ কৰাৰ বাহিৰে উপায় নাই। গান্ধীবাদী যুদ্ধৰ প্ৰণালীয়েইহে আজিৰ এনে অৱস্থাত একমাত্ৰ উত্তৰ। কিন্তু ইও সঁচা যে সেই উত্তৰ এতিয়া যেনেভাৱে দি থকা হয়, সিয়েই যথেষ্ট নহয়। গান্ধীবাদী ৰণকৌশল নিখুঁত আৰু বিজ্ঞানসন্মত ৰণ-কৌশলত পৰিণত কৰিবও পাৰিব লাগিব। গান্ধীবাদত বিশ্বাসী পৃথিৱীৰ কাৰণে ইও এটা আহ্বান।

গান্ধীজীৰ নামত ভাৱোচ্ছাস সৃষ্টি কৰি, গান্ধী পূজাৰ অৰ্ঘ ৰচনা কৰি, গান্ধী-যুগৰ অনুকূল বতাহ বোৱাত সহায় কৰিব পাৰি। কিন্তু প্ৰকৃততে গান্ধীবাদ প্ৰতিষ্ঠা কৰিব লাগিলে গান্ধীবাদৰ বিজ্ঞানসন্মত আলোচনা আৰু গৱেষণাৰো প্ৰয়োজন।

# গান্ধীজীৰ আদৰ্শৰ সমাজবাদ

ডঃ পদ্মেশ্বৰ গগৈ

গান্ধীজীৰ কোনো মতবাদ ( ism ) নাই, কৰ্মপন্থা আৰু কৰ্ম-পৰিকল্পনাহে তেওঁ সৰ্বজনৰ কল্যাণৰ অৰ্থে আগ বঢ়াইছিল। গান্ধীজী নিজে গান্ধীবাদ বোলা কথাটোৰ বিৰোধী আছিল। ছচিয়েলিজম্, কমিউনিজম্, এনেবোৰ মতবাদৰ দৰে গান্ধীজম্ নামৰ এটা নতুন মতবাদ সৃষ্টি কৰাটো গান্ধীজীয়ে ভাল নেপাইছিল। অথচ ছচিয়েলিজম্ বা সমাজবাদ আৰু কমিউনিজম্ বা সাম্যবাদৰ যি মূল লক্ষ্য তাৰ লগত গান্ধীজীৰ মতভেদ নাছিল। সাম্যবাদ অৱশ্যে সমাজবাদৰে পূৰ্ণ বিকাশ।

সমাজবাদৰ সৃষ্টি হৈছিল অতি অতীজ কালতে। প্লেট'ৰ দৰ্শনত এই মতবাদৰ ( সাম্যবাদৰ ) এখন আঁচনি আছিল। প্লেট'ৰ সাম্যবাদ পৰম জ্ঞানী সত্যদৰ্শী সমাজপতিসকলৰ মাজতহে সম্ভৱ, নিম্ন জ্ঞানৰ শ্ৰমজীৱী লোকৰ মাজত সম্ভৱ নহয়। সেই সাম্যবাদৰ মতে এইটো মোৰ বস্তু, সেইটো তোমাৰ বস্তু, এইগৰাকী মোৰ স্ত্ৰী, সেইগৰাকী তোমাৰ স্ত্ৰী, এনেবোৰ ভেদাভেদ থাকিব নোৱাৰে, সকলো বস্তু সকলোৰে। প্লেট' আছিল অধ্যাত্ম-বাদী, বস্তুবাদী নাছিল। তেওঁৰ বিচাৰধাৰাৰ মূল ভেটি আছিল অমৰ আত্মা, অনিত্য শৰীৰ নহয়। আত্মাৰ তিনিটা ভাগৰ শীৰ্ষতম ভাগৰ প্ৰতীক-স্বৰূপ যিসকল জ্ঞানীলোক, সেইসকলৰ মাজতহে প্লেট'ৱে সাম্যবাদ প্ৰতিষ্ঠা কৰিব খুজিছিল, সেইসকলহে দেশৰ শাসনকৰ্তা হোৱাৰ যোগ্য। এই মতবাদত শ্ৰেণীভেদ আছিল, দাসত্বৰো স্থান আছিল। গতিকে বৰ্ত্তমান যুগৰ গণতান্ত্ৰিক চিন্তাধাৰাৰ লগত ই খাপ নেখায়। অৱশ্যে সেই কালৰ ভাৰতীয় শ্ৰেণীভেদ বা বৰ্ণভেদৰ লগত মৌলিকভাৱে ইয়াৰ অনেক মিল আছে, যদিও কোনো বৰ্ণৰ মাজত হিন্দু মনীষীসকলে সাম্যবাদৰ আদৰ্শ কল্পনা কৰা নাছিল। প্লেট'ৰ মতবাদত গভীৰ আধ্যাত্মিক তত্ত্ব সোমাই আছে ; বৰ্ত্তমান যুগৰ সাম্যব্যদ প্ৰধানতঃ জড়বাদী।

খৃষ্টীয় অষ্টাদশ আৰু ঊনবিংশ শতাব্দীৰ কালছোৱাত ইউৰোপত

গণতান্ত্রিক আন্দোলন আৰু সমাজবাদী চিন্তাধাৰাৰ এক আলোড়ন আৰম্ভ হয়, যাৰ প্ৰথম পৰ্যায়ৰ চৰম পৰিণতি হয় ১৭৮৯ খৃষ্টাব্দৰ বুৰঞ্জী-বিখ্যাত ফৰাচী বিপ্লব—যি ইউৰোপত আধুনিক ৰাজনৈতিক গণতন্ত্ৰৰ ভেটি স্থাপন কৰে, আৰু দ্বিতীয় পৰ্যায়ৰ চূড়ান্ত পৰিণতি হয় ১৯১৭ চনৰ ৰুছ বিপ্লৱ—যি ইউৰোপত অৰ্থনৈতিক গণতন্ত্ৰৰ অৱতাৰণা কৰে। এই অৰ্থনৈতিক গণতন্ত্ৰৰ মৰ্ম হ'ল সমাজৰ শ্ৰমোৎপাদিত আৰ্থিক সম্পদৰ শ্ৰমানুযায়ী সমবিতৰণ কৰি শোষণৰ অন্ত পেলোৱা। ৰাজনৈতিক গণতন্ত্ৰ বা সমতা গণতন্ত্ৰৰ এটা দৃষ্টি-কোণহে মাত্ৰ; তাৰ লগত অৰ্থনৈতিক আৰু সামাজিক গণতন্ত্ৰ যোগ হলেহে গণতন্ত্ৰৰ পূৰ্ণ বিকাশ আমি দেখিবলৈ পাম। তাৰবাবে পৰ্যায়ক্ৰমে মানৱ জাতিৰ বুৰঞ্জীত বৈপ্লৱিক পৰিৱৰ্তন ঘটি আহিছে আৰু ঘটিবও—যেতিয়ালৈকে সমাজ শোষণমুক্ত নহয় আৰু পূৰ্ণ গণতন্ত্ৰ জগতত প্ৰতিষ্ঠিত নহয়। সমাজৰ এই পৰিৱৰ্তনৰ ধাৰাক কোনো শক্তিয়ে বাধা দি ৰাখিব নোৱাৰে।

ৰাজনৈতিক গণতন্ত্ৰই মানুহক ৰাজনৈতিক ব্যক্তি-স্বাধীনতা মাত্ৰ নীতি হিচাপে প্ৰদান কৰে। কিন্তু এনে আংশিক গণতন্ত্ৰৰ অভিজ্ঞতাই দেখুৱাই দিছে যে অৰ্থনৈতিক আৰু সামাজিক গণতন্ত্ৰ নেথাকিলে কেৱল ৰাজনৈতিক গণতন্ত্ৰই মানুহক প্ৰকৃত স্বাধীনতা দিব নোৱাৰে। উক্ত তিনি প্ৰকাৰ গণতন্ত্ৰ পৰস্পৰ নিৰ্ভৰশীল, এটাৰ অবিহনে আনটো বাধাপ্ৰাপ্ত হয়। এই প্ৰত্যেক বিধ গণতন্ত্ৰ গণতান্ত্ৰিক আদৰ্শৰ একোটা দিশ মাত্ৰ। সৰ্বদিশৰ পূৰ্ণ বিকাশ হলেহে ব্যক্তি আৰু সমাজৰ পূৰ্ণ স্বাধীনতা হয়। এফালে ৰাজনৈতিক সমতাৰ ব্যৱস্থা কৰি ব্যক্তিক সমান ভোটৰ অৰ্থাৎ এজন ব্যক্তিক এটা ভোটৰ মাথোন অধিকাৰী কৰি আইনৰ চকুত সকলোকে সমান কৰি, আনফালে ব্যক্তিয়ে ব্যক্তিক, এদলে আন দলক আৰ্থিক শোষণ কৰাৰ অধিকাৰ দিলে প্ৰকৃত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা হব নোৱাৰে। ৰাজনৈতিক আৰু অৰ্থনৈতিক সমতা দি সমাজত উচ্চ-নীচ, স্পৃশ্য-অস্পৃশ্যৰ ভেদাভেদ ৰক্ষা কৰিলে গণতন্ত্ৰ হব নোৱাৰে। এই সকলো সমস্যাৰ সমাধান বিজ্ঞানসম্মত হব লাগিব; ৰীতিবদ্ধ হলে সমাজ গণতান্ত্ৰিক আদৰ্শ লাভৰ বাটত আগবাঢ়িব নোৱাৰে।

পশ্চিম ইউৰোপীয় গণতান্ত্ৰিক ব্যৱস্থাত আমি দেখা পাইছো সাম্ৰাজ্যবাদ, ঔপনিৱেশিকতাবাদ, নৱ-ঔপনিৱেশিকতাবাদ, ৰাজতন্ত্ৰ, সামন্তবাদ, পুঁজিবাদ আৰু শোষণ-নীতি। এনে গণতন্ত্ৰ যে পূৰ্ণাঙ্গ গণতন্ত্ৰ নহয় তাক বুজাবৰ প্ৰয়োজন নাই। এনে গণতন্ত্ৰৰ উক্ত অগণতান্ত্ৰিক বা গণতন্ত্ৰবিৰুদ্ধ নীতি

আৰু ব্যৱস্থাবিলাক ৰক্ষা কৰাৰ যি উৎকট চেষ্টা তাক সহায় কৰা বাবে আজি আমেৰিকাৰ যুক্তৰাষ্ট্ৰই 'সাম্ৰাজ্যবাদী' আখ্যা পাইছে। যুক্তৰাষ্ট্ৰই নিজৰ বৈদেশিক বা পৰৰাষ্ট্ৰীয় নীতিৰ হেতু এই আখ্যাৰপৰা হাত সাৰিবৰ উপায় বিচাৰি পোৱা নাই। আজিৰ যুক্তৰাষ্ট্ৰ ওৱাছিংটন বা আব্ৰাহাম লিঙ্কনৰ যুক্তৰাষ্ট্ৰ নহয়, বৰ্তমান পুঁজিবাদী ব্যৱস্থাই ইয়াক আগৰ মহান নেতাসকলৰ মহৎ আদৰ্শৰপৰা পিচলাই নিছে। লেনিনে কোৱা 'imperialism, the highest stage of capitalism', অৰ্থাৎ 'সাম্ৰাজ্যবাদ পুঁজিবাদৰ চৰম পৰ্যায়' এই কথাটো আজি আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ গাত খাটিছে, গতিকেই পশ্চিম ইউৰোপৰ সাম্ৰাজ্যবাদী দেশবিলাকৰ লগত আমেৰিকা সহধৰ্মী হৈ পৰিছে। কাৰণ আমেৰিকাই আজি সমগ্ৰ পৃথিৱীত এখন নতুন ধৰণৰ সাম্ৰাজ্য গঢ়ি তুলিছে যাক অৰ্থনৈতিক সাম্ৰাজ্য বুলিব পাৰি বা যাক নৱ-ঔপনিবেশিকতা বুলিও কব পাৰি। তাক ৰক্ষা কৰিবলৈ গৈ বৰ্তমান যুগত যুক্তৰাষ্ট্ৰই যুক্তৰাষ্ট্ৰৰ বাহিৰে পৃথিৱীৰ অনেক অঞ্চলত যুদ্ধাদিত পৰোক্ষ বা প্ৰত্যক্ষভাৱে লিপ্ত হবলগীয়া হৈছে। যুক্তৰাষ্ট্ৰৰ এনে বৈদেশিক নীতিৰ বিৰুদ্ধে সেই দেশৰ অনেক চিন্তাশীল লোকে নিজ নিজ মত প্ৰকাশ কৰিছে।

দেখা যায় গণতন্ত্ৰ দুই প্ৰকাৰৰ—একপ্ৰকাৰ পুঁজিতান্ত্ৰিক বা ধনতান্ত্ৰিক আৰু আনপ্ৰকাৰ শ্ৰমতান্ত্ৰিক ( proletarian ), অৰ্থাৎ হাতে-কামে শ্ৰম কৰা লোকৰ গণতন্ত্ৰ। ইংলণ্ড, ফ্ৰান্স, আমেৰিকা আদি দেশৰ গণতন্ত্ৰ পুঁজিতান্ত্ৰিক (capitalistic, bourgeois)। এই গণতন্ত্ৰক গান্ধীজীয়ে 'তথাকথিত' গণতন্ত্ৰ বুলি বৰ্ণনা কৰিছে। তেওঁ কৈছে "পশ্চিমীয়া গণতন্ত্ৰই আজি যিদৰে কাৰ্য কৰিছে তাৰপৰা ইয়াকে কব পাৰি যে ই একপ্ৰকাৰ তৰল নাৎছিবাদ বা ফেছিবাদ।" অতি ভাল বুলি ধৰিলেও আচলতে ই কেৱল সাম্ৰাজ্যবাদৰ নাৎছিবাদী আৰু ফেছিবাদী গতিত চলা কাৰ্যকলাপ ঢাকি ৰখাৰ আচ্ছাদন মাত্ৰ হৈ পৰিছে।[১]

পুঁজিবাদী ব্যৱস্থাৰ ওপৰত ভিত্তি কৰি নিৰ্মাণ কৰা ঔদ্যোগিক প্ৰথাৰ বা প্ৰণালীৰ যি সৰ্বনশীয়া ফল, অৰ্থাৎ এশজনক মাৰি এজনক ঐশ্বৰ্যবান

---

১ "Democracy of the West is, in my opinion, only so called . . . . . . Western democracy as it functions today, is diluted Nazism or Fascism. At best, it is merely a cloak to hide the Nazi and the Fascist tendencies of Imperialism." *My Picture of Free India* by M. K. Gandhi (Pearl Pub., Bombay, 1965). P. 161.

কৰা যি ইয়াৰ বিষময় পৰিণতি সেই বিষয়ে চিন্তা কৰি গান্ধীজীয়ে কৈছিল, **"Industrialism is, I am afraid, going to be a curse for mankind. Industrialism depends entirely on your capacity to exploit, on foreign markets being open to you, and on the absence of competitors.**[১] অৰ্থাৎ ভাবিলে ভয় লাগে যে শিল্প-যোজনাবাদ অৰ্থাৎ ৰাষ্ট্ৰ আৰু জাতিক শিল্পপণ্য উৎপাদনৰ বাবে মতলীয়া কৰি তোলা যি মতবাদ সি মানৱ জাতিৰ পক্ষে অভিশাপ হব। শিল্প-যোজনাবাদ সম্পূৰ্ণ-ৰূপে আপোনাৰ আৰ্থিক শোষণ কৰা ক্ষমতাৰ ওপৰত আৰু আপোনাৰ বৈদেশিক বজাৰ মুকলি হোৱাৰ ওপৰত আৰু ব্যৱসায় একচেটিয়া হোৱাৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁ কঁহিয়াই দেখুৱাইছে যে এনে যান্ত্ৰিক উদ্যোগ-বাদে এমুঠিমান পুঁজিপতিক ঐশ্বৰ্যবান কৰি তুলিব পাৰে, কিন্তু ভাৰতৰ কোটি কোটি লোকৰ কল্যাণ সাধন কৰিব নোৱাৰে। দ্বিতীয়তে, নিজ দেশত শিল্প গঢ়ি শোষণ নীতিৰ দ্বাৰা বিদেশী বজাৰ লুণ্ঠন কৰি আনি ভাৰতে নিজৰ সম্পদ বৃদ্ধি কৰাৰ যি ধনতান্ত্ৰিক উপায় তাক কিয় গ্ৰহণ কৰিব ? এটা জাতিয়ে অন্য জাতিক শোষণ কৰাৰ বাবে যন্ত্ৰই যি সামৰ্থ্য আনি দিয়ে আৰু শোষণ প্ৰবৃত্তিৰ শক্তি বৃদ্ধি কৰে তাৰ বাবেই গান্ধীজীৰ মূলতঃ যন্ত্ৰৰ বিৰুদ্ধে আপত্তি, নতুবা যন্ত্ৰ হিচাপে যন্ত্ৰ বৰ্জন কৰাটো তেওঁ কোৱা নাই।[২] তেওঁ এই বিষয়ে কৈছে যে আমাৰ দেহাটোৱেই এটা যন্ত্ৰ, তাক কাৰ্যত কেনেকৈ লগোৱা যায় তাৰ ওপৰতহে দোষ-গুণৰ নিৰ্ণয় কৰা হয়। মহাত্মা গান্ধীৰ আধ্যাত্মিক দৃষ্টি-ভঙ্গীয়েই হৈছে সকলো বিচাৰৰ মাপ-কাঠী। গান্ধীজীয়ে কয় যে যি যন্ত্ৰৰূপ দেহা আমি ধাৰণ কৰিছো সি যদি আমাৰ মুক্তিসাধনৰ পথত সহায়ক নহয় তেন্তে সি বৰ্জনীয়। সেইদৰে যি যন্ত্ৰই সকলোৰে কল্যাণ সাধন কৰাত অৰ্থাৎ সকলোকে অৰ্থনৈতিক মুক্তি দিয়াত সহায়ক নহয় সি নিশ্চয় বৰ্জনীয়। নিত্য আত্মা আৰু অনিত্য দেহা এই দুটাৰ ভিতৰত বাছি লবলৈ কলে আমি আত্মাক বাছি লবই লাগিব।

---

১ *Young India*, 12. 11. 31, P. 355, quoted from N. K. Bose's *Selections from Gandhi* (Navajivan, 1948), P. 63.

২ "And my fundamental objection to machinery rests on the fact that it is machinery that has enabled these nations to exploit others." *Young India,* 22. 10. 31, P. 318, quoted from *Selections from Gandhi,* PP. 63-64, 65.

দেহাক বাছি ললে সি আজি আছে, কাইলৈ নেথাকে। এনে বাছনি মূঢ়-জনেহে কৰিব। আত্মাৰ যোগেদিহে আমি সমগ্ৰ মানৱ জাতি এক হব পাৰোঁ, দেহাৰ পূজা কৰিবলৈ গৈয়েই মানুহ স্বাৰ্থপৰ আৰু হিংসুক হয়, ফলত মানৱৰ মৌলিক ঐক্য নষ্ট হয়। বৰ্তমানে যন্ত্ৰৰ যি ভূমিকা সি সৰ্বোদয় আদৰ্শৰ সম্পূৰ্ণ পৰিপন্থী। পুঁজিতান্ত্ৰিক যন্ত্ৰশিল্পই অৰ্থনৈতিক শোষণ শক্তি কেন্দ্ৰীভূত কৰিবই, ই তাৰ ধৰ্ম। যন্ত্ৰ আৱিষ্কাৰ কৰি মানুহ যন্ত্ৰৰ দাস হ'ল, যন্ত্ৰক দাস কৰিব নোৱাৰিলে, মানুহে মানৱতাবোধ এৰি যন্ত্ৰৰ পূজা কৰিবলৈ ধৰিলে। মানুহৰ আত্মিক উন্নতি নহলে যন্ত্ৰই মানুহক নিয়ন্ত্ৰণ কৰি থাকিবই। কপাহী বস্ত্ৰ-শিল্পৰ কেন্দ্ৰ মানচেষ্টাৰে যন্ত্ৰৰ বলত ভাৰতৰ ৰক্ত শুহি নি ইংলণ্ডক চহকী কৰিলে আৰু ভাৰতৰ জনতাক দুখীয়া কৰিলে। এনে এখন শিল্পক্ষেত্ৰ ভাৰতত তৈয়াৰ কৰা মানে মানচেষ্টাৰক ভাৰতলৈ অনা। এই কথা 'বিলাতী বৰ্জন'ৰ যুগতে গান্ধীজীয়ে ভাৰতক সতৰ্ক কৰি কৈছিল। পুঁজিতান্ত্ৰিক নীতিত চলা যান্ত্ৰিক উদ্যোগে সমাজত অৰ্থনৈতিক সমতাৰ পৰিবৰ্তে অৰ্থনৈতিক বৈষম্যহে গঢ়ি তোলে। এই বৈষম্য বা ধনী আৰু দুখীয়াৰ মাজত বিৰাট ব্যৱধান সকলো পুঁজিবাদী দেশতে আজি দেখা গৈছে। পুঁজিবাদে দৰিদ্ৰতা নিৰ্মূল কৰিব নোৱাৰে। ঐশ্বৰ্য সম্পদত অগ্ৰগণী দেশ আমেৰিকাতো আজি অনেক দুখীয়া মানুহ আছে আৰু নিবনুৱা লোকো আছে। য'তে ঐশ্বৰ্য, ত'তে দৰিদ্ৰতা; দুইটাৰে সহ-অৱস্থান। ঐশ্বৰ্যশালী দেশৰ সম্পদ মাত্ৰ এমুঠিমান লোকৰ হাতত পুঞ্জীভূত হয়গৈ। এই হ'ল পুঁজিবাদৰ ধৰ্ম। এই ধৰ্মত নৈতিকতা বা মানৱতাবোধ লেশমাত্ৰ নেথাকে। গান্ধীজীয়ে এইবাবেই ঔদ্যোগীকৰণ নীতিক সমৰ্থন কৰিব পৰা নাই, কাৰণ গান্ধীজীৰ জীৱনৰ ব্ৰত হৈছে দৰিদ্ৰৰ দৰিদ্ৰতা মোচন কৰা, দুখীয়াক দুঃখময় অৱস্থাৰপৰা উদ্ধাৰ কৰা। তাৰ পৰিবৰ্তে যি ব্যৱস্থাৰ দ্বাৰা সমাজৰ ক্ষুদ্ৰ এক ভাগক ক্ৰোৰপতি কৰি জনসাধাৰণৰ মাজত দৰিদ্ৰতা বঢ়োৱা হয় সেই ব্যৱস্থা কেতিয়াও গ্ৰহণীয় হব নোৱাৰে। সেইবাবেই তেওঁ কৈছে, "যন্ত্ৰ বৰ্তমান যুগৰ সভ্যতাৰ মুখ্য প্ৰতীক; ই মহান এক পাপৰো প্ৰতিনিধিত্ব কৰে।"[১] মিলবিলাকত কাম কৰা বনুৱাবিলাক মালিকৰ দাস

১ "Machinery is the chief symbol of modern civilization; it represents a great sin."—M. K. Gandhi's *Socialism of My Conception* (Bharatiya Vidya Bhavan, Bombay, 1966) P. 24 Chap. on Machinery.

হৈ গৈছে আৰু তাত কাম কৰা বনুৱা তিৰোতাৰ অৱস্থাৰ কথা ভাবিলে গাৰ নোম শিয়ঁৰি উঠে। এই অভিজ্ঞতাৰ কথা গান্ধীজীয়ে নিজে কৈছে। যি কালত মিল নাছিল সেই কালত এই তিৰোতাবিলাকে অনশনত থাকিব-লগীয়া নহৈছিল আৰু নিজৰ স্বাধীনতাও তেওঁলোকৰ আছিল। ঔদ্যোগিক ক্ষেত্ৰত বনুৱাৰ দুৰৱস্থাৰ কাৰণ হ'ল যন্ত্ৰ বা যান্ত্ৰিক উদ্যোগ। যান্ত্ৰিক উদ্যোগৰপৰা প্ৰভূত উৎপাদন হয় সঁচা, কিন্তু সেই উৎপাদনৰ গৰাকী হয় উদ্যোগপতি, শ্ৰমিক নহয়। উদ্যোগপতিয়ে শ্ৰমিক দলবিলাকক তেওঁৰ কামত নিয়োগ কৰে আৰু শ্ৰমৰ বাবে বেতন বা মজুৰি দিয়ে। মিল অঞ্চলত বসতি কৰাটো আৰু শ্ৰমিকৰ বেতন বা মজুৰিৰ পৰিমাণ, শ্ৰমৰ সময় বা ঘণ্টা মিল-মালিকে স্থিৰ কৰে। মিল আৰু তাৰ ঘৰ-দুৱাৰ যন্ত্ৰ-পাতি বা সা-সঁজুলি, জমা থোৱা কেঁচামাল আৰু মিলোৎপাদিত পণ্যদ্ৰব্য মিল-মালিকৰ ব্যক্তিগত সম্পত্তি, তাৰ ওপৰত কাৰো স্বত্ব নাই। কাম নাইকিয়া বনুৱা বা শ্ৰমজীৱীক শ্ৰম দিয়ে মিল-মালিকে বা উদ্যোগপতিয়ে। আন কথাত কবলৈ গলে, শ্ৰমিকক জীৱিকা বা জীয়াই থকাৰ উপায় দিয়ে ফেক্টৰী বা উদ্যোগৰ মালিকে। গতিকে বনুৱা মালিকৰ বশ হৈ চলিবই লাগিব, ইয়াত স্বতন্ত্ৰতা নেখাটিব, স্বতন্ত্ৰতা বা যুক্তি-বিচাৰ খটাবলৈ গ'লে বনুৱাক মালিকে নেৰাখিবও পাৰে। তেতিয়া বনুৱাৰ জীৱিকা যাব। এনে ব্যৱস্থাৰেই সমস্ত পুঁজিবাদী জগত আজি চলিছে। তাৰ লগত অনুন্নত দেশবিলাকত আছে সামন্ত ব্যৱস্থাও। মাটি প্ৰভুৰ। প্ৰভুৰ মাটিত খেতিয়কে খেতি কৰি জীয়াই আছে। কোনো কোনো ক্ষেত্ৰত খেতিয়ক মাটিহীনো হব পাৰে। মাটিহীন খেতিয়ক কৃষি-বনুৱা হৈ পৰে। এনে বনুৱাৰো স্বতন্ত্ৰতা যায় আৰু জীৱন নিৰ্ভৰ কৰে জমিদাৰ বা মাটিৰ মালিকৰ ওপৰত। পুঁজিপতিৰ প্ৰভূত উপাৰ্জন হয় পুঁজিৰ মালিকী স্বত্বৰপৰা, কিন্তু কৃষি-ক্ষেত্ৰত শ্ৰম কৰে খেতিয়ক বা কৃষি-শ্ৰমিকে। পুঁজিপতিয়ে যিবিলাক যন্ত্ৰ-পাতি সা-সঁজুলিৰে উদ্যোগ প্ৰতিষ্ঠা কৰে সেইবিলাকো শ্ৰমিকেই নিৰ্মাণ কৰে, নিৰ্মিত বস্তুবিলাকৰ মালিক হয় উদ্যোগপতি যাৰ ধন তাত খটোৱা হৈছে।

উদ্যোগপতিৰ উপাৰ্জন হয় মুনাফা বা লাভৰপৰা। তেওঁ উদ্যোগ পৰিচালনাৰপৰা যি সম্ভাব্য লাভ-লোকচান হব পাৰে তাৰ সম্পূৰ্ণ দায়িত্ব লয়। সেইমতে উদ্যোগৰপৰা যিমান লাভ হব সেইটোৰ মালিক হব

উদ্যোগপতি। যদি লোকচান বা ক্ষতি হয় সেইটোও হব তেওঁৰ। যদি উদ্যোগ সমাজৰ ৰাজহুৱা বা সমূহীয়া সম্পত্তি হয় তেতিয়া তাৰ লাভ-লোকচানো সমূহীয়া হব আৰু সমূহৰ মাজত তাৰ বিতৰণ হব। এতিয়া প্ৰশ্ন হৈছে, উদ্যোগপতিৰ উপাৰ্জন ইমান বেছি হয় কেনেকৈ ? উদ্যোগপতিৰ লাভ কৰা যি কৌশল সি বিচাৰ্য বিষয়। অনেকক খটুৱাই এজন বা এক গোষ্ঠীৰ মানুহ ইমান ধনবান হব পাৰে কেনেকৈ ? প্ৰকৃততে উদ্যোগ পৰিচালনাৰ বাবে যিখিনি পাৰিশ্ৰমিক উদ্যোগপতিয়ে পাব লাগে কেৱল সেইখিনিয়ে তেওঁক লক্ষপতি বা পুঁজিপতি কৰিব নোৱাৰে। আনহাতে শ্ৰম দি যি হেজাৰ হেজাৰ বনুৱাই উদ্যোগ গঢ়াত আৰু তাৰ বৃদ্ধি কৰাত খাটে তেওঁলোক প্ৰায় একে অৱস্থাতে থাকে। ইয়াৰ ৰহস্য হৈছে উদ্যোগপতি এজন আৰু তাৰ বিপৰীতে শ্ৰমিক অলেখ। য'ত লোকৰ জীৱিকা অৰ্জন কৰা বা জীৱিকা ৰক্ষা কৰাৰ স্বাৰ্থ থাকে ত'ত তেওঁলোকৰ মাজত মতভেদ আৰু স্বাৰ্থভেদ থাকিবই, ঐক্য থাকিব নোৱাৰে। শ্ৰমিকে সংঘবদ্ধ হৈ যুটীয়া দাবী উত্থাপিত কৰি মালিকৰপৰা শ্ৰমৰ পূৰ্ণ পাৰিশ্ৰমিক আদায় কৰিব নোৱাৰিলে তেওঁলোকে তেওঁলোকৰ প্ৰাপ্য ভাগ নেপায়। এইবাবেই আজি বনুৱা সংঘবিলাকৰ সৃষ্টি হৈছে। মালিকৰ স্বাৰ্থ হব কম মজুৰি দি বেছি উৎপাদন কৰোৱাটো, কম মজুৰিত যিমান বেছি উৎপাদন কৰিব পৰা যাব সিমান লাভ। ইয়াৰ অৰ্থ হ'ল বনুৱাই শ্ৰম কৰি যিমানখিনি বস্তু মালিকক উৎপাদন কৰি দিয়ে তাৰ যি মূল্য হব, মজুৰি বা পাৰিশ্ৰমিক হিচাপে উদ্যোগপতিৰ মূলধনৰ সুদ, মাটিৰ খাজানা আৰু নিজৰ পৰিশ্ৰমিক বাদ দিও তাক নেপায়। এইদৰে উদ্ভব হোৱা ওপৰঞ্চি বা উদ্বৃত্তখিনি অৰ্থাৎ উদ্বৃত্ত মূল্যখিনি মালিকে হৰণ বা অপহৰণ কৰি নিজৰ পুঁজি বা পুঞ্জী বা মূলধন বৃদ্ধি কৰে। সেই বৰ্দ্ধিত মূলধন পুনৰ ব্যৱসায়ত খটুৱাই ব্যৱসায় বৃদ্ধি কৰে। আগতে কোৱা হৈছে যে উদ্যোগপতিৰ যি যন্ত্ৰ-পাতি বা সা-সঁজুলি সিও শ্ৰমিকৰ শ্ৰমফল বা উদ্বৃত্তৰপৰাই হোৱা আৰু পুঁজিপতিৰ পুঁজিও শ্ৰমিকৰ শ্ৰমফল বা উদ্বৃত্তৰপৰাই হোৱা। উদ্যোগপতি বা ব্যৱসাদাৰে শ্ৰমিকৰ শ্ৰম খটুৱায়েই লক্ষপতি আৰু কোটিপতি হয়। উক্ত উদ্বৃত্ত হৰণ কৰাটোৱেই হ'ল শোষণ আৰু ই মনীষী কাৰ্ল মাৰ্ক্সৰ আৱিষ্কাৰ। এইটোও চাব লাগিব যে এজন লোকতকৈ আন এজন লোক কিমান গুণে শ্ৰেষ্ঠ হব পাৰে— দুগুণ, চাৰিগুণ, দহগুণ, এশগুণ, হেজাৰ গুণে। যদি সেয়ে হয় তেন্তে ৰাজ-

নৈতিক সমতা—এজন লোকৰ মাত্র এটা ভোট—ই অবৈজ্ঞানিক আৰু অন্যায় ব্যৱস্থা হব। কিন্তু গণতান্ত্রিক দেশবিলাকত তাকেই মূলনীতি কৰি লৈছে আৰু তাৰ গৰিমা বৰ্ণাইছে। গণতান্ত্রিক ব্যৱস্থাত গণ বা জনসাধাৰণহে বা প্রজাহে ক্ষমতাৰ মালিক, কোনো ব্যক্তিবিশেষ বা গোষ্ঠীবিশেষ তাৰ মালিক হব নোৱাৰে। প্রজাই আজি চৰকাৰ ভাঙিছে, পাতিছে। চৰকাৰ প্রজাৰ ইচ্ছামতে চলিছে। সেইমতে অৰ্থনৈতিক ক্ষেত্রত ধনী-দুখীয়াৰ মাজত যি বিৰাট ব্যৱধান সি কেনেকৈ বিজ্ঞানসম্মত হব পাৰে? কেনেকৈ একেখন সমাজতে এজন লোকতকৈ আন এজন হেজাৰগুণে বা লক্ষগুণে শ্রেষ্ঠ হব পাৰে? শ্রেষ্ঠ কিহত? জ্ঞানত নে চৰিত্রত? জ্ঞান আৰু চৰিত্র দুইটা বিষয়তে নিকৃষ্ট লোকেও কৌশল খটুৱাই অৰ্থোপাৰ্জনত শ্রেষ্ঠতা দেখুৱাব পাৰিছে। চোৰাংবজাৰ, ক'লাবজাৰ, মজুতকাৰ্য, এনেবোৰ অৰ্থোপাৰ্জনৰ অবৈধ উপায় বাদ দিও দেখা যায় যে ওপৰত কোৱা 'উদ্বৃত্ত হৰণ' অৰ্থাৎ শ্রমিকৰ শ্রমফল কাঢ়ি খোৱা পুঁজিবাদী প্রথাক অবৈধ কৰা হোৱা নাই। এই হৰণ কাৰ্যৰ শক্তি কমাবলৈ শ্রমিকে শ্রমিক সংঘ তৈয়াৰ কৰি উদ্যোগপতিৰ বিৰুদ্ধে যুটীয়া চেষ্টা কৰিবলগীয়া হৈছে। এইদৰেই আজি পৃথিৱীত শ্রেণী-সংগ্রামৰ উদ্ভৱ হৈছে। পৰৰ শ্রমৰ ওপৰত নিজে সুখেৰে থাকিবলৈ বিচৰা যি কূট-কৌশল সিয়েই সকলো ক্ষেত্রতে অশান্তিৰ মূল। শিল্পৰ উৎপাদন সমাজে খায়, সমাজে ব্যৱহাৰ কৰে, সি সমাজৰ অভাৱ দূৰ কৰিৰব অৰ্থে। কিন্তু শিল্প শিল্পপতিৰ পক্ষে এটা ধন ঘটাৰ উপায় মাত্র, সমাজৰ অভাৱ দূৰ কৰাটো তেওঁৰ মানত মুখ্য উদ্দেশ্য নহয়, গৌণভাৱে সি হব পাৰে। ব্যক্তিগত লাভলিপ্সাৰ প্রেৰণাত যি শিল্পৰ জন্ম সি সমাজৰ কল্যাণকৰ হব নোৱাৰে, সি সমাজক শোষণ কৰিবলৈহে জন্ম লয়। আধুনিক শিল্প এক দৈত্যকায় প্রতিষ্ঠান, তাৰ উৎপাদনো প্রচুৰ, তাৰ বজাৰো বৃহৎ আৰু শোষণো ভয়াবহ। তাৰ মূলত হ'ল যন্ত্র, যন্ত্রৰ মালিক হ'ল তাৰ সকলো উৎপাদনৰ মালিক। আজিৰ দিনত শিল্পোৎপাদনৰ ক্ষেত্রত আৰু বাণিজ্যিক ক্ষেত্রত প্রতিযোগিতা কমি আহিছে আৰু একচেটিয়া কাৰবাৰে বজাৰ দখল কৰিছে। আজি দেশৰ শাসন-নিয়ন্ত্রণ দুখীয়া প্রজাই কৰিব পৰা নাই বা তেওঁলোকৰ প্রতিনিধি সকলে সংসদ বা বিধান মণ্ডলীত বহি কৰিব পৰা নাই, কৰিছে একচেটিয়া উদ্যোগপতি আৰু বণিকগোষ্ঠীবিলাকে। চৰকাৰতকৈ পুঁজিপতিৰ ধনবল বেছি—আজিৰ যন্ত্রযুগত 'অৰ্থবলং পৰং বলম্' হৈছে। প্রজাৰ দুখীয়া

প্ৰতিনিধি সংসদ বা বিধান মণ্ডলীত গৈ হয়তো কাৰ্যতঃ হৈছেগৈ পুঁজিপতিৰ প্ৰতিনিধি। পুঁজিবিৰোধী প্ৰতিনিধিতকৈ পুঁজিপতিৰ প্ৰতিনিধিসকল অধিক বলী, অধিক সুখী আৰু সু-সংগঠিত। তেওঁলোকৰ মাতৰ আগত প্ৰজাৰ মাত তল পৰে, তেওঁলোকৰ প্ৰভাৱ আৰু স্বাৰ্থৰ আগত প্ৰজাৰ স্বাৰ্থ পিছলৈ থাকে। অৰ্থবলৰ মহিমা দেখি জনসাধাৰণৰ ধৰ্ম আৰু নৈতিকতাৰ ওপৰত বিশ্বাস কমি গৈছে, যোৱাটো স্বাভাৱিক। একমাত্ৰ মহাত্মা গান্ধীয়ে ধৰ্মৰ গদাৰে অধৰ্মৰ বিৰুদ্ধে থিয় দিব পাৰিছিল, নতুবা অধৰ্মৰ আগত এই দেশে আত্মসমৰ্পণ কৰি আছিল। পাশ্চাত্য শিক্ষাত মেধাবানসকলে বৃটিছসিংহৰ গা-ৰখীয়া হৈ আছিল আৰু সেই পদবীত সন্মানিত অনুভৱ কৰিছিল।

আমি গান্ধীজীৰ বিষয়ে অধ্যয়ন কৰোঁতে পাহৰিব নেলাগিব যে তেওঁ সকলো ক্ষেত্ৰতে মূল সত্যৰ মাপ-কাঠীৰে কৰ্মপন্থা নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছিল।" তেওঁ সদায় সত্যৰ অনুসন্ধানত ব্ৰতী হৈ চলিছিল। তেওঁৰ কোনো পক্ষপাতিত্ব নাছিল। তেওঁ নিজে সৰল আৰু দৰিদ্ৰৰ জীৱন যাপন কৰিছিল। তেওঁ কাৰো দালাল নহয়। অতি নিষ্ঠুৰ লোকেহে তেওঁক দালাল বুলিব। তেওঁ সত্য, শান্তি আৰু অহিংসাৰ প্ৰতীকস্বৰূপ। সত্যানুসন্ধান গান্ধীজীয়ে বৈজ্ঞানিক মন লৈ কৰিছিল। তেওঁ জড়বৈজ্ঞানিক নহব পাৰে, কিন্তু তেওঁ যি মূল বিজ্ঞান—অধ্যাত্ম বিজ্ঞান—তাৰ পথ অনুসৰণ কৰি বিশ্বৰ পৰম যি সত্য তাক বিচাৰিছিল। সত্যানুসন্ধানত গান্ধীজীৰ পক্ষাপক্ষ ভাব নাছিল। তেওঁ শত্ৰুৰ বিচাৰধাৰাতো যদি সত্য বিচাৰি পায় তাক গ্ৰহণ কৰিবলৈ প্ৰস্তুত। অধ্যাত্ম বিদ্যাৰ প্ৰতিপক্ষ কমিউনিষ্টসকলৰ মূল গ্ৰন্থবিলাকো তেওঁ অধ্যয়ন কৰিছিল। তেওঁ আগাখাঁ পেলেছত আটক হৈ থাকোঁতেই কমিউনিষ্ট গ্ৰন্থবিলাক পঢ়িছিল, তেওঁ তাত মাৰ্ক্সৰ 'দাচ কেপিটেল' ভালদৰে অধ্যয়ন কৰিছিল; পঢ়িছিল। এঙ্গেলচ্, লেনিন আৰু ষ্টেলিনৰ লিখাবিলাকৰপৰা বাছি বাছি তেওঁ চীনদেশৰ কমিউনিষ্টসকলৰ বিষয়েও যথাসম্ভৱ পঢ়িছিল। এইবিলাক অধ্যয়ন কৰাৰ পিচত তেওঁ তেওঁৰ নিজৰ চিন্তাধাৰাৰপৰা ওলোৱা যি কমিউনিজম্ সিহে যে প্ৰকৃষ্ট আৰু কেৱল সিহে যে নিপীড়িত মানৱৰ দুখ দূৰ কৰিব পাৰিব এই বিশ্বাসত দৃঢ় হয়।[১]

---

১ *Gandhi and Marx,* by K. G. Mashruwala (Introduction by Vinoba Bhabe, Appendix II, Gandhiji's Communism by Pyarelal, Navajivan Publishing House, Ahmedabad-14), P. 105.

গান্ধীজীয়ে তেওঁৰ নিজৰ কমিউনিজমৰ আদৰ্শত তেওঁৰ আশ্ৰম আৰু তেওঁৰ উপদেশত চলা অনুষ্ঠানবিলাক গঢ়িছিল। সেইবিলাকত তেওঁৰ পৰিচালনাৰ প্ৰধান নীতি আছিল—"To each according to his need, from each according to his capacity", অৰ্থাৎ যি উৎপাদন কৰা হয় তাৰপৰা প্ৰত্যেকজনে নিজৰ প্ৰয়োজন অনুযায়ী নিব আৰু প্ৰত্যেকৰপৰা নিজ সাধ্যানুযায়ী উৎপাদন কৰিব। তেওঁৰ আশ্ৰমবিলাকেই হ'ল কমিউনিজমৰ পৰীক্ষাগাৰ, কিন্তু এই পৰীক্ষা হব অহিংসাৰ ওপৰত ভিত্তি কৰি আৰু ভাৰতীয় গাঁৱৰ অৱস্থাৰ লগত খাপ খুৱাই। সেৱাগ্ৰামত আশ্ৰমবাসীসকলে এই অনুশাসন মানি চলিছিল যে তেওঁলোকে তাত গাঁওবাসীসকলৰ অনুমতিক্ৰমেহে আছে। সবৰমতি আশ্ৰমত তিৰোতাসকলে ঘৰুৱা স্বকীয়া স্বকীয়া ৰন্ধনশাল-বিলাক এৰি এক উমৈহতীয়া ৰন্ধনশালা কৰি লৈছিল আৰু একেলগে খাইছিল আৰু আনৰ সৰু ল'ৰা-ছোৱালীক নিজৰ সৰু ল'ৰা-ছোৱালীৰ দৰে ভৰণ-পোষণ কৰিছিল আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীক সেইদৰে আনৰ হাতত প্ৰতিপালিত হবলৈ এৰি দিয়াইছিল। পাৰিবাৰিক জীৱন ক্ষুণ্ণ নকৰাকৈ তিৰোতাসকলক গান্ধীজীয়ে এনে মুক্ত জীৱন যাপন কৰাৰ আৰ্হি দেখুৱাইছিল।

গান্ধীজীৰ মতে অৰ্থনৈতিক সমতাৰ অৰ্থ সকলোকে সমান পৰিমাণৰ অৰ্থ দিয়া নুবুজায়। তেওঁৰ মতে তাৰ অৰ্থ প্ৰত্যেকজনক লাগতিয়াল পৰিমাণৰ অৰ্থ দিয়া বুজায়। মাখি এটাক যিমান খাবলৈ লাগে হাতী এটাক নিশ্চয় তাতকৈ অনেকগুণ বেছি খাবলৈ লাগে। প্ৰত্যেক বেলেগ বেলেগ লোকক বেলেগ বেলেগ পৰিমাণৰ খাদ্য, বস্ত্ৰ বা বাসগৃহ লাগিব। প্ৰত্যেকজন লোকৰ অভাৱ মোচনৰ বাবে যি পৰিমাণৰ অত্যাৱশ্যকীয় বস্তু লাগে তাক দি যোৱা-টোৱেই হ'ল মহাত্মা গান্ধীৰ মতে সমবিতৰণ। সমবিতৰণ মানে জুখি জুখি সমান পৰিমাণৰ বস্তু দিয়া নুবুজায়, ইয়াৰ মানে সকলোকে সমভাৱ কৰি বিতৰণ কৰা; অভাৱ অনুযায়ী দিয়া। ল'ৰা বা বুঢ়া বা ক্ষীণ লোক এজনক যিমানখিনি খাদ্য দিলে ভোক গুচিব, শকত-আৱত ডেকা মানুহ এজনক তাতকৈ বেছি দিলেহে ভোক গুচিব। গতিকে এনে প্ৰত্যেকজনৰ ভোক গুচাকৈ খাদ্য বিতৰণ কৰোতে প্ৰত্যেকৰ ভাগৰ খাদ্যৰ পৰিমাণ সমান হব নোৱাৰে, কম-বেছি হবই। বস্তুৰ ক্ষেত্ৰতো সৰু বৰ কাম অনুযায়ী তেনে হব। গান্ধীজীয়ে কৈছে যাক যিমান দিলে যোৱে, ক্ষুধা দূৰ হয় বা বস্ত্ৰেৰে

গা ঢাকে—তেওঁক সিমান দিয়া।[১] যি সময়ত উৎপাদিত বস্তুৰ পৰিমাণ সীমাবদ্ধ অৱস্থাত থাকে সেই সময়ত এই নিয়মত চলাটো উচিত। তাৰ পৰিমাণ জনসংখ্যা বৃদ্ধিৰ গতিতকৈ বাঢ়ি যোৱাৰ লগে লগে মানুহৰ অৱস্থাও উন্নত হোৱাটো স্বাভাৱিক। কিন্তু বৰ্তমানৰ দৰে হেজাৰ-বিজাৰ সৎ আৰু শ্ৰমশীল লোক ক্ষুধাতুৰ হৈ নানা অভাৱত জীৱন-যাপন কৰিব আৰু এমুঠিমান বিশেষ সুবিধাভোগী লোক বিলাসিতাত ওপঙি ফুৰিব এইটো সম্পূৰ্ণ অনৈতিক আৰু অন্যায়। ই পুঁজিতান্ত্ৰিক সমাজৰ কু-ফল। গান্ধীজীৰ আদৰ্শমতে সকলোবিলাক ভাঙ্গি, ডাক্তৰ, আইনজীৱী লোক, শিক্ষক আৰু সদাগৰে দিনটোৰ সবল খাটনি বা শ্ৰমৰ বাবে সমান বেতন বা মজুৰি পাব লাগে। বৰ্তমানে ভাঙ্গিজনে যি পাব লাগে তেওঁক তাতকৈ অনেক কম দিয়া হৈছে আৰু বেৰিষ্টাৰ এজনে বা ডাক্তৰ এজনে যি পাব লাগে তাতকৈ তেওঁক অনেক গুণ বেছি দিয়া হৈছে। ই সঁচাকৈয়ে মানৱতাহীন আৰু দানবীয় নীতি। গান্ধীজীয়ে নিজৰ জীৱনৰ আচৰণেৰেই দেখুৱাই দিছে যে ভাঙ্গি এজনৰ দৰে জীৱন যাপন কৰিও মানুহে কিদৰে উচ্চ চিন্তা আৰু মহৎ দায়িত্বৰ কাম কৰিব পাৰে। আমি আমাৰ সমাজখনৰ ভিতৰতে যদি এটা পৰিয়ালৰ ভাব জগাই তুলিব নোৱাৰো তেন্তে সমগ্ৰ বিশ্বৰ শান্তি আৰু নিৰাপত্তা ৰক্ষাৰ বাবে জাতি-বিলাকৰ মাজত Family of Nations অৰ্থাৎ জাতিবিলাকৰ মাজত এক আন্তৰ্জাতিক পৰিয়াল এই ভাব সৃষ্টি কৰাটো কল্পনা কৰা যায় কেনেকৈ? কিন্তু আজি আন্তৰ্জাতিক জাতিসংঘই তাৰেই বাবে চেষ্টা কৰিছে। মানুহে নিজৰ পৰিয়ালটোৰ ভিতৰত যিদৰে সমভাব কৰি চলে, এজনে আন এজনক বঞ্চিত কৰি নিজে সুখত থাকিবলৈ নিবিচাৰে, সেই ভাব যে সমাজৰ সকলোৰে প্ৰতি পাৰস্পৰিকভাৱে হব লাগে গান্ধীজীয়ে তাৰেই আদৰ্শ দাঙি ধৰিছে। অভাৱ পূৰণ কৰা বিষয়ত মানৱতাবোধ লৈ মানুহক মানুহ হিচাপে গণ্য কৰিব লাগিব। সকলোৰে ল'ৰা-তিৰোতা আছে, প্ৰায় সকলোৰে ঘৰত

১ *My Picture of Free India* by M. K. Gandhi (Pearl Publication, Bombay, 1965), PP. 16-18.

"Economic equality of my conception does not mean that everyone would literally have the same amount. It simply means that everybody should have enough for his or her needs"—Gandhi *ibid* P. 18 (vide Economic Equality of My Conception).

বুঢ়া-বুঢ়ী, কেঁচুৱা আছে, সকলোকে ভোক গুচাবলৈ ভাত বা ৰুটি, পিয়াহ গুচাবলৈ পানী, গা ঢাকিবলৈ কাপোৰ, আৰু আশ্ৰয়স্থল হিচাপে ঘৰ লাগে। এইখিনি প্ৰত্যেকৰে অপৰিহাৰ্য বস্তু। প্ৰত্যেককে এইখিনি পোৱাত সমাজে সহায় কৰিব লাগে, ইয়াৰ বাবে বিধান কৰিব লাগে। তেতিয়াহে সমাজ দুখ-দুৰ্গতিমুক্ত হৈ শান্তি আৰু উন্নতিৰ পথত আগবাঢ়িব পাৰে। কিন্তু এই মানৱতাবোধ এৰি সমাজৰ বিভিন্ন জনক বিভিন্ন ৰূপত ভাবিলে, মানুহক মানুহ বুলি নেভাবি বনুৱা, বেৰিষ্টাৰ, ডাক্তৰ, প্ৰফেচৰ, হাকিম, সদাগৰ, কোটিপতি এই ভাবত ভাবিলে সমাজত সমবিতৰণ হব নোৱাৰে, আৰু সেয়ে নহলে সমাজৰ দুখ-দুৰ্গতি আৰু নিষ্পেষণ আৰু শোষণ কোনোকালে যাব নোৱাৰে। এনে সমাজত মানুহে বা বিশেষকৈ শোষণকাৰীসকলে নিজৰ শোষণ কাৰ্য অটুট ৰাখি দুখীয়াৰ দুখ গুচোৱা কথা কোৱাটো, সমাজৰ কল্যাণকামী হৈ দেখুওৱাটো ভণ্ডামিত বাজে একো হব নোৱাৰে।[১]

গান্ধীজীয়ে একেদিনে এই বৈষম্য দূৰ কৰাটো সম্ভৱ বুলিও কোৱা নাই। তেওঁ যিমান শীঘ্ৰে পাৰি অকপটচিতে আৰু সযত্নে তাক কমাই আনিবলৈ কৈছে।[২] দানৱ প্ৰকৃতি এৰি মানুহে যদি মানৱ প্ৰকৃতি লয় তেন্তে সাম্যবাদী আদৰ্শৰ সমাজ গঢ়ি লবলৈ বেছি দিন নেলাগে। গান্ধীজীৰ জীৱন আৰু তেওঁ নিজহাতে গঢ়া আশ্ৰমবিলাকেই তাৰ জ্বলন্ত প্ৰতীক। এই আদৰ্শ কাৰ্যকৰী কৰি তুলিবলৈ উপযুক্ত শিক্ষা লাগিব। গান্ধীজীয়ে এই শিক্ষা দিছিল আৰু তাৰ আচৰণ দেখুৱাইছিল। মানুহে ইয়াৰ বাবে ধৈৰ্যশীল হৈ আৰু নেৰানেপেৰা যত্ন কৰি সেই শিক্ষা লব লাগিব। বাস্তৱিকে আজি এই শিক্ষা স্কুল-কলেজৰ যোগেদি দি অহা হলে ভাৰতীয় সমাজৰ ৰূপ সকলো ক্ষেত্ৰতে সৌন্দৰ্যপূৰ্ণ হ'লহেঁতেন, এতিয়াৰ দৰে কদাকাৰ নহ'লহেঁতেন। স্বাধীন ভাৰত এই আৰ্হিত নিৰ্মিত হোৱা হলে আজি এই নিদৰ্শন জগতৰ ঈৰ্ষাৰ বস্তু হ'লহেঁতেন, গান্ধীজীৰ ভাষাত 'envy of the world'। কিন্তু দুখৰ বিষয় গান্ধীজীৰ জীৱিতাৱস্থাতেই প্ৰভাৱশালী ন্যস্ত স্বাৰ্থৰ হেঁচাত ভাৰতৰ পাও পিছলিবলৈ ধৰে। গান্ধীজীৰ অনুগামীসকলে নিখুঁত গান্ধীবাদী আদৰ্শৰ সমাজ গঢ়াৰ চেষ্টাত খোপনি ৰাখিব নোৱাৰিলে। তাৰ ফলত উগ্ৰ বামপন্থীসকলে গান্ধীবাদৰ ব্যৰ্থতা দেখুৱাই বামপন্থী নীতিৰে ভাৰত পুনৰ্গঠন

১ *My Picture of Free India* by Gandhi P. 19.

২ *ibid,* P. 19

কৰাৰ পথ দেখুৱাৰ সুযোগ পালে। গান্ধীজীৰ মুক্ত ভাৰতৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক আঁচনিবিলাক বৰ্তমান ক্ষমতাত অধিষ্ঠিতসকলেই শলাগি আদৰ্শৰ যাদুঘৰত থৈ দিলে। তেওঁলোকে যিবিলাক আঁচনি গান্ধীজীৰ আদৰ্শত গঢ়া বুলি দেশবাসীক দিলে তাক পাশ্চাত্ত্য দৰ্শনেৰে ভেজাল কৰাত মানুহে তাক বুজ নেপালে। সেইবাবে নিজৰ অস্তিত্ব ৰাখিবলৈ প্ৰত্যেকজন পীড়িত লোকৰে মন বামপন্থালৈ ঢাল খোৱাত আচৰিত হবলগীয়া একো নাই।

গান্ধীবাদী আৰু মাৰ্ক্স-লেনিনবাদীসকলৰ লক্ষ্য একে। দুই দলৰে সেই লক্ষ্য মানৱৰ দুঃখ-মোচনৰ অৰ্থে গৃহীত হৈছে। মানুহৰ দুঃখত দুঃখিত হোৱা যি অনুকম্পা সেইটো দুয়ো দলৰে আছে। এই অনুকম্পাৰ বাবে গান্ধীজীয়ে মাৰ্ক্সৰ শলাগ লৈছিল। দুঃখ-মোচনৰ উপায় গান্ধী আৰু মাৰ্ক্সে বেলেগে বেলেগে উলিয়াইছিল। লক্ষ্য একে, লক্ষ্য সাধনৰ উপায় বেলেগ। গান্ধীজীয়ে মানৱ প্ৰকৃতি মূলতঃ সৎ বুলি গ্ৰহণ কৰিছে। সেইমতে মানুহ যিমান প্ৰকৃত শিক্ষাত শিক্ষিত হব সিমানেই তেওঁ সৰলতা আৰু সততাৰ পথত উন্নতি কৰি যাব। এইদৰে উন্নতি কৰি গ'লেই মানুহৰ ব্যক্তিগত স্বাৰ্থ হ্ৰাস পাই যাব আৰু মানুহ মানুহৰ প্ৰতি মানুহ হিচাপে আকৃষ্ট হব। সততা আৰু সত্যৰ প্ৰতি মানুহৰ যে মূলগত আগ্ৰহ আছে তাৰ প্ৰমাণ এয়ে যে দুষ্ট লোকেও সন্ত লোকে দিয়া যুক্তিবিচাৰ গ্ৰহণ কৰি নিজৰ অন্তৰ পৰিৱৰ্তন কৰে। সন্ত বিনোৱাজীয়ে তেলেঙ্গনাৰ বিপ্লৱী আৰু চম্বল উপত্যকাৰ ডকাইতৰ অন্তৰো মধুৰ যুক্তিৰে গলাব পাৰিছিল। গান্ধীজীয়েও সাধাৰণ মানুহৰপৰা আৰম্ভ কৰি দুই এক কোটিপতিলৈকে মানুহৰ হৃদয় জয় কৰিব পাৰিছিল। সাম্যবাদী দেশবিলাকতো প্ৰথমে সাম্যবাদী আদৰ্শ, নীতি আৰু কাৰ্য-প্ৰণালীৰ শিক্ষা দিহে ( indoctrination ) মানুহৰ মনৰ পৰিৱৰ্তন আনিবলৈ চেষ্টা কৰে, তাৰ পৰিৱৰ্তন নহলেহে অস্ত্ৰেৰে দমন কৰে। সাম্যবাদীবিলাকে আত্মাত বিশ্বাস নকৰে, তেওঁলোক জড়বাদী বা বস্তুবাদী। তেওঁলোকে ইন্দ্ৰিয়াতীত কিবা বস্তু আছে বুলি বিশ্বাস নকৰে। মহাত্মা গান্ধীয়ে আত্মাত বিশ্বাস কৰে, ভাৰতীয় হিন্দু সংস্কৃতিৰ সাৰ গ্ৰন্থ 'ভগবদ্গীতা' মানি চলে। গান্ধীজী অধ্যাত্মবাদী। ইন্দ্ৰিয়াতীত মহাশক্তি বা ঈশ্বৰত তেওঁৰ প্ৰগাঢ় ভক্তি। আত্মাই আত্মাক আকৰ্ষণ কৰিব পাৰে, জ্ঞান দি মানুহৰ মন সৎপথলৈ আনিব পাৰি, তেওঁ এই কথা বিশ্বাস কৰে। গতিকে

মানুহৰ কল্যাণেই যদি আদৰ্শ হয়, তাক কল্যাণকৰ অহিংসাৰ উপায়েৰেহে সাধন কৰা উচিত, হিংসাৰে নহয়। গান্ধীজীৰ পশু-শক্তিতকৈ আত্মাৰ শক্তিৰ ওপৰত অধিক আস্থা। কাৰণ পশুৰ শক্তি দানবীয় শক্তি, আত্মাৰ শক্তি মানৱীয় আৰু উৎকৃষ্ট শক্তি। মানৱীয় আদৰ্শ যে দানবীয় উপায়ে সাধন কৰিব নোৱাৰি আৰু কৰিলেও যে সি স্থায়ী হব নোৱাৰে এইটোৰ তেওঁ বহুল ব্যাখ্যা দিছে।

মাৰ্ক্স আৰু এঙ্গেল্‌চৰ শ্ৰেণী-সংগ্ৰাম, যি সংগ্ৰামত এটা শ্ৰেণীৰ প্ৰতি আন এটা শ্ৰেণীৰ ঘৃণা আৰু হিংসাৰ প্ৰবৃত্তি জাগে, তাক গান্ধীজীয়ে গ্ৰহণ নকৰে। তাৰ পৰিৱৰ্তে তেওঁ ধনী আৰু ব্যক্তিগত ন্যস্ত স্বাৰ্থসম্পন্ন শ্ৰেণীক সমাজৰ ন্যাসৰক্ষী কৰাৰ ব্যৱস্থা দিছে। তেওঁলোকৰ সম্পত্তি সমাজৰ কল্যাণ সাধনাৰ্থে তেওঁলোকে প্ৰয়োগ কৰিব লাগিব। ধনী আৰু দুখীয়াৰ মাজত আজি যি বিৰাট ব্যৱধান তাক দেখি গান্ধীজীয়ে অন্তৰত আঘাত পাইছিল আৰু কৈছিল যে দুখীয়া গাঁৱলীয়া মানুহক যে কেৱল বিদেশী চৰকাৰে শোষণ কৰিছিল এনে নহয়, তেওঁলোকক নিজৰ দেশৰ মানুহেও শোষণ কৰিছে আৰু শোষণকাৰীসকল নগৰবাসী।[১] স্বাধীন ভাৰততো আজি বিদেশীৰ শাসন গৈছে, কিন্তু শোষণ যোৱা নাই। আজি এই শোষণ বৃটিছ আৰু আমেৰিকাৰ ভাৰতীয় পুঁজিপতিৰ লগত সহযোগী উদ্যোগ স্থাপনৰ যোগে আৰু বিৰাট বৈদেশিক ঋণৰ যোগে চলিছে। যি অৰ্থনীতিত দেশৰ সম্পদ আৰু ধন-ৰত্ন শোষণৰ যোগে কোটি কোটি দেশবাসীক দুখীয়া কৰি আঙুলিৰ মূৰত লেখিব পৰা কেইটামান উদ্যোগপতি গোষ্ঠীৰ হাতত কেন্দ্ৰীভূত হয়গৈ সেই অৰ্থনীতি গান্ধীজীয়ে গ্ৰহণ নকৰে, তাক তেওঁ মানৱ জাতিৰে অভিসম্পাত বুলিছে। কিন্তু আমাৰ দেশত পুঁজিবাদী ব্যৱস্থা থাকেমানে তাৰপৰা হাত এৰাবৰ উপায় নাই। সেইবাবেই গান্ধীজী যান্ত্ৰিক ধৰণৰ উদ্যোগীকৰণৰ বিৰোধী; কাৰণ ইয়াৰ দ্বাৰা প্ৰভূত উৎপাদন হলেও সমবিতৰণ নহয়। গান্ধীজীয়ে বিচাৰে উৎপাদনৰ লগতে বিতৰণ জড়িত থকাটো—Not mass production but production by masses, অৰ্থাৎ এমুঠিমান পুঁজিপতিৰ হাতত প্ৰভূত উৎপাদন হোৱাতকৈ জনতাৰ প্ৰত্যেকে উৎপাদন কৰাটো হব লাগে। তাৰ দ্বাৰে ৰাজনৈতিক বিকেন্দ্ৰীকৰণ, লগে লগে অৰ্থনৈতিক বিকেন্দ্ৰীকৰণো হব লাগে। গাঁৱলীয়া

১ *Gandhi and Marx* by Mashruwala (Navajivan, 1951) P. 107.

লোক পুঁজিপতি নহয়, ডাঙৰ ফেক্টৰী কৰি যান্ত্ৰিক উৎপাদন কৰিব নোৱাৰে। সেইবাবে গাঁৱলীয়া যি শিল্প ঘৰে ঘৰে আছে তাৰ উত্তৰোত্তৰ উন্নতি সাধি গাঁৱলীয়া লোকক অৰ্থনৈতিক স্বাধীনতা দিব লাগে। তাৰ বাহিৰে তেওঁ-লোকৰ মুক্তি নাই। গান্ধীজীয়ে আটাইবোৰ মানুহকে কৃষিশিল্প বনুৱা কৰি শ্ৰেণী-সংগ্ৰামৰ পথ মুকলি কৰাৰ পৰিবৰ্তে প্ৰত্যেকখন গাঁৱক স্বাধীন কৰাৰ আঁচনি দিছে। সেই স্বাধীনতা হব লাগিব ৰাজনৈতিক আৰু অৰ্থনৈতিক। কমিউনিষ্ট দেশত ৰাজনৈতিক ক্ষমতা কেন্দ্ৰীভূত হৈছে, কিন্তু গান্ধীজীৰ আঁচনিত সেই ক্ষমতা বিকেন্দ্ৰীভূত হৈ গাঁৱলৈ আহিব লাগিব। গান্ধীজীৰ মতে 'that government is best which governs least', অৰ্থাৎ সেইটো গৱৰ্ণমেণ্টেই উত্তম যি আটাইতকৈ কম শাসন কৰে। এই পথেদিহে কমিউনিষ্টসকলৰ 'শ্ৰেণীহীন সমাজ'ৰ পৰিকল্পনাও বাস্তৱত পৰিণত হোৱা সম্ভৱ, ক্ষমতা কেন্দ্ৰীভূত কৰি ব্যক্তি-স্বাধীনতা মাৰি নহয়। তাত বাদেও 'শান্তিপূৰ্ণ সহ-অৱস্থান'ৰ দ্বাৰা পুঁজিবাদক যিমানদিন জীয়াই থাকিবলৈ দিয়া হব সিমান দিন কেন্দ্ৰীভূত ক্ষমতাক দুৰ্বল হবলৈ কমিউনিষ্ট দেশবিলাকে দিব নোৱাৰে।

গান্ধীজীৰ যি সাম্যবাদী আদৰ্শ সি হয়তো আমাৰ দেশৰ অনেক নেতাৰ, আনকি তেওঁৰ অনুগামীসকলৰ ভিতৰতো ন্যস্ত স্বাৰ্থৰ লগত জড়িত থকা অনেকৰ আজি মনঃপুত নহয়। তেওঁলোকে অহিংসাৰ গৰিমা ঘোষণা কৰে, কিন্তু গান্ধীজীৰ সমাজবাদ বা সাম্যবাদ আৰু অনাড়ম্বৰ জীৱন-যাপন প্ৰণালী আজিৰ যুগৰ পৰিৱেশত খাপ নেখায় বুলি ভাবে অৰ্থাৎ নিজেও ভাল নেপায়। এইদৰে যদি গান্ধীজীক জনসাধাৰণৰপৰা আঁতৰাই নিয়া হয় তেন্তে ক্ষুধাপীড়িত জনতাই গান্ধীজীয়ে শিকোৱা অহিংসাৰ ওপৰত আস্থা হেৰুৱাব আৰু তাৰ বিকল্প উপায় সশস্ত্ৰ বিপ্লৱৰ বাবে প্ৰস্তুত হব। বিপ্লৱৰ বাবে অসন্তুষ্ট আৰু শোষিত জনতাক অস্ত্ৰ দিয়া অনেক দেশে আমাক বেঢ়ি আছে। নেতাসকল সেই সংগ্ৰামৰ বাবে সাজু হওক। সত্য ক'ত আছে জগতে দেখক।

# মহাত্মা গান্ধীৰ সংস্পৰ্শত

**মহেন্দ্ৰমোহন চৌধুৰী**

আমি যেতিয়া সৰু, পাঠশালা স্কুলত পঢ়ো, তেতিয়াই মহাত্মা গান্ধীৰ নাম শুনোঁ। লোকমান্য বালগঙ্গাধৰ তিলকৰ মৃত্যু হোৱাত ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত কোনে নেতৃত্ব কৰিব তাকে লৈ মানুহৰ মুখে মুখে আলোচনা চলিছিল। সেই সংক্ৰান্তত আমি মহাত্মা গান্ধীৰ নাম শুনিছিলোঁ। সেই সময়ত ৰাজনীতি সম্পৰ্কে কোনো স্পষ্ট ধাৰণা নেথাকিলেও ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনে আমাৰ মনত যে আলোড়নৰ সৃষ্টি কৰিছিল সেইটো সঁচা কথা। তেতিয়া আমি সাপ্তাহিক বাতৰি কাকত পঢ়িছিলোঁ। আমাৰ ঘৰলৈ পিতাই দুখন বাতৰি কাকত নিয়মিতভাৱে আনিছিল। অসমীয়া সাপ্তাহিক বাতৰি কাকত তেতিয়া আছিলনে নাই কব নোৱাৰোঁ, কিন্তু থাকিলেও গাঁৱে-ভূঞে তাৰ বৰ প্ৰচলন যে নাছিল সেইটো ঠিক। বাতৰি কাকত দুখন হ'ল 'বঙ্গবাসী' আৰু 'সঞ্জীবনী'। প্ৰথম বিশ্বযুদ্ধৰপৰাই এই কাকত দুখনৰ প্ৰচলন বাঢ়িছিল। গধূলি আমাৰ ঘৰলৈ গাঁৱৰ বেছিভাগ মানুহেই আহিছিল। এনেই বহি গল্প কৰিছিল। গাঁৱৰ মানুহে বিয়া-বাৰু আৰু সকাম-নিকামৰ কথা পাতে। গান-বাজনাও প্ৰায়ে চলিছিল। সেই সময়ত সংকীৰ্তনৰ প্ৰাদুৰ্ভাৱ আমাৰ গাঁওবিলাকত আছিল। সেই বৈঠকতে বাতৰি কাকতৰো আলোচনা হৈছিল। যুদ্ধৰ বাতৰিত মানুহৰ বৰ আগ্ৰহ থকা কথা আজিও আমাৰ মনত পৰে। আনকি আমিও বাতৰি কাকত পঢ়ি শুনাব লাগিছিল। পিতাই আমাক বাতৰি কাকত পঢ়িবলৈ দিছিল। বাতৰি জানিবৰ কাৰণে বোধকৰোঁ নহয়, ভালকৈ পঢ়িব পাৰোনে নোৱাৰো তাৰেই পৰীক্ষা কৰিবলৈহে। বঙলা কাকতৰ বঙলা উচ্চাৰণ শুদ্ধ হৈছেনে নাই সেইটোতো পিতাই বিশেষ নজৰ দিছিল। যুদ্ধ শেষ হৈ যোৱাৰ পিচতো সেই চৰ্চা নিয়মমতে চলিছিল। অহিংস অসহযোগ আৰু সত্যাগ্ৰহৰ বাণীয়ে মানুহক এটি নতুন পথৰ সন্ধান দিছিল। যঁতৰ আৰু খদ্দৰৰ কথায়ো মানুহৰ অন্তৰত নতুন প্ৰেৰণাৰ সৃষ্টি কৰিছিল।

১৯১৮ চনত আমি মাইনৰ স্কুলত ভৰ্তি হওঁ। তেতিয়া আজিৰ দৰে স্কুল-কলেজৰ সংখ্যা বেছি নাছিল। আমাৰ গাঁৱৰপৰা চাৰিমাইল দূৰৈত চেঙ্গাগাঁও। তাতেই আমাৰ ইংৰাজী শিক্ষাৰ প্ৰথম তামিল আৰম্ভ হৈছিল। চেঙ্গাত সেই সময়ত কেবাগৰাকীও গ্ৰেজুৱেট আছিল। গাঁওখন সেই সময়ৰ তুলনাত উন্নত আৰু আগবঢ়া আছিল। পিতাই বহুত বছৰ একেৰাহে চেঙ্গা ডাকঘৰত পোষ্টমাষ্টৰৰ কাম কৰিছিল। আমি চেঙ্গাত থাকোতে সদায় ঘৰতে থকা যেন লাগিছিল।

তেতিয়াই গান্ধীটুপী ওলাইছিল। আমি গান্ধীটুপী প্ৰায়ে নিয়মমতে পিন্ধিছিলোঁ। ১৯১৯ চনৰ ৬ এপ্ৰিল তাৰিখে ৰাওলাট আইনৰ বিৰুদ্ধে প্ৰতিবাদকল্পে অনশনেৰে হৰতাল কৰিবলৈ মহাত্মা গান্ধীয়ে নিৰ্দেশ দিছিল। সেই আহ্বানত গাঁৱৰ সকলো মানুহেই সঁহাৰি জনাইছিল। খেতিয়কসকলে হালখতি কৰিছিল আৰু উপবাস দিছিল। তাৰপৰাই ভাৰতবৰ্ষত এটা নতুন যুগৰ আৰম্ভণি হ'ল।

১৯২১ চনত, বোধকৰো এপ্ৰিল মাহত, মহাত্মা গান্ধী অসমলৈ আহে। মহাত্মা গান্ধীৰ লগত আলি ভ্ৰাতৃদ্বয় অৰ্থাৎ মৌলানা মহম্মদ আলি আৰু মৌলানা চৌকত আলি আৰু সৰোজিনী নাইডু আহিছিল। মহাত্মা গান্ধীৰ দৰ্শনাৰ্থে আমাৰ ঘৰৰপৰা প্ৰায় পঁচিশ মাইল খোজ কাঢ়ি সৰভোগ ষ্টেচনলৈ গৈছিলোঁ। সৰভোগ ষ্টেচনত প্ৰায় পোন্ধৰ মিনিটমান ৰেল ৰখোৱা হৈছিল। মানুহৰ ভীৰত আমি বহুদূৰৰপৰা গান্ধীজীৰ হাঁহিভৰা মুখখন দেখি তাৰপৰাই সেৱা জনাই সন্তুষ্ট চিত্তে ঘৰলৈ গুচি আহিছিলোঁ। গান্ধীজীৰ সেয়ে আমাৰ প্ৰথম দৰ্শন। সেই সময়ত গান্ধীজীক কেন্দ্ৰ কৰি বহুতো কাহিনী গাঁৱে-ভূঞে প্ৰচাৰ হৈছিল। তাৰে ভিতৰত দুটা এটা অলৌকিকো যে নাছিল এনে নহয়।

মহাত্মা গান্ধীয়ে তেতিয়া ধুতি-কুৰ্তা আৰু গান্ধীটুপী পিন্ধিছিল। অসমৰপৰা ঘূৰি গৈ দক্ষিণ ভাৰত ভ্ৰমণৰ পৰাহে তেখেতে লইন-ক্লথ অৰ্থাৎ আঠুমূৰীয়া পোছাক পিন্ধিবলৈ লয়। গান্ধীজীয়ে আঠুমূৰীয়া কাপোৰ ব্যৱহাৰ কৰিবলৈ লোৱাৰ এটি কাহিনী আছে। কাহিনীটো হ'ল: ১৯২১ চনৰ চেপ্তেম্বৰ মাহৰ ১২ তাৰিখে গান্ধীজীয়ে দক্ষিণ ভাৰত ভ্ৰমণ কৰোঁতে ত্ৰিচিনপল্লীলৈ গৈছিল। তাতে এখন ৰাজহুৱা সভাত বক্তৃতা প্ৰসঙ্গত খদ্দৰৰ কথা কওঁতে কৈ গ'ল যে যদি গোটেই শৰীৰ খদ্দৰেৰে ঢাকিব পৰা নহয়

তেনেহলে লাজ নিবাৰণৰ কাৰণে সৰু কাপোৰ এটুকুৰাও ব্যৱহাৰ কৰা ভাল, তথাপি বিদেশী কাপোৰ ব্যৱহাৰ কৰা উচিত নহয়। সভাৰপৰা ঘূৰি আহি ৰাতি তেখেতে চিন্তা কৰিবলৈ ধৰিলে যে তেখেতে মানুহক আঠুমূৰীয়া কাপোৰ পিন্ধিবলৈ উপদেশ দিছে, কিন্তু নিজে দীঘল ধুতি পিন্ধি আছে। এইটো তেখেতৰ পক্ষে অসহ্য কথা হৈ উঠিল আৰু তেখেতে ভবিষ্যতে আঠুমূৰীয়া ধুতি পিন্ধিবলৈ সংকল্প ললে। সেই সংকল্প মতে ৰাতিপুৱা বিছনাৰপৰা শুই উঠিয়ে এজন নাপিত মাতি আনি মূৰ খুৰাই পেলালে আৰু তাৰ পিচৰপৰাই আঠুমূৰীয়া ধুতি পিন্ধিবলৈ আৰম্ভ কৰিলে। টুপী আৰু কুৰ্তাৰ ব্যৱহাৰো এৰি পেলালে।

তাৰ পিচত গান্ধীজীক দেখিছিলোঁ ১৯২৬ চনত গুৱাহাটী কংগ্ৰেছ অধিবেশনত। সেই সময়ত তেখেতক ওচৰৰপৰা চাবৰ সুযোগ ঘটিছিল। তেখেতে খুব বেগাই খোজকঢ়াৰ কাৰণে তেখেতৰ লগত খোজ কাঢ়িবলৈ হ'লে দৌৰিব লাগিছিল।

১৯৩৪ চনত তেখেতে অসমলৈ তৃতীয়বাৰৰ কাৰণে অস্পৃশ্যতা নিবাৰণৰ উদ্দেশ্যে আহিছিল। সেই সময়ত মই মহাত্মা গান্ধীৰ এখন সৰু জীৱনী অসমীয়াত লিখি তেখেতক উপহাৰ দিছিলোঁ। সেই জীৱনীখন মোৰ বন্ধু শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে প্ৰকাশ কৰিছিল।

১৯২৯ চনত ডিচেম্বৰ মাহৰ ৩১ তাৰিখে ভাৰতীয় জাতীয় মহাসভাৰ অধিবেশন লাহোৰত বহিছিল। সেই সভাত সভাপতিত্ব কৰিছিল পণ্ডিত জৱাহৰলাল নেহৰুৱে। তেতিয়া পণ্ডিত জৱাহৰলাল নেহৰু ৪১ বছৰীয়া যুৱক। সেই সময়ত সেই বয়সত তেনেকুৱা দায়িত্বপূৰ্ণ কামত অধিষ্ঠিত হোৱা মানুহৰ সংখ্যা তেনেই তাকৰ। গোপালকৃষ্ণ গোখলে ৩১ বছৰ বয়সত কংগ্ৰেছৰ সভাপতি হৈছিল। তাৰ পিচত মৌলানা আবুল কালাম আজাদে কলিকতাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ বিশেষ অধিবেশনত সভাপতিত্ব কৰিছিল। সেই সময়ত তেখেতৰ বয়স আছিল ৪১ বছৰ। তাৰ পিচত পণ্ডিত জৱাহৰলাল নেহৰুৱে ৪১ বছৰ বয়সত কংগ্ৰেছৰ সভাপতি হৈছিল। ১৯২৯ চনত লাহোৰত বহা কংগ্ৰেছ অধিবেশনত ৱৰ্কিং কমিটিৰ অনুমোদনক্ৰমে মহাত্মা গান্ধীয়ে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ দাঙি ধৰিছিল। এই প্ৰস্তাৱৰ বিৰুদ্ধে কেইবাটাও সংশোধনী প্ৰস্তাৱ উত্থাপন কৰা হৈছিল। গান্ধীজীয়ে এই প্ৰস্তাৱবিলাকৰ বিৰোধিতা কৰি

কৈছিল যে তেখেতে প্ৰস্তাৱৰ দাড়ি-কমা এটাও পৰিৱৰ্তন কৰিবৰ কাৰণে ৰাজি নহয়। কাৰণ এটা শৰীৰৰ যদি এটা অঙ্গক্ষত কৰা হয় তেনেহলে গোটেই শৰীৰটোৱেই দুৰ্বল হব পাৰে; ঠিক তেনেকৈয়ে যদি প্ৰস্তাৱৰ দাড়ি-কমা এটাও কটা হয় তেনেহলে মূল প্ৰস্তাৱটো দুৰ্বল হব আৰু সেইটো তেখেতৰ পক্ষে গ্ৰহণ কৰা অসম্ভৱ। তেখেতৰ প্ৰস্তাৱটো যেনে-ভাৱে দাঙি ধৰা হৈছে যদি তেনেভাৱে গ্ৰহণ কৰা নহয়, তেনেহলে তেখেতে সেই প্ৰস্তাৱটো উঠাই লবলৈ বাধ্য হব। গান্ধীজীৰ প্ৰস্তাৱটো কংগ্ৰেছত সৰ্বসন্মতিক্ৰমে গৃহীত হৈছিল। সেই প্ৰস্তাৱটো কাৰ্যকৰী কৰিবৰ কাৰণে মহাত্মা গান্ধীক সম্পূৰ্ণ দায়িত্ব আৰু ক্ষমতা দিয়া হৈছিল।

আমাৰো কংগ্ৰেছৰ সেই অধিবেশনত যোগ দিয়াৰ সৌভাগ্য ঘটিছিল। গান্ধীজীৰ কথাবিলাক বৰ হৃদয়গ্ৰাহী আছিল আৰু তেখেতৰ দৰ্শনৰ প্ৰেৰণাই আমাক জাতীয় আন্দোলনত যোগ দিবৰ কাৰণে অনুপ্ৰাণিত কৰিছিল। তাৰ পিচত কেবাখনো কংগ্ৰেছ অধিবেশনত তেখেতক দৰ্শনৰ সৌভাগ্য হৈছিল। কিন্তু তেখেতৰ ওচৰলৈ যোৱাৰ সুযোগ ১৯৪৪ চনলৈকে ঘটা নাছিল।

তেতিয়া অসমত যুদ্ধৰ আয়োজন পূৰ্ণ উদ্যমেৰে চলিছিল। গোটেই অসম ৰাজ্যখন যুদ্ধক্ষেত্ৰত পৰিণত হৈছিল। ইংলণ্ড আৰু আমেৰিকাৰ মিত্ৰশক্তিয়ে অসমত সৈন্য সমাবেশ কৰি জাপানৰ বিৰুদ্ধে প্ৰস্তুত হৈছিল। পাৰ্ল হাৰবাৰত আমেৰিকাৰ বিপৰ্যয় ঘটাৰ পিচত পূব এচিয়াৰ যুদ্ধ ক্ৰমে ভাৰতৰ ওচৰ পাইছিলহি। গোটেই ব্ৰহ্মদেশ জাপানে অধিকাৰ কৰিছিল। ব্ৰহ্মদেশ জাপানে আক্ৰমণ কৰাৰ সময়ত ব্ৰহ্মদেশত যিমানবিলাক ভাৰতীয় লোক আছিল তাৰপৰা ভাগি ভাৰতলৈ আহিছিল। সেই লোকবিলাকৰ বেছি ভাগেই অসম-ব্ৰহ্ম সীমান্তৰ দুৰ্ধৰ্ষ পাহাৰ অতিক্ৰম কৰি মণিপুৰৰ মাজেদি অসমত প্ৰৱেশ কৰিছিল। ভগনীয়া সকলৰ দুৰ্গতি অবৰ্ণনীয়। তেনেকৈ আহোঁতে কিমান মানুহ মৰিল, কিমান মানুহে নানা বেমাৰত ভুগিবলগীয়া হৈছিল, সেইবিলাক কথাৰ হিচাপ আজি হয়তো বিচাৰিলেও পোৱা টান। ইয়াৰ উপৰিও অসমত সাধাৰণ নাগৰিকৰ ওপৰত মিলিটেৰীৰ পক্ষৰপৰা অত্যাচাৰ হৈছিল।

তাৰ পিচত আৰম্ভ হ'ল ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰাম। জয় বা মৃত্যু পণ কৰি স্বাধীনতাৰ সংগ্ৰামত যোগ দিবলৈ মহাত্মা গান্ধীয়ে আহ্বান জনালে। সমগ্ৰ দেশবাসী সেই সংগ্ৰামত জপিয়াই পৰিল। মহাত্মা গান্ধী

প্ৰমুখ্যে নেতাসকলক কাৰাগাৰত বন্দী কৰা হ'ল। সেই সময়ৰ লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে অসমৰ নেতা আৰু কৰ্মীকো কাৰাৰুদ্ধ কৰা হৈছিল। ১৯৪৪ চনৰ জানুৱাৰী মাহত বৰদলৈদেৱক স্বাস্থ্যৰ কাৰণে জেলৰপৰা খালাচ দিলে। আমিও সেই বছৰ পূজাৰ পিচত জেলৰপৰা খালাচ পাই আহিছিলোঁ। আমি জেলৰপৰা ওলাই অহাত আন্দোলনৰ তীব্ৰতা বহুত পৰিমাণে হ্ৰাস পাইছিল। বৰদলৈ ডাঙৰীয়াই নিৰ্দেশ দিলে, আমি গোটেই অসমতে ঘূৰি ৰাজনৈতিক বন্দীসকলৰ পৰিয়ালবৰ্গৰ খা-খবৰ লব লাগে আৰু মিলিটেৰীৰ ফালৰপৰা কি কি অত্যাচাৰ হৈছে তাৰ এটা বিবৰণো লব লাগে। বৰদলৈদেৱৰ নিৰ্দেশমতে আমি সেই কাম যথাসম্ভৱ সম্পন্ন কৰিছিলোঁ আৰু সেই সময়ৰ ঘটনাৱলী আৰু অসমৰ, বিশেষকৈ উজনি অসমৰ, য'ত মিলিটেৰীৰ সমাবেশ ঘন, তাৰ পৰিস্থিতি সম্পৰ্কে এখনি প্ৰতিবেদন দাখিল কৰিছিলোঁ। আমি দাখিল কৰা তথ্য আদিৰ ওপৰত নিৰ্ভৰ কৰিয়েই বৰদলৈদেৱে এখন দীঘল প্ৰতিবেদন তৈয়াৰ কৰিলে। তেতিয়া কংগ্ৰেছ বে-আইনী বুলি ঘোষিত হৈছিল। কংগ্ৰেছৰ পক্ষৰপৰা সভা-সমিতি পতা নিষিদ্ধ আছিল। গতিকে প্ৰতিবেদনখন অনুমোদন কৰিবৰ বাবে সেই সময়ত যিসকল কংগ্ৰেছৰ নেতা আৰু কৰ্মী জেলৰ বাহিৰত আছিল সেইসকলক নিমন্ত্ৰণ কৰি গুৱাহাটীলৈ অনা হৈছিল। কংগ্ৰেছ কৰ্মীসকলৰ সেইসভাখন গুৱাহাটীত গোপনে স্বৰ্গীয় হৰেশ্বৰ গোস্বামীদেৱৰ পুৰণি ঘৰত বহিছিল। সেই কমিটিত দুটা সিদ্ধান্ত হৈছিল। প্ৰথমটো হ'ল—কংগ্ৰেছৰ গঠনমূলক কাম চলাবৰ কাৰণে এখন গ্ৰামসেৱা সংঘ গঠন হব লাগে; আৰু দ্বিতীয়টো হ'ল—বৰদলৈদেৱে প্ৰস্তুত কৰা প্ৰতিবেদনখন মহাত্মা গান্ধীলৈ পঠিয়াব লাগে। গ্ৰামসেৱা সংঘৰ সভাপতি বৰদলৈ ডাঙৰীয়া নিৰ্বাচিত হ'ল আৰু মই তাৰ সম্পাদক নিৰ্বাচিত হৈছিলোঁ। দ্বিতীয় সিদ্ধান্ত মতে প্ৰতিবেদনখন মই আৰু শ্ৰীঅক্ষয়কুমাৰ দাসে লৈ গৈ মহাত্মা গান্ধীক দেখা কৰি প্ৰতিবেদনত উল্লেখ কৰা সমস্যাসমূহৰ বিষয়ে মহাত্মা গান্ধীৰ পৰামৰ্শ গ্ৰহণ কৰিব লাগে।

তেতিয়া গান্ধীজীক অস্বুস্থতাৰ কাৰণে খালাচ দিয়াত তেখেতে ভগ্নস্বাস্থ্য উদ্ধাৰ কৰিবৰ কাৰণে পাঁচগণিত বিশ্ৰাম লৈছিল। পাঁচগণি এখন সৰু চহৰ; পুণাৰপৰা ৫৩ মাইল দূৰৈত অৱস্থিত। আমি তালৈ গৈ মহাত্মা গান্ধীক দেখা কৰিছিলোঁ। মহাত্মা গান্ধীৰ বাবে আমি কেইটামান মাটিকঁঠাল লৈ

গৈছিলোঁ। তেতিয়া ডাঃ জীৱৰাজ মেহতা মহাত্মা গান্ধীৰ প্ৰাইভেট ছেক্রেটাৰী হিচাপে কাম কৰিছিল। ডাঃ জীৱৰাজ মেহতাৰপৰা আমি গান্ধীজীৰ লগত সাক্ষাৎ কৰিবলৈ অনুমতি ললোঁ। অনুমতিক্রমে তেখেতৰ লগত দেখা কৰি আমি লৈ যোৱা প্ৰতিবেদনখন তেখেতৰ হাতত অৰ্পণ কৰিলোঁ। প্ৰতিবেদনখন পোৱাৰ পিচত গান্ধীজীয়ে আমাক ক'লে যে প্ৰতিবেদনখন বৰ দীঘলীয়া আৰু সেইখন ভালকৈ পঢ়িবৰ কাৰণে সময়ৰ প্ৰয়োজন আৰু প্ৰতিবেদনখন পঢ়াৰ পিচত সেই বিষয়ে কিছুমান কথা আলোচনা কৰিব লগাও হব পাৰে। সেইকাৰণে তেখেতে আৰু কেইদিন-মানৰ পিচত দেখা কৰিবলৈ পৰামৰ্শ দি আমাক পুণালৈ ঘূৰি আহিবলৈ কলে। পুণাত তেখেতৰ কাৰণে তিনদিনলৈ অপেক্ষা কৰিব লাগিব বুলি কলে। তেখেতে আৰু আমাক লগতে উপদেশ দিলে যে আমি হোটেলত থাকিব নেলাগে। কাৰণ তেখেতে কৈছিল, অসমৰ মানুহবিলাক তেখেতৰ দৰেই দুখীয়া মানুহ, গতিকে হোটেলত থাকি টকা-পইচা খৰচ কৰি যোৱাটো আমাৰ পক্ষে সম্ভৱ নহয়। সেইকাৰণে তেখেতে আমাক ভাভে ধৰ্মশালাত থাকিবলৈ কৈছিল আৰু তাতেই ৰান্ধি-বাঢ়ি খাবলৈ উপদেশ দিছিল। আমি তেখেতৰ উপদেশ অনুসৰি পুণাত তেখেতৰ কাৰণে অপেক্ষা কৰিছিলোঁ। নিৰ্দিষ্ট সময়ত তেখেত পুণালৈ আহিছিল। আমি তেখেতক পুণাত গৈ দেখা কৰিলোঁ। তেখেতে ডাঃ মেহতাৰ প্ৰাকৃতিক চিকিৎসালয়ত অৱস্থান কৰিছিল। আমি দেখা কৰাত তেখেতে কলে যে তেখেতৰ দৰ্শনৰ বাবে মানুহৰ ইমান ভীৰ যে তেখেতে আমাৰ লগত সুস্থিৰভাৱে কথা কোৱা সময় নহব। সেইকাৰণে আমাক নিৰ্দেশ দিলে যে আমি ৰেলেৰে তেখেতৰ লগতে একেলগে কল্যাণ ষ্টেচনৰপৰা ৱাৰ্দ্ধালৈ যাব লাগিব আৰু ৰেলত তেখেতে আমাৰ লগত আলোচনা কৰিব আৰু যিখিনি দিবলগীয়া পৰামৰ্শ আছে তাক দিব। আমি সেই নিৰ্দেশত অতিশয় আনন্দিত হৈছিলোঁ। গান্ধীজীৰ লগত একেলগে একেখন ৰেলৰ ডবাত ভ্ৰমণ কৰাৰ সৌভাগ্য জীৱনত কেতিয়াবা ঘটিব বুলি কল্পনা কৰা আমাৰ পক্ষে সেই সময়ত টান আছিল। কিন্তু হঠাৎ এই সুযোগ পোৱাত আমি আনন্দত আত্মহাৰা হৈছিলোঁ। নিৰ্দিষ্ট সময়ত কল্যাণ ষ্টেচনলৈ আহি গান্ধীজীৰ লগত একেলগে ৱাৰ্দ্ধালৈ ৰেলেৰে যাত্ৰা কৰিলোঁ। ৰেল এৰি দিয়াৰ লগে লগে আমি দুজনক একে-লগে বহুৱাই তেওঁ আলোচনা আৰম্ভ কৰিলে। আমাৰ পৰাও তেখেতে

কিছুমান কথাৰ স্পষ্টীকৰণ বিচৰাত আমি সেইবিলাক তেখেতৰ ওচৰত দাঙি ধৰিছিলোঁ।

তেখেতৰ লগতে খোৱা-বোৱাৰ সকলো বন্দবস্ত আছিল। আমি তেখেতৰ লগতে ভোজন কৰিলোঁ। গোটেই ৰাতি আমি ৰেলগাড়ীত শুব নোৱাৰিলোঁ। কাৰণ যিবিলাক ষ্টেচনত ৰেলগাড়ী ৰৈছিল সেইবিলাকত মানুহৰ অসংখ্য ভীৰ হৈছিল আৰু দুৱাৰ-খিৰিকী বন্ধ কৰি থলেও মানুহে থপৰিয়াই খুলিবলৈ বাধ্য কৰিছিল। গান্ধীজীয়ে জনতাক খিৰিকীৰে দৰ্শন দিছিল আৰু হৰিজন ভঁৰালৰ বাবে অৰ্থ সংগ্ৰহ কৰিছিল। অৰ্থ সংগ্ৰহৰ দায়িত্ব তেখেতৰ লগত ভ্ৰমণ কৰা আটাইবিলাক যাত্ৰীৰ ওপৰতে পৰিছিল। আমিও সেই কামত অংশ গ্ৰহণ কৰিছিলোঁ।

ৰাতিপুৱা আঠ বজাত আমি ৱাৰ্ধা ষ্টেচন পালোঁগৈ। গান্ধীজীয়ে মটৰ গাড়ীৰে সেৱাগ্ৰামলৈ গ'ল। লগতে প্ৰায়বিলাকেই টঙাতে সেৱাগ্ৰামলৈ গ'ল। আমিও টঙাতে গলোঁ। সেৱাগ্ৰামৰ ওচৰ-চুবুৰীয়া মানুহবিলাকে গান্ধীজী বহুত দিনৰ পিচত ঘূৰি অহাত বিশেষভাৱে তেওঁক অভ্যৰ্থনা জনাইছিল। সেই অভ্যৰ্থনাত গোৱা ভজনটো আজিও মোৰ কাণত প্ৰতিধ্বনিত হৈ আছে। সেই ভজনটোৰ চমুকৈ অৰ্থ হ'ল ঃ মানুহে ঈশ্বৰক নিৰাকাৰ বুলি কয়, কিন্তু যদি কোনোবা মানুহে ঈশ্বৰক সাক্ষাৎ দৰ্শন কৰে তেনেহলে তেওঁ ঈশ্বৰক নিৰাকাৰ বুলি কেনেকৈ বিশ্বাস কৰিব পাৰে! ইয়াৰ তাৎপৰ্য হ'ল গান্ধীজী সাক্ষাৎ ঈশ্বৰ আৰু তেখেতৰ দৰ্শনত সাকাৰ ঈশ্বৰৰ সাক্ষাৎ লাভ হৈছে।

এই সংক্ৰান্তত আৰু এটা কথা গান্ধীজীৰ জীৱন-কাহিনী সম্পৰ্কত উল্লেখ আছে। ভ্ৰমণৰ সময়ত গান্ধীজীৰ গাড়ীৰ ইঞ্জিন বেয়া হোৱাত বিহাৰৰ সৰু গাঁৱলীয়া ষ্টেচন এটাত কিছু সময় অপেক্ষা কৰিবলগা হৈছিল। গান্ধীজীৰ কথা শুনি অসংখ্য জনতাৰ সমাবেশ হ'ল। লগতে এগৰাকী বুঢ়ীও তেখেতৰ দৰ্শন পোৱাৰ কাৰণে তালৈ আহিছিল। সেই বুঢ়ীগৰাকীয়ে কৈছিল, "বাপুজী, মোৰ বয়স ১০৪ বছৰ আৰু মোৰ চকুৰ দৃষ্টিশক্তি লাহে লাহে কমি আহিছে। মই বহুতো তীৰ্থ ভ্ৰমণ কৰিছোঁ। আমাৰ গাঁৱত দুটা মন্দিৰো নিৰ্মাণ কৰি দিছোঁ। যেনেকৈ ৰাম-কৃষ্ণ অৱতাৰী পুৰুষ ঠিক তেনেকৈ ভাৰতত মহাত্মা গান্ধীও অৱতাৰী পুৰুষ বুলি শুনিছোঁ। গতিকে তেখেতক নেদেখা পৰ্যন্ত মোৰ মৃত্যু নহয়।" এইবুলি তেখেতে মহাত্মা গান্ধীৰ

দৰ্শন কামনা কৰিছিল। এই বিশ্বাসত লাখ লাখ ভাৰতবৰ্ষৰ মানুহে গান্ধীজীৰ সান্নিধ্যলৈ আহিছিল।

সেৱাগ্ৰামত দুপৰীয়া ভোজনত আমি কেউজনে একেলগে গান্ধীজীৰ লগত ভোজন কৰিছিলোঁ। আমাৰ মহৎ সৌভাগ্য হৈছিল গান্ধীজীৰ ওচৰত বহি খাবলৈ। সেৱাগ্ৰামত যি খোৱাৰ দিহা হৈছিল সেই খোৱা আমাৰ সচৰাচৰ খোৱা খাদ্যৰ লগত নিমিলে। গান্ধীজীয়ে আমাক যিবিলাক শাক-পাচলি খাবলৈ দিছিল তাৰ ভিতৰত কোনটো আগত খাব লাগে, কোনটো পিচত খাব লাগে সেইবিলাক দেখুৱাই দিছিল। ভাত খোৱাৰ পিচত তেখেতে আমাক সেৱাগ্ৰামৰ বিভিন্ন অনুষ্ঠানসমূহ চাবলৈ নিৰ্দেশ দিছিল। তেখেতে বিশেষকৈ আমাক প্ৰফেচৰ ভালছালিৰ লগত সাক্ষাৎ কৰিবৰ কাৰণে আদেশ দিছিল। তেখেতে কৈছিল যে ভালছালি এটা অনুষ্ঠান-বিশেষ, আৰু ক'লে যে যদি আমাৰ আৰু কিবা কবলগীয়া কথা আছে তেন্তে আবেলি যেতিয়া ভ্ৰমণৰ সময় হব তেতিয়া আমাৰ লগত তেখেতে সেই ভ্ৰমণতে কথা পাতিব। প্ৰফেচৰ ভালছালিক আমি লগ পাইছিলোঁ। তেখেতে যঁতৰত নিবিষ্টভাৱে সূতা কাটিছিল। আমি বহু সময় তেখেতৰ ওচৰত বহি থকাতো তেখেতে মাতবোল নিদিয়াত আমি তাৰপৰা আঁতৰি আহিলোঁ।

গান্ধীজীৰ লগত দুটা কথাৰ বিষয়ে আমাৰ আলোচনা কৰিবলৈ বাকী আছিল। প্ৰথমটো হ'ল, সেই সময়ত আমাৰ অসমত এজন মুখ্য কংগ্ৰেছ নেতা শঙ্কৰচন্দ্ৰ বৰুৱাদেৱে ধৰা নিদিয়াকৈ লুকাই আন্দোলন চলাই আছিল। তেখেত সেই সময়ত বিধান সভাৰ সদস্যও আছিল। আগেয়ে উল্লেখ কৰা হৈছে যে সেই সময়ত বহুতো ঠাইত বগা চিপাহীবিলাকে তিৰোতাৰ গাতো হাত নিদিয়াকৈ থকা নাছিল। তাৰ প্ৰতিৰোধকল্পে বৰুৱাদেৱে তিৰোতাসকলক সংগঠন কৰাৰ দিহা কৰিছিল আৰু তেওঁলোকক আত্মৰক্ষা আৰু মৰ্যাদা ৰক্ষাৰ বাবে ডেগাৰ ব্যৱহাৰ কৰিবলৈ শিক্ষা দিছিল। সেইটো বিষয় লৈ বহুতো বাক-বিতণ্ডা আৰু সমালোচনা হৈছিল। গান্ধীজীৰ অহিংসা সংগ্ৰামত যিহেতু হিংসাৰ স্থান নাই সেই কাৰণে তৰোৱাল ব্যৱহাৰ উচিত নহয় বুলি বা গান্ধীজীৰ অহিংস আন্দোলনৰ পৰিপন্থী বুলি বহুতে মত প্ৰকাশ কৰিছিল। জেলৰ ভিতৰতো কংগ্ৰেছ কৰ্মীসকলৰ মাজত এই বিষয়ে বহু বিৰুদ্ধ সমালোচনা চলিছিল। এই বিষয়ত গান্ধীজীয়ে কি মত প্ৰকাশ কৰে সেইটো সাক্ষাৎ প্ৰসঙ্গত আলোচনা কৰি পাৰিলে এটা নিৰ্দেশ আনি-

বলৈ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱে পাঁচগণি যাত্ৰাৰ প্ৰাক্কালত আমাক কৈছিল।

আমি যেতিয়া গান্ধীজীক সেই প্ৰশ্নটো কৰিলোঁ তেখেতে কৈছিল যে, আটাইবিলাকে নহলেও যদি এগৰাকী ছোৱালীয়েও তৰোৱালৰ সহায়ত আত্ম-সন্মান আৰু জীৱন ৰক্ষা কৰিব পাৰে তেন্তে তাতকৈ আৰু আনন্দৰ বিষয় একো হব নোৱাৰে। তেখেতে লগতে কৈছিল যে অহিংসা বীৰৰ অস্ত্ৰ, কাপুৰুষৰ নহয়। যিবিলাক মানুহে নিজৰ আত্মবলৰ দ্বাৰা নিজৰ সন্মান বা আত্মৰক্ষা কৰিবলৈ অপাৰগ তেওঁলোকে কাপুৰুষৰ দৰে আত্মসমৰ্পণ নকৰি যদি হিংসাৰ আশ্ৰয় লৈও সন্মান আৰু জীৱন ৰক্ষা কৰে তেনেহলে তাৰ দ্বাৰা অহিংসাৰপৰা আঁতৰি অহা প্ৰশ্ন উঠিব নোৱাৰে।

দ্বিতীয় প্ৰশ্নটো হ'ল, সেই সময়ত পূৰ্ববঙ্গৰপৰা অবাধে অসমলৈ অহা মানুহৰ সোঁত কিছু পৰিমাণে নিয়ন্ত্ৰণ কৰিবলৈ সেই সময়ৰ চৰকাৰে লাইন-প্ৰথা প্ৰৱৰ্তন কৰিছিল। কংগ্ৰেছ সেই সময়ত চৰকাৰ-বিৰোধী হলেও সেইটো সমৰ্থন কৰিছিল। লাইন-প্ৰথা মানে, এটা নিৰ্দিষ্ট সীমাৰ ভিতৰলৈ পূৰ্ববঙ্গৰপৰা অহা লোকসকলৰ মাটিবাৰী অধিগ্ৰহণ নিষিদ্ধ কৰা হৈছিল। এই কথাটো সাম্প্ৰদায়িক বুলি এটা মহলত অভিহিত হৈছিল। কাৰণ তেনেকৈ লানি নিছিগাকৈ অহা পূৰ্ববঙ্গৰ মানুহৰ শতকৰা ৯০ ভাগেই মুছলমান আছিল। লাইন-প্ৰথা সাম্প্ৰদায়িক হয়নে নহয় সেই বিষয় লৈ কংগ্ৰেছৰ ভিতৰতে বাদানুবাদ চলিছিল। এই কথাটোৰ এটা নিষ্পত্তি কৰিবৰ কাৰণে আমাক মহাত্মা গান্ধীৰ লগত এই বিষয়ে পৰামৰ্শ কৰিবৰ কাৰণে লোকপ্ৰিয় বৰদলৈদেৱে নিৰ্দেশ দিছিল। গান্ধীজীৰ আগত এই বিষয়টো উত্থাপন কৰাত গান্ধীজীয়ে কৈছিল যে, যদি কোনো এখন প্ৰদেশত তাৰ থলুৱা লোকৰ স্বাৰ্থ বাহিৰৰপৰা অবাধে অহা মানুহৰ হস্তক্ষেপত হানি বা বাধাপ্ৰাপ্ত হয় তেনেহলে তেনে হস্তক্ষেপ আঁতৰাবৰ কাৰণে যদি সেই প্ৰদেশৰ চৰকাৰে বা তাৰ অধিবাসীসকলে কোনো ব্যৱস্থা গ্ৰহণ কৰে তেনেহলে সেইটো সাম্প্ৰদায়িক হব নোৱাৰে, বৰং সেইটো নকৰিলে সেই প্ৰদেশৰ প্ৰতি গুৰুতৰ অন্যায় কৰাহে হব। পূৰ্ববঙ্গৰ-পৰা হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ মানুহেই অসমলৈ আহিছিল। গতিকে সেইসকলৰ মাটিবাৰী অধিগ্ৰহণৰ ক্ষেত্ৰত নিয়ন্ত্ৰণ ব্যৱস্থাক যদি কোনোবাই সাম্প্ৰদায়িক বুলি অভিহিত কৰে তেন্তে সেইটো অন্যায় হব। আমাৰ কথা শেষ হ'লত আমি গান্ধীজীক সেৱা জনাই বিদায় ললোঁ।

গান্ধীজীয়ে অসমক বৰ ভাল পাইছিল। তেখেতে অসমীয়া মানুহক বৰ মৰম কৰিছিল। অসমৰ সমস্যাসমূহৰ প্ৰতি তেখেত বৰ সজাগ আছিল। তেওঁ অসমৰ সমস্যাবিলাকৰ মূলতত্ত্ব উদ্ঘাটন কৰি সেইবিলাক কেনেকৈ সমাধান কৰিব পাৰি সেই বিষয়ে পৰামৰ্শ দিছিল। তেখেতে অসমীয়া মানুহৰ জীৱন যাত্ৰা সুগম কৰিবলৈ চেষ্টা কৰিছিল। অসমক গ্ৰুপিঙত অন্তৰ্ভুক্ত কৰাৰ ক্ষেত্ৰত আমি তেখেতক যেতিয়া দেখা কৰি পৰামৰ্শ বিচাৰিছিলোঁ তেতিয়া তেখেতে কৈছিল, অসম এখন সৰু ৰাজ্য আৰু ভাৰতবৰ্ষৰ এচুকত অৱস্থিত। ভাৰতবৰ্ষৰ বিশাল জনসমূহৰ ভিতৰত অসমীয়া মানুহ অতি মুষ্টিমেয়। তেওঁলোকৰ মাত অতি ক্ষীণ। সেইবুলি অসমীয়া মানুহৰ ন্যায় আৰু নীতিসঙ্গত স্বাৰ্থক উপলুঙা বা উপেক্ষা কৰাৰ অধিকাৰ কাৰো নাই। গান্ধীজীয়ে আৰু কৈছিল যে অসমক গ্ৰুপিঙত অন্তৰ্ভুক্ত কৰাৰ ক্ষেত্ৰত তেখেতৰ মতামত অতি স্পষ্ট। তেখেতে এই বিষয়ে সদায় চিন্তা কৰিছিল আৰু বিনা দ্বিধাই অলপো সময় নোলোৱাকৈ তেখেতৰ আগত দাঙি ধৰা সমস্যাসমূহৰ সমাধান তেখেতে দিছিল। তেখেতে কৈছিল, যদি অসমীয়া মানুহবিলাক কেৱল মনুষ্যাকৃতি জীৱেই নহয়, যদি অসমীয়া মানুহবিলাক প্ৰকৃত মানুহ হয়, তেনেহলে অসমৰ স্বাৰ্থৰ দুৰ্ঘোৰ পৰিপন্থী গ্ৰুপিঙৰ প্ৰস্তাৱত অসমে অকলে হলেও বিৰোধিতা কৰিব লাগিব আৰু তাৰবাবে যদি অসমক নিখিল ভাৰত জাতীয় কংগ্ৰেছ মহাসভাই শাস্তি বিধানো কৰে তাতো ভ্ৰূক্ষেপ কৰিব নেলাগিব; অচল-অটলভাৱে তাৰ বিৰোধিতা কৰিব লাগিব, যিহেতুকে এনেকুৱা বিৰোধ ন্যায় আৰু সত্যসঙ্গত, আৰু যদি তেনে প্ৰতি-ৰোধত হিংসাৰ লেশমাত্ৰও নেথাকে তেনেহলে অসমৰ জয় অৱশ্যম্ভাবী। গান্ধীজীৰ অসমৰ প্ৰতি এই আশীৰ্বাদ নথকা হ'লে আজি অসমৰ বুৰঞ্জীৰ ৰূপ অন্য প্ৰকাৰৰ হ'লহেঁতেন, অসমৰ অস্তিত্ব হয়তো লোপ পাই গ'লহেঁতেন। পৰমেশ্বৰৰ অশেষ কৰুণাত আৰু মহাত্মা গান্ধীৰ আশীৰ্বাদত অসম ৰক্ষা পৰিল।

আজি অসমত বহুতো সমস্যাৰ উদ্ভৱ হৈছে আৰু কোনো কোনো সমস্যা সমাধানৰ বাবে জটিল বুলিও স্বীকৃত হৈছে। আজি ভাৰতবৰ্ষৰ নেতাসকলৰ হাতত অসমে সুবিচাৰ পোৱা নাই বুলিও অসমৰ জনসাধাৰণে অনুভৱ নকৰা নহয়। মহাত্মা গান্ধী আজি আমাৰ মাজত নাই। তেখেতৰ পৰামৰ্শ আৰু পৰিচালনাৰপৰা আমি আজি বঞ্চিত। কিন্তু তেখেতৰ অদৃশ্য

আত্মাই আমাৰ প্ৰতি সদায় আশীৰ্বাদ জনাই আছে। আমি আজি তেখেতৰ আশীৰ্বাদ শিৰত লৈ নিৰ্ভয়ে সকলো প্ৰকাৰৰ শঙ্কা বিসৰ্জন দি অসমীয়া মানুহৰ প্ৰকৃত অধিকাৰ সাব্যস্ত কৰিবলৈ তেখেতৰ দ্বাৰা নিৰ্দিষ্ট পথেৰে আগবাঢ়ি যাব লাগিব। মহাত্মাজীৰ শতবাৰ্ষিকীৰ এই পবিত্ৰ ক্ষণত তেখেতৰ প্ৰতি আমি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ আৰু তেখেতৰ আশীৰ্বাদ ভিক্ষা কৰিছোঁ।

# অহিংস প্ৰতিৰোধ

## কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী

বিশ্ব ইতিহাসলৈ দৃষ্টিপাত কৰিলে দেখা যায় যে যুগ যুগ ধৰি মানৱ জাতিয়ে এবিধ অস্ত্ৰৰ প্ৰয়োজন বোধ কৰি আহিছে, অনুসন্ধান কৰি আহিছে। মানুহৰ এনে অস্ত্ৰৰ প্ৰয়োজন যাৰ দ্বাৰা অন্যায়-অবিচাৰ, প্ৰভুত্ব-বিস্তাৰ, বিদ্ৰোহ-বিক্ষোভ, আন্দোলন-আক্ৰমণ তথা হিংসাৰ বিৰুদ্ধে যুঁজ কৰিব পাৰি। মানুহ যেতিয়াই হিংসাত্মক কাৰ্য, প্ৰভুত্ব-বিস্তাৰ বা ক্ষমতা বিস্তাৰৰ সমুখীন হয় তেতিয়াই সি তাৰ বিবেকৰ প্ৰতিঘাত অনুভৱ কৰে আৰু তেনে কাৰ্যক পৰাভূত কৰিবলৈকে কোনো শক্তিশালী মাৰাত্মক অস্ত্ৰৰ আৱশ্যকতা বোধ কৰে।

মানুহৰ প্ৰকৃতি দৰাচলতে ন্যায়পৰায়ণ, স্নেহশীল আৰু শান্তিপ্ৰিয়; কিন্তু যেতিয়াই কোনো হিংসামূলক কাৰ্যৰ সম্মুখীন হ'বলগীয়া হয় তেতিয়া হঠাতেই মানুহৰ মনত এনে এটা প্ৰবৃত্তি জাগি উঠে যে তেনে পৰিস্থিতিক প্ৰতিৰোধ কৰিবলৈ ততোধিক শক্তিশালী অস্ত্ৰৰ আৱশ্যক হয়। এনে ধৰণৰ সন্ধিক্ষণত মানুহৰ আগত দুটা সমস্যাৰ উদ্ভৱ হয়, প্ৰথম—এবিধ শক্তিশালী অস্ত্ৰৰ সংগ্ৰহ, কিয়নো শান্তিৰ কালত সি কোনো দিনে অস্ত্ৰৰ প্ৰয়োজন অনুভৱ নকৰিলে; আৰু দ্বিতীয়—সেই অস্ত্ৰৰ আশু-সংগ্ৰহ।

আক্ৰমণশীল আৰু ক্ষমতাপ্ৰিয় লোকে শক্তিশালী আৰু মাৰাত্মক অস্ত্ৰ-সংগ্ৰহৰ কথা ভাবে, তেওঁলোকে তেনে অস্ত্ৰ লাভো কৰে; কিন্তু শান্তিকামী লোকৰ তেনে পৰিকল্পনা নাই, গতিকে সেই সন্ধিক্ষণত তেওঁলোকে কোনো অস্ত্ৰাদি নাপায়, পালেও প্ৰতিপক্ষতকৈ কম শক্তিশালী অস্ত্ৰহে পায়। ইয়াৰ ফলতে এখন অসমকক্ষ যুদ্ধৰ সূচনা হয়।

তেনে ধৰণৰ অসমতাৰ সংগ্ৰামত আক্ৰমণশীল আৰু ক্ষমতালোভী-সকলে সামৰিক অস্ত্ৰ-সামগ্ৰীৰে যুদ্ধ আৰম্ভ কৰে আৰু প্ৰথম অৱস্থাত তেওঁলোক জয়ী হোৱা যেনো অনুমান হয়। এতেকে কি উপায়েৰে শান্তিৰক্ষা কৰি বিদ্ৰোহ দমন কৰাত কৃতকাৰ্যতা লাভ কৰিব পাৰি—এনে

ধৰণৰ এটা প্ৰশ্ন শান্তিকামী জনতাৰ মনত উদয় হয়। সময় আৰু সুযোগৰ অপেক্ষাত থকা নিৰস্ত্ৰ বাহিনীয়ে কেনেকৈ সশস্ত্ৰ বাহিনীক পৰাস্ত কৰিব পাৰে—এইটোৱেই এই প্ৰশ্নৰ মূল কথা।

আকস্মিকভাৱে এক সমুখ-সমৰ সংঘটিত হয়। কম শক্তিসম্পন্ন বাহিনীয়ে পৰিস্থিতি আৰু ঘটনাচক্ৰৰ সুযোগলৈ অপেক্ষা কৰিবলগীয়া হয়। আধুনিক যুদ্ধনীতিৰ ক্ষেত্ৰত গৰিলাবিলাকৰ দ্বাৰা এনে ধৰণৰ এটা উপায় অৱলম্বন কৰা হৈছিল। শত্ৰুপক্ষৰ যদিও অধিক বলশালী অস্ত্ৰ-সামগ্ৰী আছিল তথাপি গ্ৰামাঞ্চলত বিক্ষিপ্তভাৱে লুকাই থকা গৰিলাবিলাকে আকস্মিকভাৱে আক্ৰমণ কৰিব পাৰিছিল, গৰিলাবিলাকৰ বিক্ষিপ্ততা হেতু বিপক্ষৰ শক্তিসম্পন্ন অস্ত্ৰও ব্যৰ্থ হৈ গৈছিল। কোৰিয়া আৰু ভিয়েটনামতো একে ধৰণৰে ঘটনাই ঘটিছিল। এটা গৰিলাই বিপক্ষৰ অধিক শক্তিশালী অস্ত্ৰকো সহজে পৰাভৱ কৰিব পাৰিছিল। জাতীয় স্বাৰ্থৰ দ্বাৰা পৰিপোষিত এই ৰণকৌশলেহে গৰিলাবিলাকক অপৰাজেয় কৰি তুলিছিল। এতেকে অধিক শক্তিসম্পন্ন অস্ত্ৰক ব্যৰ্থ কৰিব পৰাটোৱেই সেই সমস্যাৰ একমাত্ৰ সমাধানৰ উপায়।

এনে এটি দৃষ্টিকোণৰপৰা লক্ষ্য কৰিয়েই গান্ধীজীয়ে অহিংস প্ৰতিৰোধৰ উদ্ভাৱন কৰিলে। হিংসাক সমূলঞ্চে পৰিহাৰ কৰি গান্ধীজীয়ে উন্মুক্ত হৃদয়, সৎসাহস অথচ অপৰাজেয় মনোভাবেৰে হিংসামূলক অনুষ্ঠান আৰু হিংসাত্মক অস্ত্ৰৰ বিপক্ষে থিয় দিবলৈ সংকল্প ল'লে। অৱশ্যেই ইয়াৰ আসন্ন ফল হল মৃত্যু। কিন্তু অহিংস নীতি অৱলম্বন কৰা দেখি প্ৰতিপক্ষই যদি ধ্বংসলীলাৰ অৱতাৰণা নকৰিলেহেঁতেন, তেন্তে তেওঁলোকৰ বাবে অহিংস নীতি এবিধ শক্তিশালী অস্ত্ৰই হ'লহেঁতেন। অকল সেয়ে নহয়, তেনে এক পৰিস্থিতিত প্ৰতিৰোধে সমগ্ৰ জনসাধাৰণ অথবা বিশ্বতেই এটা অখণ্ড প্ৰভাৱ পেলালেহেঁতেন। অহিংস আন্দোলনৰ ভেটি হৈছে ন্যায় আৰু সত্য, ইয়াৰ উদেশ্য হৈছে অন্যায়, দুৰ্নীতি আৰু হিংসাৰ বিৰুদ্ধে যুঁজ কৰা। সেইহেতু যি জাতি বা দেশে অহিংস নীতি অৱলম্বন কৰে সেইবোৰত ই আশাতীতভাৱে ফলদায়ক হ'লহেঁতেন। শত্ৰুপক্ষই হত্যাকাণ্ডৰেই ইয়াক প্ৰত্যাহ্বান কৰিলেও সিহঁতৰ সেই কাৰ্যৰ পৰিণতি হিচাপে জনসাধাৰণ তথা বিশ্বৰ মনত এটা প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল।

হিংসাত্মক কাৰ্যৰ প্ৰাথমিক ফলশ্ৰুতি হিচাপে জয়লাভ পৰিলক্ষিত হয়

সঁচা, কিন্তু সৰ্বশেষত নৈতিক বলৰ ওচৰত ই সদায় হেয় হবই লাগিব। কিয়নো বিশ্বৰ জনসাধাৰণৰ অভিমত সদায় সত্যৰ ফলীয়া। যোৱা দুয়োখন মহাসমৰে ইয়াৰে সাক্ষ্য দিছে। নাজীসকলৰ উচ্চ মানৰ অস্ত্ৰ-সামগ্ৰী থকা সত্ত্বেও তেওঁলোকে জয়লাভ কৰিব নোৱাৰিলে, শেহান্তত গৈ বিশ্বৰ মতত্তে তেওঁলোকে সুৰ মিলাবলগীয়া হ'ল।

গান্ধীজীৰ ক্ষেত্ৰতো সেই একেই কথা। ন্যায়ৰ প্ৰতিৰক্ষা আৰু হিংসাৰ প্ৰতিৰোধৰ বাবে নিজে মূৰ পাতি লোৱা দুখ-যন্ত্ৰণাই বিশ্বৰ স্বীকৃতি লাভ কৰে, প্ৰতিটো জাতি বা প্ৰতিজন লোকৰে অন্তৰ স্পৰ্শ কৰে আৰু তাৰ ফলস্বৰূপে সকলোৰে ওপৰত ই যথেষ্ট প্ৰভাৱ পেলায়। পৰিণাম এয়ে যে ই প্ৰত্যেকৰ অন্তৰত এটা প্ৰতিৰোধৰ ভাব সৃষ্টি কৰে। এতেকে দৌৰাত্মকাৰী হিংসা-নীতিয়ে অহিংসাৰ ওচৰত সদায় পৰাভূত হয়।

পৰাধীন জাতিয়ে স্বৰাজ লাভ কৰাৰ প্ৰধান আৰু একমাত্ৰ উপায় হিচাপে গান্ধীজীয়ে অহিংস নীতিৰ উদ্ভাৱন কৰিছিল। অহিংস নীতি এনে এটা নীতি যাৰ দ্বাৰা অন্যায়, হিংসা বা বিক্ষোভ-আন্দোলনক দূৰীভূত কৰিব পাৰি। হিংসা-নীতিয়ে জয়লাভ কৰে বিপক্ষৰ মনত ভীতিসঞ্চাৰ কৰি, সন্ত্ৰাসৰ সৃষ্টি কৰি; কিন্তু এবাৰ কেনেবাকৈ অকৃতকাৰ্য হ'লে ই উদ্দেশ্য-বিহীন আৰু নিষ্ক্ৰিয় হৈ পৰে। পক্ষান্তৰে অহিংসাই শক্তি আহৰণ আৰু বিস্তৃতি লাভৰ জৰিয়তেহে আগবাঢ়ি গৈ শেষত বিজয়ৰ গৌৰৱমুকুট লাভ কৰে।

এই তথ্যলৈ লক্ষ্য কৰিয়েই সেই কালৰপৰা বৰ্ণবৈষম্য, অস্পৃশ্যতা, সুৰাপান, একনায়কত্ববাদ আদিৰ বিপক্ষে অহিংস আন্দোলন প্ৰবৰ্তন কৰি অহা হৈছে। চীনা আক্ৰমণৰ সময়ত আনকি সশস্ত্ৰ শক্তিৰ বিৰুদ্ধেও অহিংস প্ৰতিৰোধক নিয়োগ কৰিবলৈ প্ৰয়াস কৰা হৈছিল। গান্ধীজীয়েতো ইয়াক এটা সুপ্ৰতিষ্ঠিত চৰকাৰৰ বিৰুদ্ধেই নিয়োগ কৰিছিল। কিন্তু প্ৰতাপী শক্তিৰ বিৰুদ্ধে অংহিস নীতি নিয়োগ কৰিব পৰাকৈ এতিয়ালৈকে কোনো কাৰ্যকৰী প্ৰণালী ওলোৱা নাই। গতিকে আক্ৰমণকাৰী শক্তিৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধ প্ৰয়োগ কৰিবলৈ কি উপায় অবলম্বন কৰিব লাগে—এই প্ৰশ্ন এতিয়াও সমাধানৰ অন্বেষণত। জাৰ্মানীৰ বিপক্ষে ৰাছিয়াত পোৰামাটি নীতি ( scorched earth policy )ৰ দ্বাৰা একপ্ৰকাৰ অহিংস প্ৰতিৰোধৰ উপায় অবলম্বন কৰা হৈছিল।

প্ৰচণ্ড ৰণকৌশলৰ বাবেও অহিংস প্ৰতিৰোধ এবিধ জীৱন্ত অস্ত্ৰ। অহিংস প্ৰতিৰোধৰ নীতি এয়ে যে প্ৰতিৰোধ কাৰ্য চলি থকা অৱস্থাতো শত্ৰু-পক্ষৰ ওপৰত অহিংস মনোভাব পোষণ কৰা প্ৰয়োজন। ব্যক্তিৰে হওক বা সমষ্টিৰে হওক, অহিংস প্ৰতিৰোধ এটা শুভ মনোবৃত্তি; ই পীড়িতজনক বিপক্ষতকৈও এটা উচ্চতৰ নৈতিক পৰ্যায়লৈ উন্নীত কৰে। এবাৰ যদি অহিংস আন্দোলনে জয়লাভ কৰে তেন্তে অকল সৰ্বসাধাৰণৰ ওপৰতেই নহয় প্ৰতিপক্ষৰ মনতো ই এটা মানসিক প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে আৰু শেহাস্তত তেওঁক ( বিপক্ষক ) সেও মনাবলৈ বাধ্য কৰে। এনেকৈ হিংসাবৃত্তিৰ এবাৰ মাথোন পৰাজয় ঘটাব পাৰিলে হিংসাত প্ৰবৃত্ত লোকসকলে সময়ে হিংসা-মূলক মনোভাব পৰিহাৰ কৰিব। ৰাছিয়াত প্ৰয়োগ কৰা পোৰামাটি নীতিৰ ক্ষেত্ৰত নৈতিকতাৰ সমতা পৰিলক্ষিত হোৱা নাছিল; মাথোন বিক্ৰমশালী শক্তি এটাৰ বিৰুদ্ধেহে যুঁজ কৰা বুলি ধাৰণা কৰা হৈছিল।

জনসাধাৰণৰ মনোভাব কিন্তু এনেহে যে যি কোনো প্ৰকাৰৰ অশুভ ফলেই হওক লাগিলে, তেওঁলোকে কেতিয়াও হিংসাত্মক নীতিৰ পৰাক্ৰমী শক্তিৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ নিবিচাৰে আৰু সেইবাবে অহিংস আন্দোলনৰে পিচত গৈ জয়লাভ হয়, শত্ৰুপক্ষৰ প্ৰতি নৈতিকতাৰ পৰাজয় অনাত ই কৃতকাৰ্য হয়। পাৰ্থক্য মাথোন মনোভাবৰ।

অনাগত দিশলৈও যদি দৃষ্টিপাত কৰা হয় তেনেহলে দেখিবলৈ পোৱা যাব যে আন্তৰ্জাতিক কাৰ্যপন্থাত বা জনকল্যাণৰ কামত বল প্ৰয়োগ কৰা অথবা উগ্ৰতা পৰিহাৰ কৰা মানৱ জাতিৰ সংখ্যা ক্ৰমশঃ বাঢ়ি গৈ থাকিব। সেয়ে হলে অহিংস প্ৰতিৰোধৰ প্ৰয়োগৰ ইচ্ছাও ক্ৰমান্বয়ে প্ৰবল হৈ যাব, কিয়নো সংগ্ৰাম পৰিহাৰ কৰিলেও অন্যায়-অবিচাৰ আৰু বিদ্ৰোহ-বিক্ষোভৰ বিৰুদ্ধে মানুহে সদায় যুঁজিবই লাগিব। মুঠতে কবলৈ হলে সশস্ত্ৰ যুদ্ধৰ অবিহনে অন্যায়, প্ৰতিহিংসা, দুৰ্নীতি আদিৰ বিপক্ষে যুঁজিবলৈ মাথোন একেটাই উপায় থাকিব—সেয়া হ'ল অহিংস প্ৰতিৰক্ষা।

অহিংস প্ৰতিৰোধ বস্তুতঃ এটা নৈতিক মনোবলহে। ইয়াৰ অৰ্থ হ'ল এয়ে যে উচ্চ নৈতিকতাৰ উৎকৰ্ষ আৰু সৎ সাহসেৰেহে মানুহে হিংসা বা অস্ত্ৰ-সম্বলিত যুদ্ধৰ ঠাই পূৰাব পাৰে। সিও অৱশ্যে এক যুদ্ধই, কিন্তু সেই অস্ত্ৰ হব নৈতিক মনোবলেৰে, সামৰিক অস্ত্ৰেৰে নহয়। ইয়াক লাভ কৰিবলৈ হলে প্ৰতিজন নাগৰিকে মৰ্যাদা, সাহস, নিৰ্ভীকতা আৰু নৈতিক মনোবলৰ

শিক্ষা পাব লাগিব। প্ৰকৃত গণতন্ত্ৰ আৰু ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত জনগোষ্ঠী বা সমাজৰ পক্ষেহে এনে ধৰণৰ মনোবল সম্ভৱ হব পাৰে। দেশৰ বৰ্ত্তমান সমাজ ব্যৱস্থাৰপৰা অহিংস নীতিৰে গঢ়ি উঠা সমাজ এখনৰ আশা কৰা টান যদিও সংগ্ৰাম বা সামৰিক অস্ত্ৰ-সামগ্ৰীক পৰিহাৰ কৰিবলৈ তেনে গুণসম্পন্ন ব্যক্তি বা সমাজৰ আৱশ্যকতা নিশ্চয় আছেই। দেশত তেনে এটা পৰিস্থিতিৰ উদ্ভৱ নোহোৱা পৰ্যন্ত নৈতিক মনোবলেৰে অনুপ্ৰাণিত হৈ অপায়-অমঙ্গল, কুনীতি-কুপ্ৰথা আদি আঁতৰাই সমাজক সংস্কাৰ কৰিব পৰা একশ্ৰেণী অনন্যসাধাৰণ মানুহৰ প্ৰয়োজন থাকিবই।

# মহাত্মাৰ অহিংসবাদ

**বেণুধৰ শৰ্মা**

লোকক উপদ্ৰৱ বা হিংসা নকৰাকৈয়ে পাশৱিক শক্ৰুকো জিনিব পৰা ৰিপুঞ্জয়ী অহিংস-অস্ত্ৰ উদ্ভাৱন কৰি দুৰ্বলীৰ যে ইয়েই একমাত্ৰ আত্মৰক্ষা আৰু দুৰ্বৃত্তৰো কৰুণা বিগলোৱা উপায় তাক হাতে হাতে দেখুৱাই থৈ গ'ল জগত-বৰেণ্য মহাত্মা মোহনদাস কৰমচান্দ গান্ধীয়ে, প্ৰবল পৰাক্ৰমী বৃটিছৰ শাসন উচ্ছেদ কৰি। এই অস্ত্ৰ আৱিষ্কাৰৰ অভিনৱত্ব আৰু প্ৰয়োগ-নীতিয়ে হিংসাত্মক মনোভাবী আৰু যান্ত্ৰিক অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত জাতিসমূহক যি স্তম্ভিত কৰিলেইনে, জগতৰ বুৰঞ্জীতো এটি অভূতপূৰ্ব যুগ সৃষ্টি কৰিলে।

অভাবেই আৱিৰ্ভাবৰ মূল। দক্ষিণ আফ্ৰিকাত মহাত্মা সমন্বিতে ভাৰতীয় নৰ-নাৰীয়ে কি দুখ-দুৰ্গতি, লাঞ্ছনা-অপমান অম্লান বদনে সহ্য কৰি জীৱন নিৰ্বাহ কৰিবলগীয়া হৈছিল, তাক নজনা কোনো নাই। তাত যেতিয়া ট্ৰান্সভাল গৱৰ্ণমেণ্টে নিতে নতুন নতুন 'কলা-আইন' উলিয়াই ভাৰতীয়ক যাঁতত-পিহা-দি পিহিবলৈ ধৰিলে তেতিয়াই মহাত্মাৰ মনত খেলালে যে এই আইন প্ৰতিৰোধ কৰি ইয়াক ব্যৰ্থ কৰিবলৈ কিবা এটা উপায় উলিয়াব লগা হ'ল। মোহনলাল গান্ধীয়ে উপায় এটা বিচাৰি তাৰ নাম দিলে 'সদাগ্ৰহ'। কিন্তু গান্ধীৰ অপূৰ্ব ধী আৰু বিচাৰশক্তিৰ সেই নাম মনঃপুত নহ'ল। তেওঁ বহুত ভাবি-চিন্তি আৰু আগ-পাছ চাই এনেকুৱা এটা নাম দিলে, যিটো নামৰ দ্বাৰা চৰুও ৰ'ল, চাউলো সিজিলে, অৰ্থাৎ নিৰ্যাতিত লগৰীয়াজনৰ বুদ্ধি-বিবেচনাকো শলগা হ'ল, নামটোও নামে-কামে ৰঞ্জিতা খোৱা হ'ল। সেই সলনি কৰা নামটোৱেই হ'ল 'সত্যাগ্ৰহ'। পোনতে উল্লেখ কৰি অহা ৰিপুঞ্জয়ী অহিংস অস্ত্ৰৰ গুৰি এয়ে আৰু তাকে জয়ে জয়ে পৰীক্ষা কৰি চোৱা হয় ১৯০৬ চনত, দক্ষিণ আফ্ৰিকাৰ নিৰস্ত্ৰ, নিৰ্বলী ভাৰতীয়ৰে সৈতে সশস্ত্ৰ সবলী ট্ৰান্সভাল গৱৰ্ণমেণ্টৰ সমৰ ক্ষেত্ৰত। তাতেই, পোন প্ৰথমেই সত্যাগ্ৰহ আন্দোলনৰ কপালত বিজয়লক্ষ্মীৰ উদয় হয়।

সত্যাগ্ৰহৰ কাৰ্যসূচীত ওপৰত কৈ অহা নিয়মকেইটা যথাযথভাৱে

পালন কৰিবলৈ যেনে কঠোৰভাৱে বান্ধ দিয়া হৈছিল আৰু সেই বান্ধোনৰ কাৰ্যাৱলী ইমান সাধাৰণ আছিল যে সেইবোৰ গ্ৰহণ কৰিবলৈ জনাবুজা-সকলো কুণ্ঠিত নহৈছিল। সেইবোৰৰ আৱশ্যকতা অকল শিক্ষিতসকলেইহে যে উপলব্ধি কৰিছিল এনে নহয়, নিচেই সাধাৰণ নিমাখিত হজুৱা একোজনৰ অন্তৰতো তাৰ উজ্জ্বল ফলাফলে খুন্দিয়াখুন্দি কৰি আছিল। এই সকলোৱেই ভাৰতীয় যদিও মানৱ জাতিৰে এক অংশবিশেষ। অংশটোৱেই যেতিয়া মাউথ বান্ধি সত্যাগ্ৰহৰ সংকল্পত দীক্ষিত হৈ, জুইত চগা পৰাদি পৰি সত্যৰ হকে মৰিবলৈ সক্ষম হ'ল আৰু সকলোৱে "মৰিলে স্বৰ্গ, তৰিলে দেশ" বুলি অহিংস যুদ্ধত ওঁ-আ নকৰাকৈয়ে আনন্দ মনেৰে প্ৰাণত্যাগ কৰিলে তেতিয়াই কোনেও নভবা-নিচিন্তা, নেদেখা-নুশুনা সত্যাগ্ৰহৰ নিৰুপদ্ৰৱ প্ৰতিৰোধ বা অহিংস অসহযোগৰ অদ্ভুত শক্তি অলৌকিকভাৱে প্ৰকট হ'ল—যাৰ যাদুকৰী প্ৰভাৱত শাসকৰ দুৰ্দমনীয় পাশৱিক শক্তি সেও হৈ আহিল. বৃটিছসিংহৰ কেশৰ জোকাৰ খালে। অকল সিমানেই নহয়, জগতৰ আগত হেয়, লাঞ্ছিত, অপমানিত, পৰাধীন ভাৰতীয়ৰ সন্মান উচ্চ শিখৰলৈ উন্নীত হ'ল। ক্ষীণতনু, কায়কষ্টব্ৰতী অহিংস বীৰ মোহনদাস কৰমচান্দ গান্ধীৰ আধ্যাত্মিক আদৰ্শই কাৰ্যক্ষেত্ৰত প্ৰত্যক্ষ ফল দেখুওৱাত জগতে বিস্ময় মানিলে আৰু জগদ্বিখ্যাত মনীষীসকলৰ দ্বাৰা তেওঁ superman (অতিমানৱ) আখ্যাৰে বিভূষিত হ'ল। কল্পনা বাস্তৱত পৰিণত কৰাটোৱেই হ'ল গান্ধীবাদৰ চৰম কৃতিত্ব।

কাঠৰ কঠুৱা হিয়াক গলাবলৈহে যে সত্যাগ্ৰহী হব লাগে এনে নহয়, সাংগঠনিক কামতো সত্যাগ্ৰহী হলে অচিৰেই সুফল লাভ কৰিব পাৰি। পৰাধীনতাৰ শিকলি ছিঙিবলৈ একালে যেনেকৈ সত্যাগ্ৰহ বা আইন অমান্য নতুবা ধৰ্ণাধৰা (পিকেটিং) উপায়টো ৰাজনীতি ক্ষেত্ৰত প্ৰয়োগ কৰি কৃতকাৰ্য হোৱা গৈছিল, সামাজিক ক্ষেত্ৰতো তেনেকৈ কিছুমান সাংগঠনিক কামৰ পৰিকল্পনা কৰা হৈছিল। হঠাতে গান্ধীজীৰ জীৱন-নাট সামৰণি পেলোৱাত সেইবোৰে স্থায়ীভাৱে গঢ় লবলৈ নেপালে, কিন্তু তাৰে গোটাদিয়েকৰ ফল আগুৱাই পোৱা গ'ল।

প্ৰত্যেক ব্যক্তিৰ ভিতৰত পাৰস্পৰিক সৌহাৰ্দ ভাব বিস্তাৰ কৰিব নোৱাৰিলে সামাজিক বিশৃঙ্খলা কদাপি অন্তৰ্হিত হব নোৱাৰে আৰু স্থায়ীও নহয়, অশান্তি শূন্য যে নহয়েই। সেইগুণে নৈতিক, মানসিক আৰু আৰ্থিক সমস্যা সমাধান কৰি সকলোকে সদ্ভাব-সম্প্ৰীতিৰ বান্ধোনেৰে বান্ধি

মহাত্মাই ভাৰতত ৰামৰাজ্য এখন স্থাপন কৰিবলৈ বহুত পৰিকল্পনা হাতত লৈছিল।

ৰামৰাজ্য পতাৰ প্ৰথম দফা আছিল—যাৰ যি ধৰ্ম তাক সম্মান কৰা। ধানটোৰে পতি কণটো যেনেকৈ, মানুহটোৰে পতি মনটোও তেনেকৈ বেলেগ বেলেগ। মঙ্গলময় পৰমেশ্বৰৰ ধাৰণা কৰা বিশ্বাসটোও বিভিন্ন সম্প্ৰদায়ৰ মাজত বিভিন্নভাৱে থকাটো অস্বাভাৱিক নহয়। ধৰ্মসম্প্ৰদায়ৰ পাৰস্পৰিক অন্ধ প্ৰেমেই দ্বন্দ্ব-খৰিয়াল, মৰামৰি, অসূয়া-অপ্ৰীতিৰ বাহ। যাৰ যি ধৰ্ম-বিশ্বাস, সেই বিশ্বাস মতে চলি থাকিবলৈ সকলোকে অধিকাৰ দিব লাগিব। ধৰ্মবিশ্বাসৰপৰা উৎপত্তি হোৱা সংকীৰ্ণ সাম্প্ৰদায়িক মনোভাব একেবাৰে বৰ্জন কৰিব লাগিব। হিন্দু-মুছলমানৰ ধৰ্মাধিকাৰ সমানে সমানে সসম্মানে ৰাখিও একো অন্তৰায় নঘটোৱাকৈ আমাৰ ঐক্য চিৰস্থায়ী কৰিব লাগিব। ঈশ্বৰৰ ৰাজ্যত কোনো সৰু-বৰ নাই। তেওঁ সকলোকে সমান চকুৰে চায় আৰু প্ৰত্যেকজন মানুহেই তেওঁৰে সন্ততি। ইজনে সিজনক ভালপোৱাটোও সেই নেদেখাজনৰে দান বা আশীৰ্বাদ।

ভাৰতৰ হিন্দু-মুছলমান চৰাই এটাৰ দুখন পাখিৰ নিচিনা। এখন পাখি ভাগি থাকিলে সি জানো উৰিব পাৰিব? অথচ হিন্দুৱেই বোলক বা মুছলমানেই বোলক, কোনেও ভাৰতবৰ্ষ এৰি যাব নোৱাৰে। পুৰুষানুক্ৰমে সকলো ইয়াত আছে আৰু থাকিবও লাগিব। গতিকে ধৰ্মৰ নামত উত্তেজনা আৰু দ্বেষভাব সমূলঞ্চে পৰিত্যাজ্য। কোৰ্বানী লৈয়ে প্ৰায়ে হিন্দু-মুছলমানৰ সংঘৰ্ষ হয়। সেই সংঘৰ্ষ নিবাকৰণৰ বাবে গান্ধীজীয়ে ধৰ্ম সম্পৰ্কে যি কেইষাৰ উপদেশ দিছিল তাক আজিও অনাৱশ্যক বুলি কব পৰা হোৱা নাই। তেওঁ কৈছিল, "ভাৰতৰ প্ৰাচীন ঋষিসকলে যুগযুগান্তৰ ভূয়োদৰ্শনৰ ফলত স্থিৰ সিদ্ধান্ত কৰিছিল যে পাশৱিক বলৰ ওপৰত ধৰ্ম আৰু ন্যায়ৰ ভেটি স্থাপিত হব নোৱাৰে। আত্মোৎসৰ্গই ইয়াৰ প্ৰকৃত ভিত্তি। যজ্ঞ আৰু কোৰ্বানী ইয়াৰ ভিত্তিস্বৰূপ। মই এই নীতিৰ অনুসৰণ কৰোঁ আৰু জীৱনৰ শেষ মুহূৰ্ত পৰ্যন্ত ইয়াকেই অনুসৰণ কৰি চলিম। কত্ৰৰসহীন এই নীতিয়েই বীৰৰ নীতি। মই কওঁ, যি সৈনিক পুৰুষে নিৰস্ত্ৰ হৈ শত্ৰুৰ সমুখত বুকুপাতি মৰণক আলিঙ্গন কৰিব পাৰে তেওঁহে প্ৰকৃত বীৰ। সহযোগিতা-বৰ্জন সেই-বাবেই উগ্ৰভাব বৰ্জিত হোৱা উচিত। মোৰ বিজ্ঞ দেশবাসীক এই উত্তেজনাহীন সহযোগিতা-বৰ্জন নীতি গ্ৰহণ কৰিবলৈ আহ্বান কৰিছোঁ, আৰু জগতে ধৰ্ম-

তাৰ হৃদয়ত ৰাখি কৰ্তব্য কাৰ্যত ব্ৰতী হবৰ কাৰণে উপদেশ দিছোঁ। ধৰ্ম-ভাবৰ অভাৱ হলেই এই আন্দোলন যে কেৱল মিছাই হব এনে নহয়, আপোনালোকৰ নিন্দা আৰু অপযশ ফুটিকাটি যাব আৰু মই নিন্দাৰ পাত্ৰ হম। ধৰ্মত বিশ্বাস ৰাখি কাৰ্যক্ষেত্ৰত ব্ৰতী হওক।”

আমাৰ সমাজত নীহকুলীয়া বুলি কিছুমান নিৰ্জু মানুহক অস্পৃশ্য কৰি থোৱা হৈছে। মানুহে মানুহক ছুব নোপোৱা নিয়ম ক'ৰবাত আছেনে? কৰ্মগুণে সুকীয়া হলেও স্পৰ্শনত কেতিয়াও সুকীয়া হব নোৱাৰে। ভাৰতত যিবিলাক মানুহক তলখাপৰ বুলি উচ্চখাপৰ গণ্ডীত সুমুৱা নহয় সেইবিলাকক অন্ত্যজ বুলি কোৱা হয়। অন্ত্যজ মানে অস্পৃশ্য নহয়; আচলতে অন্ত্যজ মানে কৌটিকালৰেপৰা উচ্চসকলে ব্যৱহাৰিক আদান-প্ৰদানৰপৰা আঁতৰত থোৱা। এতেকে পুৰুষানুক্ৰমে আঁতৰত বসতি কৰা মানুহ কেতিয়াও অশুচি হব নোৱাৰে। এইফেৰা সামান্য কথাতে লাগি আমাৰ হিন্দুসমাজ ফাটি ছিৰাছিৰ হ'ল; অভ্যুদয় সামাজিক সম্পত্তিৰ বৰ ভঁৰালটো কেঁকোৰাখোলা দিলে। সেই কাৰণে এনে ধ্বংসোন্মুখী অস্পৃশ্য নীতি অনতিপলমেই পৰিহাৰ কৰিব লাগে; কৰি যেনতেন প্ৰকাৰে অৱহেলিত নীহ জাতিটোক ওপৰলৈ উধোৱাব লাগে। এইটিয়েই হ'ল দ্বিতীয় দফা।

মাদকতা-বৰ্জন আছিল তৃতীয় দফা। ৰাগীয়াল বস্তুৱে মনুষ্যত্ব ধ্বংস কৰি মানুহক পশুতকৈও নিকৃষ্ট কৰে। কানি-ভাং-ফটিকা-চন্দু আদি ৰাগীলগা বস্তুৰ ব্যৱহাৰে নৈতিক চৰিত্ৰৰ অধঃপতন আনে—সেই কথা দোহাৰিবৰ আৱশ্যক নাই। মাদকদ্ৰব্য বৰ্জন কৰিলে সৎসাহ আপোনা-আপুনি আহে। মনুষ্যত্ব ৰক্ষা মানেই জীৱনৰ চৰম আদৰ্শ মানৱধৰ্ম ৰক্ষা কৰা। দুৰ্ঘোৰ মদপী বা দোপাটু কানীয়াৰ চিন্তাশক্তি শুকাই যোৱাত জাতি গঠনৰ ধৰ্মত আত্মনিয়োগ কৰা শক্তিও টুটি যায়। মাদক দ্ৰব্যৰ বৰ্জন-বিৰোধীসকলে ৰাগীয়াল বস্তুৰ উপকাৰিতা শতমুখে শলাগি বৈজ্ঞানিক উপায়ে সমাজত জীৱনীশক্তিৰ বীজ পচাবলৈ চেষ্টা কৰে। কিন্তু সেই বীজ মূলতে যে পোকে ধৰা তাক তেওঁবিলাকে বিচাৰ কৰি নেচায়। যি বস্তুৱে মনুষ্যত্বকে সমূলঞ্চে ধ্বংস কৰি পেলায়, সেই বস্তুৰ ওপৰত বিজ্ঞানেও একো মহত্তাজি দেখুৱাব নোৱাৰে। স্থিৰ মতি, ধীৰ বিচাৰ আৰু পৰিষ্কাৰ চিন্তাই জাতীয় চৰিত্ৰ গঠন কৰি জাতিটোক নিষ্কলংক আৰু নিৰ্বিবাদী লক্ষ্যত উপনীত কৰায়হে। সেইবাবে ৰাগীয়াল বস্তুৱে সমাজক কলুষিত, দুৰ্নীতি-

পৰায়ণ আৰু চিন্তাশক্তিশূন্য কৰিবলৈ কেতিয়াও প্ৰতিৰোধ নকৰাকৈ এৰি দিব নোৱাৰি।

অন্য দেশৰ তুলনাত ভাৰতৰ মানুহ অত্যন্ত দুৰ্দশাগ্ৰস্ত। উৎপাদনত সমৃদ্ধিশালী হলেও বস্ত্ৰ-আভৰণত সৰহভাগেই নগ্ন। পাশ্চাত্য সভ্যতাৰ যান্ত্ৰিক শক্তিয়ে বস্ত্ৰ-উৎপাদনৰ দেশজ শক্তিক নিৰ্মূল কৰিলে। শৰীৰৰ অৰ্দ্ধ-আচ্ছাদন কৰা সামান্য বস্ত্ৰ এডুখৰিৰ নিমিত্তেও পৰামুখাপেক্ষী হবলগীয়া হোৱাত আৰ্থিক সমস্যাও এটি ডাঙৰ সমস্যা হৈ মূৰ দাঙি উঠিছে। ইয়াক সহজে সমাধান কৰা একমাত্ৰ উপায় এটা। সেইটোৱে হৈছে, সকলোৱে খাদী বা খাদৰ নাইবা খদ্দৰ নতুবা খাৰুৱা কাপোৰ তৈয়াৰ কৰি প্ৰচলন কৰিব লাগে আৰু দেশীয় বস্তুস্বৰূপে শুভ্ৰ-শুদ্ধ খাদৰৰ দৰেই নিজৰ নিজৰ হৃদয়খনহঁত পবিত্ৰ কৰিব লাগে। যেতিয়ালৈকে দৈনন্দিন আৱশ্যকীয় কাপোৰ এডুখৰি আমাৰ দেশতে তৈয়াৰ কৰি লব নোৱাৰোঁ, তেতিয়ালৈকে ভাৰত ৰাজনীতি ক্ষেত্ৰত স্বাধীন হলেও আৰ্থিক অৱস্থাত স্বাধীন হব নোৱাৰে। খাদৰেই হেজাৰ বিজাৰ দৰিদ্ৰৰ জীৱন-নিৰ্বাহ কৰাৰ একমাত্ৰ সংস্থান। মহাত্মাই খাদৰৰ ওপৰত বিশেষভাৱে জোৰ দিছিল এইবুলি—খাদৰ বা খাদী হৈছে ভাৰতীয় নৰ-নাৰীৰ সংহতি স্থাপনৰ প্ৰতীক। খাদৰৰ পৰিধানে অন্তৰত নিৰ্মল ভাব জন্মাই নগ্নতাৰ নিবাৰণ কৰে যেনেকৈ, আৰ্জনৰ উপায় দি অভাৱ দৰিদ্ৰতা মোচনো কৰে তেনেকৈ।

স্ত্ৰী-স্বাধীনতাও গান্ধী আদৰ্শবাদৰ এটি প্ৰধান অংশ। গান্ধীয়ে স্ত্ৰীক চঞ্চল, চলকটৌ, উদণ্ড আৰু চৰিত্ৰহীনা হবলৈ কোৱা নাছিল, কৈছিল—পুৰুষে স্ত্ৰীক আৱেষ্টনীৰ মাজত ৰাখি সূৰ্যৰ পোহৰ নেদেখাকৈ ৰখাটো মহাপাপ। সংসাৰ-মহাসাগৰত পুৰুষে যেনেকৈ স্বাধীনভাৱে কাৰো অহিত নিচিন্তি অপকাৰ নকৰাকৈ সাঁতুৰি-নাদুৰি ফুৰিব পাৰে, স্ত্ৰীয়েও স্ত্ৰীসুলভ স্বাধীনতা ৰক্ষা কৰি বিচৰণ কৰিবলৈ সম্পূৰ্ণ স্বত্ব আছে। তদুপৰি স্ত্ৰী স্বাধীন হোৱা মানে বন্ধনমুক্তা হোৱা—পুৰুষৰ দৰেই ৰাজনীতি, সমাজনীতি আৰু অন্যান্য সৰ্বোদয় কাৰ্যত পুৰুষৰ সমানে অধিকাৰ আৰোপণ কৰা। সংগঠন কাৰ্যৰ তালিকাত কামৰ ভাগ ভালেমান, সেইবোৰক থাউকতে সামৰি সৰ্বোদয় নামত অভিহিত কৰা হৈছিল। সেই সৰ্বোদয়ৰ মূল নীতি আছিল—অহিংসা, সত্য, আস্তেয়, ব্ৰহ্মচৰ্য, অস্বাদ, নিৰ্ভীকতা, গাৰ পৰিশ্ৰম, সৰ্বধৰ্মৰ প্ৰতি সমদৰ্শী, অসংগ্ৰহ, স্বদেশী আৰু চিন্তাশীলতা। এইকেইটা নীতি কায়বাক্য

মনে পালন কৰিবলৈ যি দৃঢ় সংকল্পেৰে দেশসেৱাত আত্মনিয়োগ কৰিব সেয়ে প্ৰকৃত সৰ্বোদয়ী অৰ্থাৎ দেশৰ মঙ্গলকামী।

প্ৰাচীন আদৰ্শৰ অনুৰূপেই পৰিকল্পিত, প্ৰযোজিত আৰু কাল, পাত্ৰ অনুসাৰে সংশোধিত পৰিবৰ্দ্ধিত অহিংসবাদ অলৌকিকভাৱে বাস্তৱত পৰিণত কৰি যিজন মহাত্মাই জগতত চমক লগালে আৰু পৃথিৱীৰ বুৰঞ্জীত অহিংস-বাদৰ যুগ এটি সৃষ্টি কৰিলে সেইজন মহামানৱ মহাত্মা মোহনদাস কৰমচান্দ গান্ধী অহিংসবাদৰ অৱতাৰ বুলিয়েই ভক্তিপ্ৰণতভাৱে স্মৰণ কৰা হয় যদিও, তেওঁ এজন—আধুনিক ভাষাৰে কবলৈ গ'লে—কালাপাহাৰো, প্ৰাচীন আদৰ্শ ভাঙি-ছিঙি তাৰ ওপৰতে নতুন সৌধ নিৰ্মাণ কৰোঁতা অহিংস বিপ্লৱী বীৰও।

কিন্তু কৌটি কৌটি ভাৰতীয়ৰ হিয়াৰ ধন বাপুজী, মহাত্মা, গান্ধীজী, মহামানৱ, মোহনদাস কৰমচান্দ যিয়েই নহওক লাগে, বিভিন্ন কল্পত বঢ়া-টুটাকৈ প্ৰয়োগ কৰা অহিংসবাদত প্ৰতিষ্ঠিত যুদ্ধৰ নীতিয়েইহে একমাত্ৰ শত্ৰুঞ্জয়ী অস্ত্ৰ আৰু ইয়েইহে জগতত যুগমীয়া শান্তি প্ৰতিষ্ঠা কৰিব।

# যঁতৰ আৰু গীতা

তীৰ্থনাথ শৰ্মা

এজন ইংৰাজ বন্ধুৱে গান্ধীজীলৈ লিখিছিল, "যঁতৰত সূতা কটা এটি উত্তম বিনোদ-কৰ্ম" ( spinning is an excellent hobby )। গান্ধীজীয়ে তাৰ উত্তৰত এই বুলি জনাইছিল, "তোমাৰ সূতা কটা এটি বিনোদ-কৰ্ম হ'লেও হ'ব পাৰে, পিছে আমাৰ মনত ই সাক্ষাৎ কল্পতৰু" ( It may be a hobby for you, for us it is the tree of plenty )।

গান্ধীজীয়ে যঁতৰক কল্পতৰু বুলি কৈছে। জুখি-মাখি ন্যূনাধিক্য পৰিহাৰ কৰি, ক'ব খোজা কথাখিনি নিৰহ-নিপানিকৈ দাঙি ধৰাই গান্ধীজীৰ কথন-ভঙ্গীৰ এটা বিশেষ গুণ। তাত অতিৰঞ্জনৰ প্ৰকোপ নাথাকে আৰু অস্পষ্টতাৰ ধূৰঁলিয়েও ভাবক আবৰি নধৰে। এনে স্থলত যঁতৰক কল্পতৰু বোলোঁতে গান্ধীজীয়ে নিজা ভঙ্গীৰপৰা আঁতৰি অলপ অতিৰঞ্জনাৰ বিলাস কৰিছে বুলি ভাবিবৰ কোনো কাৰণ নাই। যঁতৰৰ গাত কল্পতৰুৰ গুণ আছে বুলি ভাবিহে আৰু আনেও ভাবক বুলিহে গান্ধীজীয়ে যঁতৰক কল্পতৰুৰে সৈতে বিজাইছিল।

কল্পতৰু নো কি ? কল্প অৰ্থাৎ মনৰ সংকল্পক পূৰণ কৰা তৰু, মাগন্তা-জনক সংকল্পিত অৰ্থ দান কৰা এক অলৌকিক বৃক্ষ। মানুহৰ সংকল্প-প্ৰবাহ দুটা ঘাই সুঁতিয়েদি নিছিগা ধাৰেৰে বয়। এটা ইহলোকৰ, অৰ্থাৎ শৰীৰক আশ্ৰয় কৰি বিচৰা সুখ-সমৃদ্ধিৰ হেঁপাহ, আনটো পৰলোকৰ অৰ্থাৎ আত্মাৰ সদগতি আৰু তাৰ সাধক গুণৰাশিৰ অধিকাৰী হোৱাৰ কামনা। এই দুইবিধ সংকল্পৰ পূৰণ যঁতৰে কৰিব পাৰেনে ? যদিহে পাৰে, কেনেকৈ পাৰে ? তাৰ প্ৰক্ৰিয়া বা প্ৰণালী কি ? এইবোৰ কথা ফঁহিয়াই চোৱাৰ আৱশ্যকতা হয়।

এই কথাবোৰ আলোচনা কৰোঁতে এটা কথা আগতে সাৱোগত কৰি লোৱা উচিত হ'ব। গান্ধীজীৰ বিচাৰত ইহলোকৰ কাম্য আৰু পৰলোকৰ বাঞ্ছনীয় বস্তুৰ পানী নসৰকা ভাগ-বিভাগ নাছিল। ইহলোকৰ কাম্য তেওঁৰ মানত উৰ্দ্ধলোকৰ বাঞ্ছনীয় বস্তু পাবলৈ আৰোহণ কৰা জখলাহে। গান্ধীজীয়ে আত্মজীৱনীত লিখিছিল :

"সৰ্বব্যাপী সত্যনাৰায়ণক প্ৰত্যক্ষভাৱে সাক্ষাৎ কৰিবলৈ হ'লে সৃষ্টিৰ ক্ষুদ্ৰতম জীৱকো আত্মবৎ ভাল পাবলৈ সমৰ্থ হ'ব লাগিব। এই সত্য-দৰ্শন যি কামনা কৰে জীৱনৰ কোনো ক্ষেত্ৰৰপৰাই তেওঁ আঁতৰি থাকিব নোৱাৰে। অবিচলিত সত্য-নিষ্ঠাই মোক ৰাজনীতি ক্ষেত্ৰলৈ টানি আনিলে। যিসকলে ধৰ্মৰ লগত ৰাজনীতিৰ কোনো সম্বন্ধ নাই বুলি কয় তেওঁবিলাকে ধৰ্ম কি বস্তু তাক নাজানে।"

গতিকে যঁতৰে যদি ইহ আৰু পৰ, দুইলোকৰ বিত্ত বুলি বিচৰাজনক দিব পাৰে বুলি গান্ধীজীয়ে ভাবিছিল তাত ভাবালুতাৰ পৰশ নাই। তেওঁৰ বিশ্বাস আৰু যুক্তি অনুসাৰে সি এটা সিদ্ধ বস্তু, অলঙ্কাৰৰ প্ৰয়োজনত প্ৰয়োগ কৰা কবি-কল্পনাৰ ৰূপক মাথোন নহয়।

গান্ধীজীয়ে এজন মানুহৰ জীৱন এটা বিচ্ছিন্ন আপোন গোট ঘটনা বুলি গ্ৰহণ নকৰে। সমুদ্ৰত থকা জলবিন্দু বা জল-বুদ্বুদ্ সমুদ্ৰৰপৰা উৎক্ষিপ্ত হ'লেই বিনাশ পায়। সমুদ্ৰৰ জলবিন্দুৱে সমুদ্ৰতে থাকিহে বিন্দুৰ অস্তিত্ব আৰু উপযোগিতা ৰক্ষা কৰি চলিব পাৰে। এইদৰে থাকিলেহে বিন্দু হৈও সমুদ্ৰৰ মহত্ত্বৰ অংশীদাৰ হোৱাৰ গৌৰব লাভ কৰে। 'মোৰ সত্য অন্বেষণৰ কাহিনী'ত গান্ধীজীয়ে লিখিছে:

"মহাসমুদ্ৰ ক্ষুদ্ৰ জলবিন্দুৰ দ্বাৰা গঠিত, প্ৰতিটো জলবিন্দুৰ স্বকীয় অস্তিত্ব আছে, থাকিলেও ই মহাসমুদ্ৰৰ অংশ, এক অথচ বহু। এই জীৱন-মহাসমুদ্ৰত আমি সকলো জলবিন্দুৰ নিচিনা। মোৰ মতে এই জীৱনেৰে সৈতে জীৱনমাত্ৰকেই একাত্মতা অনুভব কৰিব লাগিব। ঈশ্বৰৰ সান্নিধ্য লাভ কৰি জীৱন-মহিমাৰ ভাগী হব লাগিব। জীৱনৰ সমষ্টিয়েই ঈশ্বৰ।"

এতিয়া আমি বিচাৰ কৰি চাওঁ যঁতৰক সাধন কৰি লৈ এই একাত্মতা অনুভব কেনেকৈ সম্ভৱ হ'ব পাৰে।

মহাত্মা গান্ধীয়ে যঁতৰ-দৰ্শনৰ প্ৰথম আলোক-ৰেঙনি দেখা পালে শ্ৰীমদ্ভগবদ্গীতাৰ তৃতীয় অধ্যায়ত থকা জগৎ-চক্ৰৰ শ্লোক কেইটাত। এই শ্লোক কেইটাৰ অৰ্থ হল:

"প্ৰাণীবিলাক শুক্ৰশোণিতৰূপে পৰিণত অন্নৰপৰা উৎপন্ন হয়। এই অন্নৰ উৎপত্তি হয় বৃষ্টিৰপৰা। বৃষ্টিও আকৌ যজ্ঞৰ ফলত হয়। যজ্ঞ উদ্ভৱৰ মূলতে কৰ্ম। কৰ্মৰ গুৰি বেদ, অৰ্থাৎ বেদৰ বিধানমতেহে কৰ্মলৈ প্ৰবৃত্তি জন্মে। বেদৰ উদ্ভৱ হৈছে পৰব্ৰহ্মৰপৰা। এই কাৰণে পৰব্ৰহ্মই সকলো যজ্ঞত

সৰ্বদায় নিগূঢ়ভাৱে প্ৰতিষ্ঠিত হৈ আছে। যিজনে এনেদৰে প্ৰৱৰ্তিত কৰ্মচক্ৰৰ অনুসৰণ নকৰে তেওঁৰ জীৱন পাপৰ জীৱন, তেওঁ কেৱল ইন্দ্ৰিয়পৰায়ণ। হে পাৰ্থ, তেনেজনৰ জীৱন অথলে যায়।" ( গীতা, ৩য় অধ্যায়, ১৪-১৬ শ্লোক)

গান্ধীজীয়ে অসহযোগ আন্দোলনৰ প্ৰাৰম্ভতে ১৯২১ চনৰ ২০ অক্টোবৰৰ 'ইয়ং ইণ্ডিয়া' কাকতত এই শ্লোক কেইটাৰ ইংৰাজী ভাঙনি ( পদ্যানুবাদ )-খিনি উদ্ধৃত কৰি দি তাৰ পাতনিতে কৈছিল, "পাঠকসকলৰ জ্ঞাতাৰ্থে মই জনাওঁ যে মোৰ ( যঁতৰৰ প্ৰতি ) আস্থা যাইকৈ ভগবদ্‌গীতাৰপৰাই উদ্ভৱ হৈছে। আজিৰ ভাৰতৰ কাৰণে যঁতৰেই যে অপৰিহাৰ্য ধৰ্ম-কৰ্ম এই কথাৰ সম্পূৰ্ণ তত্ত্ব মোৰ বাবে এই শ্লোক কেইটাতে নিহিত আছে। আমি যদি আজিৰ ধৰ্ম পালন কৰো, কাইলৈৰ কথা ঈশ্বৰে যি কৰিব লাগে কৰিব।"*

এই তিনিটা শ্লোকতে ভগৱন্ত শ্ৰীকৃষ্ণই সংসাৰখন প্ৰৱৰ্তি থকাৰ হেতু-কেইটা চকৰিৰ ঘূৰণৰ নিচিনা, ইটোৰপৰা সিটো, আকৌ সিটো হ'লেহে ইটো হয়, এনে এটা আৱৰ্তনৰ বৰ্ণনা কৰিছে। জগৎ-চক্ৰৰ আৱৰ্তনৰ চিত্ৰটো এনেকুৱা হ'ব—




"এৱং প্ৰৱৰ্ত্তিতং চক্ৰং নানুবৰ্ত্তয়তীহ যৎ।
অঘায়ুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জীৱতি॥" ( গীতা ৩।১৬ )

* "The reader will be interested to know that my belief is derived largely from the Bhagavad Gita. In these verses is contained for me the whole truth of the spinning wheel as an indispensable sacrament for the India of today. If we take care of today, God will take care of tomorrow."

এনেদৰে প্ৰবৰ্তিত চক্ৰক যি অনুবৰ্তন নকৰে অৰ্থাৎ সেই ঘূৰণৰ লগতে যিজন নিজেও নুঘূৰে তেওঁৰ জীৱন ব্যৰ্থ। অনুবৰ্তন পদে জগৎ-চক্ৰৰ আবৰ্তনৰ লগত নিজকে 'চামিল' কৰা অৰ্থাৎ 'তাৰে লগতে মইও প্ৰৱৰ্তিছোঁ'—এই অনুভৱৰ কথা বুজাইছে। এই অনুভৱৰ সৈতে কাম কৰাই জগৎ-চক্ৰৰ অনুবৰ্তন।

পিছে সেইমতে কাম কৰা বোলোঁতে আমি কি বুজিব লাগে? ভাষ্যকাৰ ভগৱৎপাদ শঙ্কৰাচাৰ্য আৰু স্বামিপাদ শ্ৰীধৰে সেইমতে কাম কৰা অৰ্থে যজ্ঞ কৰাকে বুজাইছে। প্ৰাচীন কালত যজ্ঞই আছিল পৰাৰ্থে কৰা ত্যাগময় কৰ্ম। যজ্ঞৰ পাৰিভাষিক অৰ্থ হ'ল দেৱতাৰ উদ্দেশ্যে দ্ৰব্যভাগ। এই যজ্ঞৰ কল্পনা সৃষ্টি-ক্ৰমৰপৰাই ঋষিসকলে গ্ৰহণ কৰিছিল। ঋগ্‌বেদৰ পুৰুষসূক্তত সৃষ্টিক এক বিৰাট যজ্ঞৰূপে বৰ্ণনা কৰিছে। এই সূক্তৰ বৰ্ণনা মতে ঈশ্বৰে সৃষ্টিৰ হকে নিজকে বলি দিছে। গীতাৰ জগৎ-চক্ৰত উল্লেখ কৰা প্ৰত্যেকটোৱেই ত্যাগৰ মহিমা মাত্ৰ। সূৰ্যই তাপ বিকীৰণ কৰিছে নিজৰ কাৰণে নহয়, পৰাৰ্থে; মেঘে বৰষুণ দিছে নিজলৈ নহয়, শস্যৰ উৎপত্তিৰ কাৰণে; শস্যই আত্মদানেৰে প্ৰাণীবৰ্গৰো পুষ্টি সাধন কৰিছে। প্ৰাণীবৰ্গৰো সেই অনুসাৰে কৰ্তব্য হৈছে নিজৰ বুলি ভবা বস্তুক আনক দিয়া, আনৰ সুখৰ অৰ্থে কাম কৰা। যজ্ঞত আহুতি দিওঁতে প্ৰত্যেক আহুতিৰ শেহত ত্যাগবাচক শব্দ 'তন্ন মম' এই বাক্য উচ্চাৰণ কৰিব লাগে; যেনে, "ইন্দ্ৰায় স্বাহা, ইদমিন্দ্ৰায়, তন্ন মম"—ইন্দ্ৰৰ তৃপ্তি হওক, এই ভাগ ইন্দ্ৰৰ অৰ্থে, সেই বস্তু আৰু মোৰ নহয়। ইয়াৰপৰাই যজ্ঞৰ যে মূল উদ্দেশ্য ত্যাগবৃত্তিৰ উৎকৰ্ষ সাধন কৰা সেইটো ভালকৈ বুজা যায়। এই ত্যাগ আৰু পৰাৰ্থকৰ্মই প্ৰবৃত্তিৰ কৰ্ষণ কৰিলেহে শেহত গৈ বিশ্বচক্ৰৰ লগত একাত্মতা অনুভৱ কৰিবলৈ সমৰ্থ হ'ব পাৰি। বিশ্বচক্ৰৰ লগত একাত্মতা অনুভৱ পৰমাত্মাৰ লগত একাত্মতা সিদ্ধিৰ সোপানমাৰ্গৰ শেষ পদস্থান।

গান্ধীজীয়ে যজ্ঞৰ এই তত্বৰ মোল ভালকৈ বুজি পাইছিল। তাক বৰ্তমান ভাৰতৰ জনগণৰ কামত অহাকৈ আধুনিক অৱস্থাৰ লগত খাপ খোৱাকৈ ব্যাখ্যা কৰিবলৈ যত্ন কৰিছিল। প্ৰাচীন কালৰ যজ্ঞ-পন্থী সমাজৰ জীৱন-ব্যৱহাৰৰ কথা চকুৰ আগত ৰাখি গীতাকাৰে যি আপুৰুগীয়া তত্বৰ সন্ধান দিছিল, যি অনুষ্ঠানৰ সূচনা দিছিল সেইবোৰ আধুনিক ভাৰতৰ জন-জীৱনত সৰ্বজনসাধ্য হৈ থকা নাই। এইবিলাক দুই-এজনৰ পক্ষে আজিও

সহজসাধ্য হ'ব পাৰে ; কিন্তু সকলোৰে পক্ষে যে নহয় তাক বহলাই কোৱাৰ সকাম নাই। গীতাৰ উপদেশ কেইজনমান সমর্থ লোকৰ কাৰণেহে উপযোগী, এনে সর্বনাশী কল্পনা কৰাৰো কোনো হেতু নাই। গান্ধীজীয়ে সেইদেখি যজ্ঞৰ পুৰণি অনুষ্ঠানমূলক কামখিনিকে যথাযথৰূপে গ্ৰহণ নকৰি তাৰ ভিতৰত থকা সাৰতত্ত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। গান্ধীজীৰ ব্যাখ্যা অনুসাৰে যজ্ঞ মানে পৰাৰ্থে কৰা শাৰীৰ শ্ৰম। এই শাৰীৰ শ্ৰমৰ প্ৰকাৰ কেৱল যে এটাহে এনে নহয়। সেইবুলি সকলো প্ৰকাৰৰ শাৰীৰ শ্ৰম সকলো মানুহে নিতৌ কৰিব নোৱাৰে। ইপিনে আকৌ যজ্ঞ নিত্য কৰ্ম। যজ্ঞ নকৰাকৈ কেৱল নিজৰ অৰ্থে পাক কৰি খোৱাজনে পাপহে খায় বুলি গীতাৰ জগৎ-চক্ৰৰ বৰ্ণনা দিয়াৰ ঠিক আগে আগে কৈ থোৱা আছে— "যিসকলে যজ্ঞৰ শেষত তাৰ অৱশিষ্ট ভক্ষণ কৰে তেওঁলোক পাপৰপৰা মুক্ত হয়, যি কেৱল নিজৰ অৰ্থে পাক কৰে তেওঁ পাপ ভক্ষণ কৰে, গতিকে পাপী।" (গীতা ৩।১৩)।

শৰীৰ ৰক্ষাৰ কাৰণে নিতৌ ভোজন কৰিব লাগিব। নিতৌ ভোজনক পাপ ভক্ষণৰ সমতুল্য নকৰাকৈ বৰ্তিবলৈ হ'লে যজ্ঞ কৰিব লাগিব। সেই যজ্ঞ নিতৌ কৰিব লাগিব, মাহেকে-পষেকে এবাৰ বা দুবাৰ নহয়। শাৰীৰ শ্ৰমক যজ্ঞ বুলিবলৈ হলে আনুষ্ঠানিক আৰু লোকক দেখুওৱা সেৱাৰ দৃশ্যাড়ম্বৰ হলেই নহ'ব। নিত্যকৰ্মৰূপে কৰোঁ বুলিলেও সকলো প্ৰকাৰ পৰাৰ্থকৰ্ম আৰু শাৰীৰ শ্ৰম অগণিত লোকৰ পক্ষে সদায় কৰাটো সম্ভৱ নহয়। তেনেহলে এনে কি পৰাৰ্থ অথচ শাৰীৰ শ্ৰম হব পাৰে যাক নিত্য-যজ্ঞৰূপে গ্ৰহণ কৰি আধুনিক ভাৰতৰ কোটি কোটি লোকে প্ৰতিদিনে অনুষ্ঠান কৰিব পাৰে? গান্ধীজীয়ে কৈছে, সূতা কটাই সেই ধৰণৰ সহজ আৰু সৰ্বজনসাধ্য নিত্য-যজ্ঞ আৰু যঁতৰেই যেনিবা জগৎ-চক্ৰৰ প্ৰতীক।

আগতে উল্লেখ কৰি অহা 'ইয়ং ইণ্ডিয়া' কাকতৰ এটা সংখ্যাত গীতাৰ জগৎ-চক্ৰ বৰ্ণনাৰ শ্লোকখিনিৰ ইংৰাজী পদ্যানুবাদ তুলি তাৰ টিপ্পনী স্বৰূপে গান্ধীজীয়ে কেইআষাৰমান নিজ মতৰ অনুসাৰে ব্যাখ্যা জুৰি দিছে। সেই কেইআষাৰ কথাতে যঁতৰ-তত্ত্বৰ নিগূঢ় ৰহস্য বঢ়িয়াকৈ প্ৰকাশ পাইছে। গান্ধীজীয়ে লিখিছে, "ইয়াত কৰ্ম বোলোঁতে শাৰীৰ শ্ৰমৰ কথাই কৈছে, এই বিষয়ে সন্দেহ নাই। সকলোৰে মঙ্গলাৰ্থে সকলোৱে কৰিব লগা কৰ্মই যজ্ঞৰূপে কৰা কৰ্ম। এনে কৰ্ম—এনে যজ্ঞ হব পাৰে সূতাকটা। এই কথা

কণ্ঠতে ভগবদ্‌গীতাকাৰে যে মনত যঁতৰৰ কথাহে ভাবিছিল এনে সূচনি মই দিব খোজা নাই। তেওঁ কেৱল আচৰণীয় কৰ্মৰ মূল নীতি এটাহে উপস্থাপিত কৰিছে। ভাৰতত থাকি সেই শ্লোককেইটা পঢ়ি আৰু ভাৰতৰ ক্ষেত্ৰত প্ৰয়োগ কৰিবলৈ যাওঁতে যঁতৰত সূতা কটাকে একমাত্ৰ আৰু সবাতোকৈ গ্ৰহণীয় যজ্ঞৰূপ শাৰীৰ কৰ্ম বুলি ভাবি উলিয়াইছোঁ। তাতকৈ মহৎ আৰু জাতীয় ভাৱনামূলক একোকে মই ভাবি নাপাওঁ। ইয়াৰ কাৰণ হৈছে এই, দৰিদ্ৰজনে যি কাম অৱশ্যে কৰিব লাগে তাক আমি সকলোৱে কৰা উচিত, তেওঁলোকৰ লগত একীভূত হোৱাৰ ফলতহে বিশ্বমানৱৰ লগত একাত্মতা স্থাপন হ'ব। ঈশ্বৰৰ নামত দৰিদ্ৰ এজনে কৰাৰ নিচিনাকৈয়ে শ্ৰম কৰাতকৈ উত্তম ঈশ্বৰোপাসনা মই ভাবি উলিয়াব নোৱাৰোঁ।"

দৰিদ্ৰতমজনেৰে একাত্মতা স্থাপন কৰাত সূতা কটাই এটাইতকৈ বেছি উপযোগী শাৰীৰ শ্ৰম। ধনীজনৰ সূতা কটাৰ প্ৰয়োজন নাই, দুখীয়াই কটা সূতাৰে, দুখীয়াই বোৱা কাপোৰেৰে তেওঁ প্ৰয়োজন সাধিব। তথাপি তেওঁ সূতা কাটিব লগা হয় নিজকে দৰিদ্ৰসকলৰ ভিতৰৰে এজন মানুহ বুলি কল্পনা কৰাৰ মাধ্যমৰূপে। এইদৰে দৰিদ্ৰসকলৰ লগত একাত্মতা অনুভৱ কৰাৰ পথত আগবাঢ়িব পাৰিব। লগতে সেইকণ শাৰীৰিক শ্ৰমেৰে দেশৰ উৎপাদনত সমাজৰ সমৃদ্ধিত অনুষ্টুপীয়াকৈ হলেও যোগান ধৰাৰ তৃপ্তি অনুভৱ কৰিব। সেইখিনি সূতাৰে এজন লোকৰ অভাৱ পূৰাব বা এজন দুখীয়াৰ অন্নসংস্থানত এচলু পানী দিয়া হ'ব। লগতে মই যে লোকৰ শ্ৰমৰ ওপৰত বঘুমলা নহৈ নিজেও যৎকিঞ্চিৎ শ্ৰমদান দি দেশৰ উৎপাদনত হাত মিলাইছোঁ এই শুদ্ধ ভাবৰ

* "Work here undoubtedly refers to physical labour, and work by way of sacrifice can only be work to be done by all for the common benefit. Such work—such sacrifice can only be spinning. I do not wish to suggest that the author of the *Divine Song* had the spinning wheel in mind. He merely laid down a fundamental principle of conduct. And reading in and applying it to India, I can only think of spinning as the fittest and most acceptable sacrificial body labour. I cannot imagine anything nobler or more national than that, for, we should all do the labour that the poor must do and thus identify ourselves with them and through them with all mankind. I cannot imagine better worship of God than that in His name I should labour for the poor even as they do." *Young India*—20. 10. 21.

উদয় হয়। আত্মশুদ্ধিৰ ইয়াতকৈ ডাঙৰ উপায় আৰু কি হ'ব পাৰে? অথচ এই আত্মশুদ্ধিয়েই আধ্যাত্মিক উৰ্ধতালৈ আৰোহণ কৰাৰ প্ৰথম লাগতিয়াল আহিলা।

এবাৰ ১৯২৬ চনৰ ২৬ জুনৰ 'ইয়ং ইণ্ডিয়া' কাকতৰ এটা প্ৰবন্ধ ছাত্ৰসকলক উদ্দেশ্য কৰি গান্ধীজীয়ে লিখিছিল। ছাত্ৰসকলৰ প্ৰতি লিখিলেও ই সকলোৰে গাত খোৱাকৈ কোৱা কথা। তেওঁ লিখিছিল, "ক্ষুব্ধ আত্মাক শান্তি দিব পৰা, ছাত্ৰৰ বিক্ষিপ্ত মনক জুৰণি দিব পৰা, গোটেই জীৱনটোক অধ্যাত্মমুখী কৰাত সূতা কটাতকৈ ডাঙৰ যজ্ঞ নাই। ইয়াতকৈ দেশৰ কাৰণে ভাল ব্যৱস্থা-পত্ৰ মোৰ হাতত নাই; আনকি গায়ত্ৰী মন্ত্ৰও নহয়, কাৰণ আজিকালি আশু-কাৰ্যকাৰিতাৰ যুগত মানুহে হাতে হাতে ফল বিচাৰে। গায়ত্ৰী মন্ত্ৰৰ কথা মই ক'ব পাৰোঁ, কিন্তু হাতে হাতে ফল দিব বুলি ক'ব নোৱাৰোঁ। পিছে মই যিটো বস্তু আগবঢ়াইছোঁ তাক মুখত ঈশ্বৰৰ নাম লৈ তোমালোকে কামত লগাব পাৰা আৰু শীঘ্ৰ ফলকো আশা কৰিব পাৰা।......তোমালোকে নিষ্ঠাৰে যঁতৰ ঘূৰোৱা আৰু মই বৃদ্ধই যি কথা কৈছোঁ তাক আখৰে আখৰে সঁচা বুলি এদিন তোমালোকে নিজ মুখে ক'বা—এই কথা মোৰপৰা জানি থোৱা। এজন শাস্ত্ৰজ্ঞ ব্যক্তিয়ে তলত দিয়া গীতাৰ কথাষাৰ যঁতৰৰ লগত বজিতা খুৱাইছিল আৰু খুৱাব যে পাৰিও—'ইয়াত প্ৰাৰম্ভ কাৰ্যৰ নিষ্ফলতা নাই, ইয়াৰ প্ৰত্যবায় নাই। এই ধৰ্ম অলপেও মানুহক মহাভয়ৰপৰা ত্ৰাণ কৰে'।"

গান্ধীজীৰ গীতাৰ লগত প্ৰথম পৰিচয় হয় বিলাতলৈ পঢ়িবলৈ যোৱাৰ দুবছৰ পিচত, অৰ্থাৎ ১৮৮৯ চনত। সেই প্ৰথম পৰিচয় লাহে লাহে গাঢ় হয় আৰু পিচলৈ গীতা তেওঁৰ লগৰীয়া হৈ পৰে। শেহান্তত গীতাক তেওঁ 'আই' বুলি আখ্যা দিছিল। তেওঁ কৈ গৈছে: "গীতা কোৰাণ বা বাইবেলেই নহয়, তাতোকৈ বেছি—গীতা মোৰ আই মাতৃ। মোৰ জন্মদায়িনী আইক বহুত দিনৰ আগতে হেৰুৱালোঁ; কিন্তু এই চিৰন্তনী মাতৃয়ে মোৰ কাষে কাষে থাকি তেতিয়াৰেপৰা সেই ঠাই পূৰাই আহিছে। এই গৰাকী আইৰ কেতিয়াও কোনো পৰিৱৰ্তন হোৱা নাই, কস্মিন্ কালেও তেওঁ মোক হতাশ কৰা নাই। আপদ বা দুখত পৰিলে তেওঁৰ কোলাতে আশ্ৰয় লৈ মই আশ্বাস পাওঁ।......মোক যেতিয়া সন্দেহে আতুৰ কৰে, নিষ্ফলতাই যেতিয়া মোক আগভেটি ধৰে, দিগন্তত যেতিয়া মই একণি পোহৰৰ ৰেঙণি দেখা নাপাওঁ, মই তেতিয়া সান্ত্বনা লাভৰ আশাৰে ভগবদ্‌গীতাখন মেলোঁ; তাত মোক আশ্বস্ত কৰিব পৰা শ্লোক এফাকি পাওঁ।"

গীতাৰ কোলাত আশ্ৰয় লোৱাৰ বহুত পিচতহে গান্ধীজীয়ে যঁতৰৰ

সন্ধান পায়। ১৯১৮-১৯ চনত দেশী কাপোৰ-কলৰ সূতাৰে আশ্ৰমত কাপোৰ বোৱা আৰম্ভ কৰিছিল। সেই সময়তে কলৰ সূতাৰ পৰিৱৰ্তে হাতে-কটা সূতাৰে কাপোৰ বৈ লোৱাৰ গুণাধিক্যৰ কথা তেওঁৰ মনত খেলায়। কোনো এটা কথা এবাৰ উচিত বুলি মনত খেলালে তাকে ভাবি-চিন্তি বহি থকা পুৰুষ গান্ধীজী নাছিল। সেই কালত অসমৰ বাহিৰে আন ক'তো যঁতৰ বস্তুটো লাগ বুলিলেই ওলাই পৰা আৰু হাত দিলেই পাব পৰা বস্তু নাছিল। যঁতৰ বিচাৰি গান্ধীজী আৰু তেওঁৰ সহকাৰিণী গঙ্গাবেন নামৰ এগৰাকী পটিয়সী মহিলাই হাবাথুৰি খাইছিল। শেহান্তত যেনিবা বিজাপুৰ নামৰ গাওঁ এখনৰ মানুহ কেইঘৰমানত যঁতৰ আবিষ্কাৰ কৰিলে, সি লাম-লাকটুৰ দৰে ওপৰত তুলি থোৱা অবস্থাত। সেই বিজাপুৰীয়া কাটনী লোকসকলৰপৰাই আশ্ৰমত যঁতৰ শিক্ষাও আৰম্ভ হয়। গান্ধীজীয়ে মূল গুজৰাটী আত্ম-জীৱনীত যঁতৰ-প্ৰাপ্তিৰ এই অধ্যায়টোৰ শিতান-নামটো দিছে 'ভজ্যো', অৰ্থাৎ 'পোৱা হ'ল'। মহাদেৱ দেশাইয়ে তাৰ ইংৰাজী ভাঙনি কৰিছে 'found at last'। এই শিতানৰ নামটোৰেই যেন ইষ্টলাভৰ আনন্দ বহুলতাৰ এটা সূচনা দিছে।

এই যঁতৰ-প্ৰাপ্তিৰ পিচতহে গীতাৰ জগৎ-চক্ৰৰ লগত খাপ খুৱাই লৈ যঁতৰত সূতা কটাক যজ্ঞৰূপ মহত্ত্ব দান কৰাৰ প্ৰেৰণা গান্ধীজীৰ মনলৈ আহিছিল। যজ্ঞ আৰু যঁতৰৰ একাত্মীকৰণত হিন্দী 'চৰখা' শব্দই কিজানি গান্ধীজীৰ মনলৈ এই একাত্মীকৰণৰ ইঙ্গিত বহন কৰি আনে। হিন্দী ভাষাৰ 'চৰখা' শব্দ সংস্কৃত 'চক্ৰ' শব্দৰপৰা উদ্ভৱ হৈছে: চক্ৰ> চৰ্ক> চৰকা> চৰখা।* চক্ৰৰূপ চৰখাই গীতাৰ "এবং প্ৰৱৰ্তিতং চক্ৰম্"—শ্লোকত বৰ্ণনা কৰা জগৎ-চক্ৰৰ প্ৰতীকৰূপে গান্ধীজীৰ কল্পনাত বাস ল'লে। জগৎ-চক্ৰৰ অনুৱৰ্তন কৰাৰ কৰ্তব্যৰ কথা এই চক্ৰৰূপী চৰখাই নিতৌ গান্ধীজীক সোঁৱৰাই দিছিল আৰু আনকো সোঁৱৰাব পাৰিব বুলি 'চৰখা'ক সকলো লোকৰ সকলো সময়তে উপযুক্ত প্ৰতীক হব বুলি আধুনিক ভাৰতীয় সমাজলৈ ভগৱদ্-উপাসনাৰ এটি সহজ সাধনৰূপে ইয়াক আগ বঢ়াইছিল।

---

* অসমীয়া 'যঁতৰ' শব্দৰ উদ্ভৱ হৈছে 'যন্ত্ৰ' শব্দৰপৰা। ইয়াৰ ৰূপ পৰিবৰ্তন হৈছে এনেদৰে—যন্ত্ৰ> যন্তৰ> যঁতৰ। 'চক্ৰ' শব্দৰপৰা উদ্ভৱ হোৱা অসমীয়া শব্দ যাইকৈ দুটা—চকা আৰু চকৰ। 'চকৰ' শব্দৰ ৰূপগঠন হয় এনেদৰে—চক্ৰ> চক্ক> চকা; চক্ৰ> চকৰ> চকৰি, চকৰা ইত্যাদি। অৰ্থবিবৰ্তনৰ ফেৰত এইবোৰ শব্দৰ অৰ্থৰ হেৰ ফেৰ হৈছে।

এটা প্ৰশ্ন মনত খেলাব পাৰে। এই যঁতৰত ভাৰতৰ কোটি কোটি লোকে কেইবা হাজাৰ বছৰ ধৰি সূতা কাটি আহিছে। ভাৰতৰ ঋষি-মনীষী-সকলে সূতা কটাক এনে এটা মহত্ত্ব দিয়া নাছিল কিয়? সূতা কটাই যে মানৱ-মাত্ৰৰ লগত একাত্মতা বা যোগ স্থাপন কৰিব পাৰে এই কথা উপলব্ধি কৰা নাছিল নে কি? ইয়াৰ উত্তৰ গান্ধীজীয়ে আন প্ৰসঙ্গত দিছিল। গান্ধীজীয়ে কৈছিল, "বিচাৰপূৰ্বক কাম কৰা আৰু বিচাৰবিহীন হৈ কেৱল নকৰিলে নহয়—এই বুদ্ধিৰে কাম কৰাৰ মাজত পাৰ্থক্য আছে। প্ৰাচীন ভাৰতত সৃষ্টিৰ লগত একাত্মতা স্থাপনৰ কাৰণে যজ্ঞৰ ব্যৱস্থা কৰিছিল। পিচলৈ নিত্য কৰ্তব্য-ৰূপে পঞ্চমহাযজ্ঞৰ বিধান কৰিছিল। এই পঞ্চমহাযজ্ঞত নিত্য হোমৰ দ্বাৰা দেৱতাসকলৰ লগত, শ্ৰাদ্ধ-তৰ্পণৰ দ্বাৰা পিতৃসকলৰ লগত, অধ্যয়ন-অধ্যাপনাৰ দ্বাৰা ঋষিসকলৰ লগত, অভ্যাগত ৰুগ্ন, বৃদ্ধ আদিক অন্ন দি মানৱ মাত্ৰৰে সৈতে আৰু চৰাই-চিৰিকতি, গৰু-পশুক অন্নভাগ দি ভূতবৰ্গৰ লগত নিতৌ বিচাৰপূৰ্বক একাত্মতা স্থাপনৰ এটা সুন্দৰ পদ্ধতিৰ আৱিষ্কাৰ কৰিছিল। সেই পদ্ধতি পৰোক্ষভাৱে পৰৱৰ্তী সন্ন্যাস জীৱনৰ ব্ৰহ্মপ্ৰাপ্তি সাধনৰ সোপানস্বৰূপ আছিল। তেতিয়া এই পঞ্চমহাযজ্ঞৰ তত্ত্ব আৰু তাৰ ফলৰ বিষয়ে অৱগত হৈ বৰ্ণাশ্ৰমীসকলে বিচাৰপূৰ্বক পঞ্চমহাযজ্ঞৰ নিতৌ অনুষ্ঠান কৰিছিল। বৰ্তমান যুগৰ ভাৰতত পঞ্চমহাযজ্ঞৰ সাধন সকলোৰে পক্ষে সম্ভৱ নহয়। তেতিয়া পঞ্চমহাযজ্ঞৰ বিধান আছিল বৰ্ণাশ্ৰমৰ ভেটিত। সেই বৰ্ণাশ্ৰম আজি নাই। গতিকে পঞ্চমহাযজ্ঞ এটা সাৰ্বজনীন সাধনাৰূপে সকলোৰে কাৰণে দিবও নোৱাৰি। ইয়াৰ ঠাই পূৰোৱা সহজলভ্য আৰু সহজসাধ্য বস্তু হ'ল যঁতৰ আৰু যজ্ঞবুদ্ধিৰে তাত সূতা কটা। 'নকৰিলে নহয়' এই বুদ্ধিতকৈ "মই এই জগৎ-চক্ৰৰূপী যঁতৰত সূতা কাটিছোঁ, ( ভাৰতৰ কোটি কোটি দৰিদ্ৰজনৰ ধনীয়ে হওঁ বা দুখীয়াই হওঁ মইও এজন, তেওঁলোকৰ সুখ-দুখ মোৰো সুখ-দুখ ), সমাজৰ সমৃদ্ধি মই বহি বহি উপভোগ নকৰোঁ বুলি এইকণ শাৰীৰ শ্ৰমেৰে সূতা কাটিছোঁ। সেই সমৃদ্ধিৰ উৎপাদনত কেৰ্কেটুৱাৰ বাঁহপাতেই ভেটি ৰূপে এই সূতাকেইডাল অৰিহণা যোগাইছোঁ।......ঈশ্বৰৰ সৃষ্টিৰ বিৰাট যন্ত্ৰত এই যঁতৰৰ যোগে মই এইদৰেই এক হৈ পৰিছোঁ।"—এনে বিচাৰ লৈ যিজনে যঁতৰত সূতা কাটে, তেওঁৰ 'অহং'টো সৰু হৈ হৈ 'বিৰাট অহং' বুলি যিটো আছে তাৰ লগত একাকাৰ হ'বগৈ। গান্ধীজীৰ দৰে তেওঁ উপলব্ধি কৰি ক'ব পাৰিব : **In its ultimate and spiritual sense swadeshi stands for the final**

emancipation of the human soul from its earthly bondage." ( 'Young India', June 18, 1931 )—স্বদেশীয়ে গৈ গৈ পৰমাৰ্থত মানৱাত্মাৰ সংসাৰ-বন্ধনৰপৰা মুক্তিকে সূচায়।

স্বদেশীৰ মূল যঁতৰ তেনেহ'লে কল্পতৰু নহয় কি ?

এই গ'ল যঁতৰৰ পাৰলৌকিক বা আধ্যাত্মিক উপযোগিতা। ইহ-লৌকিক বা আৰ্থিক দৃষ্টিৰে যঁতৰৰ উপযোগিতাৰ কথা ধনী বা মধ্যবিত্তসকলে ঘপৰাই বুজিবলৈ টান পায়। যঁতৰৰ ঐহিক সাৰ্থকতা জল্‌ জলকৈ বুজিবলৈ হ'লে ভাৰতৰ দৰিদ্ৰতম লাওলোৱা গাওঁ দুই-চাৰিখনত কেইদিনমান বাস কৰিব লাগিব। আমি নগৰত বহি সকলো প্ৰকাৰ লাহবিলাহৰ ভাগী হৈ 'সৰ্বহাৰা' আদি শব্দৰ চমকনিৰে ৰাজনৈতিক সভাত শ্ৰোতাসকলক জিকাৰ খুৱাই তুলিব পাৰো সঁচা ; কিন্তু "তপ্যন্তে লোকতাপেন প্ৰায়শঃ সাধৱো জনাঃ"— এই ধৰণৰ লোকৰ তাপ বা দুখত তাপিত অৰ্থাৎ গলি যোৱা হৃদয় এখন ঘটিব নোৱাৰোঁ যেতিয়ালৈকে এই তাপিতসকলৰ তাপৰ মাত্ৰা জুখিব পৰাকৈ কিছুদিন সেইবোৰ ঠাইত ফুৰা আৰু থকা নহয়। তাৰ কাৰণে পৰ্বত বা মৰুভূমিলৈ নগ'লেও হ'ব। সমৃদ্ধিপূৰ্ণ নগৰৰ দহ-পোন্ধৰ মাইলৰ ভিতৰতে তেনে লাওলোৱা মানৱকুলৰ বসতি থাকিব পাৰে। বিংশ শতিকাৰ সভ্যতাৰ ই এটা প্ৰণিধানযোগ্য বৈচিত্ৰ্য। একোখন গাৱঁত এনে মানুহ বহুত আছে যি দিনৰ দিনটো খৰি কাটি আনি এসেৰ বা আধাসেৰ চাউল-আটাৰ বিনিময়ত সেই খৰি নগৰৰপৰা যোৱা ঘোঁৰাৰ গাড়ীত বোজা দিয়ে। তাৰ পিচত সেই দিনাৰ কাৰণে চকুৰ তললৈ জুই যায়। চৌবিশ ঘণ্টাৰ ভিতৰত সেই সাজেই আহাৰ। গাৱঁৰ ভিতৰতে কিবা উৎসৱ, পৰ্ব আদি পাতিলে তিৰুতা মানুহে ওলাই আহি চাব নোৱাৰে, কাৰণ বুকু ঢাকি লজ্জা নিবাৰণ কৰিবলৈ ৰিহা-চাদৰৰ কথাই নাই, গামোচা এখনো হয়তো তেওঁলোকৰ নাই। চকুৰে নেদেখিলে এইবোৰ কথা অতিৰঞ্জিত যেন লাগিব। অতিৰঞ্জিত যি নহয়েই, এনে গাওঁ ভাৰতবৰ্ষত হেজাৰে হেজাৰে আছে। গান্ধীজীৰ চকুৰ আগত এইখন ভাৰতবৰ্ষহে আছিল, আৰু এইখন ভাৰতবৰ্ষৰ মানুহৰ লগত একাত্মতা স্থাপন কৰিবলৈহে আঠুমূৰীয়া টিয়নি চুৰিয়া পিন্ধি তেওঁ অৰ্দ্ধ-উলঙ্গ ফকিৰ নাম পাইছিল। এনে এখন গাঁৱত ঘৰে ঘৰে দুই-তিনিটা উন্নত যঁতৰ সুমুৱাই দিয়া—যঁতৰৰ গুঞ্জনত দুপৰীয়াৰ নিস্তব্ধতা সজীৱ হৈ উঠক। উৎপাদিত সূতাখিনিৰ উপাৰ্জনেৰে এসাঁজৰ লগতে আৰু সৰু-সুৰাকৈ হ'লেও আৰু এসাঁজৰ

দিহা হ'ব, গামোচা এখন হ'লেও পিন্ধিবলৈ পাব, ল'ৰা-ছোৱালীৰ মুখত হাঁহি বিৰিঙিব। তাকে দেখি ভাণ্ডৰবিলাকে সৰহ পৰিশ্ৰম কৰিবলৈ বল পাব। এনে দৰিদ্ৰসকলৰ কাৰণে ই দেৱতাৰ বৰ হ'ব।

এই হ'ল খাবলৈ নোপোৱাসকলৰ কথা। আনহাতে যাৰ ভঁৰালৰ ভাতে কোনোমতে কাণে কাণমাৰি জোৰে, পিন্ধিবলৈ নাই, তেওঁ দুখন কাপোৰ বেছিকৈ পাই শীত নিবাৰণ কৰিব পাৰিব। আকৌ যাৰ খাবলৈ আছে, বৈ-কাটি দুখন কাপোৰৰ যোগাৰ হয়, তেনেজনেও বেমাৰ ঔষধ আৰু ল'ৰাক ক-ক ম-ম পঢ়াবলৈ কিতাপ-ফলি কিনিবলৈ যিকেৰা অৰ্থ লাগে যঁতৰে তাৰ যোগান ধৰিব।

এনেভাৱে ফঁহিয়াই চালে দেখা যায় যে তিনিটা পঞ্চবাৰ্ষিক পৰিকল্পনা পাৰ হৈ যোৱাৰ পিচতো দৰিদ্ৰ ভাৰতৰ লক্ষ লক্ষ জনগণৰ কাৰণে যঁতৰ দেৱতাৰ বৰ হৈয়ে আছে। খাবলৈ-পিন্ধিবলৈ নোপোৱা দৰিদ্ৰসকলৰ কাৰণে যঁতৰ কাম্যফলপ্ৰদ যজ্ঞ। খাবলৈ-পিন্ধিবলৈ পোৱা সৰু ধনী বা বৰ ধনীৰ কাৰণে যঁতৰ চিত্তশুদ্ধিৰ নিত্য যজ্ঞ।

গান্ধীজীয়ে পাৰোঁতেনো যঁতৰক কল্পতৰু বুলিছিলনে ?

# গান্ধীজী : এটি সমীক্ষা

**হেম বৰুৱা**

পৰাধীনতাৰ গ্লানিৰে পঙ্কিল জাতি এটাক আদর্শ আৰু জীৱনী-শক্তি দি জগাই তোলাৰ ক্ষেত্ৰত গান্ধীজীৰ বৰঙণি অতুলনীয়। আজি প্ৰায় আঢ়ৈ হেজাৰ বছৰৰ পূর্বে জাতীয় বিপ্লৱ সাধন কৰাৰ মানসেৰে বুদ্ধদেৱে যি এক নতুন জীৱন-দর্শনৰ সৃষ্টি কৰিছিল, সেই জীৱন-দর্শনৰ গাত হেঙুল-হাইতাল সানি মহিমামণ্ডিত কৰাৰ উপৰিও তাক অধিক বাস্তৱমুখী কৰি তুলিছিল গান্ধীজীয়ে। অর্থাৎ সেই দর্শনক পূৰ্ণ কৰিছিল গান্ধীজীৰ দর্শনে। ওপৰে ওপৰে চাবলৈ গ'লে গান্ধীজীৰ কর্মপন্থা আছিল পৰাধীনতাৰ শিকলি ছিঙি জাতিটোক স্বাধীনতাৰ ৰবি-ৰশ্মিৰে জ্যোতিষ্মান কৰা। গভীৰভাৱে ভাবি চাবলৈ গ'লে এই আদর্শক কেন্দ্ৰ কৰি ব্যক্তিত্বহীন জাতি এটাক সকলো প্ৰকাৰে গৌৰৱশালী কৰি তোলাৰ মানসেৰে গান্ধীজীয়ে সমগ্ৰ জীৱন উচৰ্গিত কৰিছিল। এই কাৰণেই সম্ভৱতঃ গান্ধীজীৰ মৃত্যুৰ সংবাদ শুনি মর্মাহত হৈ যুগৰ আন এজন শ্ৰেষ্ঠ মনীষী আইনষ্টাইনে এনেদৰে কৈছিল : "Generations to come, it may be, will scarce believe that such a one as this ever in flesh and blood walked upon this earth." গান্ধীজীৰ বিষয়ে এইষাৰ কথাতকৈও অধিক গভীৰ কথা আৰু হব নোৱাৰে বুলি ভাবোঁ।

পৰাধীনতাৰ যুগত জাতিটোৱে কেনেকৈ ব্যক্তিত্ব হেৰুৱাইছিল, সেই বিষয়ে যুগৰ আন এজন শ্ৰেষ্ঠ মনীষী ডক্টৰ ৰাধাকৃষ্ণণে বঢ়িয়াকৈ উল্লেখ কৰিছে। ডক্টৰ ৰাধাকৃষ্ণণৰ মতে এইটো যুগত আমি গোটেই জাতিটো বিশেষ এক 'quotation'-লৈ পৰিণত হৈছিলোঁহঁক। পছিমীয়া বৈজ্ঞানিক সংস্কৃতিৰ পৰিণতি স্বৰূপে জাতিটোক সংশোধন কৰা এক কথা আৰু পশ্চিমৰ সংস্কৃতি-ধাৰাৰ বান্দৰধৰ্মী অনুকৰণ আন এক কথা। আমাৰ দেশত ৰাজা ৰামমোহন ৰায়ৰ দ্বাৰা প্ৰৱৰ্তিত ব্ৰাহ্ম ধৰ্মৰ মতবাদৰ লেখীয়া সংশোধনকামী দর্শনতত্ত্বই চিন্তাধাৰাক স্বকীয় এক ৰূপ দিছিল সঁচা কথা—সেইবুলি দেশত যে এক বান্দৰধৰ্মী অনুকৰণৰ পৰিৱেশ গঢ়ি উঠা নাছিল, সেইষাৰ কথাও সঁচা নহয়।

সকলো কথাৰে প্ৰতিক্ৰিয়া আছে। এনে অনুকৰণৰ বিপক্ষেও প্ৰতিক্ৰিয়া হৈছিল। সেই প্ৰতিক্ৰিয়াই প্ৰতিবাদৰ ৰূপ লৈছিল। গান্ধীজী আছিল এই প্ৰতিবাদৰ হোতা। ভাৰতভূমিত জন্ম পোৱা প্ৰথম বিপ্লৱী হৈছে বুদ্ধদেৱ, আৰু তাৰ পৰৱৰ্তী যুগৰ অৰ্থাৎ বৰ্ত্তমানৰ বিপ্লৱী হৈছে মহামানৱ মহাত্মা গান্ধী।

গান্ধীজীয়ে পৰাধীনতাৰ যুগটোৰ ৰাইজক নতুন এক আদৰ্শ আৰু অনুপ্ৰেৰণা দিছিল। এডৱাৰ্ড টমছনৰ ভাষাতে গান্ধীজীয়ে "set the stamp of an idea on an epoch"—অৰ্থাৎ যুগ এটাক নতুন আদৰ্শেৰে উদ্ভাসিত কৰিছিল। এইষাৰ কথা বৰ সঁচা। যি কোনো আন্দোলন বা অভিযানেই জনসাধাৰণৰ অন্তৰ-আত্মা স্পৰ্শ কৰিব পাৰিব লাগিব। এইষাৰ কথা গান্ধীজীয়ে বঢ়িয়াকৈ উপলব্ধি কৰিছিল। উপলব্ধি হৈছে সাৰ্থকতাৰ সঁচাৰ কাঠী। অকণো গোড়ামি নোহোৱাকৈ গান্ধীজীয়ে সকলো ধৰ্মশাস্ত্ৰ—বাইবেল, কোৰাণ ইত্যাদি—সূক্ষ্মভাৱে অধ্যয়ন কৰিছিল আৰু এই অধ্যয়নে জীৱাত্মা আৰু ভগৱানৰ বিষয়ে বুজিবলৈ গান্ধীজীক সহায় কৰিছিল। য'তেই অন্তৰ-আত্মাৰ ধ্বনি শুনিবলৈ পাইছিল, ত'তেই গান্ধীজী হেৰাই গৈছিল। সেইবুলি নিজস্ব যি ব্যক্তিত্ব, সেই ব্যক্তিত্বৰ অৱলুপ্তি সাধন হবলৈ যে মহামানৱ গৰাকীয়ে দিয়া নাছিল, সেই বিষয়ে সন্দেহ নাই। অধ্যাত্মবাদী ৰচনাই আৰু বিশ্বসাহিত্যই গান্ধীজীৰ অধ্যাত্মবাদী অন্তৰ সূক্ষ্মভাৱে স্পৰ্শ কৰিছিল। সেইকাৰণেই থ'ৰৰ-পৰা আৰম্ভ কৰি টলষ্টয়লৈকে অন্তৰস্পৰ্শী অধ্যাত্মবাদী সকলো চিন্তাধাৰাই গান্ধীজীক বিশেষ এক অনুপ্ৰেৰণা যোগাইছিল। গীতাশাস্ত্ৰৰ একাদশ অধ্যায় গান্ধীজীৰ যেনেদৰে প্ৰিয় আছিল, তেনেদৰেই খ্ৰীষ্টান স্তুতিগীত 'Lead Kindly Light' বোলাটোও গান্ধীজীৰ বৰ প্ৰিয় আছিল। কোৰাণ শাস্ত্ৰৰ দুটা আদৰ্শই গান্ধীজীৰ অন্তৰ বৰকৈ স্পৰ্শ কৰিছিল। এই দুটাৰ ভিতৰত এটা হৈছে ইছলামৰ বিশ্বভাতৃত্বৰ আদৰ্শ আৰু আনটো হৈছে সৰল জীৱন যাপন কৰাৰ আদৰ্শ। আনহাতে এই দুয়োটা আদৰ্শ হৈছে ভাৰতীয় ঐতিহ্যৰ মৰ্মস্পন্দন।

গান্ধীজীৰ দৰ্শন আৰু আদৰ্শ অধ্যাত্মবাদী চিন্তাধাৰাৰ দ্বাৰা আপ্লুত। এই অধ্যাত্মবাদী চিন্তাধাৰাৰ মৰ্মস্পন্দন হৈছে সত্যৰ প্ৰতি নিষ্ঠা, সৎপন্থা আৰু কৰ্মৰ প্ৰতি স্পৃহা, অন্তৰ-আত্মাৰ শুদ্ধীকৰণ ইত্যাদি। এইবোৰ বস্তুৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ কাৰণেই গান্ধীজীক কোনো কোনোৱে অতীত

ভাৰতৰ ঋষি-মুনিসকলৰ সৈতে ৰিজাব খোজে। যিসকলে কেৱল গান্ধীজীৰ ৰাজনৈতিক বিপ্লৱৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে, সেইসকলে মহামানবজনাক ৰাজনৈতিক নেতাৰ বাহিৰে আৰু একো নহয় বুলি ভাবে। সূক্ষ্ম দৃষ্টিৰে চাবলৈ গ'লে এনে ধৰণৰ স্থূল চিন্তাধাৰাই গান্ধীজীৰ প্ৰকৃত ব্যক্তিত্ব প্ৰকাশ কৰিব নোৱাৰে। ৰাজনৈতিক অভিযানতো গান্ধীজীৰ নৈতিক মনোবল আৰু আদৰ্শ প্ৰকাশ নোপোৱাকৈ থকা নাই। যিজন ব্যক্তিয়ে ভাৰতৰ স্বাধীনতা লাভৰ অৰ্থে প্ৰবল প্ৰতাপী ইংৰাজৰ সৈতে যুঁজিছিল, সেইজন ব্যক্তিৰ ৰণকৌশলৰ পন্থা স্বকীয়া হোৱাৰ উপৰিও আদৰ্শও আছিল স্বকীয়া। নহলেনো দ্বিতীয় মহাসমৰৰ সময়ত গান্ধীজীৰ লেখীয়া এজন জাতীয় বীৰে এনেকৈ জানো কব পাৰিলেহেঁতেন : "I will not hurt England or Germany to serve India"—এইষাৰ কথাৰ জৰিয়তে গান্ধীজীৰ আদৰ্শ জ্বল্‌জ্বল্ পট্‌পট্‌কৈ স্পষ্ট হৈ পৰে।

গান্ধীজীয়ে সত্যাগ্ৰহ পন্থা কেৱল মাত্ৰ ৰাজনৈতিক কৌশলস্বৰূপে উদ্ভাৱন কৰিছিল বুলি কবলৈ গ'লে মহামানবজনাৰ ব্যক্তিত্বৰ অৱমাননা কৰা হব। সত্যাগ্ৰহক গান্ধীজীয়ে তপস্যাৰ সৈতে ৰিজাইছিল। স্বাধীনতা লাভৰ আদৰ্শ জানো বিৰাট এক তপস্যা নহয়? এই তপস্যাৰ বশৱৰ্তী হৈয়ে গান্ধীজীয়ে সকলো ৰাজনৈতিক কৰ্ম আৰু চিন্তাধাৰাৰ ক্ষেত্ৰত অহিংসাক শীৰ্ষস্থান দিছিল। অহিংসা আমাৰ ভাৰতীয় দৰ্শন-ঐতিহ্যৰ মূল অনুপ্ৰেৰণা। হিংসাৰে কোনো কাম সাধিব নোৱাৰি। আনকি ৰাজনৈতিক আদৰ্শও সফলকাম কৰিব নোৱাৰি। সামৰিক সাহায্য নহলে হিংসাত্মক কাৰ্যপন্থা সৰহ দিন প্ৰৱৰ্তি থকাটো অসম্ভৱ। এই বিষয়ে বাৰ্ট্ৰাণ্ড ৰাছেলে 'ডি ইমপেক্ট অৱ ছায়েঞ্চ এণ্ড ছছাইটি' বোলা কিতাপখনত বঢ়িয়াকৈ লেখিছে। এইষাৰ কথা গান্ধীজীয়ে নিজৰ অভিজ্ঞতাৰপৰাই বুজিছিল আৰু সেই কাৰণেই অহিংসাক তেওঁ জীৱনৰ মূলমন্ত্ৰ কৰি লৈছিল।

'সানমিহলি' বোলা মোৰ কিতাপখনৰ প্ৰবন্ধ এটাত লেখা মনত আছে : গান্ধীজী, আইনষ্টাইন আৰু আনবিক শক্তি—এই কেইটা হৈছে মানৱ সমাজলৈ বিংশ শতাব্দীৰ চৰম অৱদান। গান্ধীজীৰ অহিংসা কাপুৰুষৰ অহিংসা নাছিল। এনেধৰণৰ অহিংসা বা সত্যাগ্ৰহ কাৰ্যত পৰিণত কৰিবলৈ হলে মানুহক যথেষ্ট অন্তৰ-আত্মাৰ শক্তি লাগিব। সৈনিকৰ দৰে হাতত বন্দুক এটা লৈ শত্ৰুৰ বুকুত গুলী নিক্ষেপ কৰিবলৈ অন্তৰৰ অধিক শক্তিৰ প্ৰয়োজন নাই। ই হৈছে

দৈহিক শক্তি আৰু সাহসৰ পৰিচয়। ইয়াৰ অন্তৰালত মনৰ সাহসৰ বা শক্তিৰ যি পৰিচয় পোৱা যায়, সেই সাহস আৰু শক্তি হৈছে হাতৰ বন্দুক আৰু গুলীয়ে যোগোৱা সাহস আৰু শক্তি। সেই কাৰণেই ৰণত নিৰস্ত্ৰ হোৱা সৈনিকক আমি কাপুৰুষ স্বৰূপে দেখিবলৈ পাওঁ। এইটো এটা অতি স্বাভাৱিক কথা। এই সাহস প্ৰহ্লাদৰ সাহস নহয়, হিৰণ্যকশিপুৰহে সাহস। যি ব্যক্তিক কেৱল অস্ত্ৰ-শস্ত্ৰইহে মানসিক সাহস দিয়ে, সেই ব্যক্তি নিৰস্ত্ৰ হোৱাৰ লগে লগে কাপুৰুষ হৈ পৰাটো একো আচৰিত কথা নহয়। এনেবোৰ ব্যক্তিকে আইনষ্টাইনে moral inferiors বুলিছিল। হিংসাৰ আদৰ্শই এনে ধৰণৰ নৈতিকভাৱে অধঃপতিত ব্যক্তিৰ জন্ম দিয়ে।

গান্ধীজীৰ পূৰ্ববৰ্তী কালছোৱা পন্থাৰ বিশুদ্ধতাৰ বিষয়ে চিন্তাজগত আলোড়িত কৰা যুগ। কোনো কোনো ব্যক্তিৰ মতে উদ্দেশ্য সৎ আৰু মহৎ হলে, সেই উদ্দেশ্য সাধনৰ অৰ্থে যেই কোনো পন্থাকে গ্ৰহণ কৰিব পাৰি। অৰ্থাৎ এইসকল পন্থাৰ বিষয়ে চিন্তা কৰিবৰ কাৰণে প্ৰস্তুত নহয়। সেই কাৰণেই সেইটো যুগত বিশেষ এক চিন্তাদৰ্শনৰ উৎপত্তি হৈছিল। সেইটো হৈছে, এশজনৰ কল্যাণৰ কাৰণে যদি নবৈজনক হত্যা কৰাৰ পন্থা লব লগা হয়, তেন্তে সেই পন্থাক শুদ্ধ বুলিয়েই গ্ৰহণ কৰিব লাগিব। গান্ধীজীয়ে এনে চিন্তাধাৰাৰ বিৰুদ্ধাচৰণ কৰি পন্থা আৰু উদ্দেশ্যৰ বিষয়ে নতুন এক চিন্তাদৰ্শনৰ উদ্ভৱ সাধন কৰিছিল। অসৎ পন্থাৰে সাধিত কৰা সৎ উদ্দেশ্যও কলুষিত হোৱাটো স্বাভাৱিক। সেই কাৰণে কেৱল উদ্দেশ্যৰ সততাৰ ওপৰতে নহয়, পন্থাৰ সততাৰ ওপৰতো গান্ধীজীয়ে যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। সৎ উদ্দেশ্যত উপনীত হবলৈ যি পন্থা গ্ৰহণ কৰা হয়, সেই পন্থাও সৎ আৰু নীতিসম্মত হোৱা উচিত। অসৎ উপায়েৰে উপনীত হোৱা কোনো লক্ষ্য কেতিয়াও সৎ হব নোৱাৰে—এয়া আছিল উগ্ৰ আদৰ্শবাদী কৰ্মপুৰুষ গান্ধীজীৰ অভিমত। গান্ধীজীৰ মতে: "There can be no moral end which can or may be accomplished by immoral means." এনে আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ গান্ধীজীয়ে সত্যাগ্ৰহ-দৰ্শনৰ উদ্ভৱ সাধন কৰিছিল। ইয়াক তেওঁ দৃঢ়ভাবে সৈতে কাৰ্যত পৰিণত কৰিছিল। সত্যাগ্ৰহৰ কাৰণে আধ্যাত্মিক শক্তি-সম্ভূত নতুন এচাম সৈনিকৰ প্ৰয়োজন। এইচাম সৈনিককে গান্ধীজীৰ পৰিভাষাত সত্যাগ্ৰহী বোলা হয়।

উপৰুক্ত কথাখিনিৰ পৰিপ্ৰেক্ষিতত গান্ধীজীয়ে কোৱা এষাৰ মনোৰম

কথা এইখিনিতে উল্লেখ কৰিব পাৰি। কথাষাৰ হৈছে : "There is no hope and deliverance without sacrifice, discipline and self-control. Mere sacrifice without discipline will be unavailing." গান্ধীজীয়ে ঘাইকৈ তিনিটা বস্তুৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। সেই তিনিটা বস্তু হৈছে ত্যাগ, শৃঙ্খলাজ্ঞান আৰু আত্ম-সংযম। এই তিনিটা বস্তুৰ অভাৱত কোনো আদৰ্শ বা লক্ষ্য পুৰঠ হব নোৱাৰে। ত্যাগৰ আদৰ্শই গান্ধীজীক দেশৰ জনসাধাৰণৰ অন্তৰৰ কাষ চপাই আনিছিল। এই আদৰ্শ হৈছে ভাৰতীয় ঐতিহ্যৰ মৰ্মস্পন্দন। এনেধৰণৰ উচ্চ আদৰ্শৰ অনুধাবনে গান্ধীজীৰ অন্তৰত এক প্ৰশান্ত-মহাসাগৰীয় শান্তি আৰু অনুকম্পাৰ কোঠ বান্ধিছিল। অন্তৰৰ এই অধ্যাত্ম বস্তুক আনৰ মাজত বিলাই দি গান্ধীজী মহিমামণ্ডিত হৈছিল। ইয়াকে পণ্ডিত জৱাহৰলাল নেহৰুৰ ভাষাতে এনেদৰে কব পাৰি : "Having found an inner peace he radiated it to others." নিজৰ অন্তৰ-বস্তু আনৰ মাজত বিতৰণ কৰিব পৰাটো মহৎ জীৱনৰ পৰিচায়ক। ত্যাগ কেৱল পাৰ্থিৱ বস্তুৰ ক্ষেত্ৰতে যে সম্ভৱ এনে নহয়, আধ্যাত্মিক বা মানসিক বস্তু আনৰ মাজত বিতৰণ কৰিব পৰাটো এক মহৎ গুণ। এই কাম আমাৰ অতীজৰ ঋষি-মুনিসকলে কৰিছিল।

গান্ধীজীয়ে সকলো কৰ্মপন্থাকে আধ্যাত্মিক জ্যোতিৰে গৌৰৱশালী কৰিছিল। সেই কাৰণেই গান্ধীজীৰ সকলো কৰ্মৰে অনুপ্ৰেৰণাৰ গুৰিতে আধ্যাত্মিক জ্যোতিৰ পোহৰ দেখিবলৈ পাওঁহক। সাধাৰণতে ৰাজনীতিক নৈতিকতাবিহীন বাস্তৱমুখী পৃথিৱীৰ বস্তু বুলি আমি ভাবোঁহক। ইয়াক যে জৈৱিক বা আধ্যাত্মিক স্তৰলৈ উন্নীত কৰিব পাৰি, সেইষাৰ কথাৰ উপলব্ধিৰ পৰিচয় হৈছে গান্ধীজীৰ জীৱন-দৰ্শন। যি চিন্তাপ্ৰবাহ কৰ্ম-আদৰ্শৰ সৈতে সঙ্গতিবিহীন, সেই চিন্তাপ্ৰবাহক নেহৰুৱে 'abortion' বুলিছিল। এইষাৰ কথা গান্ধীজীৰ উপলব্ধি হৈছিল ; আৰু সেই কাৰণেই গান্ধীজীৰ দৰ্শন-তত্ত্বৰ বাস্তৱ প্ৰতিফলন গান্ধীযুগৰ প্ৰত্যেকটো আঁচনিতে দেখিবলৈ পাওঁহক। এই কাৰণেই সম্ভৱতঃ গান্ধীজী সম্বন্ধে জি. এ. নেটিছেনে এনে ধৰণেৰে মন্তব্য কৰিছিল : "With Gandhiji action must correspond with aspirations and utterances."

গান্ধীজী ভগৱান-বিশ্বাসী আছিল। এই ভগৱান আছিল আকাৰশূন্য, নিৰাকাৰ, কিবা এক অধ্যাত্ম-প্ৰতীক। প্ৰকৃততে ভগৱান আছে নে নাই, সেই

বিষয়ে নানা মুনিৰ নানা মত। হিন্দু দৰ্শনৰ মতে ভগৱান আছেও, নাইও। ভগৱানক যেতিয়া আমি "ৰসো বৈ সঃ" বুলি আৰাধনা কৰোঁ, তেতিয়া ভগৱানৰ স্থিতিবাচক অৱস্থিতিৰ কথা স্বীকাৰ কৰি লওঁহক। ভগৱানক যেতিয়া আমি "নেতি নেতি" বুলি আৰাধনা কৰোঁ, তেতিয়াই আকাৰশূন্য কিবা এক প্ৰতীকে আমাৰ অন্তৰত ঠাই লয়। "নেতি নেতি" দৰ্শনেও ভগৱান-অৱস্থিতিৰ কথাকে সাব্যস্ত কৰে। এইযাৰ কথাকে স্মৰণ কৰি সম্ভৱতঃ আমাৰ কৱি-সাহিত্যিক অম্বিকাগিৰি ৰায়চৌধুৰীয়ে "নাইৰ মাজত তোলে আছেৰ পাতনি" বুলি কৈছিল। গান্ধীজীৰ মনত ভগৱান আকাৰশূন্য অধ্যাত্ম-প্ৰতীক স্বৰূপে স্বীকৃত হৈছিল, তথাপি ভগৱানৰ ৰূপ হৈছে আচলতে "ৰসো বৈ সঃ"। এইযাৰ কথা উপলব্ধি হৈছিল বাবেই সম্ভৱতঃ গান্ধীজীয়ে ভগৱানৰ ৰূপদৰ্শন এনেদৰে কৰিব পাৰিছিল:

"For I can see that in the midst of death, life persists ; in the midst of untruth, truth persists ; in the midst of darkness, light persists. Hence I gather that God is Life, Truth, Light. He is Love. He is the supreme Good." তাহানি ডেকাকালত গান্ধীজীৰ এই কেইযাৰ কথা নিজৰ কণ্ঠস্বৰত বাণীবদ্ধ হৈ থকা গ্ৰামোফন ৰেকৰ্ড এখন শুনা মনত আছে। অতি চমকপ্ৰদ কথা। ভগৱান আচলতে নাথাকিলেও দাৰ্শনিকপ্ৰবৰ ভলটেয়াৰে কোৱাৰ দৰে ভগৱানক 'আৱিষ্কাৰ' কৰি লব পাৰিব লাগিব। আচলতে ভগৱান আৱিষ্কাৰ কৰ্মৰ জৰিয়তে হয়, এইযাৰ কথা গান্ধীজীয়ে বৰ বঢ়িয়াকৈ উপলব্ধি কৰিছিল। সেইকাৰণেই মহামানৱে কৰ্মৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰিছিল। কৰ্মইহে আচলতে মানুহক মহৎ কৰে, বক্তৃতাৰ ফুলজাৰিয়ে নহয়। সেই কৰ্মৰ অন্তৰালত থাকিব লাগিব অধ্যাত্মবাদী আদৰ্শ, অনুপ্ৰেৰণা আৰু অনুকম্পা।

কৱিগুৰু ৰবীন্দ্ৰনাথে আগন্তুক যুগৰ অৰ্থাৎ বৰ্তমান কালৰ স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত উদ্ভৱ হোৱা খেলিমেলিবোৰৰ বিষয়ে দিব্যদৃষ্টিসম্পন্ন ইঙ্গিত দিছিল। কৱিগুৰুৰ মতে এইবোৰ হৈছে জাতীয় জীৱনৰ ঘাই শত্ৰু। এই শত্ৰুসমূহৰ ভিতৰত ঘাই হৈছে গোড়ামি, অলসতা, অসহিষ্ণুতা ইত্যাদি। কৱিগুৰুৱে জাতিটোক মাথোন সতৰ্ক আৰু সাৱধান কৰি দিছিল। গান্ধীজীয়ে এইবোৰক অধ্যাত্মবাদী কৰ্মৰ দ্বাৰাই কেনেকৈ নিৰ্মূল কৰিব পাৰি, তাৰো ইঙ্গিত দি গৈছে। যীশু খৃষ্টই কৈছিল: "Thou shalt love the Lord, thy God

with all thy heart and with all thy mind and with all thy strength." গান্ধীজীৰ ভগৱান সত্যৰ পোহৰেৰে জ্যোতিষ্মান। এই কাৰণেই গান্ধীজীয়ে সম্ভৱতঃ কৈছিল: "I worship God as truth only·········all else but God which is truth is an uncertainty." সত্য, অন্তৰৰ পৱিত্ৰতা, ন্যায়, এইবোৰেই হৈছে ধৰ্মৰ মূল অনুপ্ৰেৰণা। অন্তৰৰ পৱিত্ৰতাই ব্যক্তিক ভগৱানৰ কাষ চপাই আনে। নিৰ্মল অন্তৰৰ অবিহনে ভগৱান উপলব্ধি সহজসাধ্য নহয়।

বস্তুতান্ত্ৰিক সভ্যতাই মানুহৰ মন কেনেকৈ কলুষিত কৰে, সেই বিষয়ে গান্ধীজীয়ে বঢ়িয়াকৈ বুজিছিল। যি অৰ্থনীতিয়ে ধনতান্ত্ৰিক বিধি-ব্যৱস্থাৰ গঢ় দিয়ে, সেই অৰ্থনীতিক গান্ধীজীয়ে 'political economy' বুলি ঘৃণাৰ চকুৰে চাইছিল। এইকাৰণেই মহামানবজনাই এফালে যেনেকৈ পছিমীয়া দেশসমূহত গঢ়ি উঠা বস্তুতান্ত্ৰিক সভ্যতাক সমালোচনা কৰিছিল, সেইদৰে আনফালে সৰল সহজ জীৱনযাপনৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছিল। গীতা শাস্ত্ৰৰ 'অপৰিগ্ৰহ' দৰ্শনে গঢ় দিয়া চিন্তাধাৰাৰ ব্যক্তিৰ ক্ষেত্ৰত এইধাৰ কথা অকণো আচৰিত হ'বলগীয়া নহয়। আনুষ্ঠানিক ধৰ্মইহে সংঘাতৰ সৃষ্টি কৰে। প্ৰকৃততে ধৰ্মৰ মৰ্মবাণী যি উপলব্ধি কৰিব পাৰিছে, সেইজন মহৎ ব্যক্তিৰ অন্তৰত কেতিয়াও ঘৃণা বা বিদ্বেষে ঠাই পাব নোৱাৰে। এই কাৰণেই সম্ভৱতঃ দাৰ্শনিকপ্ৰবৰ ডক্টৰ ৰাধাকৃষ্ণণে এনেদৰে কৈছিল: "The world will be a much more religious place if all the religions were removed from it."

গান্ধীজী আছিল অৰ্দ্ধনগ্ন, অনাহাৰক্লিষ্ট, দুখীয়া জনসাধাৰণৰ মানুহ। এই জনসাধাৰণৰ কাৰণেই মহামানবে স্বৰাজ বিচাৰিছিল—এমুঠি সুবিধাভোগী ভাগ্যবান মানুহৰ কাৰণে নহয়। ভাৰতীয় স্বৰাজে কেনে ৰূপ লোৱাটো উচিত, সেই বিষয়ে গান্ধীজীৰ দ্বাৰা অঙ্কিত চিত্ৰখনৰ বিষয়ে সকলোৱে জানে। সেই বিষয়ে পুনৰুল্লেখ কৰিব খোজা নাই। প্ৰাণেৰে সৈতে গান্ধীজীয়ে বস্তুতান্ত্ৰিক সভ্যতাক ঘিণাইছিল, বিষয়ী মনোভাবক ঘিণাইছিল, শোষণক ঘিণাইছিল। এই ফালৰপৰা গান্ধীজী আছিল বিৰাট এক বিপ্লৱী, বিৰাট এক সমাজবাদী। বিখ্যাত ফৰাছী দাৰ্শনিক প্ৰুধনে কৈছিল: "Property is robbery." এইধাৰ কথাৰ ওপৰত গান্ধীজীয়েও গুৰুত্ব আৰোপ কৰিছিল। এইখিনিতে গান্ধীজীৰ এধাৰ লাগতিয়াল কথা উদ্ধৃত কৰিব খুজিছোঁ:

"I want the concentration of wealth not in the hands of a few but in the hands of all. Today machinery merely helps few to ride on the back of millions. The impetus behind it all is not philanthropy but greed. The supreme consideration is man." তৃথীয়া জনসাধাৰণৰ ক্ষেত্ৰত মহামানবৰ অন্তৰে কেনে ধৰণেৰে কান্দিছিল, এইষাৰ কথা হৈছে তাৰ উৎকৃষ্ট প্ৰমাণ। এইবিষয়ে সৰহকৈ আৰু লেখিব নোখোজোঁ।

মাৰ্ক্সে ডাৰউইনৰ 'Evolution'ৰ তত্ত্বৰ ওপৰত গুৰুত্ব প্ৰদান কৰি শ্ৰেণী-সংগ্ৰামৰ ৰাজনৈতিক দৰ্শন গঢ়ি তুলিছিল। গান্ধীজীয়ে আনহাতে মানুহৰ মন আৰু আত্মাৰ প্ৰকৃতিগত সংশোধনৰ জৰিয়তে নতুন চিন্তাধাৰাৰ উদ্ভৱ সাধন কৰিছিল। মই ভবাত শাস্ত্ৰৰ বাণী যেনেকৈ চিৰকাল সত্য, তেনেকৈয়ে গান্ধীজীৰ চিন্তাধাৰা আৰু দৰ্শনো চিৰকাল সত্য। গান্ধীজীয়ে কৰ্মবিমুখিতাত নহয়, কৰ্মৰ প্ৰতি একাগ্ৰতাৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছে। এই বিষয়ে চি. ই. এম. জ'ড বোলা চিন্তানায়কজনে মনোৰম কথা এষাৰ কৈছে—ইয়াতোকৈ সম্যকভাৱে গান্ধীজীৰ দৃষ্টি-ভঙ্গীৰ বিষয়ে প্ৰকাশ দিব নোৱাৰি। তেওঁ কৈছে, "Throw yourself body and soul into your work, devote your energy to a cause, lose yourself in something greater than self and on looking back you will find you have been happy." এইষাৰ কথাকে গান্ধীজীয়ে কেৱল ব্যক্তিৰ ক্ষেত্ৰতে নহয়, সমগ্ৰ সমাজৰ ক্ষেত্ৰত প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিছিল। অৱশ্যে এইষাৰ কথাও সঁচা—গান্ধীজীয়ে ব্যক্তিৰ সংশোধনৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। ব্যক্তিৰ সমষ্টিয়েই যে সমাজ, সেইষাৰ কথা মহামানবে হাড়ে-হিমজুৰে উপলব্ধি কৰিছিল। এইখিনিতেই গান্ধীজীৰ চিন্তাধাৰা আৰু মাৰ্ক্সৰ চিন্তাধাৰাৰ মাজত ব্যৱধান। সংশোধিত ব্যক্তিৰ সমাজ সৎ আৰু সুন্দৰ হবলৈ বাধ্য। এয়ে আছিল গান্ধীদৰ্শনৰ মূলতত্ত্ব।

বিশ্বশান্তি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত গান্ধীজীৰ অৱদানৰ বিষয়ে লেখিব খোজা নাই। পৃথিৱীৰ সকলো মনীষীৰ দৰেই গান্ধীজীয়েও যুদ্ধক অন্তৰৰ সৈতে ঘিণাইছিল। ৰোঁমা ৰোঁলাৰ মতে, যুদ্ধ হৈছে পাশৱিক বস্তু। আইনষ্টাইনৰ মতে ই হৈছে 'যন্ত্ৰ-নিয়ন্ত্ৰিত' পাশৱিকতা। গান্ধীজীৰ দৃষ্টি-ভঙ্গীও সমজাতীয় আছিল।

# মোৰ জীৱনত গান্ধীৰ প্ৰভাৱ

**পুষ্পলতা দাস**

গান্ধীজীক চকুৰে দেখিছিলোঁ ১৯২৬ চনত, কিন্তু মনেৰে দেখিছিলোঁ ১৯২১ চনতে। ছবছৰীয়া বয়সৰ মনে গান্ধীজীক তেতিয়া মানুহ বুলি কল্পনা কৰা নাছিল, সৰগৰ দেৱতাসকলৰ কোনোবা এগৰাকী দেৱতা বুলিহে কল্পনা কৰিছিল। এই কল্পনাৰ উহ লুকাই আছিল সেই সময়ৰ গুৰুস্থানীয়সকলৰ আলাপ-আলোচনাৰ মাজত।

গুৰুস্থানীয়সকলৰ বহুতকে কোৱা শুনিছিলোঁ, গান্ধীজীৰ হাত হেনো মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দৰেই আছিল আজানুলম্বিত, তথাগত বুদ্ধৰ দৰে হেনো কাণৰ গঢ় আছিল থুলীয়া, তেওঁৰ মাতত এনেকুৱা যাদু আছিল যে কথাৰে মানুহক অকল মোহিতেই নহয় বশীভূতও কৰিব পাৰিছিল। এনেবিলাক কাহিনীৰ উপৰিও গাঁৱৰ নামতীসকলৰপৰা আৰু অদ্ভুত অদ্ভুত কাহিনী শুনিছিলোঁ। তেওঁলোকে সাধুকথাৰ দৰে আমাক কৈছিল, গান্ধীজীয়ে হেনো জেলৰ ভিতৰত কেইবাটাও ৰূপত প্ৰকাশ পাইছিল—কেতিয়াবা শিশুৰূপে, কেতিয়াবা ডেকাৰূপে, কেতিয়াবা নিজ ৰূপত; সেইদেখি জেলৰ কৰ্মচাৰীসকলে তেওঁক হেনো কলিৰ অৱতাৰী পুৰুষ বুলি অতি ভক্তিসহকাৰে সমীহ কৰি চলিছিল। এনেবিলাক কাহিনী শুনি আমাৰ সৰু মনে গান্ধীজীক মানুহতকৈও দেৱতাৰ শাৰীত থৈহে ভাল পাইছিল।

সৰুতে আমাৰ এটা ডাঙৰ কাম আছিল—গান্ধীপোকে ছুই যোৱা গছৰ পাতবোৰ সংগ্ৰহ কৰা। আমি এই পাতবোৰতনো কি লিখা আছে বুলি জানিব খুজিলে ডাঙৰসকলে কৈছিল যে দেশ কেতিয়া স্বাধীন হব সেই কথা এই পাতবোৰতে উৰ্দুৰে লিখি থৈ যাব। সেইদেখি এই পাতবোৰ এইদৰে সংগ্ৰহ কৰিছোঁ। এই পাতবিলাকত আমাৰ গুৰুসকলে কি লিখা দেখিছিল আমি আজিও নাজানো, কিন্তু সেইবোৰ কথা জনাতকৈও পাত গোটাই ফুৰাৰ যিটো আনন্দ সেই আনন্দ আজিও পাহৰা নাই। গান্ধীজীৰ নিচিনা দেৱপুৰুষ এগৰাকীয়ে আমাক সূতা কাটিবলৈ কৈছে এই বুলি ভাবিয়েই

মাইঁতৰপৰা সূতা কাটিবলৈ শিকিছিলোঁ। খদ্দৰৰ কাপোৰ চবিয়া হ'লেও গান্ধীজীয়ে ভাল পাব বুলিয়েই খদ্দৰ পিন্ধিছিলোঁ; গান্ধীজীৰ মৰমৰ কৰ্মী-সকলক, দেশৰ সেৱক ভলন্টিয়াৰসকলক পুলিচে অত্যাচাৰ কৰিছে বুলি ভাবিয়েই পুলিচক বেয়া পাইছিলোঁ। আমি আমাৰ সৰু শক্তিৰেই বানৰ সেনাৰ দৰে কাম কৰিম বুলি সংকল্প লৈছিলোঁ। এনেকুৱা মনে মচ খুৱাব নোৱাৰা সৰু সৰু স্মৃতিৰ টুকুৰাৰ বাহিৰে ১৯২১ চনৰ আন স্মৃতি তেনেকৈ মনত নপৰে। দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈহঁতৰ কথাও তেতিয়া আমি সাধুকথাৰ দৰে শুনিছিলোঁ। চকুৰে তেখেতসকলক দেখাৰ সৌভাগ্য তেতিয়াও হোৱা নাছিল। বৰপেটাৰ সকলো কংগ্ৰেছ কৰ্মীকে অৱশ্যে ভালদৰে চিনি পাইছিলোঁ। সেইসকলৰ ত্যাগৰ কথাই আজিও মনলৈ নতুন প্ৰেৰণা আনে।

১৯২৬ চনত গুৱাহাটী কংগ্ৰেছত গান্ধীজীক সশৰীৰে দেখাৰ সৌভাগ্য হ'ল। তেওঁক দূৰৈৰপৰা চালোঁ। তেওঁ মানুহনে দেৱতা তাকে ভাবিলোঁ। আমি কিছুমানে সমবেত সঙ্গীত গাবলৈ মঞ্চৰ ওচৰলৈ যাওঁতে তেওঁক আৰু ওচৰৰপৰা দেখিলোঁ; কিন্তু তাতকৈ বেছি ওচৰ চাপিবৰ বাবে কব নোৱাৰোঁ কিয় জানো সাহ নহ'ল। তেওঁৰ মুখৰ সেই নিৰ্মল হাঁহিটো, সেই স্বৰ্গীয় ভাবটো—কিমান পবিত্ৰ আৰু আমি নিজে কিমান অপবিত্ৰ সেই ভাবটোৱেই কিজানি কিশোৰী মনটোক সঙ্কুচিত কৰি ৰাখিছিল। কিন্তু ১৯৩৪ চনত গান্ধীজী যেতিয়া তৃতীয় বাৰৰ কাৰণে অসমলৈ আহিল, সেইবাৰ এই সঙ্কোচৰ ভাবটো যেন বহু পৰিমাণে কাটি গৈছিল। তেতিয়াৰ তৰুণী মনটোৱে গান্ধীজীক সাধুকথাৰ গান্ধীজীৰূপে গ্ৰহণ কৰিব নোৱাৰিলে, বাস্তৱ জগতৰ বাস্তৱধৰ্মী যুগপুৰুষৰূপে গ্ৰহণ কৰিলে; মানৱসেৱাৰ ব্ৰত লোৱা, পতিত-জনক নৰ-নাৰায়ণৰূপে সেৱা কৰি পতিততাৰণ নামৰ অধিকাৰী হোৱা, বিশ্বৰ কল্যাণৰ কাৰণে ভাৰতৰ আত্মিক শক্তিক উদ্বুদ্ধ কৰি বিশ্বপ্ৰেমিক মহাপ্ৰাণ মহাভাগ হোৱা এই অমৃত কণ্ঠক অমৃতৰ মহা অধিকাৰী বুলিয়েই গ্ৰহণ কৰিলে। গান্ধীজীৰ বাণীতে, গান্ধীজীৰ সত্যাগ্ৰহৰ নীতিতে বিশ্বৰ দলিতজনৰ, নিপীড়িত-জনৰ মুক্তিৰ বাৰ্তা লুকাই আছে, এই বিশ্বাস যেন আৰু দৃঢ় হ'ল।

১৯৪০ চনৰ ব্যক্তিগত সত্যাগ্ৰহৰ ঠিক আগে আগে জাতীয় পৰিকল্পনা সমিতিৰ মহিলা শাখাৰ সদস্য হিচাপে বোম্বেত থাকি মই কাম কৰিবলগীয়া হৈছিল। শ্ৰীমতী মৃদুলা চাৰাভাই তেতিয়া এই মহিলা শাখাৰ সম্পাদিকা

আৰু নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সভ্যা আছিল। এই সময়ত গান্ধীজী আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সভ্যসকলৰ ভিতৰত অহিংসাৰ কথা লৈ কি তীব্ৰ আলোচনা হৈ আছিল সেই বিষয়ে শ্ৰীমতী মৃদুলাৰপৰা মই সকলো শুনি আছিলোঁ। মৃদুলাই ৰাজনীতি ক্ষেত্ৰত গান্ধীজীক গুৰুৰূপে মানি লৈছিল আৰু জৱাহৰলালক প্ৰিয় কৰ্মীৰূপে বৰণ কৰি লৈছিল। এই দুগৰাকীৰ বাহিৰে মৃদুলাৰ ওপৰত আনে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। মৃদুলাৰপৰা যেতিয়া জানিলোঁ যে সেই সময়ত পুণাত বহা ৱৰ্কিং কমিটিতে ভাৰতৰ নীতিৰ এটা ভাগ্য নিৰ্ণয় হব আৰু বল্লভভাই পেটেলে ৰাজাজীৰ সহযোগত গান্ধীজীৰ নীতিৰ বৰ্তমান অৱস্থাত প্ৰয়োজন নাই বুলি প্ৰস্তাৱ দাঙি ধৰিব তেতিয়া মোৰ নিচিনা সাধাৰণ কৰ্মী এজনেও উৎকণ্ঠাত টোপনি যাব নোৱাৰিলে। গান্ধীজীয়ে সেই সময়ত লিখা 'হৰিজন' পত্ৰিকাৰ প্ৰবন্ধবিলাকেও এই কথাষাৰৰ সত্যতা প্ৰমাণ কৰিছিল। গান্ধীজীয়ে ৱৰ্কিং কমিটিৰ সভ্যসকলক স্পষ্টভাৱে কৈ দিছিল, "মই যদি সত্যত আছোঁ, মই জয়ী হ'ম আৰু মোৰ সহকৰ্মীসকলকো মোৰ মতবাদলৈ আনিব পাৰিম। কাৰণ সত্য অপৰাজেয়"। সত্যসাধক গান্ধীজী জয়ী হ'ল। বল্লভভাই পেটেলে নিজেই গান্ধীজীক সমৰ্থন কৰিলে। ভাৰতৰ আত্মাই নিজ প্ৰতিভাৱে আকৌ উদ্ভাসিত হৈ উঠিল; মূলতে গান্ধীজীৰ অমৰ নিৰ্দেশৰ জয় হ'ল।

১৯৪২ চনৰ আন্দোলনত গান্ধীজীক পুনৰ দেখাৰ সৌভাগ্য নহলেও মনৰ চকুৰ আগত তেওঁক যেন ভালকৈহে দেখিলোঁ। মনে বৰণ কৰা মানুহজনক ভাবেও বৰণ কৰি ল'লে। গান্ধীজীৰ অসহযোগৰ, গান্ধীজীৰ অহিংসাৰ অগ্নি-পৰীক্ষা গান্ধীজীৰ পৰিচালনাত হোৱা প্ৰতিটো আন্দোলনতেই হৈ গৈছে। কিন্তু ১৯৪২ চনৰ আন্দোলনে কৰ্মীসকলক অগ্নি-পৰীক্ষাৰ সন্মুখীন কৰিলে। গান্ধীজীয়ে কাৰাবৰণৰ আগমুহূৰ্তত দেশবাসীক এটি আহ্বান দি গ'ল: 'মুক্তি বা মৃত্যু'। এই দুটা শব্দতকৈ তৃতীয় শব্দ তেওঁ উচ্চাৰণ নকৰিলে। ইমানদিনে দেশবাসীয়ে পৰিচালিত আন্দোলনত অংশ গ্ৰহণ কৰি আহিছে, নিজেই নিজকে পৰিচালনা কৰিবলগীয়া হোৱা আন্দোলনত অংশ গ্ৰহণ কৰি পোৱা নাই; সেয়ে বিমোৰত পৰাদি পৰিল। কংগ্ৰেছৰ বহু কৰ্মীয়ে, বহু নেতাই গান্ধীজীৰ অহিংসাৰ আৰু খাদীৰ কথাবোৰ নীতি হিচাপে গ্ৰহণ কৰা নাছিল, কৌশল হিচাপেহে গ্ৰহণ কৰিছিল। তেওঁবিলাকে 'মুক্তি বা মৃত্যু'ৰ এই নিৰ্দেশক নিজৰ নিজৰ দৃষ্টি-ভঙ্গীৰে বিচাৰ কৰি নিজৰ নিজৰ ব্যাখ্যা দাঙি ধৰিলে। 'যত

মত তত পথ'ৰ এই দেশত হিংসা আৰু অহিংসাৰ পৰীক্ষা সমানে চলিল। আগাখাঁ প্ৰাসাদত বন্দী হৈ থকা গান্ধীজীৰ বুকুৰ কথা বুজিবৰ চেষ্টা কৰাৰ প্ৰয়োজন বোধ বহুতেই নকৰিলে একমাত্ৰ এমুঠি আশাশুধীয়া কৰ্মীৰ বাহিৰে। সৰহভাগ কৰ্মীয়ে ভাবিছিল এইবাৰ গান্ধীজীয়ে যি কোনো উপায়েৰে দেশৰ স্বাধীনতা বিচাৰিছে—সি হিংসাৰ বাটেৰেই হওক বা অহিংসাৰ বাটেৰেই হওক। ১৯৪৪ চনৰ ছয় মে'ত যেতিয়া গান্ধীজীক মুক্তি দিয়া হ'ল তেতিয়া তেওঁ প্ৰথম বিবৃতিতে মুক্তি বা মৃত্যুৰ শুদ্ধ ব্যাখ্যা দাঙি ধৰিলে। হিংসাৰে যোগোৱা অৰিহণাত তেওঁৰ অন্তৰে কিমান আঘাত পাইছিল সেই বিবৃতিতে পূৰ্ণভাৱে প্ৰকাশ পালে। তেওঁ স্পষ্টভাৱে ঘোষণা কৰিলে যে যিসকল শান্তিৰ পূজাৰীয়ে দেশমাতৃকাৰ পূজাৰ বেদীত তপত তেজেৰে আহুতি দি গ'ল সেইসকলৰ ত্যাগৰ বিনিময়তহে দেশে স্বাধীনতাৰ বাটত দুখোজ আগবাঢ়িব পাৰিব। হিংসাৰ বৰঙণিয়ে এই মহান বিপ্লৱক ম্লানহে কৰিলে। ভাৰতৰ যিসকল বীৰ-বীৰাঙ্গনাই বন্দুকৰ গুলীক আঁকোৱালি লৈছিল, ফাঁচিৰ কাঠক চুমা খাই তৃপ্তি লভিছিল, সেইসকলৰ আত্মাই কিজানি এই উক্তিতে নেদেখা লোকতো সান্ত্বনা লভিলে।

ব্যক্তিগতভাৱে গান্ধীজীৰ ব্যক্তিত্বৰ লগত মই পৰিচিত হলোঁ নিজৰ জীৱনৰে কিছুমান ঘটনাত—যিবোৰ ঘটনাই শ্ৰদ্ধাৰ মানুহজনক আৰু যেন ওচৰ চপাই আনিলে। সেই বিৰাট ব্যক্তিত্বৰ চৰণত মূৰ দোঁ খুৱাই নিজৰ জীৱনটোৱেই যেন সাৰ্থক হৈ উঠিল।

১৯৪৫ চনত হঠাতে এদিন মোক বিনা চৰ্তে জেলৰপৰা মুক্তি দিলে। মই আচৰিত হলোঁ। কাৰণ সেই সময়ৰ অসমৰ চীফ্ ছেক্ৰেটেৰী মিষ্টাৰ ডেনেহীয়ে মোক চিঠিৰে জনাইছিল যে মোক চৰ্তৰ বান্ধোনেৰে বান্ধিহে চিকিৎসাৰ বাবে মুকলি কৰি দিব পাৰিব, বিনা চৰ্তে মুক্তি নিদিয়ে। অথচ নিৰাপত্তা বন্দী ( security prisoner ) এজনক বিনা চিকিৎসাত তেওঁবিলাকে জেলত সুমুৱাই থব নোৱাৰে, যিহেতু জেলৰ চুপাৰিণ্টেণ্ডেণ্ট ডাক্তৰ আহ্মদে মোৰ অসুখৰ দায়িত্ব লবলৈ সাহ কৰা নাই। মিঃ ডেনেহীয়ে মোলৈ এইদৰে লিখিলে যে মোৰ স্বাস্থ্যৰ কাৰণে চৰকাৰ বৰ চিন্তিত, কিন্তু তেজপুৰৰ ঘটনাৰ কাৰণে যিহেতু মই দায়ী সেই দেখি আন বহুতো নেতাৰ দৰে চিকিৎসাৰ বাবে পেৰোল লৈ ( parole ) গ'লে, তাৰ মানে বাহিৰত থকা দিনকিটাত কোনো ৰাজনৈতিক আন্দোলনত যোগ নিদিম বুলি খত লিখি দি গ'লে চৰকাৰে মোক চিকিৎসাৰ কাৰণে তৎক্ষণাত মুকলি কৰি দিব। উত্তৰত মিঃ ডেনেহীক মই এই বুলি

জনালো, "মই চৰকাৰক মোৰ বাবে অসুবিধাত পেলাব নোখোজোঁ। যদি চৰকাৰে সঁচাকৈয়ে মোৰ স্বাস্থ্যৰ বাবে ইমান চিন্তা কৰিছে, তেনে মোক সন্মানেৰে সৈতে ওলাই যাবলৈ দিব পাৰে। আত্মসন্মান হানিকৰ এনেকুৱা কিছুমান চৰ্ত মানি লৈ মই মুক্তি নিবিচাৰোঁ। যিসকল কংগ্ৰেছ নেতাই নিজৰ স্বাস্থ্যৰ কাৰণে বা ঘৰুৱা বিপদৰ কাৰণে পেৰোল লৈ গৈছে তেখেতসকলক তেখেতসকলৰ বিবেকে হয়তো যাবলৈ কৈছে, কিন্তু মোৰ বিবেকে মোক বাধা দিছে। মই মোৰ স্বাস্থ্যৰ কাৰণে মুক্তি বিচৰা নাই। মোৰ লগৰ সকলে আনন্দপে মৃত্যু বৰণ কৰিছে, মোৰ সেই সৌভাগ্য নহ'ল যেতিয়া যদি জেলতে মৃত্যু হয়, হওক।"

গুৱাহাটী জেলৰ জেইলাৰ শ্ৰীগিৰিশ দেৱক মই বাৰে বাৰে সুধিলোঁ— হঠাতে এই হুকুম কেনেকৈ আহিল। তেওঁ ক'লে, "আপুনি চৰ্ত মানি ওলাই নাযায় বুলি জানি চৰকাৰে বাধ্য হৈ বিনা চৰ্তে মুক্তি দিছে।" ডাঃ ভুৱনেশ্বৰ মোমাইদেউ তেতিয়া নৈৰ পাৰৰ ঘৰ এটাত আছিল। মই জেলৰপৰা ওলায়েই পোনে পোনে তালৈকে গ'লোঁ। ঘৰত ভৰি দিয়া মাত্ৰকে লগে লগে পুলিচৰ বিষয়া এগৰাকীয়ে কাগজ এখন দি ক'লে, "আপোনাক তেজপুৰ মিউনিচিপালিটীৰপৰা বহিষ্কাৰ কৰা হৈছে আৰু গুৱাহাটী মিউনিচিপালিটীৰ ভিতৰত অন্তৰীণ কৰি থোৱাৰ নিৰ্দেশ আহিছে। সপ্তাহে সপ্তাহে গুৱাহাটী থানাত ৰিপোৰ্ট কৰিবৰো আদেশ আহিছে।"

মই চৰকাৰৰ গোটেই অভিসন্ধি যেন ধৰিব পাৰিলোঁ। সেইদেখি তৎক্ষণাৎ গুৱাহাটীৰ সেই সময়ৰ এ. ডি. এম নগেন ফুকনদেৱলৈ চিঠি দি জনালোঁ যে এনেকুৱা সন্মানহানিকৰ প্ৰস্তাৱ মই মানি লব নোৱাৰোঁ আৰু এই আদেশ ভঙ্গ কৰি পিচদিনা ৰাতিপুৱাতে মই মোৰ অসুস্থ ভনীক ( শ্ৰীমতী কল্পিতা তেতিয়া কলিকতাত অসুস্থ হৈ আছিল ) চাবলৈ কলিকতালৈ ৰাওনা হম। সত্যাগ্ৰহী হিচাপে আমাৰ গতিবিধি চৰকাৰৰপৰা গোপন নকৰি চৰকাৰক জনাব লাগে কাৰণে তেওঁক জনালোঁ। পিচদিনা শনিবাৰ আছিল। কলিকতালৈ যাবলৈ হলে তেতিয়া আমিনগাঁৱত ৰেলত উঠিব লাগে। আমিন-গাঁৱলৈ গ'লোঁ। মোক কিন্তু গ্ৰেপ্তাৰ কৰা নহ'ল। কাৰণ এ. ডি. এম নগেন ফুকনে চৰকাৰক জনালে যে সেইদিনটো শনিবাৰ হোৱাত ডেৰ বজাত অফিচ ছুটী হ'ল আৰু মোৰ চিঠি পলমকৈ পোৱাত গুৱাহাটীত মোক গ্ৰেপ্তাৰ কৰিব পৰা নহ'ল। অৱশ্যে চিঠিখন ৰাতিপুৱাতে অফিচলৈ পঠোৱা হৈছিল আৰু

ফুকনদেৱে ইচ্ছা কৰিয়েই গুৱাহাটীত মোক গ্ৰেপ্তাৰ নকৰিলে বুলি ডাঃ ভুৱনেশ্বৰ মোমাইদেউক পিচত কৈছিল।

কলিকতা পালোঁগৈ। কলিকতাত মোৰ ননন্দ শ্ৰীমতী নিলিমা দত্ত ৰায়ৰ ঘৰত ভৰি দিছোঁহে মাত্ৰ, বালিগঞ্জৰ পুলিচে এখন কাগজ লৈ হাজিৰ হ'ল। সেই একে ধৰণৰ নিৰ্দেশ: "আপোনাক বালিগঞ্জৰ ভিতৰতে অন্তৰীণ কৰা হৈছে আৰু সপ্তাহে সপ্তাহে বালিগঞ্জৰ থানাত হাজিৰা দি আহিব লাগিব।" পুলিচ বিষয়াগৰাকীক মই সেই আদেশ মানিব নোৱাৰিম বুলি কোৱাত তেওঁ ক'লে, "তা তো আমি জানি; আমি শুধু duty কৰে গেলুম।"

এমাহৰ পিচত কলিকতাৰপৰা মোৰ ভনীটিক লৈ উভতি আহিলোঁ আৰু পিচদিনাই গুৱাহাটীৰ সেই সময়ৰ ডেপুটি কমিশ্যনাৰ (মিঃ হামফ্ৰে) আৰু এ. ডি. এম ফুকনদেৱলৈ দুখন চিঠি দিবলৈ ওলালোঁ যে মই এই সন্মান-হানিকৰ নিৰ্দেশ অমান্য কৰি ৰাতিপুৱাতে তেজপুৰলৈ ৰাওনা হ'ম। মোৰ স্বাস্থ্যৰ কথা চিন্তা কৰি এইবাৰ অসমৰ কংগ্ৰেছ নেতাসকলৰপৰাই বাধা আহিল। বৰদলৈদেৱে আমাৰ পৰিয়ালৰ বিশেষ বন্ধু হিচাপে আৰু সত্যাগ্ৰহীৰ মানদণ্ডেৰে কঠোৰ বিচাৰ কৰি মোক ক'লে, "গান্ধীজীয়ে সত্যাগ্ৰহীৰ এনেকুৱা আচৰণ সমৰ্থন নকৰিব, কাৰণ সত্যাগ্ৰহীয়ে চৰকাৰক বিপদত পেলাব নালাগে। অসুখৰ চিকিৎসাৰ কাৰণে যেতিয়া চৰ্ত্ত বান্ধি হ'লেও মুক্তি দিছে তেতিয়া সম্পূৰ্ণ সুস্থ নোহোৱালৈকে আদেশ অমান্য কৰাটো সত্যাগ্ৰহীৰ পক্ষে নীতি-বিৰুদ্ধ কথা হব।" মোৰ এই কাৰ্যক সমৰ্থন জনালে মাথোন দুজনে—শ্ৰীঅমিয় কুমাৰ দাসদেৱে আৰু তেতিয়াৰ 'অসমীয়া' কাগজৰ সম্পাদক শ্ৰীদেৱকান্ত বৰুৱাই। বৰদলৈদেৱক জনালোঁ যে গান্ধীজীয়ে যদি মোক সমৰ্থন নকৰে তেন্তে মই তেওঁৰ লগত মোৰ যুক্তি দাঙি ধৰি চিঠিৰে আলোচনা চলাম। মই মোৰ নেতা আৰু অধিনায়কৰ নিৰ্দেশ অমান্য নকৰোঁ। কিন্তু তেওঁ মোক নিজ হাতে জনাব লাগিব যে তেওঁ মোৰ কাম সমৰ্থন কৰা নাই। কব নোৱাৰোঁ মোৰ মনে কিয় অতি দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে গান্ধীজীয়ে মোক বাধা নিদিব; গান্ধীজীয়ে মোৰ মনৰ কথা বুজিব। এই সময়ত বৰদলৈদেৱে নিজে অন্তৰীণৰ আদেশ ভঙ্গ কৰিবনে নকৰে সেইটোও এটা ডাঙৰ সমস্যা হৈ দেখা দিছিল, কাৰণ অসমবাসীয়ে অসমৰ স্বাৰ্থৰ কাৰণে তেওঁ বাহিৰত থকাটো বিচাৰিছিল। বৰদলৈদেৱে বহু প্ৰশ্নৰ মাজত এই দুটা প্ৰশ্নৰ উত্তৰ বিচাৰি গান্ধীজীলৈ চিঠি লিখিলে। পত্ৰবাহক আছিল শ্ৰীমহেন্দ্ৰ

মোহন চৌধুৰী, বৰ্তমান অসমৰ ৰাজহ মন্ত্ৰী। শ্ৰীচৌধুৰীদেৱে যিদিনাখন চিঠি লৈ ৱাৰ্দ্ধা পালেগৈ সেইদিনা আছিল সোমবাৰ। সিদিনা গান্ধীজীৰ মৌন ব্ৰতৰ দিন আছিল। সেইবাবে সকলো উত্তৰ লিখিতভাৱে দিয়া হ'ল। মোৰ প্ৰশ্নৰ উত্তৰত তেওঁ লিখিছিল, "মই যদি বৰদলৈ হওঁহেতেন তেন্তে মই তেওঁৰ (পুষ্পলতাৰ) সিদ্ধান্তত হস্তক্ষেপ নকৰিলোঁহেতেন। তেওঁৰ সিদ্ধান্তত মই একো ভুল দেখা নাই। সকলোৰে সন্মানৰ এটা মানদণ্ড আছে। ত্যাগ সম্পৰ্কেও মই সেই একে কথাই পোষণ কৰোঁ। সেইদেখি সকলোৰে নিজৰ মানদণ্ড অনুসৰি অগ্ৰসৰ হোৱাৰ অধিকাৰ থাকে।" বৰদলৈদেৱে অন্তৰীণৰ আদেশ ভাঙিবনে নাভাঙিব সেই প্ৰশ্নৰ উত্তৰত গান্ধীজীয়ে লিখিছিল, "অসম-বাসীয়ে যদি তোমাৰপৰা সেৱা বিচাৰিছে আৰু তুমি যদি ভাবা জেলত থকাতকৈ বাহিৰত থাকি বেছি সেৱা কৰিব পাৰিবা, তেতিয়া তুমি অন্তৰীণৰ আদেশ ভাঙিব নালাগে।" গান্ধীজীয়ে বৰদলৈদেৱক দিয়া নিৰ্দেশৰ পটভূমি এইখিনিতে দিয়া উচিত হব। ১৯৩৯ চনত যুদ্ধৰ পৰিস্থিতিত আঠখন প্ৰদেশৰ-পৰা কংগ্ৰেছক মন্ত্ৰীসভাৰপৰা পদত্যাগ কৰিবলৈ নিৰ্দেশ দিয়াত উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু অসমৰ স্বকীয়া পৰিস্থিতিৰ বাবে অসমক আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশক এই নিৰ্দেশৰপৰা বাদ দিব লাগে বুলি মহাত্মা গান্ধীয়ে অনুৰোধ জনাইছিল, কিন্তু পাৰ্লামেণ্টৰী বোৰ্ডে অসমক বেলেগে বিচাৰ কৰিবলৈ মান্তি হোৱা নাছিল।

এই প্ৰশ্নৰ উত্তৰত গান্ধীজীক মোৰ মনে আৰু ভালদৰে চিনি পালে। ভাৰতৰ প্ৰতিজন নৰ-নাৰীৰ নাড়ীৰ গতিৰ লগত যাৰ ইমান যোগ সেই যুগনায়ক জনতাৰ নায়ক নহৈ কোন হব পাৰে?

তেওঁৰ হিমালয়সদৃশ ব্যক্তিত্বৰ পৰিচয় ভাৰতবাসীয়ে আকৌ এবাৰ পাইছিল ভাৰত বিভাজনৰ সময়ত, অসমক গ গ্ৰুপত অন্তৰ্ভুক্ত কৰিবৰ সময়ত। তেওঁ ভাৰতৰ আত্মাৰ বাণীক শাশ্বত কৰি ৰাখিবৰ কাৰণেই নিজে সৃষ্টি কৰা কংগ্ৰেছৰপৰাও ওলাই আহিছিল আৰু ভাৰতৰ মুক জনতাৰ নিৰ্বাক হৃদয়ৰ প্ৰতিনিধিত্ব কৰিছিল সৰ্বসেৱা সঙ্ঘৰ যোগেদি। ওঠৰ-দফীয়া গঠন-মূলক কামৰ আঁচনিৰ মাধ্যমেৰে জনতা-জনাৰ্দন নৰনাৰায়ণৰূপী ভগৱানৰ অৰ্চনা কৰিছিল। ক্ষমতাৰ নাগপাশত সোমাব খোজা নেতাসকলক বাৰে বাৰে সকিয়াই তেওঁ সাৱধান কৰি দিছিল, "ক্ষমতালৈ যাওঁতে পঁজা ঘৰটোত থকা মানুহজনৰ কথা নাপাহৰিবা। তেওঁৰ বুকুৰ ব্যথাখিনি বুজিহে আঁচনি

কৰিবা। তেওঁৰ হৈ কথা কওঁতে তেওঁৰ নিৰ্বাক মুখৰ ভাষা বুজিবলৈ চেষ্টা কৰিবা। কাৰণ তুমি যাৰ প্ৰতিনিধিত্ব কৰিবলৈ ওলাইছা তেওঁবিলাকৰ নিজৰ দুখ বুজাবলৈকে যেন ভাষাৰ অভাৱ নহয়।"

এই মহান প্ৰাণে অসমৰ প্ৰতি যেতিয়া অন্যায় হোৱা যেন দেখিলে, সংখ্যাগৰিষ্ঠতাই সংখ্যালঘিষ্ঠৰ প্ৰতি অবিচাৰ কৰা যেন যেতিয়া দেখিলে, তেতিয়া তেওঁ বজ্ৰকণ্ঠে ঘোষণা কৰিলে, "অসমত যদি ব্যক্তিত্ব থকা মানুহ আছে তেন্তে এই অন্যায়ৰ বিৰুদ্ধে বিদ্ৰোহ কৰক। প্ৰয়োজন হলে মই অসমলৈ গৈ সেই সত্যাগ্ৰহ আন্দোলন চলাম। মই নিজকে অসমীয়া বুলি ভাবোঁ। কিন্তু অসমবাসীৰ এটা কথা মই পচন্দ নকৰোঁ—সেইটো হ'ল তেওঁবিলাকৰ এলাহ।" গান্ধীজীৰ এই তেজোদ্দীপ্ত বাণীয়ে এলেহুৱা অসমবাসীকো জগাই তুলিছিল—এনেকুৱাকৈ জগাইছিল যি জগোৱাই দেশৰ গোটেই সুপ্ত শক্তিকে জগালে, ভাৰতৰ ভাগ্য-নিয়ন্তাসকলৰ বিবেকক জগালে, কৰ্মীসকলৰ প্ৰাণলৈ স্পন্দন আনি দিলে, অসমৰ প্ৰতিনিধিত্ব কৰাসকলৰ কথাত মন্ত্ৰ-শক্তি আনি দিলে, প্ৰাণ আনি দিলে, নিষ্ঠাত অমৃত আনি দিলে। অসম জয়ী হ'ল।

১৯৪৬ চনত গান্ধীজী আকৌ এবাৰ অসমলৈ আহিল মাতা কস্তুৰবাৰ স্মৃতিনিধিৰ কামত। অসমৰ ভাগ্যলিপিত তেওঁৰ এই ভ্ৰমণেই যে শেষ ভ্ৰমণ আছিল অসমবাসীয়ে কল্পনাও কৰা নাছিল। অসমবাসীয়ে ভাবিছিল আপোনৰো আপোন গান্ধীজীক অসমবাসীয়ে বিপদৰ মুহূৰ্ত্তত সদায়েই পাব; সন্তানে পিতৃ-মাতৃৰ ওপৰত যি ভৰসা ৰাখে সেই একে ভৰসাৰে।

জাতিৰ পিতা বাপুজীয়ে আহি শৰণীয়া আশ্ৰমৰ বুকুতে বাহৰ পাতিলে। সেই কেইদিন শৰণীয়া আশ্ৰম অসমৰ তীৰ্থক্ষেত্ৰ হৈ পৰিছিল। দূৰদূৰান্তৰৰপৰা যাত্ৰীসকল আহিল এই ঋষিকল্প পুৰুষগৰাকীৰ দৰ্শন লাভৰ কাৰণে, কথামৃত পানৰ হাবিয়াসেৰে। তেওঁ প্ৰাৰ্থনা সভাত সদায় দৰ্শনপ্ৰাৰ্থীসকলৰ প্ৰশ্ন থাকিলে প্ৰশ্ন কৰিবলৈ অনুৰোধ জনায়। শত-সহস্ৰ প্ৰশ্নৰ তেওঁ উত্তৰ দি যায়। তাৰে কেইটিমান প্ৰশ্নৰ উত্তৰ মোৰ আজিও মনত আছে। প্ৰশ্নকৰ্তা আছিল শ্ৰীমান প্ৰফুল্ল গোস্বামী। তেওঁ গান্ধীজীক সুধিলে, "আমাৰ আশ্ৰম-বিলাকত আদৰ্শ আশ্ৰমবাসী কৰ্মীৰ অভাৱ। কেতিয়াবা তেওঁবিলাকৰ মাজত অৰিয়া-অৰিৰ ভাবো দেখা যায়। আপোনাৰ সেৱাগ্ৰামত নিশ্চয় এই ধৰণৰ কৰ্মী নাই। আদৰ্শ কৰ্মী নাথাকিলে আশ্ৰম প্ৰতিষ্ঠা কৰা উচিত জানো?" গান্ধীজীয়ে তেওঁৰ স্বভাৱসুলভ সেই শিশু-হাঁহিটিৰে উত্তৰ দিলে, "মোৰ আশ্ৰমত

অসমৰ আশ্ৰমবিলাকতকৈও বেয়া মানুহ আছে। তথাপিও মই আশ্ৰমখন ভাঙি দিয়া নাই, কাৰণ এইসকল মানুহক লৈয়েই আমি জীৱনৰ পৰীক্ষা চলাব লাগিব। সেইদেখি মোৰ সেৱাগ্ৰামখনক স্বৰ্গ বুলি নাভাবিবা। সেইখনো এনেকুৱা মানুহৰে এখন সমাজ। সেই সমাজখনক লৈয়েই মই সত্যৰ পৰীক্ষা চলাই আছোঁ।"

সত্যান্বেষী মহাপুৰুষ এজনৰ ইয়াতকৈ বেছি স্পষ্ট উত্তৰ আৰু কি হ'ব পাৰে? মহামানৱৰ জীৱনেই তেওঁৰ বাণী হৈ তেওঁৰ সহস্ৰ প্ৰশ্নৰ উত্তৰ তেওঁৰ জীৱন-দৰ্শনেৰেই দি থাকক। আজিৰ জগতৰ বহু সমস্যাই তেওঁৰ জীৱনৰপৰা বাণী বিচাৰিছে। এন্ধাৰত অকণি মঙ্গল পোহৰ বিচাৰি হাবাথুৰি খাই ফুৰা জনতাৰ তেওঁৰ জীৱনটোৰেই উত্তৰৰ এক অভিযান।

এগৰাকী ভদ্ৰলোকে গান্ধীজীৰপৰা জানিবলৈ বিচাৰিলে, চীন-জাপান সংঘৰ্ষত চীনে অস্ত্ৰ-শস্ত্ৰ লৈ যুদ্ধ কৰা সত্ত্বেও গান্ধীজীয়ে কিয় চীনৰ পক্ষ সমৰ্থন কৰি চীনক অহিংস যুঁজাৰু বুলি ক'লে? গান্ধীজীয়ে সেই একে সুৰেৰেই উত্তৰ দিলে, "চীনে জাপানৰ অতৰ্কিত আক্ৰমণৰ বিৰুদ্ধে থিয় দি দেশৰ আত্মসন্মান ৰক্ষা কৰিবলৈ যুঁজিছিল। সেয়ে এই যুদ্ধ অস্ত্ৰ-শস্ত্ৰৰ যুদ্ধ হলেও ন্যায়ত অহিংস যুদ্ধ। মই পিছে চীনৰ নেতৃস্থানীয়সকলক কৈছোঁ যে চীনৰ নিচিনা মহা জাতি এটাই যদি অহিংসাক আশ্ৰয় কৰি লয় তেন্তে চীন সংখ্যাগৰিষ্ঠ জাতি বুলি নহয়—মহান ঐতিহ্যৰ এটা জাতি বুলি বিশ্ববুৰঞ্জীত চিৰদিনৰ বাবে যুগমীয়া হৈ ৰব। আৰু যদি আন পৰৰাজ্যলোভী দেশৰ দৰে হিংসাৰ বাট লয় তেন্তে চীন মহা জাতি হৈয়ো বিশ্ব-ইতিহাসৰপৰা নিশ্চিহ্ন হৈ যাব।"

আন এগৰাকী ভদ্ৰলোকে সেই পুৰণা প্ৰশ্নটোকে পুনৰাই সুধিলে, "অসহায় তিৰোতা এগৰাকীক গুণ্ডাৰ হাতৰপৰা ৰক্ষা কৰিবলৈ হলে হিংসাৰ আশ্ৰয় যদি লোৱা হয় তেন্তে ভুল হবনেকি?" গান্ধীজীয়ে এই প্ৰশ্নটোৰ উত্তৰ বহু ঠাইতে বহু বাৰ দিব লগীয়া হৈছিল। তেওঁ প্ৰশ্নকৰ্তাৰ প্ৰতি কঠোৰ নহৈ স্বাভাৱিক মধুৰতাৰেই কৈ গ'ল, "সীতাক ৰাৱণৰ লোলুপ দৃষ্টিৰপৰা ৰক্ষা কৰিবলৈ কাৰো প্ৰয়োজন হোৱা নাছিল। সীতাৰ মনৰ দৃঢ়তা আৰু চৰিত্ৰই সীতাক সকলো বিপদৰপৰা ৰক্ষা কৰিছিল। তথাপিও কোনো অসহায় নাৰীক যদি দুৰ্বৃত্তৰ হাতৰপৰা ৰক্ষা কৰাৰ নৈতিক বল কাৰো নাথাকে, যদি হিংসাৰো সহায় লব লগীয়া হয়, তাকো মই সমৰ্থন কৰিম। কিন্তু অহিংসাৰ নামত কাপুৰুষতাক মই কেতিয়াও প্ৰশ্ৰয় নিদিওঁ। এই উত্তৰ ভাৰতৰ বহু ঠাইত বহুবাৰ মই দিছোঁ আৰু আজিও তাকেই দোহাৰিলোঁ।"

বুনিয়াদী শিক্ষা সম্বন্ধে এগৰাকীয়ে প্ৰশ্ন কৰাত তেওঁ কলে, "যি শিক্ষাৰ জীৱনৰ লগত সম্বন্ধ নাই, যি শিক্ষাক কোনেও আনন্দেৰে আহৰণ কৰিব নোৱাৰে, যি শিক্ষাৰ মাধ্যম কোনো কাৰিকৰী বিদ্যা নহয়, সেই শিক্ষা শিক্ষণীয় বুলি ভাবেনে? স্বাৱলম্বী জাতি এটা এই শিক্ষাৰে গঢ়িব পৰা যাবনে? শিক্ষাৰ বুনিয়াদ হাতৰ যি কোনো এটা বিদ্যাৰ জৰিয়তে শিশু-হাতেৰেই গঢ়ি তুলিব নোৱাৰিলে জাতিৰ বুনিয়াদে গঢ় নলয়। ভাত আৰু কাপোৰৰ সমস্যা আগতে শেষ হব লাগিব। এই সামান্য প্ৰয়োজনীয়তাখিনিৰ কাৰণে মানুহে কষ্ট পাব নালাগিব। সেই কাৰণেই মই যঁতৰ আৰু কৃষিক অধিক প্ৰাধান্য দিছোঁ। যঁতৰৰ সলনি বিদ্যালয়বিলাকে আন হাতৰ শিল্পৰ জৰিয়তেও শিশুক শিক্ষা দিব পাৰে। তাত মোৰ কোনো আপত্তি নাই। কিন্তু শিক্ষাৰ মূল উদ্দেশ্য হব লাগিব স্বাৱলম্বন। শিশুয়ে কিতাপৰ দাস নহৈ কিতাপৰ বিদ্যাখিনিক নিজৰ আয়ত্তলৈ আনিব লাগিব, তেহে স্বাধীন ভাৰতে আত্মসন্মানী জাতি এটা গঢ়িব পাৰিব।"

গান্ধীজীৰ এই উত্তৰ কেইটিতেই তেওঁৰ জীৱনৰ দৰ্শন লুকাই আছে। তেওঁৰ জীৱনৰ মূল মন্ত্ৰ আছিল: "নিজে যিটো কৰিব নোৱাৰা আনক সেইটো কৰিবলৈ নকবা।" তেনেকুৱা কথাৰ মন্ত্ৰ নাথাকে, শক্তি নাথাকে।

তেওঁ তেওঁৰ আশ্ৰমৰ চিকিৎসাৰ অতীত ৰুগীয়া গাইজনীক যেতিয়া কষ্ট লাঘৱ কৰিবৰ কাৰণে ইন্‌জেক্‌শ্যন দি মাৰিবৰ নিৰ্দেশ দিছিল তেতিয়া তেওঁ অহিংসাৰ আৰু কৰুণাৰ পূৰ্ণ প্ৰতীক হৈয়েই সেই নিৰ্দেশ দিছিল। জীৱ এটাক নিদাৰুণ কষ্ট ভোগতকৈ মৃত্যুৰ মৰমেৰে চিৰশান্তি দিবলৈকে তেওঁ সেই কৰুণ কঠোৰ নিৰ্দেশ দিছিল। তেওঁৰ জীৱনৰ মানদণ্ড তেওঁ নিজেই—তেওঁক তেওঁৰ জীৱনেৰেই বুজিব লাগিব।

গান্ধীজীয়ে তেওঁৰ আত্মিক শক্তিৰ পৰীক্ষাত স্ত্ৰী-শক্তিৰ অৰিহণা বিচাৰিছিল। মাতাৰূপে পুতলীবাঈৰপৰা, স্ত্ৰীৰূপে কস্তুৰবাইৰপৰা তেওঁ ত্যাগ, অহিংসা আৰু অসহযোগৰ যি প্ৰেৰণা পাইছিল, সেই প্ৰেৰণা তেওঁ জাতিৰ জননী, ভগিনী, কন্যাসকলৰ মাধ্যমেৰেই জাতিৰ বুকুত বোৱাই দিবলৈ বিচাৰিছিল। সেয়ে তেওঁ যেতিয়া কস্তুৰবা ন্যাস নিধিৰ (কস্তুৰবা ট্ৰাষ্টৰ) কামৰ দায়িত্ব সম্পূৰ্ণৰূপে তিৰোতাসমাজক গতাই দিবলৈ ওলাল, তেতিয়া বল্লভভাই পেটেল প্ৰমুখ্যে কেইগৰাকীমান বন্ধুৱে ইয়াৰ বিৰোধিতা কৰি কৈছিল যে অনভিজ্ঞতাৰ কাৰণে মহিলাসমাজে নিধিৰ কাম চলাওঁতে

কৰবাত বেমেজালি ঘটাব পাৰে। অনভিজ্ঞতাৰ কাৰণে টকাৰ অপব্যয় হব পাৰে। সেইদেখি মহিলা কৰ্মীসকলৰ লগত কেগৰাকীমান পুৰুষ কৰ্মী থকাটো উচিত হব। গান্ধীজীয়ে তাৰ উত্তৰত কৈছিল, "কস্তুৰবা নিধিৰ টকা গাঁৱৰ বাই-ভনীসকলৰ মঙ্গলৰ কাৰণেই যিহেতু প্ৰযোজিত হব, তেতিয়া ভনীসকলৰ বুকুৰ কথা বুজা ভনীসকলেই এই নিধি পৰিচালনা কৰাটো উচিত নহবনে? কস্তুৰবা নিৰক্ষৰা আছিল, কিন্তু কস্তুৰবা মোতকৈ সকলোপিনে শ্ৰেষ্ঠ নাছিলনে? কংগ্ৰেছৰ নিচিনা অনুষ্ঠান এটা পুৰুষ কৰ্মীসকলেই চলাই আহিছে, কিন্তু এই অনুষ্ঠানে বুকুত হাত দি কব পাৰিবনে যে এই অনুষ্ঠানে কোনো দিনে কোনো ভুল কৰা নাই? ভুলৰ অভিজ্ঞতাৰে নিজকে আকৌ শুধৰাই লোৱা নাই? আজি 'কস্তুৰবা-নিধি'ৰ কৰ্মীসকলে যদি সেইদৰে ভুলো কৰে, তেন্তে সি তেওঁ-বিলাকৰ ভবিষ্যতৰ মঙ্গলৰ কাৰণেই হ'ব। দায়িত্ব নিদিলে দায়িত্ব লোৱাৰ সাহ ভনীসকলৰ মনলৈ কেনেকৈ আহিব? সেইদেখি মোৰ বিচাৰেৰে 'কস্তুৰবা-নিধি'ৰ দায়িত্ব ভনীসকলকে দিয়া উচিত।" গান্ধীজীৰ যুক্তিয়ে সমৰ্থন পালে আৰু ভাৰত জুৰি ব্ৰহ্মচাৰিণী ব্ৰহ্মবাদিনীসকলৰ সৃষ্টি হ'ল।

এই বিশ্বাসেৰেই গান্ধীজীয়ে এগৰাকী মহিলাক তেওঁৰ স্বামীৰ নিচিনা মাতালসকলক মদৰ ব্যৱহাৰ এৰিবলৈ আবেদন জনাই 'হৰিজন' পত্ৰিকাত প্ৰবন্ধ এটি লিখিবলৈ অনুৰোধ জনাই কৈছিল যে তেওঁৰ 'হৰিজন' পত্ৰিকা শিক্ষিত মাতালসকলে নপঢ়িব। যদি তেনে কোনোবাই পঢ়েও তেওঁ সেই প্ৰবন্ধক উপলুঙা কৰিবলৈহে পঢ়িব, তাৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবলৈ নপঢ়িব। সেই দেখি এই কাম পত্নী হিচাপে তেওঁৰ দ্বাৰাহে সম্ভৱ হব। অন্যায়ৰ লগত যি নীৰৱ অসহযোগিতা, নিজক পীড়ন কৰিও প্ৰতিপক্ষৰ হৃদয় জয় কৰাৰ যি সাধনা, সেই সাধনা তিৰোতাসকলৰ পক্ষেহে যে সম্ভৱ সেই সত্য তেওঁ উপলব্ধি কৰিছিল কাৰণেই তিৰোতাসমাজক লৈয়েই তেওঁ সামাজিক বিপ্লৱ আনিব খুজিছিল। সত্যাগ্ৰহীৰ সত্যক প্ৰতিষ্ঠা কৰিবলৈ যাওঁতে যি নম্ৰতা, সহনশীলতা আৰু ক্ষমা গুণৰ প্ৰয়োজন, এই সকলো গুণৰে স্বাভাৱিক অধিকাৰী নাৰী, এই বিশ্বাস আছিল কাৰণেই তেওঁ নিজে সম্পূৰ্ণ নাৰী হোৱাৰ সাধনা কৰিছিল আৰু পৃথিৱীক মুক্তকণ্ঠে কৈছিল—মোৰ অহিংসাৰ পৰীক্ষাত মই পুৰুষতকৈ নাৰী সমাজৰ পৰাহে সঁহাৰি বিচাৰোঁ।

এই আত্মিক শক্তিৰে তেওঁ বস্তুবাদী অৰ্থনীতিৰো পৰিৱৰ্তন সাধিবলৈ ওলাল।

## গান্ধীজীৰ অৰ্থনৈতিক দৃষ্টি-ভঙ্গী

আধ্যাত্মিক জগতত, এনেকি সামাজিক ক্ষেত্ৰতো অহিংসাৰ প্ৰয়োগ আমি গান্ধীজীৰ আৱিৰ্ভাবৰ বহুত আগতেই হয়তো দেখিছোঁ, কিন্তু ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত অহিংসাৰ প্ৰয়োগ গান্ধীজীৰ আগতে আন কোনোবাই কৰিছিল বুলি বুৰঞ্জীয়ে সাক্ষী দিব নোৱাৰে। তথাপিও গান্ধীজীয়ে অতি বিনীতভাৱে সদায়েই কৈছিল যে তেওঁ নতুন একো কথা কোৱা নাই; ভাৰতীয় পৰম্পৰাৰ সেই হেৰাই যোৱা সুৰটোৰ কথাহে দোহাৰিছে।

স্বামী বিবেকানন্দই হেনো তিৰোধানৰ আগমুহূৰ্ত্তত তেওঁৰ শিষ্যসকলক কৈছিল যে ভাৰতবাসীয়ে যেতিয়ালৈকে সত্যৰ অনুসন্ধানত ফুৰিব তেতিয়া-লৈকে ভাৰতবাসীৰ মৰণ নাই, তেওঁলোক যুগজয়ী, কালজয়ী হৈ থাকিব পাৰিব। যি মুহূৰ্ত্ততে সেই অন্বেষণৰ স্পৃহা হেৰাব, সেই মুহূৰ্ত্তৰেপৰা ভাৰতৰ এন্ধাৰৰ ইতিহাস ৰচনা হ'ব। স্বামী বিবেকানন্দই আৰু এষাৰ কথা সদায়েই কৈছিল, "ভাৰতৰ জীৱনলৈ বহু প্ৰলয়, বহু বিপৰ্যয় আহিছে, কিন্তু ভাৰতৰ সংস্কৃতিৰ শিপাডাল ইমান দ, ইমান গভীৰ যে তাক কালৰ ধুমুহাই উঘালি পেলাব পৰা নাই। ভাৰত-আত্মাই সেয়ে মৰি মৰিও আকৌ বাচিছে।" স্বামীজীৰ এই কথাকেষাৰৰ সাৰ্থকতা আমি দেখো গান্ধী-বিনোৱাজীৰ নিচিনা মহাপুৰুষ-সকলৰ জীৱন-দৰ্শনত।

ভাৰতীয় পৰম্পৰাৰপৰা পোৱা দিব্যদৃষ্টিৰে গান্ধীজীয়ে দেখিছিল যে প্ৰথম মহাযুদ্ধয়েই পৃথিৱীৰ শেষ যুদ্ধ নহয়—যদিহে একো নোপোৱা, সদায় অবিচাৰত থকা জাতিবিলাকে সুবিচাৰ নাপায়। পৃথিৱীৰ অৰ্থনীতিত সৰ্বগ্ৰাসী যন্ত্ৰদানৱৰ আধিপত্য যিমান দিনলৈকে থাকিব সিমান দিনলৈকে যুদ্ধৰ প্ৰস্তুতিও অব্যাহত হৈ ৰ'ব। এই বিশ্বাসেৰেই তেওঁ পৃথিৱীৰ পট পৰিৱৰ্তন কৰিবলৈ ওলালে নিঃস্ব, অসহায়, দীন-দৰিদ্ৰ অস্থিচৰ্মসাৰ লক্ষ লক্ষ ভাৰতীয় জনতাক লৈ। সেয়ে তেওঁ সদায়েই কৈছিল, "মই ভাৰতৰ স্বাধীনতা বিচাৰিছোঁ অকল ভাৰতীয়ৰ কাৰণে নহয়, বিশ্বৰ সকলো দলিতজনৰ কাৰণে।"

যি পথে উনবিংশ শতাব্দীৰ গৌৰব ঘোষণা কৰিছিল, সেই পথকে ৰণ আহ্বান জনালে এজন অৰ্দ্ধ-নগ্ন, ক্ষীণকায় ভাৰতীয় ফকিৰে। অকল ৰাজনীতি অৰ্থনীতিতে অহিংস বিপ্লৱৰ সূচনা কৰিলে।

আধুনিক অৰ্থনীতিত যিটো বস্তুক টকাৰে জুখিব নোৱাৰি তাৰ হেনো মূল্য নাই। এয়ে আজিৰ যুগৰ অৰ্থনীতিৰ বেদবাক্য। সেয়ে ৰ'দৰ পোহৰ,

বতাহ, ৰ'দ, কৰ বা টেক্স আদি নিদিয়াকৈ লোৱা পানী, মাক-দেউতাকৰ মৰম-চেনেহ, ভাই-ভনী আত্মীয়-পৰিজনৰ, সতি-সন্ততিৰ সেৱা-শুশ্ৰূষা, দৰমহা দিব লগীয়া নোহোৱাকৈ পোৱা আদৰ-যত্ন, শিক্ষা, প্ৰেৰণা, সকলো এই অৰ্থনীতিৰ সংজ্ঞাৰে মূল্যহীন। যিটো শক্তি চকুৰ অগোচৰ, যিটো সূক্ষ্ম অনুভূতিক অনুভৱহে কৰিব পাৰি ছুব নোৱাৰি, চাব নোৱাৰি, আজিৰ অৰ্থনীতিত তাৰ কোনো মূল্য নাই। বস্তুতান্ত্ৰিক জগতে মূল্য দিব নোখোজা মানুহৰ অন্তৰত লুকাই থকা এই ঐশ্বৰ্যৰাশিকে লৈ গান্ধীজীয়ে অৰ্থনীতিত নতুন সংজ্ঞাৰ কল্পনা কৰিলে। এই কল্পনাক তেওঁ কোনো বিশেষ সংজ্ঞা বা সূত্ৰেৰে বন্ধা নাছিল, বান্ধিছিল অনুভূতিৰে, সহানুভূতিৰে—উপনিষদৰ নেতি নেতি পন্থাৰে—যাক আমি বিদেশী ভাষাত by process of elimination বুলি কব পাৰোঁ।

পৃথিৱীৰ প্ৰথম মহাযুদ্ধখনে ধনতন্ত্ৰ, সমাজতন্ত্ৰ আৰু ফেছিষ্ট-তন্ত্ৰৰ অৱসান নঘটালেও ইয়াৰ স্থায়িত্বও ঘোষণা কৰিব নোৱাৰিলে। গান্ধীজীৰ সেয়ে প্ৰশ্ন হ'ল: বিশ্বৰ দুৰ্গতসকলৰ গতি কি হব? কঃ পন্থা?

গান্ধীজীয়ে অন্তৰেৰে সৈতে অনুভৱ কৰিলে যে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন যদি সি সুদৃঢ় অৰ্থনৈতিক ভেটিত প্ৰতিষ্ঠিত নহয়, আৰু অৰ্থনৈতিক স্বাধীনতাৰ কথাষাৰো অৰ্থহীন হৈ পৰিব যদি ই বিকেন্দ্ৰিক নহয়। কিন্তু ৰাজনৈতিক স্বাধীনতা বিনে অৰ্থনৈতিক বুনিয়াদক সাম্যবাদৰ ওপৰত প্ৰতিষ্ঠিত কৰিব নোৱাৰি; সেয়ে গান্ধীজীয়ে ৰাজনৈতিক স্বাধীনতাৰ যুঁজৰ লগে লগে অৰ্থনৈতিক আৰু সামাজিক স্বাধীনতাৰ কাৰণে ওঠৰ-দফীয়া গঠনমূলক কামৰ আঁচনিও দাঙি ধৰিলে। গান্ধীজীৰ মনে সপোন দেখা কথাখিনিক তেওঁৰ ভাবেৰেই তলত তুলি দিলোঁ, "মোৰ মতে ভাৰত তথা পৃথিৱীৰ অৰ্থনৈতিক সংবিধানৰ গাঁথনি এনে হোৱা উচিত যাৰ তলত মানুহে ভাত কাপোৰৰ অভাৱ অনুভৱ নকৰিব। আৰু এই আদৰ্শই সাৰ্বজনীন ৰূপ সেইদিনাহে পাব যিদিনাৰপৰা পৃথিৱীৰ সাধাৰণ মানুহে নিজৰ দৈনন্দিন প্ৰয়োজনীয় বস্তুবোৰ নিজে উৎপাদন কৰি লব পাৰিব। তেওঁবিলাক যন্ত্ৰৰ দাস নহৈ যন্ত্ৰক নিজৰ আয়ত্তত ৰাখিব। ভগৱানৰ অযাচিত দান বতাহ আৰু পানী যিদৰে সকলোৰে কাৰণে সহজলভ্য বা সহজে পোৱা উচিত, ঠিক একেদৰেই মানুহৰ আৱিষ্কাৰসমূহেও মানুহক শোষণ নকৰি মানুহৰ সেৱাৰ কাৰণে নিজকে উৎসৰ্গ কৰিব পাৰিলেহে আৱিষ্কাৰৰ মাহাত্ম্য বাঢ়িব। এই আৱিষ্কাৰসমূহ যদি

কোনো দেশ, জাতি বা কোনো লোকসমষ্টিৰ একচেটিয়া সম্পত্তি হৈ উঠিব খোজে তেন্তে বিশ্বৰ কাৰণে ই এটা ডাঙৰ অপৰাধ হ'ব, ঘোৰ অন্যায়ৰ কাৰণ হ'ব। বিশ্বনীতিৰ এই সাধাৰণ সূত্ৰটো উপলব্ধি কৰিব নোৱাৰাৰ কাৰণেই, ইয়াক অৱজ্ঞা কৰাৰ অমার্জনীয় অপৰাধৰ কাৰণেই পৃথিৱীত আজি মহা প্ৰলয়ৰ সৃষ্টি হ'ব ধৰিছে। অকল আমাৰ দুৰ্ভগীয়া দেশখনেই যে এই অপৰাধত অপৰাধী এনে নহয়, গোটেই বিশ্বই এই দোষত আজি জগৰীয়া। সেইদেখি পৃথিৱী জুৰি হা-হুতাশ হুমুনিয়াহ আৰু প্ৰলয়ৰ আগজাননী।"

ৰেনেছাঁ বা নৱন্যাসৰ যুগে ইউৰোপৰ জীৱনলৈ বাঁচি থকাৰ নতুন উপলব্ধি, প্ৰগতিৰ বাটত গতি আনি দিলে সঁচা, কিন্তু ইয়াৰেই স্বাভাৱিক পৰিণতি হিচাপে যি শিল্প-বিপ্লৱৰ সৃষ্টি হ'ল, ই উৎপাদনৰ বিপ্লৱ আনি ইংলণ্ড আৰু ফ্ৰান্সৰ কেগৰাকীমান শিল্পপতিৰ জীৱনলৈ পৰিৱৰ্তন আনিলে সঁচা, কিন্তু পুঁজিপতিসকলৰ জীৱনলৈ একো বিপ্লৱ নাহিল। সেইসময়ৰ ইউৰোপৰ 'অবাধ বাণিজ্য নীতিয়ে' ( Laissez Faire policy ) পৃথিৱীত দুটা শ্ৰেণীৰ সৃষ্টি কৰিলে—শোষক আৰু শোষিত। এই শ্ৰেণীবৈষম্যৰ করুণ ইতিহাসেই জন্ম দিলে কাৰ্ল মাৰ্ক্সৰ সাম্যবাদী দৰ্শনক। কাৰ্ল মাৰ্ক্সৰ লগত গান্ধীজীৰ মতৰ মূলগত বিভেদ হ'ল বিশেষকৈ দুটা কথাত। মাৰ্ক্সৰ মতে শ্ৰেণী সংঘৰ্ষ অনিবাৰ্য, আৰু লক্ষ্যত উপনীত হ'বলৈ যি কোনো নীতিয়েই বৰণীয়। আনহাতে গান্ধীজীৰ মানুহৰ অন্তৰখনৰ ওপৰত গভীৰ বিশ্বাস আৰু সাধু উপায়েৰে সাধু উদ্দেশ্য সাধন নকৰিলে শুভ উদ্দেশ্যও ব্যৰ্থ হয় এই নীতিত অটল আস্থা। পৃথিৱীৰ সকলো ৰাজনৈতিক চিন্তানায়কৰে শেষ লক্ষ্য হ'ল সচেতন অৰাজকতাৰ ( enlightened anarchy ) সৃষ্টি কৰা, য'ত সচেতন জনমতে শাসক নোহোৱাকৈও নিজকে সংযত ৰাখি চলিব পাৰিব। আমেৰিকাৰ চিন্তানায়ক থ'ৰোয়ে সেই কাৰণেই কৈ গৈছে, "সেই শাসন-ব্যৱস্থায়েই আদৰ্শ শাসন-ব্যৱস্থা য'ত চৰকাৰৰ হস্তক্ষেপ নিচেই নগণ্য।" থ'ৰোৰ এই মতবাদৰ ওপৰত গান্ধীজীৰ কিবা কব লগীয়া আছেনে বুলি এজনে প্ৰশ্ন কৰাত গান্ধীজীয়ে কৈছিল, "সেই সমাজ-ব্যৱস্থায়েই উত্তম সমাজ ব্যৱস্থা য'ত শাসকৰ হস্তক্ষেপৰ কোনো প্ৰয়োজনেই নাই।" শাসনমুক্ত এই সমাজ-ব্যৱস্থা ৰচনা কৰাত গান্ধীজীয়ে বিচাৰিছিল সেই সচেতন জনমত, যি জনমত গঠনত ব্যক্তিৰ কণ্ঠই প্ৰকাশত বাধা নাপাব, য'ত ব্যক্তিয়েই হ'ব সমাজৰ প্ৰাণকেন্দ্ৰ, মূল আধাৰ। সামূহিক স্বাৰ্থৰ কাৰণে ব্যক্তিৰ আত্ম-বিসৰ্জন গান্ধীজীয়ে বিচাৰিছিল, কিন্তু বলেৰে নহয়, স্বইচ্ছাৰে। মানুহৰ

শুভ বুদ্ধিৰ ওপৰত, অহিংসাৰ অব্যৰ্থ শক্তিৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস আছিল কাৰণেই মানুহৰ আত্মশক্তিক তেওঁ সৰ্বশ্ৰেষ্ঠ শক্তি বুলি মানি লৈছিল। মাৰ্ক্সে শ্ৰেণী-সংঘৰ্ষেৰে যি পৰিৱৰ্তন আনিব খুজিছিল, গান্ধীজীয়ে মানুহৰ হৃদয়ৰ ওচৰত আবেদনেৰে সেই একে পৰিৱৰ্তনেই আনিব খুজিছিল। ৰাজনীতিত গান্ধীজীৰ কৌশল আছিল অহিংস অসহযোগ, অন্যায়ৰ লগত অসহযোগিতা, সত্যৰ অনুসন্ধানত জীৱনৰ মূল বস্তুবিলাকৰ মূল্যাঙ্কন কৰিবলৈ যাওঁতে সত্যৰ প্ৰতি আগ্ৰহ, সত্যাগ্ৰহ। ৰাজনীতিত অপৰাজেয় নীতি হৈ বিশ্বৰ ইতিহাসত ই এটি নতুন অধ্যায়ৰ পাতনি মেলিলে।

ইয়াৰ পিচত গান্ধীজীৰ পৰীক্ষা আৰম্ভ হ'ল অৰ্থনৈতিক ক্ষেত্ৰত ইয়াৰ প্ৰয়োগ লৈ। আহমদাবাদেই তেওঁৰ পৰীক্ষাৰ প্ৰথম ক্ষেত্ৰ হ'ল। মিলমালিক আৰু বনুৱাসকলৰ মাজত হোৱা সংঘৰ্ষত বনুৱাসকলে ন্যায্য দাবী পূৰণৰ কাৰণে ধৰ্মঘটৰ বাহিৰে আৰু যেন আন উপায় বিচাৰি পোৱা নাছিল। এই বাতাবৰণতে গান্ধীজীয়ে আলাপ-আলোচনাৰে দুয়ো পক্ষৰ সমস্যা সমাধানৰ বাৰ্তা লৈ থিয় দিলে। ধৰ্মঘট মালিক-বনুৱা দুয়োৰে স্বাৰ্থৰ যেতিয়া পৰিপন্থী, আলোচনাৰে মীমাংসাৰ দুৱাৰ মুকলি কৰাত বাধা কি—এই উদ্দেশ্য লৈ তেওঁ আহমদাবাদতে ত্ৰিশক্তিৰ আলোচনাৰ ক্ষেত্ৰ ৰচনা কৰিলে। মালিক, বনুৱা, চৰকাৰ, তিনিওৰে সন্মিলিত চেষ্টাত সমস্যাই সমাধানৰ আঁত বিচাৰি পালে, অৰ্থনীতিত গান্ধীজীয়ে নতুন কৌশলৰ অৱতাৰণা কৰিলে। বস্তুবাদী সভ্যতাই মূল্য দিব নজনা মানুহৰ অন্তৰৰ কোমল অনুভূতিবিলাকে প্ৰকাশৰ বাট বিচাৰি পালে। গান্ধীজীয়ে প্ৰত্যক্ষ অঙ্কেৰে প্ৰমাণ কৰি দেখুৱাই দিলে যে যিবিলাক উদাৰ হৃদয়ৰ মিলমালিকে—যেনে ৺আম্বালাল চাৰাভাই, যাৰ মিলত তেওঁ প্ৰথম পৰীক্ষা আৰম্ভ কৰে—বনুৱাৰ ন্যায্য দাবী পূৰণ কৰি বনুৱাসকলৰ মঙ্গলৰ কাৰণে নানা বিধৰ আঁচনি লৈছে, তেওঁবিলাকৰ তাত ধৰ্মঘট নোহোৱাৰ কাৰণে আনবিলাক মিলতকৈ লাভৰ অংশ বেছি পাইছে। বনুৱাৰ কল্যাণৰ কাৰণে খৰচ নকৰি যি ধন অৰ্জা হৈছিল, একো একোটি ধৰ্মঘটে সেই ধনৰ মূলতে আঘাত কৰিছিল। গান্ধীজী সপোনবিলাসী নাছিল, অতি বাস্তৱবাদী আছিল কাৰণেই বাস্তৱ দৃষ্টি-ভঙ্গীৰে সমস্যাবোৰ পৰীক্ষা কৰি চাব পাৰিছিল। এই বাস্তৱবাদী দৃষ্টি-ভঙ্গীৰ পৰিচয় গান্ধীজীয়ে নিজেই নিজৰ লিখাত দি গৈছে। তেওঁ কৈছিল, "মোৰ আদৰ্শ হৈছে সমবিতৰণ, কিন্তু মই বাস্তৱ দৃষ্টি-ভঙ্গীৰে যেতিয়া কথাবোৰ বিবেচনা কৰোঁ তেতিয়া এই কল্পনা অবাস্তৱ যেন লাগে।

সেয়ে মই সমবিতৰণৰ সলনি যুক্তিসঙ্গত বিতৰণৰ কথা ভাবিবলৈ বাধ্য হওঁ। যোগ্যতা অনুসৰি মানুহে যাতে সকলো বস্তু পোৱাৰ অধিকাৰী হয় তাৰ বাবেই মোৰ আপ্ৰাণ চেষ্টা।” তেওঁ আকৌ কৈছে, “আভিজাত্যই গঢ় দিয়া শ্ৰেণীবৈষম্য এটা সামাজিক অপৰাধ কিন্তু এই অপৰাধক বন্দুকৰ গুলীৰে, সঙ্গীনৰ খোচেৰে নিৰাময় কৰিব নোৱাৰি, নিষ্কলুষ কৰিব নোৱাৰি, মানুহৰ হিয়াই বন্দুকৰ ভাষাতকৈ অন্তৰৰ ভাষা বেছিকৈ বুজি পায়।”

গান্ধীজীয়ে বিশ্বৰ মানুহক মানুহৰ শাৰীত বহুৱাবলৈ যাওঁতে, শোষকৰ বিবেক আৰু শোষিতৰ আত্মসন্মানক জগাই তুলিবলৈ যাওঁতে স্পষ্টভাৱে কৈ গৈছে, “কোনো মানুহে সংশ্লিষ্ট জনসাধাৰণৰ ইচ্ছাকৃত বা অত্যাচাৰৰ ভয়ত অনিচ্ছাকৃত সহযোগৰ অবিহনে সম্পত্তি সঞ্চয় কৰিব নোৱাৰে। যি মুহূৰ্ততে শ্ৰমিক শ্ৰেণীৰ আত্মসন্মানবোধ জাগি উঠিব সেই মুহূৰ্ত্ততে সম্পত্তিয়ে নিজৰ যথাৰ্থ ঠাই চিনি পাব, তাৰ মানে এই সম্পদ শ্ৰমিকৰ মঙ্গলৰ কাৰণে নিয়োজিত হব—এই সম্পত্তি তেওঁবিলাকৰে তত্ত্বাৱধানত থাকিব। কাৰণ শ্ৰমৰ মূল্য টকাতকৈ বহুত বেছি।”

তেওঁ আকৌ কৈছে, “যদি মূলধনেই এটা শক্তি হয়, তেন্তে কামো এটা ডাঙৰ মূলধন আৰু শ্ৰেষ্ঠ শক্তি। এই শক্তিৰ শুভ প্ৰয়োগো হব পাৰে, অশুভ প্ৰয়োগো হব পাৰে। এই দুয়ো শক্তি দুয়োৰো ওপৰত নিৰ্ভৰশীল, দুয়ো দুয়োৰো পৰিপূৰক। যি মুহূৰ্ততে শ্ৰমিক বন্ধুসকলে নিজৰ শক্তি উপলব্ধি কৰিব পাৰিব, সেই মুহূৰ্তৰেপৰা শ্ৰমিক “পুঁজিপতিৰ ভৃত্য হৈ নাথাকি তেওঁৰ লগত শ্ৰমৰ সমান অংশীদাৰ হৈ পৰিব”।

পৃথিৱীৰ বঞ্চিতজনক আন একো দিব নোৱাৰিলেও এমুঠি ভাত, এখনি কাপোৰ দিয়াই যাৰ জীৱনৰ সাধনা আছিল, তেওঁ কুটীৰ শিল্পৰ জৰিয়তে অৰ্থনৈতিক বুনিয়াদ এটি গঢ়ি তোলাৰ সপোনৰ বাহিৰে আৰু কি সপোন দেখিব পাৰে! শতকৰা ৮৫ জনৰ জন্মস্থান আৰু মৃত্যুস্থান যি গাঁও, যি গাঁৱে শত ধুমুহাৰ মাজতো ভাৰতীৰ আত্মাৰ ঐতিহ্যক বচাই ৰাখিছে, সেই গাঁৱৰ হেৰাই যাব খোজা শিল্প-সম্ভাৰ খিনিৰ পুনৰ উদ্ধাৰৰ বাহিৰে জাতিৰ জনকে আৰু কি আকাংক্ষা কৰিব পাৰে!

বাস্তৱবাদী বিপ্লবী পুৰুষে সেই যন্ত্ৰৰ আৱিষ্কাৰক আশীৰ্বাদ জনাইছে—যি যন্ত্ৰই শোষণ নকৰে, নিবনুৱা নকৰে, মানুহৰ কামৰ আমনি গুচাই আনন্দ দিয়ে। সেয়ে তেওঁৰ চকুত চিলোৱা মেচ্চিনৰ আৱিষ্কাৰ আছিল ৰোমাণ্টিক

আৱিষ্কাৰ। ছিঙ্গাৰ ছাহাবে নিজৰ পত্নীৰ চকুৰ কষ্ট লাঘৱ কৰিবলৈ যি আৱিষ্কাৰ কৰিলে, সেই আৱিষ্কাৰে লক্ষ লক্ষ জনৰ কষ্ট লাঘৱ কৰি জীৱিকাৰ বৃত্তি এটা আনি দিছে, এনে আৱিষ্কাৰ তেওঁৰ কাম্য আছিল। কিন্তু যি আৱিষ্কাৰে এজনৰ হাতত লক্ষজনৰ উপাৰ্জন আনি দিয়ে, যি আৱিষ্কাৰে নিয়োগ সৃষ্টি নকৰে, নিয়োগৰ বাটত হেঙাৰ পোতে, নিবনুৱাৰ হুমুনিয়াহে য'ত প্ৰলয়ৰ সৃষ্টি কৰে, সেই আৱিষ্কাৰক তেওঁ আশীৰ্বাণী জনাব পৰা নাছিল।

আজিৰ পৃথিৱীয়ে যন্ত্ৰ দানৱৰ দান পণ্য আৰু অস্ত্ৰসম্ভাৰৰ বজাৰ বিচাৰি যি বিভীষিকাৰ সৃষ্টি কৰিছে, সেই বিভীষিকাৰ হাত সৰাৰ উপায় আজি পুঁজিবাদী শক্তিৰো নাই, সাম্যবাদী শক্তিৰো নাই। ৰণক্লান্ত বিশ্বই সেয়ে আজি গান্ধীজীৰ দৰ্শনৰপৰাই, গান্ধীজীৰ দেশৰপৰাই পোহৰ বিচাৰিছে। পূবৰ পোহৰ বিচাৰি পশ্চিমে সদায়েই হাবাথুৰি খাই আহিছে। আজিও সেই একে আকুতিৰেই উপনিষদৰ দিনৰেপৰা ভাৰতৰ আত্মাই বিচাৰি ফুৰা পোহৰ-খিনিকে বিচাৰিছে।

আজিৰ জগতে অৰ্থনীতিক কলা বুলি গ্ৰহণ কৰা নাই। ই৩ এটা বিজ্ঞান। আচাৰ্য বিনোৱাজীৰ মতে বেদান্ত ও বিজ্ঞানৰ দৰে ই৩ এক ক্ৰম-বৰ্ধমান ভাবধাৰা। বিজ্ঞানে সত্যক অনুসন্ধান কৰোঁতে কৰোঁতে কেতিয়াবা পুৰণি সূত্ৰৰে পৰিৱৰ্তন আনে। আজিৰ অৰ্থনৈতিক জগতেও গান্ধীজীৰ অৰ্থনৈতিক দৃষ্টি-ভঙ্গীৰ ওপৰত গৱেষণা কৰি চোৱাৰ সময় দেখা দিছে। নহ'লে বিশ্বৰ বিপৰ্যয় অৱশ্যম্ভাৱী।

উপনিষদৰ যুগৰ ঋষিয়ে এদিন উদাত্তকণ্ঠে গাই উঠিছিল—"শৃণ্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ"। সেই একে সুৰতে সুৰ মিলাই আজিৰ যুগৰ যুগ-পুৰুষ একোগৰাকীয়েও কৈ গ'ল, "বিশ্বৰ অমৃতৰ অধিকাৰীসকল শুনা, বিজ্ঞানৰ উপাসনাৰ নামত পৃথিৱীৰ গবেষণাগাৰবিলাকত আজি মানুহৰ যি মাৰণাস্ত্ৰ তৈয়াৰ হব ধৰিছে, সি অকল তোমাকে-মোকে নহয়, সৃষ্টিকৰ্ত্তাৰ সকলো শ্ৰেষ্ঠ সৃষ্টিকে ধ্বংস কৰিবলৈ ওলাইছে। ইয়াক বাধা দিবৰ কাৰণেই আজি বস্তুবাদী সভ্যতাই নিজ প্ৰয়োজনতেই অহিংসাক বৰণ কৰি লব লাগিব।"

বিজ্ঞানে আজি জগতৰ আগত এহাতে সুধা, আনহাতে হলাহল লৈ দেখা দিছে। বিজ্ঞানে যদি অহিংসাক আঁকোৱালি লব জানে, বিজ্ঞানৰ যদি আত্ম-জ্ঞানৰ লগত মধুমিলন সম্ভৱ হয়, তেন্তে ই পৃথিৱীত শান্তিৰ অমৃতধাৰা বোৱাব পাৰিব। যদি হিংসাৰ লগত বিজ্ঞানৰ সংযোগ ঘটে, বিশ্বৰ ধ্বংস অনিবাৰ্য।

# গান্ধীজীৰ শ্ৰেষ্ঠ অৱদান বুনিয়াদী শিক্ষা

**বিষ্ণুৰাম মেধি**

আমি আটায়ে জানো, গান্ধীজীৰ আহ্বানৰ শঙ্খধ্বনিয়ে দেশৰ প্ৰতিটো অঞ্চলৰ জনতাক আকৰ্ষণ কৰি আনিছিল আৰু তেওঁলোকৰ মনত আত্মবিশ্বাস আৰু আত্মনিৰ্ভৰশীলতাৰ এটা গভীৰ ভাব জগাই তোলাৰ উপৰিও জাতি, বৰ্ণ আৰু সম্প্ৰদায় নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকসমাজৰ মাজত তেওঁ জাতীয় সংহতিৰ সৃষ্টি কৰিছিল। ইয়াৰ ফলস্বৰূপে সমগ্ৰ দেশখনত দুটা শক্তিৰ উদ্ভৱ হ'ল—এটা দেশৰ সকলো শ্ৰেণীৰ জনতাৰ মাজত ঐক্যবাদৰ শক্তি আৰু আনটো মহাত্মাৰ নেতৃত্বত গঢ়ি উঠা অহিংস আন্দোলনৰ জীৱন্ত শক্তি। এই শক্তিৰে চৰম ফল হিচাপে আমি আমাৰ বহু-আকাঙ্খিত স্বাধীনতা লাভ কৰিলোঁ। মহাত্মাৰ নেতৃত্ব, পৰিচালনা আৰু অনুপ্ৰেৰণাত ভাৰতৰ লক্ষ লক্ষ জনতাই অহিংস আন্দোলনৰ অগ্নি-পৰীক্ষাৰ সন্মুখীন হৈছিল, অশেষ দুখ-যন্ত্ৰণাকো ক্লান্তিহীনভাৱে মূৰপাতি লৈছিল, নিজৰ যথাসৰ্বস্ব জলাঞ্জলি দিছিল, আনকি অনেকে নিজৰ জীৱন পৰ্যন্ত উচৰ্গা কৰিছিল। সেইজনা মহামানৱ মহাত্মা গান্ধীৰ মই এজন নিঃকিন অনুগামী মাথোন।

মহাত্মাৰ সপোন আছিল ৰামৰাজ্য গঢ়া। শোষণমুক্ত, প্ৰগতিশীল আৰু সৰ্বজনৰ মঙ্গলকামী ৰাষ্ট্ৰই হ'ল ৰামৰাজ্যৰ স্বৰূপ। গান্ধীজীৰ মহান আদৰ্শৰ কল্পনাক বাস্তৱৰ ৰূপ দিবলৈ হ'লে মানুহৰ সকলো সমৃদ্ধিকে লোকসেৱাত নিয়োগ কৰা প্ৰয়োজন। এই উদ্দেশ্যকে আগত ৰাখি গান্ধীজীয়ে এনে এটা শিক্ষা-পদ্ধতিৰ কথা চিন্তা কৰিছিল যি শিক্ষাই শৰীৰ, মন আৰু আত্মাৰ উৎকৰ্ষ সাধন কৰি তিনিওৰে সমন্বয়ত এটা সামগ্ৰিক সত্তাৰ সৃষ্টি কৰে। গান্ধীজীয়ে কৈছে, "আমাৰ শিক্ষাৰ ক্ষেত্ৰত এটা আন্দোলনৰ সৃষ্টি হোৱা আৱশ্যক। মস্তিষ্কৰ শিক্ষা দিব লাগে হাতেৰে। মনটোহে সকলো, হাত-ভৰি আদি অঙ্গ-প্ৰত্যঙ্গবোৰ একোৱেই নহয়—এনে ধাৰণা মিছা। যিসকলে হাতৰ প্ৰশিক্ষণ নলৈ শিক্ষাৰ তথাকথিত গতানুগতিক পদ্ধতিকে অনুসৰণ কৰি থাকে তেওঁলোকে প্ৰকৃত অৰ্থত জীৱনৰ মাধুৰ্য হেৰুৱাই পেলায়।"

এনে ধৰণৰ প্ৰাথমিক পৰ্যায়ৰ আৱশ্যকতাখিনিৰ পূৰণ কৰিবলৈকে গান্ধীজীয়ে শিক্ষাৰ কল্পনা কৰিছিল। তেওঁৰ মতে ভাৰতৰ সামাজিক পৰিবেশৰ লগত খাপ খাব পৰা একমাত্ৰ শিক্ষা-পদ্ধতি হৈছে বুনিয়াদী শিক্ষা। দেশৰ চৈধ্য বছৰ বয়সলৈকে ল'ৰা-ছোৱালীহঁতলৈ আগবঢ়োৱা জাতিৰ জনকৰ এই অৱদানেই শ্ৰেষ্ঠ অৱদান।

'হৰিজন' কাকতত এবাৰ ( ৮ মে, ১৯৩৭ চন ) গান্ধীজীয়ে লেখিছিল, "মানুহ বুলিলে শৰীৰ বা বৌদ্ধিক চিন্তা বা আত্মাটোকে নুবুজায়, তিনিওটাৰে সুসঙ্গত সমন্বয়তহে মানুহৰ সামগ্ৰিক সত্তাটো গঢ়ি উঠে; আৰু শিক্ষাৰো মূল তত্ত্ব উপলব্ধি কৰিব পৰা যায় এই তিনিৰ সমন্বয় সাধনতহে। শিক্ষাই জীৱনৰ মূল বস্তু, বিভিন্ন কৰ্মমুখী জীৱন-যাত্ৰাৰ পাথেয়। জ্ঞান আহৰণেই শিক্ষাৰ মুখ্য উদ্দেশ্য; সেই জ্ঞানৰ জৰিয়তে শৰীৰ, মন আৰু বুদ্ধিৰ উৎকৰ্ষ সাধন কৰিব লাগে যাতে ছাত্ৰ-ছাত্ৰীসকলে তেওঁলোকৰ জীৱনৰ বাবে প্ৰস্তুতিৰ সময়ছোৱাৰ অৰ্থাৎ ছাত্ৰ-জীৱনৰ ওৰ পেলোৱাৰ পিচত দেশৰ মঙ্গলৰ অৰ্থে কৰ্মক্ষেত্ৰত অৱতীৰ্ণ হ'ব পাৰে। জ্ঞানৰ কোনো পৰিসীমা নাই; জ্ঞান অশেষ, অপাৰ। জগত আৰু জীৱন সম্পৰ্কে শিকিবলৈ, বিশ্বজগতৰ গূঢ় তত্ত্বৰ সন্তেদ পাবলৈ আৰু নিজে আহৰণ কৰা জ্ঞান মানৱ জাতিৰ মাজত বিতৰণ কৰিবলৈ মানুহে অশেষ যত্ন কৰিব লগীয়া হয়। ব্যক্তিসত্তাত যি শক্তি নিহিত আছে তাৰ পূৰ্ণ বিকাশ সাধন কৰি নিজৰ আৰু মানৱ জাতিৰ মঙ্গলৰ অৰ্থে তাক যাতে নিয়োগ কৰিব পৰা যায় সেই সম্বন্ধে শিক্ষাই মানুহক প্ৰয়োজনীয় প্ৰশিক্ষণ দিয়ে আৰু অভিজ্ঞতাৰ সমল যোগায়। মুঠতে ক'বলৈ হ'লে, শিক্ষাই মানুহক মানুহ নামৰ যোগ্য কৰে; অৰ্থাৎ এটা স্বয়ং-সম্পূৰ্ণ ব্যক্তিত্ব গঢ়ি তোলে।"

এই বিৱৰ্তনশীল জগতখনত কোনো বস্তুৱে স্থিতিশীল নহয়। জীৱনৰ চিৰ-পৰিৱৰ্তনশীল ঘটনাৱলীয়ে বহুতো নতুন নতুন পৰিস্থিতিৰ উদ্ভৱ কৰে; পৰিবেশৰো সলনি কৰে। সেয়েহে এটা যুগত যিটো শিক্ষানীতি অতি উপযোগী বা কাৰ্যকৰী বুলি পৰিগণিত হৈছিল, আন এটা যুগত সেইটো নহ'বও পাৰে। এই কথালৈ লক্ষ্য ৰাখি আমি সদায়েই যুগৰ চাহিদা অনুসৰি আৰু লোক-সমাজৰ প্ৰয়োজন মতে আমাৰ জ্ঞান-অভিজ্ঞতাৰে নিজক খাপ খুৱাই চলিব লাগিব। গান্ধীজীয়ে আমাৰ দেশৰ সমস্যাবহুল শিক্ষানীতিৰ সংস্কাৰ সাধনৰ বাট বিচাৰি পালে বুনিয়াদী শিক্ষাত।

গান্ধীজীৰ এয়ে দৃঢ় মত আছিল যে ভাৰতত এনে ধৰণৰ শিক্ষা-প্ৰণালীৰ

প্ৰৱৰ্তন কৰিব লাগে যাৰ কেন্দ্ৰস্থল বা মেৰুদণ্ড হ'ব গ্ৰাম্য-শিল্পোদ্যোগ। তেওঁৰ মতে প্ৰচলিত ভাৰতীয় শিক্ষা-প্ৰণালীয়ে মানুহৰ মৌলিক সাধনৰ বাবে যথেষ্ট নহয়। গতিকে সেইফালৰপৰা লক্ষ্য ৰাখি সেই শিক্ষাক প্ৰকৃত শিক্ষা বুলিব নোৱাৰি। এই শিক্ষাৰপৰা যে একো লাভ নহয় তাক ক'ব নোৱাৰি, তাৰপৰা মনে বহুতো তথ্যৰে সন্ধান পায়। কিন্তু শিক্ষাকালৰ আৰম্ভণিৰে পৰা গ্ৰাম্য-শিল্পোদ্যোগৰ জৰিয়তে মনক গঢ় দিব পাৰিলে তাৰপৰা বৌদ্ধিক চিন্তাৰ, পৰোক্ষভাৱে আত্মাৰো, উৎকৰ্ষ লাভ হয়। ('হৰিজন', ৫ জুন, ১৯৩৭)

মহাত্মাই 'হৰিজন' কাকতৰ ১৯৩৭ চনৰ ৩১ জুলাইৰ সংখ্যাত লেখিছে যে শিশুৱে যাতে প্ৰাৰম্ভণ কালৰপৰাই উপাৰ্জনৰ অৰ্হতা লাভ কৰিব পাৰে সেইবাবে গ্ৰামোদ্যোগৰ জৰিয়তে শিশু-শিক্ষাৰ পাতনি মেলিব লাগে। এনে ধৰণৰ শিক্ষাৰ জৰিয়তেহে মন আৰু আত্মাৰ বিকাশ হয়।

'ইয়ং ইণ্ডিয়া'তো গান্ধীজীয়ে এবাৰ লেখিছিল ঃ "ভাৰতৰ শতকৰা ৮০ ভাগ মানুহেই কৃষিজীৱী, আন দহভাগে শিল্প-বাণিজ্যৰে জীৱিকা উপাৰ্জন কৰে। তেনে স্থলত যদি অন্যান্য দেশৰ দৰে ভাৰততো অকল সাহিত্য-জ্ঞানৰ বাবেই শিক্ষা-ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হয় তেনেহ'লে ঘোৰ অন্যায় কৰা হ'ব, কিয়নো এনে শিক্ষাৰ দ্বাৰা দেশৰ ল'ৰা-ছোৱালীক কৰ্তব্যবিমুখহে কৰা হয়। মই ভাবোঁ, আমি যিহেতু জীৱিকা অৰ্জনৰ বাবেই আমাৰ জীৱনৰ সৰহভাগ সময় অতিবাহিত কৰিব লাগে, সেই বাবে আমাৰ ল'ৰা-ছোৱালীক জীৱনৰ আদি ভাগৰপৰাই শ্ৰমৰ মৰ্যাদা শিকোৱাটো বাঞ্ছনীয়। শ্ৰমক অৱহেলা কৰিবলৈ সিহঁতক কেতিয়াও শিকাব নেলাগে। কিন্তু এই কথা ভাবিহে মোৰ দুখ লাগে যে আমাৰ স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে দৈহিক শ্ৰমক ঠিক ঘৃণাৰ দৃষ্টিৰে নাচালেও অৱহেলা কৰে।"

ওপৰত উল্লেখ কৰি অহা হৈছে, ভাৰত এখন কৃষি-প্ৰধান দেশ। ইয়াৰ ভৌগোলিক আয়তনো বিশাল। এই বিশাল দেশখনৰ বিপুল জনসংখ্যাৰ শতকৰা আশী ভাগেই গ্ৰামাঞ্চলত বাস কৰে। গাওঁ-অঞ্চলৰ জনসমষ্টিৰ বাবে খেতিয়েই একমাত্ৰ জীৱিকাৰ সম্বল। দৰাচলতে কৃষকসকলেই দেশখনৰ অন্নদাতা। কিন্তু এটা খেতিৰ বতৰ পাৰ হোৱাৰ পিচতেই তেওঁলোকে বছৰটোৰ বাকী কেইটামান মাহ বহি থাকিবলগীয়া হয়। তাকে দেখি গান্ধীজীয়ে অনুভৱ কৰিলে যে কৃষকসকলক খেতিৰ বতৰৰ পিচতো যদি গোটেই বছৰ কুটীৰ শিল্পত নিয়োগ কৰিব পৰা যায় তেনেহলে তেওঁলোকে নিজৰ আৱশ্যকীয় সামগ্ৰীখিনি নিজহাতে

তৈয়াৰ কৰি ল'ব পাৰিব ; ভেজাল খাদ্য বা বস্তুৰপৰাও হাত সাৰিব পাৰিব—তেওঁলোকে সুখেৰে কাল কটাব পাৰিব। অতীত কালত আমাৰ দেশত যে কিমান কুটীৰ শিল্প আছিল! দেশত বিদেশী শাসন প্ৰৱৰ্তন হোৱাত কুটীৰ শিল্পই এটা ডাঙৰ প্ৰতিবন্ধক পালে ; সৰহভাগ শিল্পই লুপ্ত হৈ গ'ল। গান্ধীজীয়ে ধাৰণা কৰিলে, লুপ্ত হোৱা শিল্প সমূহক পুনৰুজ্জীৱিত কৰি সেইবোৰত গাৱঁৰ কৃষকসকলক খটুৱাব পাৰিলে, তাৰ উৎপাদনখিনিয়ে কৃষিৰ অলপীয়া উৎপাদনৰ পৰিপূৰক হ'ব ; কৃষকসকল আত্মনিৰ্ভৰশীল হৈ উঠিব।

দেশৰ এই পৰিস্থিতিলৈ লক্ষ্য কৰিয়েই গান্ধীজীয়ে কল্পনা কৰিছিল শ্ৰমকেন্দ্ৰিক বুনিয়াদী শিক্ষাৰ, যি শিক্ষাই ছাত্ৰ-ছাত্ৰীক এনে শ্ৰমৰ মৰ্যাদা শিকাব। গান্ধীজীৰ কল্পনাক বাস্তৱত ৰূপ দিব পাৰিলে, আজিৰ শ শ ছাত্ৰ-ছাত্ৰীয়ে অদূৰ ভৱিষ্যতত যেতিয়া একো একোজন নাগৰিক হৈ উঠিব তেতিয়া জীৱনৰ আগডোখৰ কালত আহৰণ কৰা জ্ঞান-অভিজ্ঞতাক জন-কল্যাণৰ কামত নিয়োগ কৰিব পাৰিব, লগে লগে নিজৰ আৱশ্যকীয় সামগ্ৰীখিনিও নিজে উপাৰ্জন কৰি লব পাৰিব ; ইয়াৰ ফলস্বৰূপে ভাৰতবৰ্ষত একোখন স্বাৱলম্বী গাওঁ গঢ়ি উঠিব। গান্ধীজীৰ মূল লক্ষ্য আছিল গ্ৰাম্য-অৰ্থনীতিত স্বচ্ছলতা লাভ কৰা। গাঁৱৰ অৰ্থনৈতিক অৱস্থাক টনকিয়াল কৰিবলৈ একমাত্ৰ প্ৰণালী হৈছে বুনিয়াদী শিক্ষা। সেইহেতু শিক্ষকসকলেও এই সম্পৰ্কে প্ৰয়োজনীয় জ্ঞান-অভিজ্ঞতা অৰ্জন কৰা বা প্ৰশিক্ষণ আদিও লোৱা যুগুত—যাতে তেওঁলোকে নিজৰ অধীনত থকা ছাত্ৰ-ছাত্ৰীসকলৰ আগত আদৰ্শ দাঙি ধৰি তেওঁলোকক ভৱিষ্যত জীৱনৰ কৰ্মপথত আগবাঢ়ি যাবলৈ অনুপ্ৰেৰণা যোগাব পাৰে ; এই অনুপ্ৰেৰণাৰ গুণত ছাত্ৰ-ছাত্ৰীসকলে ত্যাগ আৰু আত্মোৎসৰ্গৰ মন্ত্ৰত দীক্ষিত হৈ এখন শোষণমুক্ত ৰাষ্ট্ৰৰ গঠন কাৰ্যত আৰু আমাৰ পূৰ্বপুৰুষসকলৰপৰা লাভ কৰা নৈতিকতা আৰু আধ্যাত্মিকতাৰ ঐতিহ্য সংৰক্ষণৰ পুণ্য কাৰ্যত আত্মনিয়োগ কৰিব পাৰে।

# অৱতাৰী গান্ধী

**সতীশচন্দ্ৰ কাকতী**

ভাৰতৰ সুদীৰ্ঘ ইতিহাসত তিনিজনা অৱতাৰী পুৰুষৰ নাম সৰ্বজনবিদিত। তাৰ ভিতৰত দুজনা মহাকাব্য যুগৰ—ৰামায়ণৰ শ্ৰীৰামচন্দ্ৰ আৰু মহাভাৰতৰ শ্ৰীকৃষ্ণ। তৃতীয় জনা হ'ল ষষ্ঠ খৃষ্টপূৰ্বৰ বুদ্ধ। এই তিনিজনা অৱতাৰী পুৰুষে ভাৰতীয় সভ্যতা, সংস্কৃতি আৰু চিন্তাধাৰাত অসাধাৰণভাৱে প্ৰভাৱ বিস্তাৰ কৰি আহিছে, বিশেষকৈ হিন্দু সভ্যতা আৰু চিন্তাধাৰাৰ ওপৰত। ইয়াৰ উপৰিও ভাৰতৰ পবিত্ৰ ভূমিত কেবাজনো মহাপুৰুষৰ আৱিৰ্ভাৱ হৈছে আৰু তেওঁলোকে সম্প্ৰদায় বিশেষৰ ওপৰত অভূতপূৰ্ব প্ৰভাৱ বিস্তাৰ কৰিছে। সেয়েহে, ভাৰত ভূমিক শ্ৰীৰামচঁন্দ্ৰ, শ্ৰীকৃষ্ণ, বুদ্ধ, শঙ্কৰাচাৰ্য, নানক, শঙ্কৰদেৱ প্ৰমুখ্যে মহাপুৰুষ-সকলৰ জন্মস্থান হিচাপে ভাৰতবাসীয়ে গৌৰৱ কৰে। বহু শতাব্দীৰ মূৰত ১৮৬৯ চনত পোৰবন্দৰ নামৰ অখ্যাত ঠাইত এনে এজন লোকৰ আৱিৰ্ভাব হৈছিল যিজনক ভাৰতৰ জনতাই অৱতাৰী পুৰুষ বুলি গ্ৰহণ কৰিছে। এইজন আছিল মোহনদাস কৰমচাঁদ গান্ধী। এওঁ জাতত হিন্দু যদিও ভাৰতৰ সকলো সম্প্ৰদায়ৰ লোকে এজন বিৰাট ব্যক্তি বুলি মানি লৈছিল। তেওঁৰ জীৱন কালতেই মোহনদাস কৰমচাঁদ গান্ধীয়ে 'মহাত্মা' বা Great Soul বুলি খ্যাতি লাভ কৰিছিল।

গান্ধীজীক ভাৰতীয় জনতাই 'অৱতাৰী' পুৰুষ বুলি গ্ৰহণ কৰাৰ একাধিক কাৰণ আছে। প্ৰায় দুশ বছৰ কাল বিদেশী শাসনৰ কবলত শোষিত, লাঞ্ছিত হোৱাৰ পিচত ভাৰতীয় জনতাই মোহনদাস কৰমচাঁদ গান্ধীৰ নেতৃত্বত এক নতুন যুগৰ ইঙ্গিত পাইছিল। সেয়েহে, ১৯২০-২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীয়ে যি নেতৃত্ব দিছিল তেনে নেতৃত্ব আন কোনোবাই দিব পাৰিছিল বুলি কোৱা টান। ভাৰতৰ জনতাই তেওঁক 'মহাত্মা', 'গান্ধী মহাৰাজ,' 'অৱতাৰী পুৰুষ' বুলি মানি লৈছিল। গান্ধীজীৰ ক্ষেত্ৰত 'মহাত্মা' শব্দটো পোন প্ৰথমে কোনে ব্যৱহাৰ কৰিছিল তাৰ নিৰ্ভৰযোগ্য তথ্য পোৱা নাযায়। কিন্তু গান্ধীজীক যে কেৱল ভাৰতীয় জনতাইহে 'মহাত্মা' বুলি মানি লৈছিল তেনে নহয়।

অকল ভাৰতীয় সৰ্বসাধাৰণ লোকেহে গান্ধীজীক 'মহাত্মা' বুলি গ্ৰহণ কৰিছিল, আন কোনো লোকৰ দৃষ্টিত তেওঁ 'মহাত্মা' নাছিল তেনে নহয়। সেয়েহে গান্ধীজীৰ ব্যক্তিত্বৰ এটা বিশেষত্ব আছে। ভাৰতবাসীয়ে গান্ধীজীৰ জীৱন-আলেখ্যক পৰম শ্ৰদ্ধাৰে চাইছিল হয়তো এই কাৰণে যে তেওঁ পৰাধীন জাতিটোক বিদেশীৰ শাসন বান্ধোনৰপৰা মুক্ত কৰিলে। এজন বিখ্যাত ইংৰাজ কৱিয়ে এঠাইতে কৈছে ঃ "No man can draw his own 'profile' correctly because, as Thorean said, 'it is hard to see oneself as to look backward without turning round'. The truth is that our friends—and our enemies—always know us better than we know ourselves." এই কৱিজন হ'ল ডব্লিউ এইচ্ অ'ডেন আৰু এওঁৰ উক্তি যদি সঁচা হয় তেন্তে গান্ধীজী সম্পৰ্কে ভাৰতবাসীয়ে যি ভাবে, সেইটোৱে গান্ধীজীৰ আলেখ্যৰ প্ৰকৃত ছবি দাঙি নধৰিবও পাৰে ; কিন্তু বিদেশীৰ দৃষ্টিত—সেই বিদেশী ভাৰতৰ শত্ৰুয়ে হওক বা মিত্ৰই হওক—গান্ধীজী যদি এজন অৱতাৰী পুৰুষ বুলি গণ্য হয় তেন্তে সকলোৱে নিৰ্বিবাদে মানি লব লাগিব যে মোহনদাস কৰমচাঁদ গান্ধী প্ৰকৃততে এজন 'মহাত্মা'—যাক মহাকাব্য যুগৰ শ্ৰীৰামচন্দ্ৰ আৰু শ্ৰীকৃষ্ণ আৰু তাৰ পিচত বুদ্ধৰ শাৰীত বিনাদ্বিধাই স্থান দিব পাৰি।

এই প্ৰবন্ধত বিদেশী সমালোচকৰ দৃষ্টিত গান্ধীজীক কিভাৱে গণ্য কৰা হৈছিল তাৰ চমু আভাস দিয়াৰ চেষ্টা কৰা হৈছে। গান্ধীজীৰ জন্ম শতবাৰ্ষিকী আৰু তেওঁৰ মৰণোত্তৰ কালত এই 'মহাত্মা'জনৰ বিষয়ে বিভিন্ন দেশত, বিভিন্ন লোকে পুথি প্ৰকাশ কৰিছে, ভাষণ দিছে, তেওঁৰ জীৱন-দৰ্শনৰ বিষয়ে অধ্যয়ন আৰু গবেষণা কৰিছে। সেই কাৰণে 'মহাত্মা'ৰ বিষয়ে লিখিবলৈ বা কবলৈ প্ৰয়াস কৰাটো বৃথা। কিন্তু গান্ধীজীৰ জীৱন আৰু কৰ্ম-পদ্ধতি ইমান ব্যাপক যে তেওঁৰ জীৱন আৰু দৰ্শনৰ ওপৰত অৰ্থপূৰ্ণ আৰু অবিৰত অধ্যয়ন বা ৰচনা হব পাৰে।

এজন অমৰ আমেৰিকাবাসী মহাপুৰুষ এব্ৰাহাম্ লিন্কনৰ জীৱন-আলেখ্যৰ বিষয়ে এসময়ত নানাভাৱে আলোচনা-বিবেচনা হৈছিল, পুথি ৰচনা হৈছিল, যাৰ পৰিপ্ৰেক্ষিতত এজন গুণমুগ্ধই তলত দিয়া মতে মন্তব্য কৰিছিল ঃ "There is no new thing to be said about Lincoln. There is no new thing to be said about the mountains or of the sea, or of the stars. The years go their way, but the same old mountains

lift their granite shoulders above the drifting clouds. The same mysterious sea beats upon the shore ; the silent stars keep holy vigil above a tired world. But to the mountains and sea and stars, men turn for ever in unwearied homage. And thus with Lincoln. For he was a mountain in grandeur of soul, he was a sea in deep under-voice of mystic loneliness ; he was a star in steadfast purity of purpose and service. And he abides."

এব্ৰাহাম্ লিন্কনৰ ক্ষেত্ৰত প্ৰযোজ্য প্ৰতিটো শব্দ মহাত্মা গান্ধীৰ ক্ষেত্ৰত প্ৰযোজ্য নহয় বুলি কোৱাৰ কাৰ সাধ্য আছে ? গান্ধীজীৰ ৭০তম জন্মদিবসত ( ২ অক্টোবৰ, ১৯৩৯ চন ) আমেৰিকাৰ স্বনামধন্য ৰেভাৰেণ্ড হোম্‌চে ( Rev. Holmes ) কৈছিল : "Gandhi is the great among all the great of ages past." নিগ্ৰো নেতা আৰু নোবেল বঁটা লাভ কৰোঁতা ডঃ মাৰ্টিন লুঁথাৰ কিঙে নিগ্ৰো জাতিৰ মুক্তিৰ বাবে কৰা আইন অমান্য আন্দোলনৰ উৎস আছিল গান্ধীজীৰ আইন অমান্য আন্দোলন বা সত্যাগ্ৰহ ; আন এজন আমেৰিকাবাসী লুই ফিচাৰে গান্ধীজীৰ জীৱন-আলেখ্য বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰে বিশ্লেষণ কৰিছে ; বাৰ্ক্‌লে বিশ্ববিদ্যালয়ৰ বিদুষী ডঃ (মিচ্) বন্দুৰাণ্ট ( Dr. ( Miss ) Bondurant ) আন তেনে এজন বিখ্যাত আমেৰিকাবাসী। এইদৰে খ্যাত আৰু অখ্যাত বহুত আমেৰিকাবাসীক গান্ধীজীৰ জীৱন আৰু দৰ্শনে প্ৰভাৱান্বিত কৰাৰ অলেখ উদাহৰণ আছে।

কিন্তু কেৱল আমেৰিকাৰ লোকহে যে গান্ধীজীৰ দ্বাৰা সেইদৰে প্ৰভাৱান্বিত হৈছিল এনে নহয়। বিদগ্ধ জাৰ্মান বৈজ্ঞানিক এল্‌বাৰ্ট আইন্‌ষ্টাইনে গান্ধীজীৰ বিষয়ে কৈছিল : "Generations to come, it may be, will scarce believe that such a one as this ever in flesh and blood walked upon this earth."

আইন্‌ষ্টাইনে গান্ধীজীক অৱতাৰী পুৰুষ বুলি আখ্যা দিয়াটো বিশেষ অৰ্থপূৰ্ণ।

গান্ধীজীৰ আদৰ্শ আৰু ব্যক্তিত্বক লৈ ইংৰাজ কৱি অ'ডেনে কোৱাৰ দৰে ভাৰতৰ শুভাকাঙ্খী বা বন্ধুসকল যি দৰে প্ৰশংসামুখৰ আছিল সেইদৰে ভাৰতৰ দুৰ্ঘোৰ 'শত্ৰু'য়ে গান্ধীজীক উপলুঙাও কৰিছিল। বৃটিছ প্ৰধান মন্ত্ৰী উইন্‌ষ্টন চাৰ্চিলে গান্ধীজীক naked fakir বুলি বক্ৰোক্তি কৰা

সকলোৰে জনা কথা; ১৯৩১ চনত গান্ধীজী ঘূৰণীয়া মেজমেলত যোগদান কৰিবলৈ লণ্ডনত উপস্থিত হ'লত কেবাজনো ভাৰতবন্ধু ইংৰাজে গান্ধী-চাৰ্চিল সাক্ষাতৰ বাবে চেষ্টা কৰিছিল। কিন্তু চাৰ্চিলৰ দৰে দুৰ্ঘোৰ সাম্ৰাজ্যবাদী বৃটিছ প্ৰধান মন্ত্ৰী এজনে গান্ধীজীক সাক্ষাৎ কৰিব বুলি আশা কৰা অসম্ভৱ আছিল, কিয়নো চাৰ্চিলৰ মতে ভাৰতবৰ্ষখন আছিল "বৃটিছ মুকুটৰ উজ্জ্বলতম হীৰক" "The brightest jewel in the Crown"। দ্বিতীয় মহাযুদ্ধৰ সময়ত যেতিয়া ভাৰতৰ স্বাধীনতা আন্দোলন তীব্ৰতৰ হৈ উঠিছিল সেই সময়ত কেবাজনো সহৃদয় আৰু ভাৰতৰ শুভাকাঙ্খী ইংৰাজ বন্ধুয়ে গান্ধীজীৰ লগত এটা আপোচ নিষ্পত্তি কৰিবলৈ চাৰ্চিল চাহাবক পৰামৰ্শ দিছিল। কিন্তু তেওঁ সেই পৰামৰ্শ উপেক্ষা কৰে আৰু সগৰ্বে ঘোষণা কৰিছিল, "I have not become the His Majesty's First Minister to preside over the liquidation of the British Empire."

উইনষ্টন্ চাৰ্চিলৰ এনে উক্তিৰ অসাৰতা প্ৰমাণ হ'ল মাত্ৰ তাৰ কেইবছৰমান পিচত যেতিয়া চাৰ্চিল-চৰকাৰৰ পতন হ'ল আৰু শ্ৰমিক দলে মন্ত্ৰিত্বৰ ক্ষমতা লাভ কৰিলে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ মাজনিশা ভাৰতৰ মুক্তিযুদ্ধ সফল হ'ল আৰু বৃটিছ ৰাজপৰিয়ালৰ অন্যতম লৰ্ড মাউণ্টবেটেনে বৃটিছ চৰকাৰৰ প্ৰতিনিধি স্বৰূপে ভাৰতত বৃটিছ চৰকাৰৰ অৱসান ঘোষণা কৰিলে। গান্ধীজীৰ লগত লৰ্ড মাউণ্টবেটেনৰ সম্পৰ্ক অৰ্থপূৰ্ণ। গান্ধীজীয়ে কোনো ইংৰাজৰ লগত ভোজ-ভাত নাখাইছিল; কাচিত খাইছিল যদিও তেওঁ তেনে অৱস্থাত কোনো ফটো-গ্ৰাফাৰক ছবি তুলিবলৈ নিদিছিল। লৰ্ড মাউণ্টবেটেনৰ লগত গান্ধীজীৰ বন্ধুত্ব ইমান গাঢ় হৈ উঠিছিল যে তেওঁ নতুন দিল্লীৰ ভাইচৰয় হাউচত লৰ্ড মাউণ্টবেটনৰ লগত এদিন ৰাতিপুৱাৰ জা জলপান খাইছিল; আৰু তাৰ ফটো লোৱাতো গান্ধীজীয়ে কোনো আপত্তি কৰা নাছিল। সেই ফটো দেশ-বিদেশৰ বাতৰি কাকতত প্ৰকাশ হ'লত চাঞ্চল্যৰ সৃষ্টি হৈছিল। সেই সময়ত প্ৰিন্সেছ এলিজাবেথৰ (পিচত ৰাণী দ্বিতীয়া এলিজাবেথ) লগত লৰ্ড মাউণ্টবেটেনৰ ভাগিন ফিলিপস্ মাউণ্টবেটেনৰ (পিচত ডিউক অব এডিনবৰা আৰু বৃটিছ ৰাণী এলিজাবেথৰ গিৰিয়েক) বিবাহ ঠিক হৈছিল। এই বাতৰিও গান্ধীজীয়ে প্ৰকাশ কৰিছিল। এই সম্পৰ্কে লৰ্ড মাউণ্টবেটেন আৰু গান্ধীজীৰ লগত হোৱা কথা-বতৰাত দুয়োৰো মাজৰ বন্ধুত্বৰ প্ৰতিধ্বনি হৈছিল। গান্ধীজীয়ে লৰ্ড মাউণ্টবেটেনক এইদৰে কৈছিল: "This is indeed great news for

England, the engagement of your future Queen to your nephew......I would so much like to send them a wedding present. But, as you know, I own nothing except this 5s. watch and my loin cloth. What can I do?" ইয়াৰ উত্তৰত লৰ্ড মাউণ্টবেটেনে গান্ধীজীক কৈছিল, "Can't you make her something on your spinning wheel?" গান্ধীজীয়ে লৰ্ড মাউণ্টবেটেনৰ পৰামৰ্শ গ্ৰহণ কৰি এখন খদ্দৰৰ টেবুলক্লথ বোৱাই ৰাণী এলিজাবেথক বিবাহ উপলক্ষে উপহাৰ দিছিল। সেই উপহাৰ আজিও ৰাণী এলিজাবেথে সযত্নে ৰাখিছে (...which the Queen now has among her most valued possessions)। এই বছৰৰ দুই অক্টোবৰৰ দিনা ইংলণ্ডত গান্ধী জন্ম-শতবাৰ্ষিকী উৎসৱ পাতিবলৈ যি যো-জা চলিছে সেই উপলক্ষে বৃটিছ মিউজিয়ামত এখন প্ৰদৰ্শনী পতা হব। প্ৰস্তাৱিত প্ৰদৰ্শনীত গান্ধীজীয়ে দিয়া উপহাৰ টেবুলক্লথখন প্ৰদৰ্শনৰ বাবে অনাৰ ব্যৱস্থা কৰা হব।

এই সাধাৰণ ঘটনাটোৱে প্ৰমাণ কৰে যে গান্ধীজী বৃটিছ সাম্ৰাজ্যবাদৰ দুৰ্ঘোৰ বিৰোধী আছিল যদিও ইংৰাজসকলৰ লগত ব্যক্তিগতভাৱে তেওঁ মধুৰ সম্পৰ্ক ৰক্ষা কৰিছিল।

উইনষ্টন চাৰ্চিলৰ দৰে বৃটিছ প্ৰধানমন্ত্ৰীৰ পদত অধিষ্ঠিত বিশিষ্ট ইংৰাজ মি. হেৰল্ড্ উইলচনে গান্ধীজীৰ বিষয়ে যি কৈছে সেইয়াও উল্লেখযোগ্য। মি. উইলচনে কৈছে, "We in this country owe him (Gandhi) an immense debt of gratitude for the solid foundation of Indo-British friendship which he truely laid."

কিন্তু চাৰ্চিল চাহাবে গান্ধীজীক naked fakir বা 'নঙঠা ফকিৰ' বুলি উপলুঙা কৰিছিল যদিও সেই শব্দ দুটাৰ যোগেদি বৃটিছ যুগত ভাৰতবাসীৰ যি দুৰ্দশা হৈছিল সেই দুৰ্দশাহে পৰিস্ফুট হৈ উঠিছিল। গান্ধীজীয়ে অনুভৱ কৰিছিল যে সুদীৰ্ঘকাল বৃটিছ-শোষণে ভাৰতৰ জনসাধাৰণক নঙঠা অৱস্থালৈ আনিছিল। তেওঁ দেহ-মন, কাম-কাজ, চলন-ফুৰণ, পিন্ধন-উৰণ সকলো ক্ষেত্ৰত ভাৰতীয় জনসাধাৰণৰ অভিব্যক্তি বা প্ৰতিনিধিত্ব কৰিছিল। সেই কাৰণে এক হিচাপে গান্ধীজীক চাৰ্চিলে 'নঙঠা ফকিৰ' আখ্যা দিয়াত খেদ কৰাৰ কোনো কাৰণ নাই।

উনৈশ শ পঞ্চাশ চনৰ ৩০ জানুৱাৰীৰ দিনা নতুন দিল্লীৰ বিৰলা মন্দিৰৰ

চৌহদত নাথুৰাম গড্‌ছেৰ গুলীত গান্ধীজী নিহত হ'ল। সমগ্ৰ বিশ্ব এই অৱতাৰী পুৰুষজনাৰ আকস্মিক বিয়োগত ম্ৰিয়মান হ'ল ; কিন্তু যীশু খৃষ্টৰ লেখীয়া অৱতাৰী সকলো মহাপুৰুষৰ সেই দশা হোৱাটো ইতিহাসে প্ৰমাণ দিয়ে। গান্ধীজীৰ কাম্য ৰামৰাজ্য এখন ভাৰতভূমিত স্থাপিত নহব পাৰে, কিন্তু গান্ধীজীৰ পথ অনুসৰণ কৰিবলৈ নিশ্চয় বহুতে চেষ্টা কৰিব। গান্ধীজীয়ে নিজেই কৈ গৈছে ঃ "No man can be said to be good before his death. After I am gone, no single person will be able to completely represent me. But a little bit of me will live in many of you."

# বিপ্লৱৰ পন্থা সত্যাগ্ৰহ

**অজিতকুমাৰ শৰ্মা**

মহাত্মা গান্ধীৰ মাহাত্ম্য কিহত? কথাত নহয়, কৰ্মত। গান্ধীৰ জীৱনেই বাণী। এই বাণী সত্যাগ্ৰহৰ। জগতত প্ৰথম সত্যাগ্ৰহী প্ৰহ্লাদ। আৰু হ'ল চক্ৰেটিছ, ডেনিয়েল, যীশু খ্ৰীষ্ট, চৈতন্য, মীৰাবাই আৰু থৰ'। টলষ্টয় আৰু ইমাৰছনেও সত্যাগ্ৰহ সমৰ্থন কৰিছিল; অৱশ্যে এই দুজনৰ গাত কৰ্মক্ষেত্ৰৰ অভিজ্ঞতা নাই। মহাত্মা গান্ধী সত্যাগ্ৰহী, কিন্তু গান্ধীযুগৰ আগৰ সত্যাগ্ৰহীৰ সৈতে গান্ধীৰ মৌলিক পাৰ্থক্য আছে। তেওঁৰ অগ্ৰৱৰ্তী-সকলে বিবেকৰ নিৰ্দেশ পালন কৰি অন্যায়ৰ প্ৰতিৰোধৰ সত্যাগ্ৰহ ব্যক্তিগত ক্ষেত্ৰতহে কৰিছিল। গান্ধীয়ে কিন্তু সেই সত্যাগ্ৰহকে ব্যক্তিগত ক্ষেত্ৰৰ উপৰিও সমাজ, ৰাজনীতি আৰু অৰ্থনীতিৰ ব্যাপক ক্ষেত্ৰত অন্যায়, অবিচাৰ, অসত্যৰ প্ৰতিৰোধৰ যুগমীয়া অস্ত্ৰ হিচাপে প্ৰয়োগ কৰি জগতৰ ৰাজনীতিত এক নতুন বিস্তৃতি দান কৰিলে। মহাত্মা গান্ধীয়ে লুই ফিছাৰৰ আগত ১৯৪২ চনত নিজেই দাবী কৰিছিল তেওঁৰ সত্যাগ্ৰহৰ পৰিকল্পনাই জগতত যি নতুন ব্যৱস্থা দাঙি ধৰিছে সি সমগ্ৰ পৃথিৱীকে স্তম্ভিত কৰিব। তেওঁৰ সত্যাগ্ৰহৰ পন্থা হ'ল নতুন সভ্যতাৰ বাহক। পৃথিৱীৰ অগণন শোষিত-নিষ্পেষিত জনতাই সেইবাবেই গান্ধীক তেওঁলোকৰ প্ৰবক্তা আৰু সকলো দুখ-দুৰ্দশাৰ নিৰাময়ৰ স্থল হিচাপে দেখা পাইছিল। পৃথিৱীৰ সকলো দেশৰ মানুহে মহাত্মা গান্ধীক অন্যায় আৰু শোষণৰ আটাইতকৈ ডাঙৰ প্ৰতিৰোধ শক্তিৰ প্ৰতীক বিবেচনা কৰাই নহয়, আনকি জীৱনক্ষেত্ৰৰ সকলোপ্ৰকাৰৰ অশান্তিৰ মাজতো গান্ধীৰ ওচৰত সান্ত্বনা বিচাৰিছিল। কিন্তু এনে সান্ত্বনাৰ উৎস কিহত? গান্ধীৰ বাহিৰে জানো পৃথিৱীত আনে অন্যায়-শোষণৰ প্ৰতিবাদ কৰা নাই? কৰিছে; পিচে, বহু ব্যক্তিৰ সংগঠনৰ মাধ্যমতহে। আধুনিক যুগত সংগঠনৰ শক্তি ইমান প্ৰবল আৰু ব্যাপক যে তাৰ ভিতৰত বা তাৰ বিৰুদ্ধে, সংগঠন আৰু অস্ত্ৰৰ অবিহনে ব্যক্তি সম্পূৰ্ণ সহায়হীন। এনে এটা পৰিস্থিতিতেই গান্ধীৰ আবিৰ্ভাৱ। গান্ধীয়ে অকলশৰে থিয় দি ক'লেহি—

"তোমাৰ সমৰ্থনত কোনো সংগঠনো যদি নাই, তোমাৰ হাতত যদি অস্ত্ৰও নাই, তথাপি চিন্তা কৰিব নেলাগে। তোমাৰ ভিতৰত এনেকুৱা এটা বস্তু আছে যিটোৰ বলেৰে তুমি সকলো অত্যাচাৰ আৰু অন্যায় প্ৰতিৰোধ কৰিব আৰু প্ৰকৃত মানুহৰ দৰে সহ্য কৰিব পাৰিবা।" সেই বস্তুটোৱেই হ'ল সত্যৰ শক্তি বা আত্মাৰ শক্তি। অকল কোৱাই নহয়, গান্ধীয়ে তাকেই কাৰ্যক্ষেত্ৰত কৰি দেখুৱালে। ডেৰকুৰি বছৰ ধৰি গান্ধীৰ কাৰ্যৰ এই অভাৱনীয় শক্তিশালী গুণৰ যি বিকাশ হ'ল তাকে দেখি আধুনিক মানুহ বিমোহিত হ'ল আৰু অনাগত নতুন পৃথিৱীৰ সম্ভাৱনাত বিশ্বাস ঘূৰি আহিল। সেইকাৰণেই ডঃ ৰামমনোহৰ লোহিয়াই এটম বোমা আৰু মহাত্মা গান্ধীকেই কুৰি শতিকাৰ একমাত্ৰ মৌলিক অৱদান বুলিছে। এই দুয়োৰো মাজত সাদৃশ্য আছে—দুয়োৰো উদ্ভৱ অন্যায়-প্ৰতিৰোধত। পাৰ্থক্য হ'ল, এটম বোমাই অন্যায় প্ৰতিৰোধ কৰিবলৈ যাওঁতে আকৌ আনৰ অন্যায় সাধন কৰে; গান্ধীজীৰ পন্থাত হ'লে একমাত্ৰ ন্যায়ৰ স্বাৰ্থহে সাধন হয়; বোমাই কিন্তু অন্যায়ৰ স্বাৰ্থও পালন কৰে।[1]

এইখিনিতে অৱশ্যে মন্তব্য হ'ব পাৰে পুঁজিবাদী সমাজ-ব্যৱস্থা থকাৰ বাবেই শোষণ অত্যাচাৰ ইত্যাদি চলিছে আৰু পুঁজিবাদী ব্যৱস্থাৰ অৱসান ঘটাবৰ কাৰণে মাৰ্ক্সবাদ তথা কমিউনিজমে নিৰ্দিষ্ট পন্থা দাঙি ধৰিছে। তেনেস্থলত আধুনিক যুগত গান্ধীৰ নতুন পন্থাৰ কিবা আৱশ্যক নাইবা সঙ্গতত্তা আছে জানো?

মাৰ্ক্সৰ যুগমীয়া দৰ্শনত পুঁজিবাদৰ অন্যায় শোষণ-ব্যৱস্থাৰ বিকাশ আৰু পতনৰ স্বৰূপ দাঙি ধৰা হৈছে। আপোন চৰিত্ৰসম্ভূত দ্বন্দ্বই পুঁজিবাদৰ পতন ঘটাব বুলি কমিউনিজমে বিশ্লেষণ কৰিও দেখুৱাইছে। এই পতন শীঘ্ৰে ঘটাবলৈ শ্ৰেণী-সংগ্ৰাম তথা সশস্ত্ৰ-বিপ্লৱৰ পন্থা আৱশ্যক। ইয়াৰে ভিত্তিত বিপ্লৱ আৰু বিপ্লৱৰ পিচত কমিউনিষ্ট ৰাষ্ট্ৰ স্থাপন হ'ল। কিন্তু ঘটনা হ'ল, মানুহক মুক্ত কৰাৰ যি চূড়ান্ত আদৰ্শ আগত ৰাখি কমিউনিষ্ট বিপ্লৱ হ'ল, সেই আদৰ্শ লাভৰ পথ মুকলি নহৈ ৰুদ্ধ হৈহে পৰিল। সশস্ত্ৰ বিপ্লৱে পুঁজিবাদক সম্পূৰ্ণ নিৰ্মূল কৰি ৰাষ্ট্ৰহীনতাৰ ফালে আগ নেবাঢ়ি ৰাষ্ট্ৰৰ একচেতীয়া আধিপত্য চূড়ান্ত সীমালৈ নি শোষণৰ অন্য এটা পথ হে মুক্ত কৰি দিলে। অৰ্থনৈতিক সমতা স্থাপনৰ উদ্দেশ্যে উৎপাদন ক্ষেত্ৰৰ সম্বন্ধ পৰিৱৰ্তন কৰি, অৰ্থাৎ

১। 'মাৰ্ক্স, গান্ধী এণ্ড ছচিয়েলিজম'—ডঃ লোহিয়া।

ব্যক্তিগত মালিকীস্বত্বৰ স্থানত সামাজিক স্বত্ব প্ৰতিষ্ঠা কৰি কমিউনিজমে পুঁজিবাদক এফালে নিৰ্মূল কৰিলে সঁচা; কিন্তু আনফালে উৎপাদন-পদ্ধতিৰ ক্ষেত্ৰত পুঁজিবাদকেই অনুকৰণ কৰি আৰু কেন্দ্ৰীভূত শক্তি প্ৰতিষ্ঠিত কৰি কমিউনিজমে পুঁজিবাদৰ পদ্ধতিৰেই সম্প্ৰসাৰণ কৰিলে। এইখিনিতেই সমকালীন মাৰ্ক্সীয় পদ্ধতিৰ তথা কমিউনিজিমৰ ত্ৰুটি আৰু অসম্পূৰ্ণতা ৰৈ গৈছে।

সি যি নহওক, কমিউনিষ্ট পন্থাৰ আৱিৰ্ভাব হোৱাৰ পিচত মানব জাতিৰ সম্মুখত শোষণমুক্ত হোৱাৰ দুটা বিকল্প পথ ওলাল—এক হ'ল উদাৰপন্থী গণতান্ত্ৰিক সংসদীয় ৰাজনীতিৰ ধীৰ, শান্তিপূৰ্ণ পথ আৰু আনটো হ'ল, সশস্ত্ৰ বিপ্লৱৰ জৰিয়তে সমাজ পৰিৱৰ্তনৰ দ্ৰুতগামী হিংসাত্মক পথ। আন কথাত ক'বলৈ গ'লে এটা হ'ল বেলট (ভোট)ৰ পথ আৰু আনটো হ'ল বুলেট (অস্ত্ৰ)ৰ পথ। ইউৰোপত ছচিয়েল ডেমক্ৰেট আৰু উদাৰপন্থী আন্দোলনে প্ৰথম পথ আৰু কমিউনিষ্ট আন্দোলনে দ্বিতীয় পথ গ্ৰহণ কৰিলে। ডেমক্ৰেটসকলৰ শান্তিপূৰ্ণ, সাংবিধানিক পন্থাই ক্ৰমাৎ সংস্কাৰবাদী হৈ পৰিল আৰু সংসদী পন্থাৰ নীতি আৰু সীমাবদ্ধতাৰ সৈতে আপোচ কৰিলে, ইফালে কমিউনিষ্টৰ বিপ্লবী পন্থাৰ লগত অমানুষিকতা, হত্যা, একনায়কত্ববাদ আৰু শোষণ জড়িত হৈ পৰিল। দুই পন্থাই এই একেটা বিশ্বাসকে লৈ আগ বাঢ়িবলৈ ল'লে যে ৰাষ্ট্ৰৰ ক্ষমতা অধিকাৰ কৰিহে সমাজৰ পৰিৱৰ্তন কৰিব পাৰি। প্ৰথমটোৱে অধিকাৰ কৰিব প্ৰচাৰ, বুজনি আৰু ভোটৰ জৰিয়তে; দ্বিতীয়টোৱে কৰিব বিপ্লৱৰ অস্ত্ৰ ধাৰণ কৰি। কিন্তু ৰাষ্ট্ৰৰ হাতত ক্ষমতা অৰ্পণ কৰাৰ ফলত কোনোটোৰ জৰিয়তেই জনসাধাৰণ বা মেহনতী জনতাই প্ৰকৃত ক্ষমতাৰ অধিকাৰী হ'বলৈ নোৱাৰিলে। ৰাষ্ট্ৰৰ সৰ্বক্ষমতা এটাই চমজাই দিলে আওপকীয়াকৈ এমুঠি পুঁজিপতিশ্ৰেণীৰ হাতত আৰু আনটোৱে দিলে সোপাকে এমুঠি ৰাজনৈতিক নেতা আৰু আমোলাতান্ত্ৰিক বিষয়াৰ হাতত। বিশ্বৰাজনীতিত এনেকুৱা এটা ৰাজনৈতিক পন্থা—যি কোবাল, বিপ্লৱী অথচ শান্তিপূৰ্ণ, গণতান্ত্ৰিক আৰু দয়ালু হ'ব—কমিউনিষ্ট আৰু ছচিয়েল ডেমক্ৰেট তথা উদাৰপন্থী কোনো পক্ষই বিচাৰি নেপালে। যিটো পুঁজিবাদী ব্যৱস্থাৰ অৱসান ঘটাবলৈ উভয়েই চেষ্টা কৰিলে, সেই ব্যৱস্থাৰে পন্থা আৰু পদ্ধতিতে পুনৰ উভয়ে ভেজা দিয়াৰ ফলত বিপ্লৱী ৰাজনীতিৰ মূল প্ৰশ্ন, প্ৰশ্ন হৈয়েই ৰ'ল। এই প্ৰশ্ন হ'ল—মানৱ সমাজৰ অৰ্থনৈতিক, সামাজিক

আৰু ৰাজনৈতিক উন্নতিসাধনৰ অৰ্থে যি পৰিৱৰ্তন আৱশ্যক তাক সকলোকে বুজোৱা যায় কেনেকৈ ? যি শ্ৰেণীয়ে এনে পৰিৱৰ্তনৰ বিৰোধিতা কৰে সেই শ্ৰেণীৰ ৰাজনৈতিক, সামাজিক আৰু মিলিটেৰী শক্তি প্ৰতিৰোধ কৰি লাগতিয়াল পৰিৱৰ্তন সাধন কৰা যায় কেনেকৈ ?

এই প্ৰশ্নৰ উত্তৰ দিবৰ বাবেই বিশ্বত নতুন ৰাজনীতিৰ আৱশ্যক হ'ল। গান্ধীৰ সত্যাগ্ৰহৰ পন্থাই এই প্ৰশ্নৰ উত্তৰ বিশ্ববাসীক দিবলৈ চেষ্টা কৰিলে। গান্ধীয়ে দেখুৱালে, শোষিত জনতাৰ উদ্ধাৰৰ বিকল্প পথ বুলেট বা বেলটৰ নহয়, বুলেট বা সত্যাগ্ৰহহে। কুৰি শতিকাত গান্ধীৰ এয়েই হল মহৎ অৱদান। যি সময়ত ৰুছ-বিপ্লৱে পৃথিৱীত চমক লগাই দিছিল সেই সময়তেই ভাৰতবৰ্ষত গান্ধীয়ে তেওঁৰ অহিংস বিপ্লৱৰ নতুন পন্থা দাঙি ধৰেহি। ইয়াকে তেওঁ সত্যাগ্ৰহ বা সত্যৰ শক্তি বুলিছে।

সেই তেতিয়াই কমিউনিজম আৰু সংসদীয় গণতন্ত্ৰৰ বিষয়ে গান্ধীয়ে তেওঁৰ মতামতো দাঙি ধৰিছিল। কমিউনিজম সম্পৰ্কে গান্ধীয়ে কৈছিল— পৃথিৱী জুৰি যি বিপ্লৱৰ ঢৌ উঠিছে সিয়েই ভৱিষ্যৎ ঘটনাৰ ইঙ্গিত দিছে। বিশৃঙ্খলাৰ শক্তি স্বৰূপে কমিউনিজম অৱশ্যে অতি অনিষ্টকাৰী, কিন্তু ইয়াৰ সন্মুখত এক মহৎ উদ্দেশ্যও আছে। সেই উদ্দেশ্য হ'ল সমাজৰ সংস্কাৰ সাধন আৰু সমতা ও ন্যায়ৰ ৰাজত্ব স্থাপন কৰা। পিচে, যাত্ৰাপথৰ অসহিষ্ণুতাৰ সোঁতত কমিউনিজমে এইটো কথা পাহৰি পেলালে যে বেমাৰ ভাল কৰিবলৈ যি চিকিৎসা কৰা হ'ল সি বেমাৰতকৈও বেছি যন্ত্ৰণাদায়ক বুলিহে প্ৰমাণ হ'ল। ঘৃণাৰ ভিত্তিত হোৱা শ্ৰেণীসংগ্ৰামৰ দ্বাৰাই মানবসমাজত সমতা আৰু ভ্ৰাতৃত্ব স্থাপন কৰিব পৰা হ'ব বুলি কোৱাটো যেই, বিহৰ পুলি ৰুই গোলাপ ফুলৰ গছ পাবলৈ আশা কৰাও সেয়ে। কমিউনিজমৰ নিৰ্দয়তাই ভৱিষ্যতে কেতিয়াবা এনে ধৰণৰ অৰাজকতাৰ সৃষ্টি কৰিবগৈ যে তাক কল্পনাও কৰিব নোৱাৰি। কমিউনিজমৰ সকলো ধ্বংসাত্মক কাৰ্যকলাপৰ কথা জানিও কিন্তু গান্ধীয়ে কমিউনিজমৰ বিৰুদ্ধে পোনপটীয়াকৈ যুদ্ধ নকৰি গঠনমূলক পদ্ধতিৰেহে সন্মুখীন হোৱাৰ পথ গ্ৰহণ কৰিলে। গান্ধীৰ পথ হ'ল প্ৰকৃত স্বাধীনতাৰ বাবে কৰ্মত প্ৰবৃত্ত হৈ কমিউনিজমৰ সন্মুখীন হোৱা। প্ৰেমৰ শক্তি আৰু ব্যক্তিৰ প্ৰতি শ্ৰদ্ধা—এই যি দুটা বস্তু কমিউনিষ্টে বাদ দিছিল তাকে গান্ধীয়ে নিজৰ হাতত তুলি ললে। হুলেৰে হুল কঢ়াৰ পন্থাৰ পৰিবৰ্তে অন্যায়ৰ বিৰুদ্ধে ব্যক্তিগত প্ৰত্যক্ষ প্ৰতিৰোধ আৰু অসহযোগৰ পন্থা হ'ল সত্যাগ্ৰহ। এই

সত্যাগ্ৰহে স্থিতাৱস্থা নেমানে ; গতি আৰু পৰিৱৰ্তন বিচাৰে। ই ন্যস্ত স্বাৰ্থৰ ওচৰত নতশিৰ নহয়, নাইবা পুৰণি সংসদী নিৰ্বাচন বা আৱেদন-নিৱেদন বা আইন সংশোধনলৈ বাট চাই বৈ থাকিবলৈও নেযায়। গান্ধীপন্থীৰ মূল তত্ত্ব হল—শক্তিৰ উৎস জনতা। দৰিদ্ৰ জনতাই সকলো শক্তিৰ আধাৰ। এই সম্পৰ্কত ইংলণ্ডৰ ইতিহাসৰ ভুল ব্যাখ্যা খণ্ডন কৰি তেওঁ কৈছে যে, ইংলণ্ডৰ ইতিহাসক ওপৰচকুৱা দৃষ্টিৰে চোৱাসকলেহে ইংলণ্ডত সকলো ক্ষমতা পাৰ্লিয়ামেণ্টত উৎপত্তি হৈ জনতালৈ বাগৰিছে বুলি কয়। প্ৰকৃত কথা হ'ল—শক্তিৰ আবাস স্থল জনতাহে ; পাৰ্লিয়ামেণ্ট নহয়। আৰু, সত্যাগ্ৰহেই হ'ল জনশক্তিৰ ভঁৰাল।

ৰাষ্ট্ৰই যেতিয়া ন্যায়, শান্তি আৰু স্বাধীনতা লঙ্ঘন কৰে তেতিয়া সেই ৰাষ্ট্ৰৰ বিৰুদ্ধে নাইবা সেই ৰাষ্ট্ৰৰ ওপৰত নিৰ্ভৰ নকৰাকৈয়েই সফলতাৰে থিয় দিবলৈ যি ৰাজনৈতিক পন্থাৰ দৰ্কাৰ তাৰ প্ৰশিক্ষণ কমিউনিষ্ট বা ছচিয়েল ডেমক্ৰেট বা উদাঁৰপন্থী বা আন কোনোৱে দিব নোখোজে। আচল কথা হ'ল, সকলোৱে জনতাৰ শক্তিক মুখেৰে প্ৰশংসা কৰে ; কিন্তু পেটেৰে সেই শক্তিক ভয় কৰে। গতিকে সেই শক্তিৰ উত্থান হোৱাটো কাকো নেলাগে। সমকালীন বিশ্বৰাজনীতিত এই পৰিস্থিতিৰ উদাহৰণ আমি বিভিন্ন ঠাইত দেখিছোঁ। যেনে, ১৯৫৬।৫৭ চনত ৰাষ্ট্ৰসঙ্ঘ আৰু বৃটিছ বৈদেশিক দপ্তৰৰ মাজত এটা গুৰুত্বপূৰ্ণ প্ৰস্তাৱৰ আলোচনা কৰা হৈছিল। সেই প্ৰস্তাৱ মতে আৰব আৰু ইজৰাইলৰ মাজত সংঘৰ্ষ ৰোধ কৰিবৰ বাবে দুই দেশৰ মাজত ৰাষ্ট্ৰসঙ্ঘৰ এক সম্পূৰ্ণ নিৰস্ত্ৰ বাহিনী নিগাজীকৈ ৰখাৰ কথা কোৱা হৈছিল। কিন্তু এই প্ৰস্তাৱত বৃটিছ চৰকাৰে ভয় খালে ; কিয়নো এনে অহিংস পন্থা কৃতকাৰ্য হ'লে জনতাই সেই উদাহৰণকে শিকিব আৰু সময়ত নিজৰ চৰকাৰৰ বিৰুদ্ধেও অহিংস প্ৰতিৰোধ কৰিবলৈ ধৰিবগৈ।

আকৌ, বৃটিছ চৰকাৰে চুয়েজ আক্ৰমণ কৰাৰ সময়ত লেবাৰ পাৰ্টিয়ে শেহান্তত বৃটিছ চৰকাৰৰ কাৰ্যৰ বিৰোধিতা কৰিছিল। "যুদ্ধ নেলাগে শান্তিহে লাগে", "মানৱতা ৰক্ষা হওক", "যুদ্ধ নহয়" ইত্যাদি নানান যুক্তি দিয়া হ'ল। কিন্তু লেবাৰ পাৰ্টিৰ আৰু ট্ৰেড ইউনিয়নৰ নেতাসকলে সেই যুদ্ধৰ বিৰুদ্ধে সাধাৰণ ধৰ্মঘট বা তেনে কোনো জন-আন্দোলন পন্থাৰ বিৰুদ্ধেও থিয় দিলে। অথচ তেনে আন্দোলনৰ দ্বাৰাহে তত্তালিকে যুদ্ধ বন্ধ কৰিব পৰা হ'লহেঁতেন। লেবাৰ নেতৃত্বৰ এনে কাৰ্যৰো অৰ্থ হল, তেওঁলোকে

বুজিছিল জনতাই যদি এবাৰ নিজৰ শক্তি উপলব্ধি কৰে আৰু তাক প্ৰয়োগ কৰে তেন্তে লেবাৰ পাৰ্টিয়েও জনতাৰ অপ্ৰিয়ভাজন হ'লে সেই একে পৰিস্থিতিৰেই সম্মুখীন হবগৈ লাগিব।

সেইদৰেই কমিউনিষ্ট ৰাষ্ট্ৰসমূহেও যেতিয়া পৃথিৱীত শান্তিস্থাপনৰ কথা কয় তেতিয়া শীৰ্ষ ৰাজনীতি তথা নেতৃবৰ্গই ওপৰমহলত কৰা আলোচনা, উমৈহতীয়া চুক্তি আদিৰ সম্মিলনৰ জৰিয়তেহে এনে শান্তিৰ মীমাংসা হোৱাটো বিচাৰে। সকলো পক্ষই একমত হ'লেহে শান্তিৰ কাম আৰম্ভ হ'ব; কোনো পক্ষই নিজাকৈ আৰম্ভ নকৰে। নিজৰ ফালৰপৰা কমিউনিষ্টেও আগবাঢ়ি গৈ আগধৰি একো কৰিব নোখোজে, নাইবা জন-আন্দোলনৰ যোগে প্ৰত্যক্ষ আন্দোলন বা প্ৰতিৰোধৰো সমৰ্থন নকৰে। তদুপৰি, শান্তি লাগে বুলি ক'লেও, স্বাধীনতা আৰু গণতান্ত্ৰিক অধিকাৰৰ কথা কোৱা নহয়। এনে ধৰণৰ শীৰ্ষ ৰাজনীতিৰ মূলতেও সেই একেই ভয়—জনতালৈ ভয়। জনতাই নিজে সিদ্ধান্ত কৰাটো কোনো ডিক্টেটৰেই নিবিচাৰে। অৰ্থাৎ শীৰ্ষস্থানত বহি সকলো কথাৰ সিদ্ধান্ত পুৰোহিতসকলে কৰিলেহে ক্ষমতা নিৰাপদে থাকিব।

স্বাধীন ভাৰতত যেতিয়া ছচিয়েল ডেমক্ৰেট আৰু উদাৰপন্থী শ্ৰেণী শাসনৰ অধিকাৰী হ'ল তেতিয়াও একে ভয়েই দেখা দিলে। যি জনশক্তিৰ যহত নতুন ৰাষ্ট্ৰ স্থাপন হ'ল সেই শক্তিলৈকে মাৰাত্মক সন্ত্ৰাস। নতুন ৰাষ্ট্ৰই সত্যাগ্ৰহৰ পন্থাত বিভীষিকা দেখিলে। ভাৰতৰ নতুন সংবিধান উৎথাপন কৰোঁতে সেইবাবেই ডাঃ আম্বেদকাৰে সংসদক সোঁৱৰাই দিলে—"এই সংবিধান গ্ৰহণ কৰাৰ অৰ্থ হ'ল এয়ে যে এতিয়াৰপৰা আৰু আমি আইন-অমান্য, অসহযোগ আৰু সত্যাগ্ৰহৰ পন্থা সম্পূৰ্ণ ত্যাগ কৰিব লাগিব। এই সকলোবোৰ হ'ল অৰাজকতাৰ ব্যাকৰণ। এতেকে যিমান সোনকালে সেইবোৰ ত্যাগ কৰোঁ সিমানে আমাৰ মঙ্গল।"

প্ৰতিক্ৰিয়াবাদী ৰাষ্ট্ৰই জনতালৈ ভয় কৰাটো বোধগম্য; কিন্তু যেতিয়া সচৰাচৰ প্ৰগতিবাদী ৰাষ্ট্ৰয়ো এই ভয়ত কঁপিবলৈ ধৰে, তেতিয়াই বিশ্বৰাজনীতিত সত্যাগ্ৰহৰ নিৰ্ভয় পন্থাৰ সঙ্গতত৷ প্ৰমাণিত হয়। আফ্ৰিকা, হাঙ্গেৰীত ঘটা জেকশ্লভেকিয়াত ৰুচ সেনাবাহিনীৰ দখলৰ বিৰুদ্ধে জন-আন্দোলন, আমেৰিকাত মাৰ্টিন লুথাৰ কিঙৰ নেতৃত্বত নিগ্ৰোসকলৰ অহিংস সংগ্ৰাম, আনকি চীন দেশৰ সাংস্কৃতিক বিপ্লৱৰ কাৰ্যকলাপ, এই সকলোবোৰ ঘটনাই

বিশ্বসমাজবাদৰ নতুন ৰাজনীতিত গান্ধীৰ সত্যাগ্ৰহ পন্থাৰ যুক্তিযুক্ততা আৰু আৱশ্যকতা পুনৰ সাব্যস্ত কৰিছে।

মহাত্মা গান্ধীৰ অহিংস বিপ্লৱ অতৰ্কিতে আক্ৰমণ কৰি ৰাজক্ষমতা দখল কৰাৰ আঁচনি নহয়। ই হ'ল মানুহৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক সম্বন্ধৰ ৰূপান্তৰ ঘটাই শান্তিপূৰ্ণভাৱে ক্ষমতা হস্তান্তৰ কৰাৰ সম্পূৰ্ণ পৰিকল্পনা। এই বিপ্লৱ সাধনৰ পন্থা হ'ল সত্যাগ্ৰহ। ত্ৰিশ বছৰ ধৰি গান্ধীয়ে চলোৱা অহিংস বিপ্লৱৰ পৰীক্ষা তথা সত্যৰ ধাৰাবাহিক পৰীক্ষাৰ ধাৰাত অহিংস ৰাষ্ট্ৰ, সমাজ ইত্যাদি আদৰ্শৰ ক্ৰমাৎ বিকাশ হৈ আহিছিল। জীৱনৰ শেহ মুহূৰ্তলৈকে সত্যৰ পৰীক্ষা কৰি থকাত তেওঁৰ মৃত্যুৰ সময়তো গান্ধীজীৰ আদৰ্শ সম্পূৰ্ণ আৰু সমাপ্ত ৰূপত ৰুদ্ধ নহৈ মুকলি হৈয়েই ৰ'ল। গান্ধীজীৰ আদৰ্শৰ ক্ৰমবিকাশলৈ লক্ষ্য কৰিলে দেখা যায় প্ৰথমে তেওঁ যি জাতি-প্ৰথাক ধৰ্মৰ অঙ্গ বুলি কৈছিল তাকে শেহলৈ পাপ আখ্যা দিছিল আৰু যি বৃটিছ সাম্ৰাজ্যক ভাৰতৰ হিতকাৰী বুলি কৈছিল তাকেই দস্যু বুলিও ক'লেগৈ। সেইদৰেই গান্ধীজীয়ে ব্যক্তিগত সম্পত্তিৰ পবিত্ৰতাত বিশ্বাস কৰাৰ পৰা গৈ বিনা ক্ষতিপূৰণে সম্পত্তি অধিকাৰ কৰা আৰু মাটিৰ মালিকীস্বত্ব ৰদ কৰাৰ দাবীও কৰিছিলগৈ। অহিংস আন্দোলনৰ স্বৰূপ সম্পৰ্কেও তেওঁ সময়, অৱস্থা আৰু অভিজ্ঞতাৰ লগত খাপ খুৱাইহে ব্যাখ্যা কৰিছিল। ১৯৪২ চনত লুই ফিছাৰৰ আগত যেতিয়া তেওঁ তেওঁৰ পৰিকল্পিত আগন্তুক সত্যাগ্ৰহ আন্দোলনৰ উল্লেখ কৰিছিল তেতিয়া ফিছাৰে গান্ধীজীক সুধিছিল, "অতীতত হোৱাৰ দৰে যদি আপোনাৰ আইন অমান্য আন্দোলন ক'ৰবাত কেনেবাকৈ হিংসামূলক হৈ পৰে তেতিয়া আপুনি আকৌ আন্দোলন বন্ধ কৰি দিব নেকি ?" এই প্ৰশ্নৰ উত্তৰত গান্ধীয়ে কোৱা কথাষাৰ লক্ষ্য কৰিবলগীয়া। তেওঁ ক'লে, "এই মুহূৰ্তত মোৰ মনৰ যি অৱস্থা তালৈ চাই মই ক'ব নোৱাৰোঁ যে আন্দোলন বন্ধ কৰিবৰ বাবে কোনো ঘটনাই নঘটিব। পিচে অতীতত মই অতি বেছি সতৰ্ক হৈ চলিছিলোঁ। মোৰ আৰু মোৰ সহযোগীসকলৰ প্ৰশিক্ষণৰ বাবে সেই সতৰ্কতাৰ আৱশ্যকতাও আছিল। কিন্তু এতিয়া আৰু মই আগৰ দৰে নকৰোঁ"।[১]

অহিংস বিপ্লৱৰ আদৰ্শ চৰিত্ৰৰ ক্ৰমবিকাশৰ লগে লগে সত্যাগ্ৰহ দৰ্শন আৰু পদ্ধতিৰো ক্ৰমবিকাশ হৈ আহিছিল। গান্ধীজীয়ে নিজকে জগতৰ

১। 'এ উইক উইথ গান্ধী'—লুই ফিছাৰ।

প্ৰথম সত্যাগ্ৰহী বুলি দাবী কৰা নাছিল যদিও তেওঁৱেই যে বিশ্বজনীন ক্ষেত্ৰত সত্যাগ্ৰহক পোন প্ৰথমে প্ৰয়োগ কৰে সেই কথা দৃঢ়তাৰে ঘোষণা কৰিছিল। তেওঁৰ হাতত সত্যাগ্ৰহ বিজ্ঞানে ক্ৰমবিকাশৰ পথত আগবাঢ়িয়েই আছিল। সত্যাগ্ৰহ পন্থাক সম্পূৰ্ণ বিকশিত কৰি চূড়ান্ত ৰূপ দিবলৈ নৌ পাওঁতেই গান্ধীজীয়ে এই সংসাৰ এৰিব লগা হ'ল। তেওঁৰ মৃত্যুৰ পিচত ভাৰতবৰ্ষত গান্ধীপন্থা তিনিটা ধাৰাত বিভক্ত হৈ পৰিল। প্ৰথম, চৰকাৰী গান্ধীবাদ; দ্বিতীয়, সাধু গান্ধীবাদ; আৰু তৃতীয়, বিপ্লৱী গান্ধীবাদ। প্ৰথম পক্ষৰ বাবে সত্যাগ্ৰহৰ পন্থা অৰাজকতাৰ ব্যাকৰণ আৰু বিভীষিকাৰ স্থল। বিৰোধী শক্তি হিচাপে গান্ধীবাদ আছিল বিপ্লৱী; কিন্তু শাসক গোষ্ঠী হিচাপেই হ'ল সন্ত্ৰাস্ত, নিস্তেজ আৰু ৰক্ষণশীল। দ্বিতীয় পক্ষই সত্যাগ্ৰহৰ এটা অঙ্গ, অৰ্থাৎ গঠনমূলক কাৰ্যক আকোৱালি ধৰি আনটো অঙ্গ, অৰ্থাৎ অন্যায় প্ৰতিৰোধৰ কাৰ্যপন্থাক বাদ দি চৰকাৰী গান্ধীবাদৰ লগত আপোচলৈ আহিল। বিনোৱা ভাবে আৰু জয়প্ৰকাশ নাৰায়ণেও গান্ধীবাদৰ এই পক্ষৰ নেতৃত্ব কৰিলে সঁচা, কিন্তু দুয়োজনেই সত্যাগ্ৰহৰ পন্থা ত্যাগ কৰিলে। গান্ধীবাদৰ ভেঁটি হ'ল প্ৰেম আৰু সত্য: সত্যই হ'ল ন্যায় আৰু সমতা, এই সত্য প্ৰতিষ্ঠাৰ বাবেই দৰ্কাৰ হ'ল অন্যায় আৰু অসত্যৰ বিৰুদ্ধে খং আৰু প্ৰতিৰোধৰ ব্যৱস্থা। প্ৰতিৰোধৰ সফল পন্থাই হৈছে সত্যাগ্ৰহ। ভূ-দান আন্দোলনে সত্যাগ্ৰহ ত্যাগ কৰি একমাত্ৰ প্ৰেমতহে আস্থা ৰাখি অহিংস বিপ্লৱৰ খেলাটোতে খামুচি ধৰিলে। আন্দোলনৰ ফলত জনতাৰ মাজত অন্যায়-শোষণ-বিৰোধী চেতনা প্ৰবল নহৈ ক্ষীণ হৈ আহিল আৰু সিয়েই ন্যস্ত স্বাৰ্থকহে আওপাকে সহায় কৰিলে। তৃতীয় পক্ষত হ'ল ভাৰতৰ সমাজবাদী আন্দোলন, ঘাইকৈ ডঃ ৰামমনোহৰ লোহিয়াৰ নেতৃত্ব আৰু দৰ্শন। গান্ধীৰ সত্যাগ্ৰহ পন্থাক লোহিয়াই সম্প্ৰসাৰিত কৰি সমাজবাদী বিপ্লৱক নতুন ৰূপ দিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। ব্যক্তিগত আৰু সামূহিক ৰূপত অন্যায় শোষণৰ প্ৰতিৰোধৰ ক্ষেত্ৰত স্বাধীন ভাৰতত গান্ধীৰ সত্যাগ্ৰহৰ একমাত্ৰ উত্তৰাধিকাৰী হ'ল লোহিয়া। লোহিয়াৰ মতে যেতিয়ালৈকে পৃথিৱীত অন্যায় আৰু নিষ্পেষণ থাকিব তেতিয়ালৈকে সত্যাগ্ৰহৰ অস্ত্ৰ থাকিব লাগিব; কিয়নো সত্যাগ্ৰহ নাথাকিলে বন্দুক-বাৰুদে তাৰ স্থান ল'ব। গান্ধীৰ ভাৰতবৰ্ষই পৃথিৱীৰ সন্মুখত এই এটা বিকল্প পন্থা দাঙি ধৰিছে—হয় সত্যাগ্ৰহ নহয় বন্দুক। মাৰ্ক্স আৰু গান্ধী উভয় দৰ্শনৰে অসম্পূৰ্ণতালৈ লক্ষ্য ৰাখি লোহিয়াই সত্যাগ্ৰহৰ ভিত্তিত সমাজবাদৰ

নতুন শক্তি সৃষ্টি কৰাৰ অৰ্থে যি চিন্তা আৰু কাৰ্যপদ্ধতিৰ অৱদান দি গ'ল সেইখিনিয়ে সত্যাগ্ৰহৰ দৰ্শনত নতুন বিস্তৃতি দান কৰিলে। সমাজ-বিপ্লৱক তৎকালিন পৰীক্ষা আৰু চূড়ান্ত পৰীক্ষাত একে সময়তে উত্তীৰ্ণ কৰিবৰ বাবে গান্ধীজীয়ে কৰা চেষ্টাৰ দাৰ্শনিক আৰু প্ৰয়োগাত্মক ভিত্তিক শক্তিশালী কৰিবলৈ একমাত্ৰ লোহিয়াইহে একান্ত মনেৰে চেষ্টা কৰিছিল। অহিংসাৰ দুটা গুণ—অস্ত্ৰ-বিহীনতা আৰু অমান্য। ইয়াৰ এটা এৰি আনটো ৰাখিব নোৱাৰি। অমান্য বা প্ৰতিৰোধৰ গুণটো বাদ দিলে অহিংসাই ভীৰুতাত পৰিণত হ'ব আৰু অন্যায়ৰ ওচৰত আত্মসমৰ্পণ কৰিব। ঠিক সেইদৰেই সত্যাগ্ৰহ পন্থাৰ দুটা গুণ—অন্যায় প্ৰতিৰোধ আৰু গঠনমূলক কাৰ্য। প্ৰথমটো গুণে স্থিতাৱস্থা আৰু স্থিতিশীলতাক আঘাত কৰে আৰু দ্বিতীয়টোৱে নতুন সমাজ ৰচনা কৰে। বিশ্বসমাজবাদৰ নতুন দিক্‌দৰ্শনৰ বাবে সত্যাগ্ৰহৰ অখণ্ড ৰূপত লোহিয়াই বিস্তৃতি প্ৰদান কৰিবলৈ চেষ্টা কৰিছিল। গান্ধীজীৰ মতে সত্যাগ্ৰহৰ বিভিন্ন অস্ত্ৰৰ ভিতৰত পৰিছিল আইন-অমান্য, অসহযোগ, অনশন, পিকেটিং, বয়কট্ আৰু সামাজিক এঘৰীয়াকৰণ। লোহিয়াই অনশনৰ অস্ত্ৰ সমৰ্থন নকৰিছিল, কিন্তু বাকী কেইপাত অস্ত্ৰক ব্যাপকভাৱে প্ৰয়োগ কৰিছিল আৰু নতুন অস্ত্ৰও যোগ দিছিল।

ভাৰতৰ স্বাধীনতা আন্দোলনত সত্যাগ্ৰহৰ কিছু দুৰ্বলতা ৰৈ গৈছিল। সেইবিষয়ে গান্ধীজী নিজেও অৱশ্যে সজাগ আছিল। জৱাহৰলাল নেহৰুকে আদি কৰি কংগ্ৰেছৰ নেতৃবৰ্গৰ সত্যাগ্ৰহৰ উপলব্ধি আৰু আস্থা দ্বিধাযুক্ত বুলি গান্ধীজীয়ে উল্লেখ কৰিছে।[১] এই দুৰ্বলতাৰ বাবেই স্বৰাজ আন্দোলনে শেহান্তত আপোচ কৰিলেগৈ আৰু সত্যাগ্ৰহে নিজ লক্ষ্য সাধন কৰিবলৈ অপাৰগ হ'ল। অকল সেয়েই নহয়, লক্ষ্যভ্ৰষ্টও হ'ল। বিৰোধিতাৰ শক্তি হিচাপে গান্ধীবাদে নিজৰ লক্ষ্য স্থিৰ কৰিব নোৱাৰাৰ বাবেই শেহত ক্ষমতাত অধিষ্ঠিত গান্ধীবাদ অকৰ্মণ্যতা আৰু অসফলতাৰ সম্মুখীন হব লগাত পৰিল। সত্যাগ্ৰহৰ ধাৰাত আপোচৰ দুৰ্বলতা যাতে আহিব নোৱাৰে তাৰ বাবে ভৱিষ্যতেও সতৰ্ক দৃষ্টি ৰাখিব লাগিব। সি যি কি নহওক, চৰকাৰী মতবাদ হিচাপে সত্যাগ্ৰহৰ ত্ৰুটি সত্বেও এইটো ঠিক যে জনতাই অন্যায় প্ৰতিৰোধ কৰাৰ ইতিহাসত ব্যক্তিগত আৰু সামূহিক প্ৰতিৰোধৰ সংকল্প আৰু পন্থাস্বৰূপে সত্যাগ্ৰহক কোনেও চেৰ পেলাব নোৱাৰে। গণতন্ত্ৰক বিকশিত কৰি সমাজবাদৰ প্ৰবল শক্তিত পৰিণত কৰিবলৈ সত্যাগ্ৰহৰ প্ৰয়োজন অৱশ্যম্ভাবী।

---

১। 'এ উইক উইথ গান্ধী'—ফিছাৰ।

# হিন্দু-মুছলমান সম্প্ৰীতি সাধনৰ অৰ্থে গান্ধীজীৰ সাধনা

**পৰাগধৰ চলিহা**

"একং সদ্বিপ্ৰাঃ বহুধা বদন্তি"—একে কথাকে পণ্ডিতসকলে বিবিধৰূপে কয়। মানৱজাতিৰ সামূহিক শান্তি, সুখ, সম্প্ৰীতিৰ আদৰ্শ প্ৰতিপন্ন কৰিবলৈকে বিভিন্ন ধৰ্মৰ সূত্ৰপাত। সেই মহান সত্য সাধনৰ বাবেই যিশু খৃষ্টই জীৱন আহুতি দিলে, বুদ্ধদেৱ, মহাবীৰ, কনফুচিয়াচে তাৰ বাবেই জীৱনৰ সৰ্বস্ব দি মানৱৰ মুকুখালি নাশিবৰ বিধান দি গ'ল। শ্ৰীকৃষ্ণ, ৰামচন্দ্ৰই সেই সাধনৰ বাবেই গিয়াতি-কুটুমকো অধৰমী, অনাচাৰী হেতু প্ৰাণে বধিলে। চক্ৰেটিছে সেই সত্যৰ খাতিৰতে হলাহল পান কৰিলে। বিশ্ব-ভ্ৰাতৃত্বৰ মহান আদৰ্শ প্ৰতিষ্ঠা কৰিবৰ বাবে এজিদ চয়তানহঁতৰ অত্যাচাৰ নাশিবৰ অৰ্থে বঙহৰ কেঁচাতেজ দি নিজৰ জীৱনকো শতবাৰ বিপন্ন কৰিলে হজৰত মহম্মদে। গীতা, বেদ, বাইবেল, কোৰাণ চৰিফ, জেন্দ আবেস্তা আদি সৰ্বশাস্ত্ৰই সেই একে মহান সত্যকে বিশ্ব মানৱক যুগ যুগ ধৰি আওৰালে—ঈশ্বৰ এক, আমি সকলো তেওঁৰ সন্তান, তেওঁ আমাৰ সকলোৰে পিতা। আমাৰ মাজত শান্তি বিৰাজ কৰক, আমাৰ মাজত সম্প্ৰীতি হওক। অথচ, সেইখন পৃথিৱীতে ধৰ্মৰ নামত মানুহেই মানুহক কাটে। শ শ বছৰ জুৰি সেই মানৱ সমাজৰে মাজত অসূয়া, অপ্ৰীতি, অশান্তি। কুৰি শতিকাৰ বিনন্দীয়া সভ্যতাৰ মাজতেও সেয়েহে শুনো "শতিকাৰ চকৰীয়ে আমাক আগুৱাই নিছে নৰকৰ পিনেহে।" কৱিপ্ৰাণে বলিয়া হৈ সেয়েহে কয়, "ধৰ্ম নোহোৱা হ'লে পৃথিৱীখন বেছি ধাৰ্মিক হ'লহেঁতেন।"

মহাত্মা গান্ধীয়ে যথাৰ্থই তেখেতৰ আত্ম-জীৱনীৰ নাম দিছিল 'সত্য অন্বেষণৰ কাহিনী'। তেখেতৰ জীৱনৰ মূলমন্ত্ৰ সত্য আৰু অহিংসা—এটা আনটোৰ পৰিপূৰক। সত্য-সন্ধানৰ বাটত উদ্দেশ্য আছিল মানৱকল্যাণ আৰু তাৰে সাধনৰ উপায় অহিংসা। দৰাচলতে হিংসাই হ'ল যত অনাচাৰ, যত অশান্তিৰ মূল। প্ৰীতি সাধনৰ বাবে সেয়েহে আৱশ্যক সহনশীলতা আৰু সহানুভূতি—একে কথাই সেয়ে হ'ল অহিংসা।

দক্ষিণ আফ্রিকাত থাকোঁতেই পোনতে গান্ধীজীয়ে অনুভৱ কৰে সাম্প্রদায়িক সম্প্রীতিৰ আৱশ্যকতা। আফ্রিকাত ব্ৰতী হোৱা সত্যাগ্রহৰ বাবে তেখেতক লাগিছিল তাত থকা বিভিন্ন ধৰ্মৰ, বিভিন্ন ভাষাভাষী ভাৰতীয় লোকৰ সমৰ্থন আৰু সহযোগিতা। বিদেশৰপৰা ভাৰতলৈ ঘূৰি আহি স্বাধীনতা সংগ্রামৰ সূচনা কৰাৰ লগে লগে গান্ধীজীয়ে বুজিলে সাম্প্রদায়িক সম্প্রীতি অবিহনে স্বৰাজ অনা অসম্ভৱ।

ভাৰতবৰ্ষত যদিও মুছলমানসকলৰ উপৰিও খৃষ্টীয়ান, শিখ, পাৰ্ছী আদি বিভিন্ন ধৰ্মাৱলম্বী লোক আছে, সাম্প্রদায়িক সম্প্রীতিৰ প্ৰধান ক্ষেত্র প্রকৃত-পক্ষে হিন্দু আৰু মুছলমানসকলৰ মাজতহে প্রযোজ্য। বাকীসকলৰ মাজত এই সম্প্রীতি বহুপৰিমাণে বৰ্তমান আৰু গান্ধীজীৰ মতেও হিন্দু-মুছলমানৰ ঐক্য বুলিলে আন ধৰ্মাৱলম্বীৰ লোককো আপোনা-আপুনি অন্তৰ্ভুক্ত কৰি লোৱা হয়গৈ।

গান্ধীজীৰ স্বৰাজ-বেদীৰ চাৰি খুটা আছিল খাদী, মাদকদ্রব্য নিবাৰণ, অস্পৃশ্যতা বৰ্জন আৰু হিন্দু-মুছলমান ঐক্য। শেষৰটিয়ে আছিল লাইখুটা স্বৰূপ। বহুতে তেওঁক বিব্রত কৰিছিল এইবুলি যে যিহেতু ভাৰতবৰ্ষৰ শতকৰা প্রায় ৮০ ভাগেই হিন্দু ধৰ্মাৱলম্বী, এইখন ঘাইকৈ হিন্দুসকলৰ ৰাষ্ট্ৰ হোৱা উচিত। এই প্রসঙ্গত গান্ধীজীয়ে কৈছিল, "যেয়ে এই দেশত জন্মগ্রহণ কৰি ডাঙৰ দীঘল হৈছে, যাৰ নিজা বুলিবলৈ আন কোনো দেশ নাই, হিন্দুস্থান সেই সকলোৰে দেশ। এই দেশত সেইকাৰণে হিন্দুসকলৰ দৰেই পাৰ্ছী, ইহুদী, ভাৰতীয় খৃষ্টীয়ান, মুছলমান, তথা আন সকলো অহিন্দুৰে সমান স্বত্ব। হিন্দু আৰু মুছলমান উভয়ে ভাৰতৰ সন্তান। যেয়ে এই দেশত জনম লৈ এই দেশক নিজৰ মাতৃভূমি বুলি মানি লৈছে সেই সকলোৱেই ভাৰতমাতাৰ সন্তান। তেওঁলোকৰ ভ্রাতৃত্বৰ বান্ধোন তেজতকৈও অধিক শক্তিশালী এনাজৰীৰে বন্ধা।"

মহাত্মাৰ এই উক্তিবোৰ—আনকি তেওঁৰ সত্য আৰু অহিংসা বিষয়ক সূত্রবোৰত—অলীক, কেৱল আদৰ্শমূলক, বাস্তৱ ক্ষেত্রত অসম্ভৱ বুলি বহুতেই উলাই কৰিছিল। প্রতিপক্ষৰ উপৰিও নিজা পক্ষৰো বহুতে। কিন্তু গান্ধীজীয়ে নিজে বাৰে বাৰে কৈছিল, "মই অলীক কল্পনা-প্ৰয়াসী নহওঁ। মই কাৰ্যকৰী আদৰ্শবাদী।" দেশৰ স্বাধীনতা সংগ্রামৰ সন্দৰ্ভত হিন্দু-মুছলমান ঐক্য স্থাপনৰ ক্ষেত্রত গান্ধীজীৰ এই কাৰ্যকৰী আদৰ্শবাদ মূৰ্তিমান হৈ পৰে। সৰ্ব-শেহত এই আদৰ্শকে ধিয়াই আততায়ীৰ হাতত নিজৰ জীৱনো উচৰ্গা কৰে।

হিন্দু-মুছলমান দুটা জাতি—এই নীতি গান্ধীজীয়ে কেতিয়াও মানি নলৈছিল। "হিন্দুধৰ্ম আৰু ইছলামে দুটা বিভিন্ন কৃষ্টি আৰু বিভিন্ন দৃষ্টি-ভঙ্গী বুজায়—এই মনোভাবৰ বিৰুদ্ধে মোৰ প্ৰাণ বিদ্ৰোহী হৈ উঠে। মোৰ বাবে এনে ভাব সমৰ্থনৰ অৰ্থ হ'ব ঈশ্বৰৰ অস্তিত্ব অস্বীকাৰ কৰা। কাৰণ মই দৃঢ়ভাৱে বিশ্বাস কৰো কোৰাণৰ আল্লা আৰু গীতাৰ ঈশ্বৰ একেজনাই আৰু যি নামেৰেই নামাতো লাগিলে আমি সকলো একেজন ঈশ্বৰৰে সন্তান।"[১]

প্ৰথম মহাসমৰৰ পিচত বৃটিছ চৰকাৰে তুৰস্কৰ চুলতানৰ প্ৰতি দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰিলে বুলি মুছলমানসকলে অভিযোগ তুলি বৃটিছ-বিৰোধী মনোভাব পোষণ কৰিবলৈ লয়। ইছলাম ধৰ্মৰ একবাকী গুৰুৰূপে তীৰ্থস্থান-সমূহ ৰক্ষণাবেক্ষণৰ সম্পূৰ্ণ দায়িত্ব থকা বুলি তুৰস্কৰ চুলতানক ভাৰতীয় মুছলমানসকলে মহান খলিফা বুলি মানে। প্ৰায় একে সময়তে, যুদ্ধৰ দিনতে কঠোৰভাৱে প্ৰৱৰ্তন কৰা জৰুৰী আইন বহুদিন পিচলৈকে চলাই থকাৰ প্ৰতিবাদকল্পে মহাত্মাই সত্যাগ্ৰহ আন্দোলনৰ ভাবুকি দিয়ে। জালিৱানৱালা-বাগত হিন্দু-মুছলমান-শিখলোকৰ হত্যাকাণ্ডইও দেশজুৰি বৃটিছ চৰকাৰৰ বিৰুদ্ধে বিক্ষোভৰ অগনি জ্বলাই তোলে। এই হত্যাকাণ্ডৰ পিচতে ঘাইকৈ পঞ্জাৱত সামৰিক আইনৰ কবলেদি অমানুষিক অত্যাচাৰ, উৎপীড়ন চলাই থকাত বিক্ষোভ চৰি উঠে।

সেই সুযোগতে খিলাফৎ আন্দোলন পূৰ্ণ উদ্যমে চলিল। খিলাফৎ আন্দোলনৰ কথা কলেই আহি পৰে মহম্মদ আলি আৰু ভায়েক চৌকত আলিৰ নাম আৰু হিন্দু-মুছলমান ঐক্য সাধনৰ সন্দৰ্ভত গান্ধীজীৰ লগতে পোনতেই লব লগা হয় আলি ভাতৃদ্বয়ৰ নাম। মৌলানা মহম্মদ আলিয়ে সততে প্ৰচাৰ কৰিছিল, "হিন্দুৱে হিন্দুৰ হিন্দুত্ব বজাই ৰাখি আৰু মুছলমানে মুছলমানৰ ধৰ্মক বচাই পৰস্পৰে পৰস্পৰক সহায় কৰি জাতীয় আৰু ৰাষ্ট্ৰীয় জীৱন গ্ৰহণ কৰিব পাৰে।"[২]

১৯০৬ খৃষ্টাব্দত প্ৰতিষ্ঠিত মুছলিম লীগৰ গুৰিত মৌলানা চাহাবেই আছিল আৰু ১৯১৩ চনত লীগৰ সভাপতিৰ আসনৰপৰা আলি চাহাবে নিৰ্ভীক চিত্তে প্ৰচাৰ কৰিছিল, "স্বৰাজ মুছলমান সমাজৰ ৰাজনৈতিক আন্দোলনৰ একমাত্ৰ কাম্য বস্তু।" মৌলানা চাহাবৰ দীক্ষাতে সেইকালৰ

১ 'The Way To Communal Harmony' by M.K Gandhi, pp. 296-300.

২ 'বাঁহী' : উনবিংশ বছৰ।

শিক্ষিত মুছলমানসকলে একচিত্তে গ্ৰহণ কৰিছিল তেখেতৰ নিৰ্দেশ—"স্বৰাজ লাভৰ উপায় হিন্দু-মুছলমানৰ সহযোগিতা।"

এবাৰ কাশী হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলক উদ্দেশি মৌলানা চাহাবে তেখেতৰ স্মৰণীয় ভাষণ দিয়ে, "আমি আমাৰ জাতিগত পাৰ্থক্য বজাই ৰাখিও একেলগ হ'ম। এই পাৰ্থক্য ৰাখিও আমি হিন্দু-মুছলমান স্বদেশ সেৱাত নিযুক্ত হ'ম।"

সেই সময়ত মিউনিচিপেলিটিবিলাকত থকা সাম্প্ৰদায়িক বিৰোধসূচক কিছুমান নিয়ম-কানুনও আলি চাহাবে পৰিৱৰ্তন কৰিছিল ঐক্য সাধনৰ বাবে। মহাত্মা গান্ধীয়ে আলি ভাতৃদ্বয়, মৌলানা আবুল কালাম আজাদ আৰু ডাঃ আনছাৰী প্ৰমুখ্যে নেতৃস্থানীয় জাতীয়তাবাদী মুছলমানক লগত লৈ দেশৰ ইমূৰৰপৰা সিমূৰলৈ খিলাফতৰ বতৰা লৈ দেশবাসীক জগাই তোলে আৰু গান্ধীজীৰ নেতৃত্বত হেজাৰ হেজাৰ হিন্দু-মুছলমান লোকে আন্দোলনত জঁপিয়াই পৰে। গান্ধীজীৰ সপোন হিন্দু-মুছলমান ঐক্য—পূৰ্ণমাত্ৰাই ফলিয়ালে। কিন্তু দুখৰ কথা, এই সুখৰ বাস্তৱতা হ'ল তেনেই ক্ষণস্থায়ী। প্ৰতিক্ৰিয়াশীল শক্তি-সমূহে লাহে লাহে মূৰ দাঙি উঠিল। প্ৰায় এবছৰৰ পিচতে কেৰেলাত হিন্দু-মুছলমানৰ সংঘৰ্ষ হয়—বহুলোকে প্ৰাণ হেৰুৱায়। ইপিনে তুৰস্কত তুৰ্কী ৰাইজেই খলিফাজনক ক্ষমতাচ্যুত কৰাত খিলাফৎ আন্দোলনৰ ঘাই হেতুতেই বাগী কুঠাৰ পৰে। জিন্নাৰ নেতৃত্বত মুছলিম লীগ ক্ৰমাৎ সাম্প্ৰদায়িক ভিত্তিত শক্তিশালী হৈ পৰে। গান্ধীজী কিন্তু ঐক্য-সাধনৰ মহান পথৰপৰা বিচলিত নহ'ল। ১৯২৪ চনত দেশজুৰি হোৱা হিন্দু-মুছলমান সংঘাতৰ পৰিপ্ৰেক্ষিতত গান্ধীজীয়ে স্মৰণীয় ২১-দিনীয়া অনশন পালন কৰে—কোনো ব্যক্তি বা সম্প্ৰদায় বিশেষৰ বিৰুদ্ধে নহয়; উদ্দেশ্য—নিজৰ আত্মশুদ্ধি। এই অনশন ব্ৰত লৈছিল মৌলানা মহম্মদ আলিৰ ঘৰত থাকি। 'ইয়ং ইণ্ডিয়া'ৰ ১৯২৪ চনৰ ২৪ ছেপ্তেম্বৰৰ সংখ্যাত অনশন সম্পৰ্কে দিয়া দীঘলীয়া বিবৃতিত গান্ধীজীয়ে লিখিছিল:

"মই নিঃসহায় বোধ কৰি এই অনশন আৰম্ভ কৰিছোঁ, নিৰাশ বোধ কৰি নহয়।...মই কোনো হিন্দু বা মুছলমানকে তেওঁলোকৰ নিজ নিজ ধৰ্ম-ভাবৰ লেশ মাত্ৰও পৰিহাৰ কৰিবলৈ নকওঁ। মাত্ৰ তেওঁলোক সকলোৱে দৃঢ়ভাৱে বিশ্বাস কৰক যে সেই ধৰ্মভাববোৰ শুদ্ধ। অৱশ্যে মই সন্তৰ্পণে আহ্বান জনাওঁ—প্ৰতিজন হিন্দু, প্ৰতিজন মুছলমানলৈ, ক্ষন্তেকীয়া, অসাৰ কিবা সুবিধাৰ খাতিৰত যেন তেওঁলোকে কাজিয়া নকৰে।"

এই অনশনৰ ফল স্বৰূপে হিন্দু-মুছলমান সকলো সম্প্ৰদায়ৰ লোকৰ সমাবেশত হোৱা সৰ্বদলীয় সম্মিলনে সিদ্ধান্ত গ্ৰহণ কৰে হেৰাই যোৱা সম্প্ৰীতি পুনৰুদ্ধাৰ কৰি অটুট ৰাখিবলৈ আৰু অনৈক্যসূচক দুৰ্ব্যৱস্থাবোৰ আঁতৰাবলৈ। অৱশ্যে সেই সিদ্ধান্তও স্থায়ী ব্যৱস্থালৈ ৰূপান্তৰিত নহ'ল।

কিন্তু লীগ পন্থীসকলে ঘাইকৈ বৃটিছ-ৰাজৰ প্ৰৰোচনাত মুকলিভাৱে হিন্দু-মুছলমান দুটা বেলেগ জাতি বুলি ঘোষণা কৰি মুছলমানসকলৰ বাবে সুকীয়া ৰাষ্ট্ৰৰ দাবী তোলে আৰু দুটা সম্প্ৰদায়ৰ মাজৰ বিভেদ ক্ৰমাৎ গঢ়ি উঠে। যিজনে একনিষ্ঠভাৱে গোটেই দেশখনৰ হিন্দু মুছলমানক একত্ৰিত কৰি প্ৰবল খিলাফৎ আন্দোলন গঢ়ি তোলে, যাৰ আহ্বানত হেজাৰ বিজাৰ হিন্দু-মুছলমানে কাৰাবৰণ কৰিলে, বৃটিছৰ শত নিৰ্যাতন ভোগ কৰিলে, সেইজন হৈ পৰিল (প্ৰতিক্ৰিয়াশীলসকলৰ বাবে) মুছলমান তথা ইছলামৰ প্ৰধান শত্ৰু। তেওঁলৈ এগৰাকী মুছলমানে লিখে:

"এটা জাতিৰ সূত্ৰত সাম্প্ৰদায়িক ঐক্য কেতিয়াও সাধন নহয়। মুছলমানসকলৰ সুকীয়া সংস্কৃতি সুকীয়া ঐতিহ্যৰ বাবে তেওঁলোকক এটা সুকীয়া জাতি বুলি পৰিগণিত কৰি উদাৰ মনোভাৱ লৈ বিভিন্ন ধৰ্ম-গোষ্ঠীয়ে পৰস্পৰৰ প্ৰতি সহনশীল মনোভাৱ পোষণ কৰিলেহে ভাৰতত শান্তি আৰু সম্প্ৰীতি সম্ভৱ।"[১]

আন এগৰাকী মুছলমান ডেকা (আলিগড়ৰ এম. এ)ই লিখে: "মুছলমানসকল ইছলাম ধৰ্ম প্ৰবৰ্তনৰ দিন ধৰি সুকীয়া জাতি হৈ আছে। মহম্মদ-বীন-কাছিমে ভাৰতত ভৰি দিয়া দিন ধৰি তেওঁলোক বেলেগ জাতি। ......ধৰ্মইহে মানুহৰ মনোভাৱৰ ৰূপ দিয়ে......একে বতাহ সেৱন কৰিলেও ইংলণ্ডৰ লোক আৰু ভাৰতৰ লোক জানো একে?......ভাৰত বহু-জাতিৰ লোকৰ দেশ......চীন দেশতও মুছলমানসকল বেলেগ জাতি।[২]

গান্ধীজীয়ে এই যুক্তিবোৰৰ উত্তৰ দি 'হৰিজন' কাকতত লিখে (১৯৩৯ চনৰ ২৮ অক্টোবৰ আৰু ১১ নৱেম্বৰ):

"এনে মনোভাৱ এটা সাঙ্ঘাতিক নীতিৰ পৰিচায়ক। ভাৰতবৰ্ষত এটা জাতি কিয় নহয়? মোগলৰ দিনত ভাৰত এটা জাতিৰ দেশ নাছিলনে? চীনদেশৰ মুছলমান আন চীনাসকলৰ সৈতে বেলেগনে? ইংলণ্ডৰ মুছলমান-

১ *Hindu-Muslim Unity* by M. K. Gandhi, pp. 107-108.

২ *Hindu-Muslim Unity* by M. K. Gandhi, pp. 107-108.

সকল আন ইংৰাজৰ সৈতে বেলেগনে?……নিজে জী থাকা, আনকো জীয়াই ৰাখা, কাৰণ পাৰস্পৰিক সহনশীলতাই জীয়াই থকাৰ উপায়। কোৰাণ, বাইবেল, জেন্দ্‌ আৱেস্তা আৰু গীতা পঢ়ি মই তাকে শিকিছোঁ।

"……মই ক'তো শুনা নাই যে পৃথিৱীত যিমান ধৰ্ম, সিমান জাতি। চিঠি লিখকৰ মতে ইংৰাজ, মিছৰীয়, মাৰ্কিন, জাপানী বুলি কোনো জাতি নাই, বৰঞ্চ মুছলমান, পাৰ্ছী, শিখ, হিন্দু বুলিহে বিবিধ জাতি আছে—তেওঁলোক যি দেশতে নাথাকক লাগিলে।"[১]

সেইজন গান্ধীজীকে আকৌ হিন্দুসকলে দোষাৰোপ কৰে—তেওঁৰ মুছলমানৰ প্ৰতি অধিক প্ৰেম, হিন্দুৰ তেওঁ শত্ৰু। এই সম্পৰ্কত তেওঁ লিখিছিল :

"তোমালোকে মোক মুছলমানৰ প্ৰতি পক্ষপাতিত্ব কৰাৰ কথা কোৱা। অৱশ্যে মুছলমানসকলে এই কথা নামানে। কিন্তু মোৰ এই পক্ষপাতিত্বৰ কাৰণে মোৰ ধৰ্মৰ লেশমাত্ৰও ক্ষতি নহয়।……হিন্দু ধৰ্মত সহনশীলতা, ত্যাগ আৰু ক্ষমাৰ বিস্তৰ নিদৰ্শন আছে। সেই আদৰ্শক ৰক্ষা কৰিবলৈ অন্ততঃ এজন মানুহ যে ওলাইছে সেইটো জানো বেজাৰৰ কথা?……ভাৰতৰ স্বাধীনতা অৰ্জনৰ বাবে মই মোৰ অন্তৰাত্মা কেতিয়াও বিক্ৰী নকৰো, মুছলমানসকলৰ যদি বন্ধুত্ব বিচাৰিছোঁ সেইটো মোৰ কাৰণে নহয়; ভাৰতবৰ্ষৰ কাৰণে।"[২]

ধৰ্মমাত্ৰৰে মূল নীতি হ'ল সেৱা আৰু বন্ধুত্ব স্থাপন। গান্ধীজীয়ে এই কথা মাকৰ কোলাত শিকিছিল আৰু এই সন্দৰ্ভত তেওঁ বিখ্যাত কবি মনীষী ইকবালৰ এফাকি কবিতা সততে আওৰাইছিল: "মজহব নাহি শিকাথা আপচমে বৈৰ ৰাখ্‌না।" অৰ্থাৎ, ধৰ্মই কাৰো প্ৰতি বেয়া ভাৱ পোষণ কৰিবলৈ শিকোৱা নাই। গান্ধীজীয়ে সদায় কৈছিল—প্ৰেমৰ নীতিয়ে কোনো বিভাজন নামানে আৰু সেইবাবেই সকলো মানুহৰে তেওঁ সমান সেৱক।

কোনো কোনোৱে তেওঁক নিন্দা কৰিছিল যে মুছলমান মানুহৰ মাজত বেছিকৈ থকাৰ হেতু তেওঁ হিন্দু মানোভাৱ বুজিব নোৱাৰিছিল। গান্ধীজীয়ে তাৰ উত্তৰত কৈছিল, হিন্দু ধৰ্ম এনে দুৰ্বল নহয় যে আন ধৰ্মাৱলম্বী লোকৰ মাজত থাকিলে তেওঁৰ ধৰ্মৰ সত্তা হেৰাই যাব। তেওঁ কৈছিল, "মোৰ

১ *Hindu-Muslim Unity*, pp.—109.

২ 'ইয়ং ইণ্ডিয়া', ১০ মাৰ্চ্চ ১৯২৭।

ধৰ্ম উদাৰ। এই ধৰ্মই ইছলাম, খ্ৰীষ্ট, বৌদ্ধ আদি সকলো ধৰ্মৰে শ্ৰেষ্ঠ গুণবাজি সাৰটি লৈছে। সত্যই মোৰ ধৰ্ম আৰু অহিংসাই এই ধৰ্ম সাধনৰ একমাত্ৰ উপায়।" কোনো কোনো মুছলমান লোকে ভাবিছিল, গান্ধীজীৰ আৰবী ভাষাত থকা কোৰাণ-শ্বৰিফ পঢ়াৰ কোনো অধিকাৰ নাই। এই সন্দৰ্ভত গান্ধীজীৰ উক্তি—"মই কলিমা কিয় নপঢ়িম, আল্লাৰ গুণ কিয় নাগাম আৰু মহম্মদ ঈশ্বৰৰ প্ৰেৰিত দূত বুলি কিয় ঘোষণা নকৰিম? সকলো ধৰ্মৰে সকলো সন্ত গুৰুৰ ওপৰতে মোৰ সমান বিশ্বাস।......মই দাবী কৰোঁ যে হিন্দু ধৰ্মই এই সকলো সত্যকে সাঙুৰি লৈছে আৰু মোৰ নীতি যদি মই অচল অটলভাৱে মানি থাকো, তেতিয়াহলে মই অকল হিন্দু ধৰ্মৰে নহয়, মুছলমান ধৰ্মৰো সেৱা কৰা হব।" ('হৰিজন': ১৯৪৭, এপ্ৰিল ২৭)।

১৯৩৬ চনত হোৱা সাধাৰণ নিৰ্বাচনত মুছলীম লীগে গোটেই ভাৰততে মাত্ৰ কেইখনমান বিধান সভাৰ আসন লাভ কৰে। জাতীয়তাবাদী আৰু কংগ্ৰেছৰ দ্বাৰা সমৰ্থিত বহু মুছলমান লোক নিৰ্বাচিত হয়। সেই দিন ধৰি লীগ নেতা জিন্না চাহাবে লীগৰ এই অপযশ নাশিবৰ হেতু তেওঁৰ মনোভাৱ আগতকৈও অধিক কঠোৰ কৰি তোলে। ১৯৩৮ চনত গান্ধীজীয়ে জিন্নাক বম্বেত লগ ধৰি হিন্দু-মুছলমান সমস্যাৰ সমাধান সূত্ৰ বিচাৰে। জিন্না চাহাবে কিছুমান সাজ্ঘাতিক চৰ্ত উত্থাপন কৰে। তাৰে ভিতৰত আছিল, কংগ্ৰেছ স্বীকৃত হব কেৱল হিন্দুৰ প্ৰতিনিধিমূলক অনুষ্ঠান বুলি আৰু মুছলীম লীগ হব মুছলমান সম্প্ৰদায়ৰ একমাত্ৰ প্ৰতিনিধি বুলি। তাৰোপৰি কংগ্ৰেছৰ জাতীয় পতাকাৰ সলনি হব লাগিব আৰু বন্দে মাতৰম্ ৰাষ্ট্ৰীয় সঙ্গীতৰূপে থাকিব নোৱাৰিব। গান্ধীজীৰ উত্তৰ, ৰাষ্ট্ৰীয় পতাকাখন আলি ভাতৃদ্বয়ৰ নিচিনা গোড়া মুছলমান নেতাই মানি লৈছে; বন্দে মাতৰম্ ধ্বনি কৰি হেজাৰ-বিজাৰ মুছলমানে স্বাধীনতা আন্দোলনত সৰ্বস্ব দিছে। এইবোৰৰ সলনি বিচৰাৰ যুক্তি ক'ত?[১] (ইতিপূৰ্বে ১৯৩৭ চনত বহা কংগ্ৰেছ ৱৰ্কিং কমিটীত বন্দে মাতৰম্ গীতৰ মাত্ৰ দুশাৰীহে ৰাষ্ট্ৰীয় গীতৰূপে গোৱাৰ বিধি হ'ল। মুছলীম লীগ ইয়াতো সন্তুষ্ট নহ'ল।)

লীগৰ কঠোৰ মনোভাৱ দেখি ১৯৩৯ চনত আহমদাবাদত হোৱা এখন সভাত গান্ধীজীয়ে অনুশোচনা কৰি কৈছিল, "সাম্প্ৰদায়িক ঐক্য সাধন মোৰ

১ *Mahatma Gandhi, As I Saw Him* by P. C. Ghosh, p. 174

পক্ষে অসম্ভৱ বুলি এতিয়া মই বুজিব পাৰিছোঁ; সেইবাবে এতিয়া ঈশ্বৰৰ সহায় বিচাৰিছোঁ।"

দ্বিতীয় মহাসমৰৰ সময়ত গান্ধীজীয়ে জিন্নালৈ আকৌ আহ্বান জনালে—"আহক, আমি যুটীয়াভাৱে স্বাধীনতাৰ দাবী জনাওঁ।" জিন্নাৰ উত্তৰ, "মোক স্বাধীনতা নালাগে।" সেয়েহে ১৯৪০ চনত লাহোৰত বহা লীগৰ অধিবেশনত প্ৰস্তাৱ গৃহীত হয়, "ভাৰতৰ মুছলমানৰ বাবে লাগে আত্মনিয়ন্ত্ৰণ নীতি।"[১]

১৯৪৬ চনৰ ১৬ আগষ্টৰ দিনা মুছলীম লীগৰ দ্বাৰা দেশ জুৰি পাকিস্থান দিৱস পালন কৰাৰ লগে লগে কলিকতা চহৰত কুখ্যাত হত্যাকাণ্ড ঘটে। তাত নিহতৰ সংখ্যা আজিলৈকে নিৰ্ণীত নহ'ল, হ'ব নোৱাৰেও, অগণনীয়। তেতিয়াৰ বঙ্গদেশৰ লীগ প্ৰধান মন্ত্ৰী হাছান চহীদ চুৰাবৰ্দীৰ প্ৰৰোচনাতে (?) পোনতে অলেখ হিন্দুৰ ওপৰত অমানুষিক অত্যাচাৰ, নিধন কাৰ্য চলে—পিচলৈ হিন্দু-সকল সঙ্ঘবদ্ধ হৈ শিখসকলক লগত লৈ প্ৰতি-আক্ৰমণ চলাই অগণন মুছলমান হত্যা কৰে (প্ৰবন্ধ-লিখক সেই হত্যাকাণ্ডবোৰৰ প্ৰত্যক্ষদৰ্শী আছিল)। তাৰে প্ৰতিক্ৰিয়া ঘটে নোৱাখালিত—অগণন হিন্দু ধৰ্ষিত, অত্যাচাৰিত আৰু নিহত হয়। ১৯৪৬ চনৰ ১২ অক্টোবৰৰপৰা ১৯৪৭ চনৰ মাৰ্চলৈকে গান্ধীজী থাকে নোৱাখালিত—পীড়িত হিন্দুসকলক সকাহ দিবলৈ, সংখ্যাগৰিষ্ঠ মুছলমান-সকলৰ ঘৰে ঘৰে গৈ সত্যৰ বাণী শুনাবলৈ। ইপিনে বিহাৰত নোৱাখালিৰ প্ৰতিক্ৰিয়াৰূপে মুছলমান নিধনপৰ্ব, লগে লগে ঢাকা, আগ্ৰা, আহমদাবাদ, বম্বে আদিও পীড়িত হয়। এই ভয়ঙ্কৰ সাম্প্ৰদায়িক সংঘৰ্ষবোৰৰ থূল-মূল বৰ্ণনা আৰু বিশেষকৈ বিহাৰৰ দুৰ্ঘটনাৰ বিৱৰণ দি ১৯৪৬ চনৰ ৬ নৱেম্বৰ তাৰিখে জৱাহৰলাল নেহৰুৱে যিটো টোকা লিখিছিল, সেইটো গান্ধীজীৰ প্ৰিয় শিষ্য সুধীৰ ঘোষে তেতিয়াৰ ভাৰত-সচিব লৰ্ড পেথিক লৰেঞ্চলৈ ১০ নৱেম্বৰ (১৯৪৬) তাৰিখৰ চিঠিত সন্নিবিষ্ট কৰি গান্ধীজীৰ অনুমোদন লৈ ভাৰতত বৃটিছ চৰকাৰৰ কৰ্তব্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছিল। নেহৰুৱে তেওঁৰ টোকাত হত্যাকাণ্ড-বোৰৰ কাৰণ বিশ্লেষণ কৰোঁতে আন কথাৰ লগতে কৈছিল, "লীগপন্থীসকলে 'পাকিস্তান খুনছে লেঙ্গে' বুলি তোলা ধ্বনি আৰু তেওঁলোকৰ কাগজে-পত্ৰই লীগ নেতাসকলে হিন্দু ধৰ্মৰ ওপৰত কৰা অবাঞ্ছনীয় আৰু প্ৰৰোচনামূলক মন্তব্যই বিহাৰৰ হিন্দুসকলক উত্তেজিত কৰি তুলিছিল।[২]

---

১ *Mahatma Gandhi, As I Saw Him* by P.C. Ghosh, p. 174

২ *Gandhir Emissary* by Sudhir Ghosh, pp. 30-43

এই দুৰ্দিনত মহাত্মা গান্ধীৰ মানসিক অৱস্থা সহজেই অনুমেয়। তেওঁৰ সকলো আশা-আকাঙ্ক্ষা যেন চূৰমাৰ হৈ গ'ল। কিন্তু তেওঁৰ জীৱনৰ উদ্দেশ্য হিন্দু-মুছলমান ঐক্য সাধন তেতিয়াও অচল-অটল। ১৯৪৬ চনৰ দুই অক্টোবৰ তাৰিখে তেওঁৰ জন্ম দিৱসৰ দিনা নতুন দিল্লীৰ প্ৰাৰ্থনা সভাত গদগদ-চিত্তে ঘোষণা কৰিলে, "ভাৰতৰ জীৱন বসন্ত আজি শুকান হৈ গ'ল। আমি যদি ভাবোঁ যে কেন্দ্ৰত কংগ্ৰেছী চৰকাৰ হৈছে, সেইবাবে সকলো অশুভই শুভ হৈ যাব, তেতিয়া হ'লে মাৰাত্মাক ভুল কৰা হব। এতিয়া যেন ঈশ্বৰে তেওঁৰ সেই ভয়ানক কোপ দৃষ্টি আৰু বজ্ৰাঘাতেৰে সৈতে আমাৰ মিছা আৰু ভুলৰ ধূলিৰে অন্ধ হৈ থকা চকু খুলি লালকাল টোপনিৰপৰা আমাক জগাই তুলিছে।" তেওঁ নিজে তাৰপৰা দেশৰ বিভিন্ন ঠাইলৈ গৈ তেওঁৰ মৰ্মবাণী প্ৰচাৰ কৰিবলৈ লাগি গ'ল। বঙ্গদেশৰ এখন সভাত ক'লে, "এহেজাৰ হিন্দুৰে এক মুছলমানক বা এহেজাৰ মুছলমানে এক হিন্দুক আক্ৰমণ কৰাটো একো সাহসৰ কথা নহয়। এনে কাৰ্য সম্পূৰ্ণ কাপুৰুষালি।" আন সভাবোৰত তেওঁ কৈছিল, "এই সাম্প্ৰদায়িক সংঘৰ্ষবোৰ দুয়ো সম্প্ৰদায়ৰ জঘন্য মূৰ্খালিৰ বাবেহে ঘটিছে। বৃটিছ চৰকাৰতো যাবই কিন্তু ভাৰতবাসীৰ কৰ্তব্য হ'ব কি? আমাৰ পৰস্পৰে পৰস্পৰক মৰাকটা কৰি হিন্দুস্থান, পাকিস্থান, ব্ৰাহ্মণস্থান আৰু অচ্যুতস্থান নাম দি দেশখনক খণ্ড-বিখণ্ড কৰা? বঙ্গ, বিহাৰ, পঞ্জাব আৰু সীমান্ত প্ৰদেশত যি ঘটিছে তাতকৈ আৰু অধিক বলিয়ালিৰ পৰিচয় কি হব পাৰে? এনে বলিয়ালিৰ দ্বাৰা আমাৰ পৰাধীনতাক আৰু স্থায়ী কৰিব যোৱা নাই জানো? বা বৃটিছ যদি যায়গৈও, আমাৰ এই হাই-কাজিয়াৰ সুযোগ লৈ আন তৃতীয় পক্ষই ভাৰতবৰ্ষত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ আহি নপৰিব জানো?" এনে সময়তে তেতিয়াৰ চীনা ৰাষ্ট্ৰদূত ডঃ ল' চিয়া লোয়েনে মহাত্মা গান্ধীক লগ ধৰি প্ৰশ্ন কৰিছিল, "আপুনি কেনেকৈ কয় অৱস্থাই শুদ্ধ ৰূপ লব বুলি? ভৱিষ্যতৰ বিষয়ে আপোনাৰ ধাৰণা কি?" গান্ধীজীৰ উত্তৰ নিৰ্ভীক আৰু স্পষ্ট:

"মই এজন অদমনীয় আশাবাদী। আমাৰ অতদিনীয়া সাধনা কেতিয়াও অথলে নাযায়। সেই কাৰণেই বঙ্গ, বিহাৰ বা পঞ্জাৱত বৰ্বৰ হত্যাকাণ্ড ঘটিলেও সদায় আমি বৰ্বৰ হৈ নাথাকোঁ। মই ভাবোঁ, বিদেশী শাসনৰ ওৰ পৰাৰ লগে লগে দেশৰ গেলা-পঁচা সকলো বস্তু প্ৰকাশিত হৈ

পৰিব, যেনেকৈ গঙ্গানৈত বান আহিলে গঙ্গাৰ পানী মতলীয়া হৈ পৰে, জাবৰ-জোঠৰ সকলো পাৰলৈ আহে। বানৰ যেতিয়া উপশম হয়, গঙ্গাৰ পানী পুনৰ নীলা লৈ পৰে—সকলোৰে তৃপ্তি সাধন হয়। মই সেই অৱস্থাকে আশা কৰো আৰু তাৰ বাবেই জীয়াই আছোঁ। মানৱতাৰ আদর্শই বর্বৰতালৈ স্থায়ীভাৱে ৰূপান্তৰিত হব বুলি মই কেতিয়াও নাভাবো আৰু তেনে অৱস্থা চাবলৈ মই কেতিয়াও জীয়াই নাথাকোঁ।” ( ‘হৰিজন’, ৮ জুন, ১৯৪৭ )

গান্ধীজীয়ে সদায় কৈছিল, হিন্দু-মুছলমান সম্প্রীতি সাধনৰ ঘাই অন্তৰায় তৃতীয় পক্ষ। ‘সংহতিয়ে শক্তি’ এই উক্তি কেৱল ছাত্র-ছাত্রীৰ কপি বুকত লিখা বা শ্রেণীত আওৰাবৰ বাবেই নহয়। ভাৰতবর্ষৰ জাতীয় জীৱনত হিন্দু-মুছলমানৰ ঐক্য সাধনৰ ক্ষেত্রতে এই উক্তিৰ অতি সার্থক প্রয়োজন। তেওঁৰ বাবে এই দুয়ো সম্প্রদায়ৰ ঐক্যই স্বৰাজ সাধন সহজ কৰি দিব, আনকি স্বয়ং জিন্না চাহাবো এই বিষয়ত গান্ধীজীৰ লগত একমত। ১৯৪৬ চনৰ হত্যাকাণ্ডৰ পিচত মহাত্মা আৰু জিন্না চাহাবে যুটীয়াকৈ দেশবাসীলৈ দিয়া গোহাৰিত সেই আদর্শকে প্রতিপন্ন কৰিছিল। গান্ধীজীয়ে সদায় নিজকে প্রশ্ন কৰে—হিন্দু-মুছলমান সম্প্রীতিৰ অন্যথাই কি সূচায়? সূচায়, পৰাধীনতাৰ স্থায়িত্ব। এক সম্প্রদায়ে যদি আন সম্প্রদায়ক চিৰশত্রু বুলি গণ্য কৰে তেনেহলে তাৰ অর্থ হব দুয়ো সম্প্রদায়ৰ লোকৰ বাবে চিৰন্তন পৰাধীনতা। হিন্দু ধর্মৰ কি মূল্য যদিহে এই ধর্মই হিংসাক ধ্বংস কৰিব নোৱাৰে? তেওঁ কয়, মুছলমানসকলেও সেই একেটা প্রশ্নকে সুধিব নোৱাৰেনে? বিদেশী শাসকবর্গই ‘ভাগ কৰি শাসন কৰা’ নীতিৰে আমাৰ দেশখন শাসন কৰি আছে আৰু আমাৰ মাজত থকা বিভেদ বিৰোধ এই শাসকসকলে কূটনৈতিক চাল-চলনাৰে সদায় ব্যাপক কৰি আছে। যি মুহূর্ততে এই বিভেদজনক কুঠাৰাঘাত নাইকিয়া হব তেতিয়াই আমাৰ মাজৰ পাৰস্পৰিক হিংসা-বিদ্বেষৰ ব্যৱধান কমি আহি নাইকিয়া হৈ যাব। ১৯৩১ চনত লণ্ডনৰ ৰেলী ক্লাবৰ সভ্যসকলে গান্ধীজীক দেখা কৰি কৈছিল যে ভাৰতবর্ষৰ সাম্প্রদায়িক প্রশ্নটো বৃটিছ চৰকাৰে মীমাংসা কৰি দিয়া উচিত। গান্ধীজীয়ে একে কথাই ক’লে, “এনে প্রস্তাৱ অসম্ভৱ। আমাৰ দেশৰ বাবে ইয়াতকৈ ডাঙৰ অপমানজনক কথা হবই নোৱাৰে। আমাৰ বাবে দেশৰ স্বৰাজ আমাৰ জাতিক ক্ষত-বিক্ষত কৰা এই ( সাম্প্রদায়িক ) বেমাৰটোতকৈও নিশ্চয় বেছি মাৰাত্মক।”

হিন্দু-মুছলমানৰ ঐক্য সাধনৰ উপায় গান্ধীজীৰ বাবে নিচেই সহজ সৰল। "এই সম্প্ৰীতি আছে আমাৰ দুয়ো সম্প্ৰদায়ৰে উমৈহতীয়া মনোভাৱ, এক উদ্দেশ্য আৰু উমৈহতীয়া দুখ-বেজাৰৰপৰা। এই ঐক্য সাধন হয় এক উদ্দেশ্যৰ বাবে দুই সম্প্ৰদায়ৰ লোকে জনোৱা সহযোগিতাৰ মনোভাৱৰ দ্বাৰা, আমাৰ দুখ-বেজাৰৰ সকলোৱে সহভাগী হোৱাৰ দ্বাৰা আৰু আমাৰ সকলোৰে সহনশীলতাৰ দ্বাৰা। আমাৰ সেই এক উদ্দেশ্য কি? দেশখন ডাঙৰ কৰা আৰু পৰাধীনতাৰ কৱলৰপৰা আমাক আঁতৰোৱা। দুখ-বেজাৰ বুলিলেতো আমাৰ সকলোৰে তাৰ অন্তই নাই।" ('ইয়ং ইণ্ডিয়া', ২৫ ফেব্ৰুৱাৰী, ১৯২০)

সহনশীলতাৰ বিষয়ত গান্ধীজীয়ে দিয়া আচৰণ-বিধিও তেনেই সৰল আৰু সহজ: "সহনশীলতা সকলো সময় আৰু সকলো জাতিৰ মঙ্গলৰ বাবে আৱশ্যকীয় উপায়। আমি কেতিয়াও শান্তিৰে থাকিব নোৱাৰো যদিহে মুছলমানসকলৰ ঈশ্বৰ আৰাধনাৰ ব্যৱস্থা আৰু তেওঁলোকৰ ৰীতি-নীতিক হিন্দুসকলে সহ্য নকৰে নাইবা হিন্দুসকলৰ মূৰ্তি-পূজা আৰু গো-পূজা যদি মুছলমানসকলে সহ্য নকৰে। মই নিজে মদ খোৱা, মাংস ভোজন আৰু ধূমপান অন্তৰেৰে সৈতে বেয়া পাওঁ। কিন্তু কোনো হিন্দু-মুছলমান বা খ্ৰীষ্টিয়ানলোকে এনেবোৰ কাম কৰিলে মই সহ্য কৰি থাকোঁ। মাত্ৰ মই ভাবোঁ যে এই বস্তুবোৰ বেয়া পোৱা মোৰ যিটো স্বভাৱ, সেই স্বভাৱৰ প্ৰতিও যেন তেওঁলোক সহনশীল হয়; যদিও মোৰ এই অভ্যাসবোৰ বেয়া পোৱা স্বভাৱটো তেওঁলোকে ভাল নাপায়। হিন্দু-মুছলমানৰ মাজৰ সকলো হাই-কাজিয়াৰ গুৰিত হ'ল ইপক্ষৰ মনোভাৱ বা কাৰ্যপ্ৰণালী সিপক্ষৰ প্ৰতি বলেৰে অনুৰক্ত কৰি তুলিব খোজাটো। গো-জাতি হ'ল হিন্দুৰ কাৰণে নিজৰ জীৱনৰ সমান প্ৰিয়। মুছলমানসকলে সেই হেতু আপোন ইচ্ছাৰে তেওঁ-লোকৰ হিন্দু ভাতৃসকলৰ এই মনোভাৱৰ প্ৰতি সদয় আৰু সহিষ্ণু হব লাগে। মুছলমানসকলৰ নামাজ শান্তিপূৰ্ণ পৰিৱেশত হোৱাটো নিতান্ত বাঞ্ছনীয়। সেইহেতু প্ৰত্যেক হিন্দুৱে নিজ ইচ্ছাৰে তেওঁৰ মুছলমান ভাই-সকলৰ এই আৱশ্যকতাৰ প্ৰতি সহানুভূতিশীল হোৱাটো বাঞ্ছনীয়।" ('ইয়ং ইণ্ডিয়া', ফেব্ৰুৱাৰী, ১৯২০)। সংখ্যাগৰিষ্ঠ লোক হিচাপে হিন্দুসকলৰ অধিক দায়িত্বৰ প্ৰতি গান্ধীজীয়ে সদায় সকিয়াই আছিল। যথাৰ্থই শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত মুছলমানসকলতকৈ হিন্দুসকল বেছি আগবাঢ়ি আছে। সেই হেতুকে গান্ধীজীয়ে দঢ়াই কৈছিল যে হিন্দুসকলে নিজৰ ভাই ৰূপে মুছলমানসকলক

তেওঁলোকে বিচৰাটো যথাসম্ভৱ দিয়াটো নিতান্ত বাঞ্ছনীয় আৰু এনে দানৰ দ্বাৰা হিন্দুসকলৰ যি ঐতিহ্য তাৰ প্ৰতি লক্ষ্য ৰাখি তেওঁলোকে গৌৰবান্বিত বোধ কৰিব লাগে। আনকি পিচলৈ যেতিয়া বেলেগ ৰাষ্ট্ৰৰূপে পাকিস্থান হোৱাটো প্ৰায় খাটাং হৈ পৰিছিল গান্ধীজীয়ে তেওঁৰ অতদিনীয়া সম্প্ৰীতিপূৰ্ণ এক উমৈহতীয়া ৰাষ্ট্ৰৰ সপোন ভাগি গ'ল বুলি ধৰি লৈও মুছলমানসকলক একে ৰাষ্ট্ৰৰ ভিতৰতে ৰাখি তেওঁলোকে বিচৰা সা-সুবিধাৰ প্ৰায় সকলোখিনিকে দিবলৈ বিচাৰিছিল—ৰাষ্ট্ৰৰ স্বকীয়া সত্তাৰ বাহিৰে। তেওঁ কয়, এক সজ্ঘবদ্ধ পৰিয়ালত যেনেকৈ পৰিয়ালৰ কৰ্তাজনে সকলোকে নিজৰ প্ৰাপ্যখিনি উপযাচি দি দিয়ে, দেশখনৰ ভিতৰতো দায়িত্বত থকাসকলে দেশৰ বিভিন্ন সম্প্ৰদায়ৰ প্ৰাপ্যক উপযাচি দি দিয়ে। পৰিয়ালৰ ভিতৰত এনে আদান-প্ৰদানত যেনেকৈ কোনো চৰ্তৰ আৱশ্যক নহয়, প্ৰেমৰ ডোলেৰে বন্ধা দেশৰূপী ঘৰখনৰ বিভিন্ন সম্প্ৰদায়ৰূপী পৰিয়ালবৰ্গৰ মাজতো আদান-প্ৰদানৰ ব্যৱস্থা স্বাভাৱিক গতিৰে হব লাগে। গান্ধীজীৰ মতে সজ্ঘবদ্ধ পৰিয়ালৰ বাবে যিটো সত্য, সজ্ঘবদ্ধ সমাজৰ বাবেও সি সত্য, কাৰণ সমাজ হ'ল পৰিয়ালৰ বিস্তৃত আৰু ব্যাপক ৰূপমাত্ৰ।

বহুতে কয় যে ভাৰতৰ দুই সম্প্ৰদায়ৰ বা সকলো সম্প্ৰদায়ৰ মাজত ঐক্য সাধনৰ এক সহজ সৰল উপায় হ'ল 'ৰুটি আৰু বেটী'ৰ জৰিয়তে। কিন্তু গান্ধীজীয়ে এই যুক্তি মানি নলৈছিল। তেওঁৰ মতে আহাৰ-ভোজন হ'ল জীৱন নিৰ্বাহৰ এক অত্যাৱশ্যকীয় ব্যৱস্থা। হিন্দু দৰ্শনৰ মতে আহাৰ-ভোজন এক ব্যক্তিগত ব্যৱস্থা আৰু ভোজন সাধাৰণতে আনৰ দৃষ্টিগোচৰ নোহোৱাকৈ ব্যক্তিয়ে শান্তিপূৰ্ণভাৱে নিজৰ সুবিধামতে কৰিব লাগে। বিবাহ প্ৰণালীৰ বেলিকাও তেওঁৰ মত অনুৰূপ। তেওঁৰ মতে ককাই, ভাই, বাই, ভনী যদি বিবাহ পাশত আবদ্ধ নোহোৱাকৈ সমিল মিলেৰে থাকিব পাৰে তেনেহলে বিভিন্ন ধৰ্মাৱলম্বী লোক সেইৰূপে বাই-ভনী, ককাই-ভাইৰ দৰে সমিল মিলেৰে থাকিব নোৱাৰিব কিয়? গান্ধীজীয়ে সকলো ধৰ্মৰ সূত্ৰতে সমানভাৱে বিশ্বাস কৰে। কিন্তু খোৱাৰ বিষয়ত আনকি তেওঁৰ নিজৰ ল'ৰাৰ খোৱা পাত্ৰখনৰপৰা বা নিজৰ ল'ৰাই খোৱা বাটিটোৰপৰা তেওঁ কোনো আহাৰ ভক্ষণ কৰিবলৈ কুণ্ঠাবোধ কৰে। তেওঁৰ মতে কৌৰৱ আৰু পাণ্ডৱ-সকল পোনতে পৰস্পৰে পৰস্পৰৰ লগত একেলগে খাইছিল, দুই ফৈদৰ মাজত বিবাহ ব্যৱস্থাও পূৰ্ণ আছিল অথচ কালক্ৰমত একপক্ষই ইপক্ষক

নকৰিলে কি? সেইৰূপে ইংৰাজ বা জাৰ্মান লোকৰ মাজত খোৱা-বোৱা বা বিবাহ-ব্যৱস্থা মুকলি আছিল, অথচ দুই জাতিৰ মাজত কতবাৰ যুদ্ধ লাগিল। ইয়াৰ অৰ্থ এইটো নহয় যে স্বাভাৱিক গতিত মুকলি মনৰ কোনো সম্পৰ্কত গান্ধীজীয়ে বাধা দিছিল। নীতিগত ৰূপে মিত্ৰতাসূচক সকলো সম্পৰ্ককে তেওঁ সমৰ্থন জনালেও, কিবা এটা জৰুৰী স্বাৰ্থ পূৰণৰ বাবে ইজনে সিজনৰ লগত খোৱা বা দুই ধৰ্মৰ লোক বিবাহ বান্ধত আৱদ্ধ হোৱা গান্ধীজীয়ে কোনোমতেই সমৰ্থন নকৰিছিল। কাৰণ এনে কৰ্মৰ অন্তৰালত আছিল সাময়িক সুবিধাৰ কথা। আন্তৰিক সমন্বয়ৰ প্ৰশ্ন তাত নাই। বিবাহ হ'লে পৰস্পৰৰ অতদিনীয়া ধৰ্মৰ বান্ধ যাব কলৈ? কোনে কাৰ ধৰ্ম লব? গতিকে সেই সম্পৰ্ক হৈ পৰে চৰ্তযুক্ত আৰু তাৰে ফল হয় জোৰ-জুলুম। গতিকে তেনে ব্যৱস্থাত শান্তি নাই। কোনো কোনোৱে আকৌ কয় যে ভাৰতবাসীৰ পোছাক-পৰিচ্ছদ একেৰূপ হ'লেও সম্প্ৰীতি সাধন সম্ভৱ, কিন্তু গান্ধীজীয়ে একে কথাৰে ইয়াৰ উত্তৰ দি কয়, সেয়ে হোৱা হলে ইউৰোপৰ বিভিন্ন জাতিৰ মাজত যুদ্ধ-বিগ্ৰহ নহ'লহেঁতেন; আজিৰ দিনত কমিউনিজম, কেপিটেলিজিমৰ আঁৰত শীতল যুদ্ধও চলি নাথাকিলহেঁতেন। আচল কথা ভাৱৰ ঐক্য, আবেগৰ ঐক্য, পোছাকৰ ঐক্য নহয়।

সত্যসন্ধানী অহিংসাৰ পূজাৰীৰ জীৱনযোৰা সম্প্ৰীতিৰ সংগ্ৰাম সত্বেও ভাৰত খণ্ডিত হ'ল—মুছলমান-প্ৰধান অঞ্চল লৈ গঠিত হ'ল নতুন ৰাষ্ট্ৰ —পাকিস্থান। শেষ মুহূৰ্তলৈকে গান্ধীজীয়ে বিভাজনৰ বিৰুদ্ধে অলৰ অচল হৈ আছিল। তেওঁৰ সমৰ্থনত আছিল মাত্ৰ সীমান্ত গান্ধী প্ৰমুখ্যে কেই-গৰাকীমান তেওঁৰ বিশিষ্ট আৰু একনিষ্ঠ বন্ধু। গুৱাহাটীৰ এক আলোচনা চক্ৰত সেই সময়ত গান্ধীজীৰ লগত থকা এগৰাকী আশ্ৰমবাসীয়ে বক্তৃতা প্ৰসঙ্গত কৈছিল ভাৰত বিভাজনৰ প্ৰস্তাৱত নেতৃবৰ্গই দিয়া সমৰ্থনৰ আগ-মুহূৰ্তত গান্ধীজীৰ মানসিক অৱস্থাৰ কথা। পণ্ডিত জৱাহৰলালে গান্ধীজীক বুজাইছে বিভাজনত সন্মতি দানৰ বাহিৰে আন উপায় নাই। গান্ধীজীয়ে প্ৰশ্ন কৰে, "সন্মতি নিদিলে কি হ'ব?" নেহৰুৰ উত্তৰ, "লাখ লাখ মানুহ সাম্প্ৰদায়িক হত্যাকাণ্ডত নিহত হ'ব।" গান্ধীজীয়ে কয়, "হওক! কিন্তু কোটি কোটি হিন্দু-মুছলমানৰ ভৱিষ্যত, দেশখনৰ ভৱিষ্যত এদিন নহয় এদিন সুস্থিৰ আৰু শান্তিপূৰ্ণ হ'ব।" নেহেৰুৱে কয়, "এনে এটা অৱস্থাৰ সন্মুখীন হবলৈ আমি প্ৰস্তুত নহয়, সঁচা কথা কবলৈ গ'লে তেনে ভয়াবহ হত্যাকাণ্ডৰ

কথা ভাবিলেই মই দুৰ্বল হৈ যাওঁ।" গান্ধীজীয়ে অনুশোচনা কৰে, "তেনেহলে আজি মই অকলশৰীয়া।"

পাকিস্থান ৰাষ্ট্ৰ গঠিত হ'ল। তথাপিও জানো মহাত্মা গান্ধীয়ে সম্প্ৰীতি সাধনৰ ব্ৰত এৰিলে? স্বাধীনতাৰ আগেপিচে হোৱা সংঘৰ্ষৰ থলীবিলাকলৈ গান্ধীজী সোমাই গ'ল। সকলোতে সেই একে কথা, "বলিয়ালিৰ কথা-কাণ্ড পাহৰি যোৱা। নিজৰ অন্তৰৰ মানৱতালৈ দৃষ্টি নিক্ষেপ কৰা।" ভাৰতবাসীৰ প্ৰতি সাৱধান বাণী দিলে, "ভাৰতৰ সংখ্যালঘিষ্ঠসকলে যদি মুছলমানসকলৰ কম সংখ্যাৰ বাবেই ভাৰতত তেওঁলোকৰ স্থান নিম্নতৰ বুলি ভাবে, তেনেহলে সেই ভাৰতবৰ্ষ মোৰ সপোনৰ ভাৰতবৰ্ষ নহয়। যিখন ভাৰতবৰ্ষক গঢ় দিবৰ বাবে মই গোটেই জীৱন সাধি আহিছোঁ তাত সকলোৰে সমান অধিকাৰ, ধৰ্ম যিয়েই নহওক লাগিলে। তেতিয়াহে ভাৰতবৰ্ষ স্বৰূপতে মহৎ হব পাৰিব। কাৰণ পৃথিৱীৰ ভিতৰতে এইখনেই একমাত্ৰ দেশ য'ৰ প্ৰাচীন সংস্কৃতিতে সাংস্কৃতিক গণতন্ত্ৰ বিশ্বাস কৰিছিল; যাৰ অৰ্থ হ'ল ঈশ্বৰপ্ৰাপ্তিৰ অৰ্থে পথ বিভিন্ন হলেও উদ্দেশ্য মাত্ৰ এটা; কাৰণ ঈশ্বৰ এক।" একে ধৰণেৰে পাকিস্থানৰ প্ৰতিও গান্ধীজীৰ সকিয়নি আছিল, "পাকিস্থান যদি স্বৰূপতে 'পাক্-ই-স্তান' বা পৱিত্ৰ ধাম হয় তেনেহলে তাৰ নেতাসকলে সেই দেশৰ সংখ্যালঘু আৰু অতি নগণ্যজনৰ সা-সম্পত্তি, জীৱন-ধাৰা, সেই দেশৰ গৰিষ্ঠ আৰু সৰ্বোচ্চ খিতাপধৰাজনৰ সৈতে একে মৰ্যাদা দিব পাৰে, তেনেহলে সেই পাকিস্থান চিৰস্থায়ী হব আৰু সেই অৱস্থা দেখিয়েই মই আগতে ভাৰত খণ্ডিত হোৱাটো এটা জঘন্য পাপ কাৰ্য বুলি কোৱাৰ বাবে অনুতপ্ত হম। সেই পাপৰ কথা মই আজি পৰ্যন্ত কৈ আছোঁ। কেৱল কাগজত নহয়, সেই দেশৰ বক্তাৰ বক্তৃতাত নহয়, সেই দেশৰ প্ৰত্যেকজন মুছলমানৰ দৈনিক জীৱনত পাকিস্থানৰ স্বৰূপ, লক্ষণ চাবলৈ মই জীয়াই থাকিব খোজোঁ।"[১]

আচহুৱা, আভজা যেন লাগিলেও সঁচা কথা, পাকিস্থান আৰু ভাৰত দুখন বেলেগ ৰাষ্ট্ৰ হোৱাৰ পিচৰপৰা দুই ৰাষ্ট্ৰৰ যেই কোনো সম্পৰ্ক বা বিৰোধ হিন্দু মুছলমানৰ সম্পৰ্ক বা বিৰোধ যেন হৈ পৰিছেহি। পোনতে কাশ্মীৰত হোৱা ৰণ আৰু পিচত ১৯৬৫ চনত হোৱা পাক্-ভাৰত সংঘৰ্ষৰ ফলত এই মনোভাৱ তীব্ৰতৰ হৈ পৰে। স্বয়ং জিন্না চাহাবেও পাকিস্থান

১ 'হৰিজন', ১৮ ফেব্ৰুৱাৰী, ১৯৪৮

ধৰ্ম-নিৰপেক্ষ ৰাষ্ট্ৰ বুলিহে পোনতে কৈছিল—কালক্ৰমত পাকিস্থানক ইছলামী প্ৰজাতন্ত্ৰ বুলি ঘোষণা কৰাৰ দিন ধৰি আৰু তাৰ সংবিধানৰ নানা বিধিত মুছলমানধৰ্মী লোকৰহে অধিকাৰ লিপিবদ্ধ কৰাৰপৰা সেই ৰাষ্ট্ৰৰ ধৰ্ম-নিৰপেক্ষ উদাৰ ৰূপ তেনেই সীমিত হৈ পৰে। ভাৰতৰ সংবিধানত কিন্তু তেনে বিধান নাই। পাকিস্থানতো সময়ৰ সোঁত সদায় বাধা দি থকা নিশ্চয় সম্ভৱ নহবগৈ। তাৰ একনায়কত্বই স্বৰূপত প্ৰজাতন্ত্ৰলৈ ৰূপান্তৰিত হবই। প্ৰজাতন্ত্ৰই শুদ্ধ, সত্য নীতি প্ৰতিষ্ঠা নকৰাকৈ থাকিব নোৱাৰে। কুৰি শতিকাৰ ৰাষ্ট্ৰ প্ৰগতিবাদী হব লাগিব। মধ্যযুগীয় ভাৱ কেইদিন টিকিব?

পাকিস্থানৰ কথা এৰোঁ, পৃথিৱীত মুছলমান-প্ৰধান ৰাষ্ট্ৰ আৰু বিস্তৰ আছে। সেই বহু ৰাষ্ট্ৰৰে লগত ভাৰতৰ সম্বন্ধ সহৃদয়তাপূৰ্ণ। ভাৰতত ছয় কোটিৰো অধিক মুছলমানৰ বসবাস। এইখন বুদ্ধদেৱৰ দেশ, মহাত্মা গান্ধীৰ দেশ। পৃথিৱীৰ মানৱ জাতিয়ে বহু শিক্ষা এইখন দেশৰপৰাই পাইছে—সেৱা-ধৰ্মৰ কথা, অহিংসা-অভয়ৰ কথা, সত্য-সন্ধানৰ কথা, সম্প্ৰীতিৰ কথা। থোৰতে কবলৈ হ'লে আচল মানৱতাৰ কথা স্বাধীনতা আহিল। দেশজুৰি স্বাধীনতা দিবস উলহ-মালহেৰে পতাৰ থিৰ হ'ল। গান্ধীজীয়ে কিন্তু কলিকতাৰ আমতাচ্ চালামৰ ঘৰৰ এচুকত বহি দেশবাসীক ক'লে, "এই দিনটো প্ৰাৰ্থনাৰ দিন, প্ৰত্যেকৰে অন্তৰাত্মাৰ বিশ্লেষণৰ দিন। অৱশ্যে যদি হিন্দু আৰু মুছলমানসকলে ভেদাভেদ ভাৱ পাহৰি প্ৰকৃত বন্ধু হৈ পৰিব পাৰে তেনেহলে সকলো গোট খাই স্বাধীনতা দিবসৰ আনন্দ উৎসৱত যোগদান কৰক।" সেইদৰে পাকিস্থানৰ হিন্দুসকললৈকেও তেওঁৰ উপদেশ যে "জিন্না চাহাবে কোৱাৰ দৰে যদি জাতি-বৰ্ণ-ধৰ্ম-নিৰ্বিশেষে সেই দেশত সকলোৰে সমান স্বত্ব, তেনেহলে পাকিস্থানী পতাকাৰ প্ৰতিও সেই দেশৰ সকলো হিন্দুৱে অভিবাদন জনাওক।" কলিকতাত এখন প্ৰাৰ্থনা সভাত গান্ধীজীয়ে আনকি এনেকৈয়ো কৈছিল যে ভাৰত আৰু পাকিস্থান দুই দেশৰ অনিশ্চিত ভবিষ্যতৰ বাবে দুয়োখন দেশতে দুয়োখন দেশৰে জাতীয় পতাকা সমানে উৰোৱা উচিত।

গান্ধীজী কলিকতাত থাকোঁতে স্বাধীনতা দিবসৰ কিছুদিন আগতে দেশৰ বিভিন্ন ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষ ঘটি থাকিলেও ভালেমান আচৰিত কাৰ্যকলাপ পৰিলক্ষিত হয়। এবাৰ প্ৰায় পাঁচ হেজাৰ লোকে শোভাযাত্ৰা কৰি আহোঁতে এঠাইত জাতীয় পতাকাখন উত্তোলন কৰিবৰ সময়ত এদল

মুছলমান লোক দৌৰ মাৰি আহি সোধেহি, "ভাইহঁত, আমিও সহায় সহযোগ আগবঢ়াব পাৰোনে ?" তাকে দেখি লীগ-নেতা চুৰাৱৰ্দীয়ে কৈছিল, "গান্ধীজীয়ে একেদিনাই কেনে অসম্ভৱক সম্ভৱ কৰিলে চোৱাঁ।" সেই কলিকতাতে ১৫ আগষ্টৰ স্বাধীনতা উছৱৰ শোভাযাত্ৰাবোৰৰ ধ্বনি আছিল এইৰূপে—"হিন্দু-মুছলিম ভাই ভাই। হিন্দু-মুছলিম এক হওক।"[১] সেই সময়তে এবাৰ চুৰাৱৰ্দী চাহাবক কিছুমান দুৰ্বৃত্তই আগচি ধৰি মাৰিবৰ উপক্ৰম কৰিছিল, নোৱাৰিলে। চুৰাৱৰ্দী চাহাবে পিচত ক'লে, "তেওঁৰ জীৱন ৰক্ষাৰ গুৰিতে ঈশ্বৰৰ ইচ্ছা আৰু গান্ধীজীৰ কৃপা!" গান্ধীজী কলিকতাত থাকোঁতে ঈদৰ দিনা হিন্দু-মুছলমান সম্প্ৰীতি দেখি মহাত্মা অভিভূত হৈছিল। ভাবিছিল তাহানিৰ খিলাফতৰ দিনৰ সম্প্ৰীতি যেন ঘূৰি আহিল।

সেই সময়তে গৱৰ্ণৰ জেনেৰেল লৰ্ড মাউণ্টবেটেনে গান্ধীজীলৈ দিয়া চিঠিত লিখে, "......পঞ্জাৱত আমাৰ ৫৫ হেজাৰ সৈন্য আছে, কিন্তু সাম্প্ৰদায়িক সংঘৰ্ষ চলিয়ে আছে। বঙ্গদেশত আমাৰ সৈন্যবাহিনী বুলিবলৈ মাত্ৰ এজন মানুহ......এজনীয়া সীমান্ত ফৌজ।"[২]

স্বাধীন ভাৰতত মুছলমানসকলৰ তথা সংখ্যালঘুসকলৰ অৱস্থা কি হ'ব ? একে কথাই গান্ধীজীয়ে ক'লে, "সমাজবাদী সমতা। এইখন দেশত অৰ্থনৈতিক বিষমতা এনেদৰে আছে যে সেই বিষমতা নাতবালে, হিন্দু-মুছলমান সম্প্ৰীতি সাধন হ'লেও, দেশৰ সামূহিক উন্নতি কেতিয়াও সম্ভৱ নহয়; বৰঞ্চ স্বাধীনতাৰ অৰ্থই বিলুপ্ত হব। কেইজনমান ধনী হৈ থাকিলে আৰু কোটি কোটি দেশবাসী ভোকত আতুৰ হৈ থাকিলে ৰামৰাজ্যই গঢ় লব নোৱাৰে। দেশৰ শাসন পদ্ধতিও হব লাগিব বিকেন্দ্ৰীভূত, পঞ্চায়তী ৰাজৰ দ্বাৰা শাসনৰ ব্যৱস্থা আহিব লাগিব সমাজৰ নিম্নতৰ থাপৰ প্ৰতিজন গাঁওবাসীৰ অন্তৰলৈ। এই দেশত কোনো বিশেষ সুবিধাবাদী গোষ্ঠী বা সমাজ কেতিয়াও থাকিব নোৱাৰিব। ন্যায়ৰ চকুত সমভাৱেই হব স্বাধীন ভাৰতৰ শাসনৰ মূলনীতি। এইদেশত কোনো সাম্প্ৰদায়িক ভিত্তিত নিৰ্বাচন হব নোৱাৰিব। অৱশ্যে সকলো সম্প্ৰদায় স্বাধীনতাৰ সমভাগী হবই লাগিব আৰু অৱশ্যে অৱস্থা বিশেষে অনুসূচীত লোক গোষ্ঠীৰ বাবে আসন সংৰক্ষণৰ ব্যৱস্থা থাকিব।

---

১ *Mahatma Gandhi, The Last Phase* by Pyarelal, pp. 369-382

২ *Mahatma Gandhi, The Last Phase* by Pyarelal, pp. 369-382

কোনো কোনোৱে দাবী জনাইছিল, এই দেশৰপৰা মুছলমান লোক-সকলক পাকিস্থানলৈ স্থানান্তৰিত কৰিব লাগে। যুক্তি দিয়া হয় যে পশ্চিম পাকিস্থানৰপৰা অ-মুছলমান লোক প্ৰায় সকলোকে ভাৰতলৈ কাৰ্যতঃ স্থানান্তৰিত কৰা হ'ল। সেই সন্দৰ্ভত গান্ধীজীয়ে কৈছিল, "ভাৰতবৰ্ষৰ পাঁচকোটি মুছলমানক কলৈ আঁতৰাই পঠিয়াবা? পাকিস্তানত ভুল কাম কৰিলে ভাৰততো অনুৰূপ কাৰ্য কৰিব লাগে, ই কেনে যুক্তি? দুটা ভুল লগ লাগিলেই জানো শেষফল শুদ্ধ হয়? এনে মনোভাৱ পোষণ কৰা লোকে ভাৰতবৰ্ষৰ মহান ঐতিহ্য, আনকি স্বাধীনতাৰ তাৎপৰ্যতে বাগী কুঠাৰ মাৰিব। দৰাচলতে ভাৰতবৰ্ষৰ সংযুক্ত ৰাষ্ট্ৰৰ গাঁথনিত সংখ্যাগৰিষ্ঠ বা সংখ্যা-লঘিষ্ঠ আদি বিভাজন হোৱাই অনুচিত, কাৰণ ভাৰতৰ মহাজাতি বুলিলে হিন্দু-মুছলমান-জৈন-খ্ৰীষ্টিয়ান সকলো সোমাব।"

এবাৰ এজন হিন্দুলোকে গান্ধীজীক এটা কাহিনীৰ উদাহৰণ দি কৈছিল, "জাৰকালি এজন মানুহে অকলে আহি থাকোঁতে বাটত এটা সাপ পালে আৰু সাপটোৱে জাৰত কঁপি থকাত, মানুহজনে সাপটো তেওঁৰ জেপত ভৰাই লৈ উম দিলে। উম পাই সাপটোৱে একেচাবে ফণা মেলি মানুহ-জনক থিতাতে দংশন কৰিলে।" মানুহৰ লগত সাপক তুলনা কৰা মনোভাৱক গান্ধীজীয়ে তীব্ৰ নিন্দা কৰিলে আৰু কোনো কোনোৱে মুছলমানসকলক ভাৰতৰ প্ৰতি অনুগত নহৈ পাকিস্থানৰ প্ৰতিহে অনুগত বুলি থকা মনোভাৱও নিৰৰ্থক আৰু ঘৃণনীয় বুলি ক'লে। মুছলমান মাত্ৰকে যৱন বা অসুৰ বুলি উপলুঙা কৰা মনোভাৱ গান্ধীজীৰ কথাৰে ঈশ্বৰ বিশ্বাসৰ পৰিপন্থী আৰু জঘন্য মগজুৰ প্ৰকাশ। গান্ধীজীৰ মতে সংখ্যাগৰিষ্ঠ হোৱা বাবে ভাৰতবৰ্ষত হিন্দুসকলৰ দায়িত্ব বহু বেছি আৰু এই ক্ষেত্ৰত উদাৰতাৰ অভাৱ হ'লে সংখ্যাগৰিষ্ঠসকলৰেই কালান্তত আটাইতকৈ বেছি হানি হব। তাতোকৈ পোনপটীয়া সকিয়নি দি গান্ধীজীয়ে কৈছিল, গোটেই বিশ্বৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ বিচৰা ভাৰতবৰ্ষৰ সংখ্যাগৰিষ্ঠসকলে যদি নিজদেশত মুছলমান-সকলৰ বা আন সংখ্যালঘিষ্ঠসকলৰ মনত আস্থাৰ ভাৱ দৃঢ় কৰিব নোৱাৰে, সংখ্যাগৰিষ্ঠসকলে যদি বন্ধুত্বৰ ডোলেৰে মুছলমানসকলক আন্তৰিকতাৰে বান্ধি লব নোৱাৰে, তেনেহলে গোটেই বিশ্বৰে মুছলমানসকল হয়তো একত্ৰিত হৈ ভাৰতবৰ্ষৰ বিৰুদ্ধে থিয় দিব আৰু আমাৰ স্বাধীনতাই বিপন্ন হৈ যাব। (১৯৪৮ চনৰ ১৮ জানুৱাৰী তাৰিখে নতুন দিল্লীত দিয়া প্ৰাৰ্থনা সভাৰ ভাষণ।)

মুছলমান হলেই সন্দেহৰ চকুৰে চোৱাটো হিন্দুসকলৰ পক্ষে এক ভীষণ দুৰ্বলতা আৰু কাপুৰুষালিৰহে পৰিচয়। সকলো ধৰ্মতে বেয়া আছে, আনহাতে কোনো লোক বা বিশেষকৈ মুছলমান লোকে যদি সমূহীয়াভাৱে ভাৰতৰ প্ৰতি আনুগত্য দৃঢ়ভাৱে পোষণ নকৰে তেন্তে তেওঁলোকেও নিজৰ বিপদ নিজে মাতি অনাৰ দৰে হয়। কোনো দেশেই দেশদ্ৰোহিতাক ক্ষমা নকৰে। ভাৰততো নিশ্চয় দেশদ্ৰোহীৰ ক্ষমা নাই। কিন্তু সেই বুলি মুছলমান হ'লেই দেশদ্ৰোহী হব আৰু হিন্দুমাত্ৰেই দেশহিতৈষী হব এই ধাৰণাও মূলতঃ ভুল। দেশদ্ৰোহী যিয়েই নহওক তাৰ প্ৰতি ৰাষ্ট্ৰই কঠোৰ শাস্তি সদায় বিহিব। (এই প্ৰসঙ্গতে উল্লেখযোগ্য যে কিছুদিন আগতে পাকিস্থানৰ লগত চোৰাংচোৱাগিৰি কৰা বুলি অভিযুক্ত হোৱা কেন্দ্ৰীয় চৰকাৰৰ কৰ্মচাৰী কেইজন আছিল হিন্দুহে। অৱশ্যে আন অনুৰূপ প্ৰসঙ্গত মুছলমান ধৰ্মাৱলম্বী দুই-একও অভিযুক্ত নোহোৱা নহয়।)

পাকিস্থানত সংখ্যালঘুসকলৰ যদি সংখ্যাগৰিষ্ঠসকলৰ সৈতে সমানাধিকাৰ নাই তাৰ বাবে ভাৰতৰ সংখ্যাগৰিষ্ঠসকলে সংখ্যালঘুসকলৰ ওপৰত অত্যাচাৰ কৰাটো যেনে নিন্দনীয় তেনে অন্যায়ো। মানুহ মাত্ৰৰে যি মৌলিক স্বত্ব তাক খৰ্ব কৰাৰ অধিকাৰ কোনো ৰাষ্ট্ৰৰে নাই। সংযুক্ত ৰাষ্ট্ৰৰ জৰিয়তে মানৱস্বত্ব অধিকাৰৰ যি দাবী লিপিবদ্ধ কৰি গোটেই পৃথিৱীতে প্ৰতিবছৰে উদ্‌যাপিত কৰা হয় গান্ধীজী আছিল সেই বিশ্বজনীন অধিকাৰৰ প্ৰথম শাৰীৰ হোতা। কুৰি শতিকাই বিশ্বৰ বিভিন্ন খণ্ডত, বিশেষকৈ এছিয়া আৰু আফ্ৰিকাত, এই অধিকাৰৰ সাৰ্থকতা সাব্যস্ত কৰিলেও ছালাজাৰ-স্মাট্‌ছ্‌-ভোৰষ্টাৰ-ৱেলেন্‌স্কি-স্মিথ আদি বগা ফেছিষ্টসকলৰ ৰাজত্বত বহু লোক কেৱল গাৰ চালখন কলা হোৱা বাবেই সেই মৌলিক অধিকাৰসমূহৰপৰা এতিয়াও বঞ্চিত হৈ আছে। কিন্তু মুছোলিনী-হিটলাৰৰ বৰ্ণবিৰোধী নাৎসীবাদ ফেছিজিম যেনেদৰে ধ্বংস হ'ল তেনেকৈ তেওঁলোকৰ আধুনিক অনুগামীসকলৰ এই মনোভাৱো এদিন নহয় এদিন শোধিত বা চূৰ্ণীকৃত নোহোৱাকৈ থাকিব নোৱাৰে। আব্ৰাহাম লিন্‌কনে কোৱা সেই কালজয়ী বাণী কোনে নাজানে? "কিছুমান মানুহক সাময়িক-ভাৱে প্ৰৱঞ্চনা হয়তো কৰিব পাৰিবা, কিছুমানক হয়তো সদায়েই প্ৰৱঞ্চনা কৰি থাকিব পাৰিবা, কিন্তু সকলো মানুহকে সদায় কেতিয়াও প্ৰৱঞ্চনা কৰিব নোৱাৰা।"

সংখ্যালঘুৰ সম্পৰ্কত গান্ধীজীক এবাৰ এগৰাকী ট্ৰান্সভালৰ ইংৰাজ

ভদ্ৰলোকে কৈছিল যে তেওঁ সদায় সংখ্যালঘুসকলৰ হকে কাম কৰে কাৰণ তেওঁলোকৰ ভুল প্ৰায় নহয়েই আৰু কেতিয়াবা যদি তেওঁলোকৰ কিবা ভুল হয়ও, সেই ভুল যুক্তি আৰু বুজনিৰ দ্বাৰা সহজেই শুধৰাব পৰা হয়। কিন্তু সংখ্যাগৰিষ্ঠসকলৰ ভুল হ'লেও তেওঁলোকৰ সেই সংখ্যাবলৰ মদোন্মত্ত ভাৱৰ বাবে তেওঁলোকক শুধৰোৱা প্ৰায় অসম্ভৱ। সংখ্যাশক্তিৰে বলবান হৈ উঠিলে আত্মচেতনা হানি হয় আৰু ফলত গৰিষ্ঠসকলৰ মৌলিক আৰু শুদ্ধ শক্তি হ্ৰাস হৈ পৰে। সেই হেতুকে গান্ধীজীয়ে কয় যে বহুক্ষেত্ৰত সংখ্যালঘুসকলৰ মৌলিক শক্তি বেছিহে আৰু ভাৰতৰ সংখ্যাগৰিষ্ঠসকলে তেওঁলোকৰ সংখ্যাবলৰ কৃত্ৰিম শক্তিৰ ওপৰত বেছিকৈ ভৰ দিলে নিজৰেই ভবিষ্যত সাৰশূন্য কৰি তোলা হব।

তাহানি ১৯২৪ চনতে হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ পিচত দুই ধৰ্মৰ মানুহৰ মাজত সম্প্ৰীতি সাধনৰ বাবে পোনপটীয়া উপায়বিলাকৰ কথা কওঁতে গান্ধীজীয়ে এইদৰে কৈছিল :

(১) সমস্যাটোৰ সমাধানৰ প্ৰধান উপায় হ'ল তৰোৱালৰ পৰিবৰ্তে বিচাৰক অস্ত্ৰৰূপে লোৱাটো। সমাজত শুদ্ধ মতবাদ নাইকিয়া হোৱা নাই। গতিকে দুয়ো-ধৰ্মী লোকৰ মাজত বিৰোধ দেখা দিলে, হয় আপোচ মীমাংসাৰ দ্বাৰা নহয় আদালতলৈ গৈ বিৰোধৰ মীমাংসা বিচাৰিব লাগে।

(২) অহিংসা কাপুৰুষালি—এই ভুল মনোভাৱ দূৰ কৰি 'জোৰ যাৰ মুলুক তাৰ' নীতি পৰিহাৰ কৰা।

(৩) দুয়ো পক্ষৰ নেতৃস্থানীয় লোকসকলৰ মাজত থকা পাৰস্পৰিক সন্দেহৰ ভাৱ পৰিহাৰ কৰা।

(৪) মুছলমানসকলৰ ভয়-ভাবুকিত হিন্দুসকল ত্ৰস্ত হোৱা অনুচিত আৰু মুছলমানসকলেও হিন্দুসকলক জোকাই থকা, ভয়-ভাবুকি দিয়া কথা তেওঁলোকৰ নিজৰে সন্মান হানিকৰ বুলি লব লাগে।

(৫) হিন্দুসকলে ভাবিব নালাগে তেওঁলোকে বলেৰে জোৰ কৰি মুছলমানসকলৰ গো-হত্যা বন্ধ কৰিব পাৰিব। বৰঞ্চ তেওঁলোকে মুছলমানসকলৰ মাজত ভাতৃত্বৰ বান্ধ গঢ়ি এনে অৱস্থাৰ সৃষ্টি কৰিব লাগে যাৰ কাৰণে মুছলমানসকলে আপোন ইচ্ছাৰে তেওঁ-

লোকৰ হিন্দু ওচৰ-চুবুৰীয়াসকলৰ প্ৰতি সহানুভূতিশীল হৈ গো-হত্যা কাৰ্য বন্ধ কৰে ( এই প্ৰসঙ্গতে উল্লেখযোগ্য যে খিলাফত্ আন্দোলনৰ সময়ত যি বকৰ ঈদ উৎসৱ হৈছিল সেই উৎসৱত গো-হত্যাৰ সংখ্যা স্মৰণীয়, বুৰঞ্জীত আটাইতকৈ কম আৰু নগণ্য আছিল )। গো-হত্যাৰ বাহিৰে হিন্দুসকলৰ মুছলমানৰ প্ৰতি ক্ষুব্ধ হবলগীয়া আন কোনো কাৰণেই নাই। আচৰিত কথা, আন অমুছলমান লোকেও গো-মাংস ভক্ষণ কৰে। এই সন্দৰ্ভত গান্ধীজীৰ যুক্তি পোনপটীয়া। অহিংসাত বিশ্বাসী ৰূপে গৰুহে নালাগে যেই কোনো জীৱহত্যাৰে তেওঁ বিৰোধী। কিন্তু কাৰো খাদ্যৰ অভ্যাস এটা জোৰ জুলুম কৰি নাইকিয়া কৰিব নোৱাৰি। এজন মুছলমান বন্ধুৱে এবাৰ গান্ধীজীক জনাইছিল যে যদি হিন্দুসকলে বলপ্ৰয়োগ কৰি হিংসাৰ দ্বাৰা গো-মাংস ভক্ষণ বন্ধ কৰিব খোজে, তেন্তে যিটো কাৰ্য ( গো-মাংস ভক্ষণ ) ইছলাম ধৰ্মত কেৱল সন্মতিসূচক হৈ আছে, সেই কাৰ্য কৰ্তব্যত পৰিণত হবগৈ।[১]

ইপিনে গান্ধীজীয়ে দেখুৱাই দিছিল ইছলাম ধৰ্মত গো-হত্যাৰ কোনো বাধ্য-বাধকতা নাই। বৰঞ্চ কোৰাণৰ মতে যেই কোনো জীৱকে বিনা কাৰণে হত্যা কৰাটো পাপৰ কথাহে। গো-হত্যা কৰা মানে হিন্দু সমাজক হত্যা কৰা আৰু কোৰাণ শ্বৰিফে কয় যে নিজৰ প্ৰতিবেশীজনক আঘাত কৰিলেই বেহেস্ত পাব নোৱাৰে।

(৬) মুছলমানসকলেও ভবা অনুচিত তেওঁলোকে জোৰ কৰি মচ্জিদৰ আগত হিন্দুসকলৰ আৰতি-কীৰ্তন বা আন গীত-বাদ্য কৰাটো বন্ধ কৰিব পাৰিব। তেওঁলোকেও হিন্দুসকলৰ মনত এনে মনোভাৱ সুমুৱাই দিয়া উচিত যাৰ কাৰণে হিন্দুসকলেও মুছলমান ধৰ্মাৱলম্বীৰ প্ৰতি সহানুভূতিশীল হৈ আপোন ইচ্ছাৰে তেনে গীত-বাদ্য কৰাৰপৰা বিৰত থাকে।

(৭) হিন্দুসকলে পঞ্চায়ত বা আন স্বায়ত্ত-শাসনমূলক ব্যৱস্থাত মুছলমান বা আন সংখ্যালঘুসকলৰ উচিত আসন সংৰক্ষণৰ বাবে দিহা কৰিবলৈ তেওঁলোকক এৰি দিব লাগে।

(৮) ৰাষ্ট্ৰীয় চৰকাৰৰ তলত বিনিয়োগৰ ক্ষেত্ৰত ঘাই নীতি হব

১ *The Way to Communal Harmony* by M. K. Gandhi, p. 45.

লাগে মেধা। বিভিন্ন সম্প্ৰদায়ৰ লোকৰ বিনিয়োগ ব্যৱস্থা, সম্প্ৰদায়-সমূহৰ প্ৰতিনিধিত্বমূলক ৰূপে গঠিত হোৱা পৰীক্ষা বোৰ্ডে এই বিনিয়োগ ব্যৱস্থা নিৰূপণ কৰিব লাগে।

(৯) শুদ্ধি আদি ধৰ্ম সম্পৰ্কীয় ব্যাখ্যা প্ৰচাৰ কেৱল সজ্জ চৰিত্ৰবান লোকৰ দ্বাৰাই সাধিত হব লাগে আৰু এনে কাৰ্যৰ বাবে কোনো টকা-কৰি পুৰস্কাৰৰ ব্যৱস্থা থাকিব নালাগে।

(১০) খবৰ কাগজ আদিত সাম্প্ৰদায়িক হীনডেঢ়ি ভাব পৰিবেশন কৰিলে সেইবোৰ নাশিবৰ হেতু সবল জনমত গঢ়ি তুলিব লাগে।

(১১) একো কামেই সম্ভৱপৰ নহয় যদিহে (সংখ্যাগৰিষ্ঠ ৰূপে) হিন্দুসকলে তেওঁলোকৰ দুৰ্বল মনোভাৱ পৰিত্যাগ নকৰে। আটাইতকৈ বেছি ত্যাগ কৰিব লাগিব তেওঁলোকেই।

('ইয়ং ইণ্ডিয়া', ৫ জুন, ১৯২৪)

গান্ধীজীয়ে বাৰে বাৰে কৈছিল যে তেওঁৰ এই উপায়সমূহৰ দ্বাৰা এইটো নুবুজায় যে দুই পক্ষৰ মাজত দুষ্ট লোকে কেতিয়াও বিৰোধৰ ভাব সূচনা কৰিব নোৱাৰিব। কিন্তু দুই ধৰ্মৰ সম্প্ৰীতি সাধনত অটল বিশ্বাস থাকিলে সাময়িক বেমাৰ-আজাৰ উকালে তাক অধিক সহজে আৰোগ্যৰ পথলৈ আনিব পাৰি; কাৰণ সম্প্ৰীতিয়ে গঢ় লয় আন্তৰিকতাৰ সাঁচত।

মহাপ্ৰয়াণৰ আগে আগে গান্ধীজীয়ে ভাৰতবৰ্ষ আৰু পাকিস্থানত স্বাধীনতা লাভৰ পিচতে হোৱা সাম্প্ৰদায়িক সংঘৰ্ষবোৰ দেখি অভিভূত হৈ দিল্লী নগৰীত তেওঁৰ জীৱনৰ শেষ অনশন ব্ৰত লয় আৰু ১৯৪৮ চনৰ ১৮ জানুৱাৰী তাৰিখৰ হৰিজন কাকতত হিন্দু-মুছলমান সম্প্ৰীতি বিধায়ক গান্ধীজীৰ অন্তিম কালৰ মৰ্মবাণীসমূহ এনেৰূপে লিপিবদ্ধ হৈছে:

"ৰাজনীতিৰ বিষয়ে একো নজনাৰ আগতেই মোৰ মনত উদয় হয় সাম্প্ৰদায়িক ঐক্যৰ সপোন। জীৱনৰ সন্ধিয়াপৰতো মই নাচি উঠিম যদিহে দেখো যে মোৰ সপোন দিঠকত পৰিণত হয়। আমাৰ পূৰ্বপুৰুষসকলে বিধান কৰা ১২৫ বছৰ পূৰ্ণ আয়ুস পাবৰ ইচ্ছা মোৰ তেতিয়াহে ঘুনাই ঘূৰি আহিব। সেই সপোনৰ ফল লাভৰ বাবে নিজৰ জীৱনকো বিসৰ্জন দিবলৈ কোনে কুণ্ঠাবোধ কৰিব? তেতিয়াহে আমাৰ আচল স্বৰাজ লাভ হব।...... মোৰ চকুৰ আগত ভাঁহি উঠা ছবিখন হয়তো অতীব গৌৰৱোজ্জ্বল। কিন্তু

সৰু ল'ৰা এটিয়ে ধুনীয়া ছবি এখন চাই ভোল গৈ থকাৰ দৰে ময়ো সেই ছবি স্বৰূপত চাবলৈ নোপোৱালৈকে অসুখী হৈ ৰম। তাতোকৈ লেশমাত্ৰ নিম্নতৰ অৱস্থা পাবলৈ মই জীয়াই থাকিব নোখোজোঁ। পাকিস্থানৰ চিন্তাশীল লোকে মোৰ এই উদ্দেশ্য সাধনত সহায় কৰক, কাৰণ ই মানুহৰ বাবে সম্ভৱ। (সেই সময়ত পশ্চিম পাকিস্থানৰপৰা শিখ আৰু হিন্দুসকলৰ ওপৰত নিৰ্মম অত্যাচাৰ কৰি হত্যা কৰা হয় আৰু প্ৰায় সকলো অ-মুছলমানেই তাৰপৰা বিতাৰিত হয়।)·····দিল্লীৰ লালকিল্লা দেৱান-ই-আমত লিখা আছে: পৃথিৱীত যদি স্বৰ্গ আছে এইয়া সেয়ে।"

গান্ধীজীৰ মতে, সেই দুৰ্গ সকলো পিনৰপৰা সুন্দৰ হ'লেও তাত তেওঁৰ মনে পতা স্বৰ্গখন নাই। কিন্তু তেওঁ কৈছিল, উপৰুক্ত কথাখিনি পাকিস্থানৰ সকলো তোৰণতে লিখি থোৱা উচিত কাৰণ সেই স্বৰ্গ ভাৰততে হওক বা পাকিস্থানতে হওক, তাত ভিকহু নাথাকে, মগনীয়া নাথাকে, উচ্চ-নীচৰ কোনো ভেদাভেদ নাই। লাখপতিও নাই আৰু আধাপেটী কৰ্মচাৰীও নাই। মদ-মাৎসৰ্য ভোগ-বিলাসৰো কোনো ব্যৱস্থা নাই। তাত পুৰুষ-মহিলা উভয়ৰে সমান মৰ্যাদা। পুৰুষৰ পৱিত্ৰতা আৰু নাৰীৰ সতীত্ব তেনে ঠাইত সুদৃঢ়ভাৱে ৰক্ষা কৰি থকা হয়। মহিলা মাত্ৰকে বয়সানুক্ৰমে তাত মাতৃ, ভগ্নী, দুহিত্ৰীৰূপে পৰিগণিত কৰা হয়। তাত কোনো অস্পৃশ্য নাথাকে। সকলোৰে অধিকাৰ সমান।······কন্যাকুমাৰীৰপৰা কাশ্মীৰলৈকে, কৰাচীৰপৰা ডিব্ৰুগড়লৈকে হিন্দু-মুছলমান-শিখ-পাৰ্চী-খ্ৰীষ্টিয়ান-ইহুদী আদি যেয়ে এই উপমহাদেশখনত বাস কৰি নিজৰ মাতৃভূমি বুলি গণ্য কৰিছে সেই সকলোৰে ইয়াত সমান অধিকাৰ আছে। কোনেও কব নোৱাৰে যে এই ভূখণ্ডত সংখ্যাগৰিষ্ঠসকলৰহে কেৱল অধিকাৰ, সংখ্যালঘুসকল সদায় পদদলিত হৈ থাকিব লাগিব। আৰু যেয়ে এই নীতি দৃঢ়ভাৱে পোষণ কৰে তেওঁৰেই হব অধিকাৰৰ প্ৰথম দাবী। আমি যদি গণতন্ত্ৰৰ স্বৰূপ জাতীয়তাবাদৰ সপোন ফলিওৱা দেখো তেনেহলে আটাইতকৈ নিম্নতম আৰু নিষ্পেষিতজন দেশৰ উচ্চতমজনৰ সৈতে সমানে ভাৰতবৰ্ষৰ আচল অধিকাৰী হোৱা দেখিবলৈ পাম। ইয়াৰ অৰ্থ হ'ব আমি সকলোৱে পৱিত্ৰ হ'লোঁ বা নহ'লেও পিচত হম। পৱিত্ৰতাৰ লগে লগে যাব লাগিব অজ্ঞান আৰু তেতিয়াই সাম্প্ৰদায়িক বৈষম্য, জাতি-অজাতিৰ প্ৰশ্ন একোপধ্যে উঠিব নোৱাৰিব।"

ভাৰতবৰ্ষৰ সংবিধানত এই সূত্ৰবোৰ সম্পূৰ্ণকৈ লিপিবদ্ধ হ'ল। দিল্লী

মহানগৰীতে গান্ধীজীয়ে নিজেই সাম্প্ৰদায়িকতাৰ বলিশালত বলি যাব লগা হ'ল। মৰণৰ আগমুহূৰ্ত্ততো গান্ধীজীয়ে হত্যাকাৰীক প্ৰণাম জনাই উচ্চাৰণ কৰি গ'ল—'হে ৰাম'। কিন্তু গান্ধীজীৰ সপোনৰ ৰামৰাজ্য এতিয়াও সপোন হৈয়ে আছে। তাহানি যীশুৱেও একেৰূপেই ইহলোক ত্যাগ কৰিবলগীয়া হ'ল। পৃথিৱীখনে কিন্তু লাহে লাহে তেওঁৰ প্ৰেমৰ ডোলেৰে বান্ধ খাই পৰিল। হজৰত মহম্মদৰ বিশ্ব-ভাতৃত্ব ভাৱেও মানৱ জাতিৰ এক বিশাল অংশক সাৱটি ললে। গান্ধীজীৰ জীৱন-যুদ্ধৰ অৰ্থ তেনেহলে দেশখনে, পৃথিৱীৰ মানৱ জাতিয়ে নিশ্চয় এদিন বুজি উঠিব।

# গান্ধীজীৰ দৰ্শনত সাম্প্ৰদায়িক সম্প্ৰীতি

**দেৱেশ্বৰ শৰ্মা**

সেইদিনা আছিল ১৯০৮ চনৰ ১০ ফেব্ৰুৱাৰী। দক্ষিণ আফ্ৰিকাৰ টান্সভাল উপনিবেশ। পুৱা ন বাজি গৈছে মাথোন। গান্ধীজীয়ে সঙ্গী কেইজনমানৰ সৈতে ইমিগ্ৰেশ্যন ৰেজিষ্ট্ৰেশ্যন আইন মতে স্বেচ্ছাই নিজকে ৰেজিষ্ট্ৰী-ভুক্ত হবলৈ গৈ চৰকাৰী অফিচত উপস্থিত হৈছেহে, এনেতে আঠজন পাঠানৰ আগৰণুৱা হৈ মিৰ আলম নামৰ ওখ, শকত-আৱত আৰু বলিষ্ঠ পাঠান এজন আহি গান্ধীজীক সুধিলে, "কি কৰিব খুজিছা?" গান্ধীজীয়ে "মই স্ব-ইচ্ছাই ৰেজিষ্ট্ৰীভুক্ত হবলৈ চহী কৰিব খুজিছোঁ" বুলি উত্তৰ দিবলৈ পালেহে মাথোন, মিৰ আলমে ডাঙৰ টাঙোন এডালেৰে গান্ধীজীৰ মূৰত মাৰ সোধালে আৰু তেখেত 'হে ৰাম' বুলি অচেতন হৈ পৰি গ'ল। এই ঘটনাৰ কেইদিন-মানৰ পিচত নৰিয়া পাটিৰপৰা গান্ধীজীৰ প্ৰথম কাম হ'ল এটৰ্নী জেনেৰেলকৈ এখন টেলিগ্ৰাম কৰা। তেওঁ সেই টেলিগ্ৰামত এটৰ্নী জেনেৰেলক অনুৰোধ জনালে মিৰ আলম আৰু আন কেইজনক যেন অপৰাধী বুলি গণ্য কৰি শাস্তি দিয়া নহয়। তাত থকা ভাৰতীয় সম্প্ৰদায়লৈ তেখেতে বাণী পঠিয়ালে ঃ "যিসকলে এই ঘটনা কৰিলে, তেওঁবিলাকে যে কি কাম কৰিলে নাজানে। তেওঁবিলাকে ভাবিছিল যে মই যি কাম কৰিবলৈ ধৰিছোঁ সি ভুল কাম। তেওঁবিলাকে যি হিংসাশ্ৰিত পন্থা বুজে সেইদৰেই প্ৰতিকাৰ কৰিবলৈ ধৰিছিল। মই সেই কাৰণে অনুৰোধ কৰোঁ যেন তেওঁবিলাকৰ বিৰুদ্ধে কোনো শাস্তি-মূলক বিধান কৰা নহয়। এজন বা কেইজনমান মুছলমানে মোক আঘাত কৰিছিল বুলি সম্ভৱতঃ হিন্দুসকল ক্ষুণ্ন হব পাৰে। বৰঞ্চ মোৰ শৰীৰৰপৰা যি ৰক্তপাত হৈছিল সেই ৰক্তেৰেই, চিমেণ্টৰ দ্বাৰা ইটা গথাৰ নিচিনাকৈ, উভয় সম্প্ৰদায় অবিচ্ছেদ্যভাৱে একতাবদ্ধ হওক। মোক আঘাত কৰিলেই বা নকৰিলেই, মোৰ পৰামৰ্শ সেই একেই হ'ব।"

এই মৰ্মান্তিক ঘটনাৰ সূত্ৰপাত হ'ল টান্সভাল উপনিবেশৰ ভাৰতীয়

সকলৰ বাধ্যতামূলক ৰেজিষ্ট্ৰী কৰিবলগীয়া আইন। দহোটা আঙুলিৰ টিপ চহী দি চৰকাৰী অফিচত ৰেজিষ্ট্ৰী নকৰিলে এই আইনৰ বলত যি কোনো ভাৰতীয়ক জেলত দিব পাৰিব আৰু উপনিবেশৰপৰা বাহিৰ কৰি দিব পাৰিব। এই আইনৰ দ্বাৰা ভাৰতীয়সকলৰ ব্যক্তি-স্বাধীনতা অপহৰণ কৰা হব, তেওঁলোকৰ আত্মসম্মান হানি কৰি গোলামৰ শাৰীলৈ অনা হব আৰু শেষত সেই উপনিবেশৰপৰা ভাৰতীয়সকলক ওলাই আহিবলৈ বাধ্য কৰিব বুলি গান্ধীজীয়ে এই ইমিগ্ৰেশ্যন ৰেজিষ্ট্ৰেশ্যন আইনৰ ঘোৰ আপত্তি কৰি আন্দোলন চলাইছিল আৰু ভাৰতীয়সকলক সভা-সমিতি পাতি এই সৰ্বনশীয়া আইন অমান্য কৰিবলৈ পৰামৰ্শ দিছিল। এই অপৰাধত গান্ধীজীক আৰু কিছুমান সহকৰ্মীক জেলত দিয়া হৈছিল। ইংলণ্ড আৰু আন আন ঠাইত এনে নীতি-বিগৰ্হিত আইনৰ বিৰুদ্ধে প্ৰবল জনমত গঢ়ি উঠাত, ট্ৰান্সভালৰ গবৰ্ণৰ জেনেৰেল স্মাট্‌ছে গান্ধীজীক জেলৰপৰা প্ৰিটৰিয়াৰ তেওঁৰ ৰাজভৱনলৈ নিয়াই গান্ধীজীক আপোচ চৰ্তলৈ আনি লৈ তেওঁক মুক্তি দিলে। গান্ধীজীয়ে জেনেৰেল স্মাট্‌ছৰ চেক্ৰেটৰীৰপৰা ৰেলৰ ভাড়া ধাৰে লৈ উভতি গ'ল। গান্ধীজীৰ চৰ্ত আছিল যে ৰেজিষ্ট্ৰেশ্যন বাধ্যতামূলক হব নালাগিব। কিন্তু স্বতঃপ্ৰবৃত্ত হৈ ভাৰতীয়সকলে ৰেজিষ্ট্ৰেশ্যন কৰাব, আৰু যাৰ আপত্তি থাকে তেওঁ আঙুলিৰ টিপ নিদি চহী কৰিলেও হব। ভাৰতীয়সকলৰ ৰাজহুৱা সভাত এই চৰ্তাৱলীৰ কথা ব্যাখ্যা কৰি নিজ খুচিতে ৰেজিষ্ট্ৰী কৰিবলৈ পৰামৰ্শ আগবঢ়োৱাত এজন পাঠানে উঠি ক'লে, "তুমিয়েই আমাক ৰেজিষ্ট্ৰী কৰিবলৈ মানা কৰিছিলা, আকৌ এতিয়া তুমিয়েই ৰেজিষ্ট্ৰী কৰিবলৈ কৈছা! আমি শুনিছোঁ, তুমি আমাক ৫০,০০০ টকাত স্মাট্‌ছ চাহাবৰ ওচৰত বেচিছা"। মিৰ আলমে খঙৰে কৈছিল, "মই আল্লাৰ নাম লৈ শপত খাই কৈছোঁ যেয়ে প্ৰথমে এই ৰেজিষ্ট্ৰেশ্যনত চহী কৰিব তাকে মই হত্যা কৰিম।" গান্ধীজীয়ে উত্তৰ দিলে যে তেওঁ যি কাৰ্য উচিত বুলি ভাবে তাৰপৰা কোনেও ভয় দেখুৱাই তেওঁক বিৰত কৰাব নোৱাৰে। ইয়াৰ পৰিণতি হ'ল গান্ধীজীৰ মূৰত পৰা ৰাম টাঙোনত।

এই ঘটনাৰপৰা গান্ধীজীৰ অন্তৰৰ ভাব আমি স্পষ্টকৈ দেখিবলৈ পাওঁ। ১৯০৮ চনত তেখেতৰ জনগণৰ সৈতে সংযোগ আৰু জীৱনৰ কঠোৰ পৰীক্ষা আৰম্ভ হৈছে মাত্ৰ বুলি কব পাৰি। ট্ৰান্সভালত ইমিগ্ৰেণ্ট ৰেজিষ্ট্ৰেশ্যন আইনৰ বিৰুদ্ধেই তেখেতে সত্যাগ্ৰহৰ পুলিটি ৰোৱে, সিয়েই

কালত ভাৰতৰ নিমিত্তে কল্পতৰু বৃক্ষ হ'ল আৰু আজি হিংসা-জৰ্জৰিত পৃথিৱীৰ মনুষ্য জাতিয়ে ইয়াৰ ভিতৰতে জীয়াই থকা আশাৰ পোহৰ দেখা পায়।

গান্ধীজীৰ সাম্প্ৰদায়িক সম্প্ৰীতিৰ দৰ্শন মানৱতা আৰু আধ্যাত্মিকতাৰ ভিত্তিত প্ৰতিষ্ঠিত। ই তেখেতৰ জীৱনৰো দৰ্শন আছিল। এই মানৱ-ভাতৃত্বৰ দৰ্শন ভাৰতৰ কাৰণে নতুন নহয়; ই ভাৰতীয় সংস্কৃতিৰ এটা অঙ্গ। কোনো যুগৰ কোনো সংস্কৃতি তথা সভ্যতাই বেছিকাল টিকি থাকিব নোৱাৰে, যদি জনগণৰ মাজত পৰস্পৰৰ প্ৰতি সহনশীলতা আৰু মিত্ৰতা-বোধ ইয়াৰ ভিতৰত অন্তৰ্নিহিত নাথাকে। গান্ধীজীৰ বিচাৰত মানৱ সমাজৰ সকলো মানুহেই পৰস্পৰে ভাই-ককাই। কোনো হিন্দু, কোনো মুছলমান, কোনো খৃষ্টান—এনেবিলাক বিভাগ মানুহৰ বিশ্বাস অনুসৰি মানুহে কৰা বিভাগহে। কিন্তু সকলোৱেই ঈশ্বৰৰ সন্তান। তেখেতে ভাৰত বিভাজনৰ পৰৱৰ্তী হিন্দু-মুছলমান সঙ্ঘৰ্ষৰ সময়ত এখন ৰাজহুৱা সভাত প্ৰশ্ন কৰিছিল, "আমি ককাই-ভাই বেলেগ হৈ সম্পত্তি ভাগ কৰি লওঁ। সেইটো একো আপত্তিকৰ কথা হব নোৱাৰে। কিন্তু তাৰ কাৰণে আমি মূৰ ফলাফলি কৰিব লাগেনে?"

আন এদিনৰ কথা। ১৯২৬ চনৰ শেহৰ পিনে। নানা আলৈ-আহুকাল আৰু বৃটিছ শাসনৰ নানা প্ৰতিবন্ধকতাৰ মাজেদি পূৰ্ণ উদ্যম আৰু উলহ-মালহেৰে গুৱাহাটী কংগ্ৰেছ অধিবেশনৰ আয়োজন পাণ্ডুত সম্পূৰ্ণ হৈ আহিছে, এনেতে গোটেই দেশৰ ওপৰতে বিষাদৰ ক'লা ডাৱৰে এটা ছাঁ পেলালে। দিল্লীত স্বামী শ্ৰদ্ধানন্দজীক নিজৰ বাসস্থানতে নৰিয়া পাটিত পৰি থকা অৱস্থাতে নৃশংসভাৱে হত্যা কৰা হ'ল।

এই দুৰ্ঘটনাৰ গুৰি বুজিবলৈ অলপ আগকথা উল্লেখ কৰা আৱশ্যক। ১৯২৬ চনৰ ৬ মাৰ্চত দিল্লীত সদৌ ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন বহি লেজিছ্লেটিভ এছেমব্লিৰপৰা ওলাই যোৱাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। আঠ মাৰ্চ তাৰিখে মতিলাল নেহেৰুৱে দিল্লীৰ লেজিছ্লেটিভ এছেমব্লিত ঘোষণা কৰে যে স্বৰাজ্য-পাৰ্টিয়ে ব্যৱস্থাপক সভা ত্যাগ কৰিবৰ নিমিত্তে স্থিৰ কৰিছে। তেখেতে বক্তৃতাত কৈছিল, "আমি অনুভৱ কৰিছোহঁক এই ভুৱা অনুষ্ঠান-বিলাকত আমাৰ কোনো প্ৰয়োজন নাই। আৰু আমাৰ জাতিৰ মান আৰু আমাৰ আত্মসম্মান ৰক্ষা কৰিবৰ নিমিত্তে আমি এইবিলাকৰপৰা ওলাই

গৈ আৰু নিম্নতম কাৰ্যসূচী লৈ দেশবাসীসকলৰ মাজত সোমাব লাগে আৰু কাম কৰিবগৈ লাগে। আমি এনে কিছুমান কাৰ্য হাতত লমগৈ, যিবিলাকে আমাৰ জাতিৰ দাবী মানি লবলৈ যিবিলাক কোনো গৱৰ্ণমেণ্টকে বাধ্য কৰিব। এই দিনায়ে এছেম্ব্লিৰ স্পীকাৰ ভিঠালভায়ে স্মৰণীয় উক্তি কৰি অনিৰ্দিষ্ট কাললৈ সভা স্থগিত কৰিছিল। ১৩ মাৰ্চ তাৰিখে সদৌ ভাৰত হিন্দু মহাসভাৰ অধিবেশনত কাউন্সিলত সোমোৱা প্ৰস্তাব গ্ৰহণ কৰে, আৰু হিন্দু স্বাৰ্থ ৰক্ষাৰ্থে নিৰ্বাচনপ্ৰাৰ্থী মনোনয়ন কৰিবলৈ ক্ষমতা দিয়ে। এই সভাত পণ্ডিত মালবীয়, লালা লাজপত ৰায়, স্বামী শ্ৰদ্ধানন্দ, ভাই পৰমানন্দ, ডাঃ চৈতৰাম, জয়ৰামদাস দৌলতৰাম, যমুনাদাস মেহটা আৰু ডাক্তৰ মুনজে উপস্থিত আছিল। হিন্দু মহাসভাৰ এই প্ৰস্তাৱৰ তীব্ৰ প্ৰতিক্ৰিয়া হৈছিল তিনি মাহৰ পিচত বহা খিলাফত কনফাৰেন্সত। এই সভাত আলি ভাতৃদ্বয়, হাকিম আজমল খাঁ, মৌলানা আবুল কালাম আজাদ প্ৰভৃতি উপস্থিত আছিল। বক্তৃতা প্ৰসঙ্গত মৌঃ মহমদ আলিয়ে কৈছিল, "প্ৰত্যেক অমুছলমানক ইছলাম ধৰ্মলৈ অনা প্ৰতিজন মুছলমানৰে অৱশ্য কৰ্তব্য। মই সেই দিনটোলৈ অপেক্ষা কৰি আছোঁ যিদিনা গান্ধীজীক ইছলাম ধৰ্মাৱলম্বী কৰিব পাৰিম।" আলিয়ে মুছলমানসকলক যদি কোনোবাই আক্ৰমণ কৰে, কিলত কিল আৰু ভুকুত ভুকু সোধাবলৈ টানি পৰামৰ্শ দিছিল। আজাদ চাহাবে এই সাম্প্ৰদায়িক বাদ-বিতণ্ডাৰপৰা নিজকে আঁতৰাই ৰাখিছিল আৰু ডাঃ আন্সাৰী চাহাবে মুছলিম লীগ আৰু আন সকলো সাম্প্ৰদায়িক সংগঠনৰ লগত সকলো সংশ্ৰৱ বৰ্জন কৰিছে বুলি ঘোষণা কৰিছিল। ১৯২৬ চনৰ নিৰ্বাচনত মতিলাল নেহৰুৰ স্বৰাজ্য পাৰ্টিৰ সমূলি পৰাজয় হ'ল, মালবীয় আৰু লালা লাজপত ৰায়ৰ ৰেছ্পনছিভিষ্ট পাৰ্টিৰ মাদ্ৰাজৰ বাহিৰে বাকী প্ৰদেশবিলাকত উল্লেখ-যোগ্য জয় হ'ল।

এই নিৰ্বাচনত ৰাইজৰ সাম্প্ৰদায়িক ভাবাবেগলৈ আবেদন কৰাৰ ফল স্বৰূপে বছৰটোৰ ভিতৰত ৩৫টা হিন্দু-মুছলিম সংঘৰ্ষ হৈছিল। গান্ধীজী এইবিলাকৰপৰা সম্পূৰ্ণভাৱে নিৰ্লিপ্ত হৈ আঁতৰি আছিল। কিন্তু এই সন্দৰ্ভত তেখেতৰ বিচাৰ আৰু চিন্তাধাৰা বিশেষভাৱে মনোযোগ কৰিব লগীয়া :

"হিন্দু-মুছলমান কাজিয়াবিলাকো, আমি তৰ্কিব নোৱাৰাকৈয়ে স্বৰাজৰ নিমিত্তেই যুঁজ। প্ৰতিটো দলেই স্বৰাজ পাবলৈ যে আৰু বৰ বেছি দিন নাই, সেই কথা বুজিছিল। প্ৰতিটো দলেই স্বৰাজ হলেই তাৰ নিমিত্তে

সষ্টম হবলৈ আৰু যোগ্যতা আৰ্জিবলৈ বিচাৰিছিল। হিন্দুসকলে ভাবিছিল যে শাৰীৰিক শক্তিত তেওঁবিলাক মুছলমানসকলতকৈ দুৰ্বল, আৰু মুছলিম-সকলে শিক্ষা আৰু আৰ্থিক স্বচ্ছলতাত নিজক দুৰ্বল বুলি ভাবিছিল। সকলো দুৰ্বলীয়ে যি কৰি থাকে উভয় দলেই তাকে কৰে। (অৰ্থাৎ পৰস্পৰ বিৰোধী হিংসাৰ আশ্ৰয় লয়)। যিমানেই আপদীয়া নহওকলাগিলে, এই পৰস্পৰে কটাকটি মৰামাৰিও (জাতিৰ ক্ৰমবৰ্ধমান) শক্তি আহৰণৰ চিন। ইও 'গোলাপ যুদ্ধ'ৰ দৰেই। (ইংলণ্ডৰ বগা গোলাপ পতাকাধাৰী আৰু ৰঙা গোলাপ পতাকাধাৰী দুদলৰ অন্তৰ্যুদ্ধ)। ইয়াৰ (গৃহযুদ্ধৰ) পৰা এটা প্ৰতাপী শক্তি গঢ়ি উঠিব। এই ৰক্তাক্ত ব্যৱস্থাতকৈ বেছি ভাল পন্থা এটা ১৯২০ চনত ওলাইছিল। কিন্তু আমি সেইটো সম্পূৰ্ণভাৱে আমাৰ কৰি লব নোৱাৰিলো। কিন্তু নিচেই নিঃসহায় আৰু পৌৰুষ হীনতাতকৈ আনকি ৰক্তকলুষিত পন্থা (bloody way) শ্ৰেয়।

বিশ ডিচেম্বৰঁ তাৰিখে গান্ধীজীয়ে এবছৰ কালৰ নিৰৱতা ভঙ্গ কৰি অমৰাবতী, নাগপুৰ আৰু গণ্ডিয়া হৈ গুৱাহাটী কংগ্ৰেছ অভিমুখে ৰেলেৰে যাত্ৰা কৰিলে। তেখেতে প্ৰথম গুৰুত্বপূৰ্ণ ভাষণ ওৱাৰ্দ্ধাৰ ৰাজহুৱা সভাত দিওঁতে কৈছিল: "যদি মই আৰু বেছিকৈ থিৰাং হোৱা সম্ভৱ, তেন্তে মই নিশ্চিতকৈ ভাবো যে ভাৰতৰ স্বৰাজ হোৱা অসম্ভৱ যদিহে হিন্দু-মুছলমান একতাবদ্ধ নহয়, যদিহে আমাৰ মাজত অস্পৃশ্যতা বতি থাকে,—আৰু যদিহে আমাৰ মধ্যবিত্ত শ্ৰেণীয়ে স্বদেশৰ মৰ্মবাণী বুজিবলৈ অস্বীকাৰ কৰে। যদি সমগ্ৰ ভাৰতবাসীয়েও একেবাক্যে কয় যে হিন্দু-মুছলমানৰ একতা অসম্ভৱ, —তথাপি মই ক'ম যে ই সম্পূৰ্ণ সম্ভৱ। মই ক'ম যে পৃথিৱীত 'ঈশ্বৰ' বা 'সত্য' বুলি যদি কিবা আছে, তেন্তে হিন্দু-মুছলমান ঐক্যও সম্পূৰ্ণ সম্ভব।"

সৰভোগ ৰেল ষ্টেশন আহি পাওঁতে তাতে গান্ধীজীয়ে শুনিলে যে তেইশ ডিছেম্বৰ (১৯২৬ চন) তাৰিখে স্বামী শ্ৰদ্ধানন্দজীক দিল্লীত হত্যা কৰিলে। এই মৰ্মান্তিক ঘটনাৰ বিষয়ে তেখেতে 'ইয়ং ইণ্ডিয়া' কাকতত লিখিলে: "তেখেতৰ (স্বামী শ্ৰদ্ধানন্দ)ৰ নিমিত্তে পৰমেশ্বৰে শ্বহীদৰ মৃত্যু বাঞ্ছা কৰিলে। সেইহে, যদিও তেখেতে ৰোগশয্যাত পৰি আছিল, হত্যাকাৰীয়ে তেখেতৰ সৈতে ইছলাম ধৰ্মৰ বিষয়ে আলোচনা কৰিবলৈ বুলি দৰ্শন বিচাৰিলে আৰু স্বামীজীৰ কথা মতেই তেখেতৰ কাষলৈ নিয়া হ'ল। খাবলৈ পানী লাগে বুলি বিশ্বস্ত লগুৱা ধৰমসিঙক হত্যাকাৰীয়ে আঁতৰাই পঠিয়াই,

কগ্ন, শয্যাশায়ী ৰোগীৰ বুকুত দুবাৰ ছুৰিকাঘাত কৰিলে, আমি স্বামীজীৰ শেষ বাণী নেপালোঁ। কিন্তু মই যদি স্বামীজীক ভালকৈ চিনিছিলোঁ, মোৰ অলপো সন্দেহ নাই যে তেখেতে ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা জনাইছিল ( হত্যাকাৰীক ) ক্ষমা কৰিবলৈ যেহেতুকে তেওঁ ( হত্যাকাৰীয়ে ) নেজানিছিল যে তেওঁ অন্যায় কাৰ্য কৰিছে।

"কিন্তু এই ঘটনাৰ আৰু এটা দিশ আছে; মই নিজকে মুছলমান-সকলৰ বন্ধু বুলি ভাবোঁ। তেওঁবিলাকৰ দুস্কৃতি মোৰো দুস্কৃতি। মই তেওঁ-বিলাকৰ সুখ-দুখৰ ভাগ লওঁ। এজন হিন্দুয়ে গৰ্হিত কাৰ্য কৰিলে মই যিমান আঘাত পাওঁ এজন মুছলমানে কৰিলেও সিমান আঘাত পাওঁ। মুছলমান নাম-ধাৰী মানুহ এজনে এই নৃশংস কাৰ্য কৰিছে। সেই কাৰণে মুছলমানৰ বন্ধু হিচাপে মই এই ঘটনাত গভীৰ দুখ পাইছোঁ......এই মৰ্মান্তিক দুৰ্ঘটনাৰ এটা জাতীয় গুৰুত্ব আছে, আমাৰ জাতিটোৰ মজ্জালৈকে যি ব্যাধিয়ে খুলি খুলি খাইছে সেই ব্যাধিটো লৈ এই ঘটনাই আঙুলি সংকেত কৰি স্পষ্টকৈ দেখুৱাই দিয়ে। হিন্দু-মুছলমান উভয়ে আজি পথ বাছি লব লাগিব। আমি উভয়ে আজি অগ্নি-পৰীক্ষাৰ সন্মুখীন।......এইটো দুৰাকাঙ্ক্ষা হ'ব; কিন্তু স্বামীজীৰ মহানুভৱতাই দুৰাকাঙ্ক্ষাকে৷ যুক্তিযুক্ত আশা বুলি গণ্য কৰিবলৈ অনুপ্ৰেৰণা দিয়ে। তেখেতৰ শৰীৰৰপৰা ক্ষৰিত ৰক্তই যেন আমাৰ অপৰাধ ধুই নিয়ে, যেন আমাৰ অন্তঃকৰণ নিকা কৰে আৰু যেন মানৱ জাতিৰ এই দুই বৃহৎ পৰিয়ালক একতাবদ্ধ কৰিবলৈ সক্ষম হয়।"

১৯৪০ চনৰ মাৰ্চ মাহৰ শেহৰ পিনে লাহোৰত মুছলিম লীগৰ সভা বহে। এই সভাত মুছলিম লীগৰ উদেশ্য 'পাকিস্থান' স্থাপন কৰা বুলি ঘোষণা কৰি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। সভাপতিৰ ভাষণত মহম্মদ আলি জিন্না চাহেবে ভাৰতত দ্বি-জাতি ( Two Nations Theory ) সূত্ৰত জোৰ দি পাকিস্তান দাবী কৰে। জিন্না চাহেবে কৈছিল, "ইছলাম আৰু হিন্দুধৰ্ম প্ৰকৃত অৰ্থত 'ধৰ্ম' নহয়, বাস্তৱতে এই দুটা দুই প্ৰকাৰৰ বেলেগ আৰু স্বতন্ত্ৰ সমাজ ব্যৱস্থা। হিন্দু আৰু মুছলিমসকলক গোট খুৱাই একেটা জাতি কৰি গঢ়াটো এটা অলীক সপোন মাথোন।"

এপ্ৰিল মাহত সিন্ধু প্ৰদেশৰ মুখ্যমন্ত্ৰী আল্লাবক্সৰ সভাপতিত্বত দিল্লীত জাতীয়তাবাদী মুছলিমসকলৰ 'আজাদ মুছলিম কনফাৰেন্স'ৰ সভাত ভাৰতক

খণ্ডিত কৰি পাকিস্থান গঠনৰ বাবে মুছলিম লীগৰ প্ৰস্তাবৰ বিৰোধিতা কৰি প্ৰস্তাব লোৱা হ'ল। এই সভাত মুছলিম লীগৰ সভ্য আৰু খাক্‌চাৰসকলৰ বাদে ভাৰতৰ আন সকলো মুছলিম দলৰ প্ৰতিনিধিসকল উপস্থিত আছিল। এই সভাত আৰু ঘোষণা কৰা হ'ল যে জাতীয়তাৰ ফালৰপৰা চালে সকলো মুছলিমেই ভাৰতীয় আৰু এই 'আজাদ মুছলিম কনফাৰেন্স'ৰ সকলো মুছলমানেই স্বাধীনতাৰ নিমিত্তে ভাৰতৰ অন্য লোকসকলৰ লগত একেলগে সমানে যুঁজ কৰি যাব।

গান্ধীজীয়ে 'ছুৰ্বিপাক পৰিস্থিতি' শীৰ্ষক প্ৰবন্ধ এটা লিখি মুছলিম লীগৰ 'পাকিস্তান' প্ৰস্তাবৰ সমালোচনা কৰিছিল। এই প্ৰসঙ্গত গান্ধীজীয়ে লিখিছিল :

"হিন্দু-মুছলিম ছুটা জাতিৰ সূত্ৰ এটা অসত্য। এজন বঙালী হিন্দুৱে যি ভাষাৰে কথা কয় এজন মুছলমানেও সেই একে ভাষাৰে কথা কয়। উভয় প্ৰতিবেশীয়ে একে আহাৰ খায় আৰু একে আমোদ-প্ৰমোদ কৰে। তেওঁবিলাক ছুয়োৰে একে পোষাক-পৰিচ্ছদ। বাহ্যিক গতি-বিধিত মই ছুয়োৰে পাৰ্থক্য ধৰিব নোৱাৰোঁ। দক্ষিণতো তৃথীয়া শ্ৰেণীৰ মাজত একেই লক্ষণ। ভাৰতৰ জনগণৰ অধিকাংশই ছুখীয়া। মই প্ৰথমে যেতিয়া স্বৰ্গত ছাৰ আলি ইমামক লগ পাওঁ তেতিয়া তেওঁক হিন্দু নহয় বুলি মই ধৰিব নোৱাৰিছিলোঁ। মই তেখেতক যিসকল হিন্দুৰ মাজত লগ পাইছিলোঁ সেই-সকলৰ অধিকাংশৰ সৈতে তেখেতৰ বক্তৃতা, তেখেতৰ পোছাক, তেখেতৰ আচৰণ, তেখেতৰ আহাৰ বেলেগ নাছিল। তেখেতৰ নামৰপৰাহে তেখেতক মুছলমান বুলি জানিব পৰা হৈছিল।" গান্ধীজীয়ে লিখিছিল যে তেখেতে জিন্না চাহেবৰ পূৰা নামটো পোৱাৰ পৰাহে তেওঁক মুছলমান বুলি জানিছিল। ইকবাল আৰু কিচ্‌লু নাম হিন্দুৰ মাজতো পোৱা যায়। গান্ধীজীয়ে ভিঠলভাই পেটেলক ভালেমান দিনলৈকে মুছলমান বুলি ভাবিছিল, কাৰণ পেটেলে দীঘল দাড়ি আৰু টাৰ্কিচ টুপী ধাৰণ কৰিছিল।

নবাব জাদা লিয়াকত আলিখানে গান্ধীজীৰ এই উত্তৰত সমালোচনা কৰি কেইটামান প্ৰশ্ন উত্থাপন কৰিছিল। পিচৰ সংখ্যা 'হৰিজন' কাকতত গান্ধীজীয়ে লিখিছিল :

"মই অহিংসাত ব্ৰতী, সেই হেতুকে যদি ভাৰতৰ মুছলমানসকলে ভাৰত বিভাজন কৰিবলৈ বিচাৰেও তেন্তে জোৰ কৰি মই প্ৰস্তাবিত দেশ-

বিভাজন বন্ধ কৰিব নোৱাৰোঁ। কিন্তু মই ভাৰতক খণ্ড-বিখণ্ড কৰাত কেতিয়াও সহযোগী হব নোৱাৰোঁ—ইয়াৰ প্ৰতিবন্ধকতা কৰিবলৈ মই সকলো প্ৰকাৰৰ অহিংস উপায় প্ৰয়োগ কৰিম, কাৰণ ই শ শ বছৰ ধৰি অলেখ হিন্দু-মুছলমানে এটা জাতি হিচাপে একেলগে বাস কৰা প্ৰচেষ্টাক নষ্ট কৰিব। ( ভাৰত ) বিভাজন এটা জ্বলন্ত অসত্য প্ৰস্তাৱ। হিন্দু আৰু ইছলাম এই দুটা সম্পূৰ্ণ পৰস্পৰ-বিৰোধী কৃষ্টি আৰু মতবাদ বোলা কথাই মোৰ গোটেই অন্তৰাত্মা বিদ্ৰোহী কৰি তোলে। এনে এটা ( সৰ্বনশীয়া ) মতবাদত সমৰ্থন দিয়া মানে মোৰ নিমিত্তে ঈশ্বৰক অস্বীকাৰ কৰা। কিয়নো মোৰ আত্মাই বিশ্বাস কৰে কোৰাণৰ ঈশ্বৰেই গীতাৰো ঈশ্বৰ আৰু আমি সকলোৱেই একে পৰমেশ্বৰৰ সন্তান—তেহেলৈ আমি যি সংজ্ঞাৰেই পৰিচিত হওঁ।”

এই আন্তৰিকতাপূৰ্ণ খেদোক্তিৰপৰাই গান্ধীজীৰ হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ বিষয়ে মনোভাব স্পষ্ট আৰু নিৰ্ভুলভাৱে প্ৰকাশ পায়; সকলো ধৰ্মাৱলম্বী লোকেই এক পৰমেশ্বৰৰ সন্তান, মহাত্মাজীয়ে গীতাৰ এই উপদেশ দৈনন্দিন জীৱনত কাৰ্যকৰী কৰিবলৈ অহোপুৰুষাৰ্থ কৰি চলিছিল। গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছিল:

“যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈৱ ভজাম্যহম্।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যা পাৰ্থ সৰ্ব্বশঃ॥”

নবাব জাদা লিয়াকত আলি খানে গান্ধীজীক আক্ৰমণ কৰি সমালোচনা কৰি লিখিছিল: “গান্ধীৰ লালন-পালনত বৰ্ধিত কংগ্ৰেছৰ একমাত্ৰ উদ্দেশ্য হৈছে হিন্দু ধৰ্মক পুনৰ্জীৱিত কৰা আৰু হিন্দু কৃষ্টিক আন সকলোৰে ওপৰত জাপি দিয়া।” ‘হৰিজন’ত লিয়াকত আলি খানৰ এই কথাৰ উত্তৰ দি সেই একে প্ৰবন্ধতে গান্ধীজীয়ে লিখিছিল: “কংগ্ৰেছৰ উদ্দেশ্য হৈছে সম্পূৰ্ণভাৱে ৰাজনৈতিক। এনে কিছুমান কথা কৈ কোনো লাভ নাই যিবিলাক কথাৰ প্ৰমাণ নাই। মোৰ নিজৰ উদ্দেশ্যৰ বিষয়ে ক’বলৈ হ’লে কওঁ যে মোৰ নিজৰ জীৱনটো এখন মুকলি কিতাপ ( my life is an open book )। মই সৰ্বপ্ৰকাৰ কৃষ্টিৰে প্ৰতিনিধিত্ব কৰিবলৈ বিচাৰোঁ, কিয়নো সি যিয়েই নহওক লাগিলে, মোৰ ধৰ্মই সকলো কৃষ্টিৰে পৰিপূৰ্ণতা লাভ কৰাটো বিচাৰে। মই য’লৈকে যাওঁ লাগিলে মই আচহুৱা অনুভৱ নকৰোঁ, বৰঞ্চ মোৰ আপোন যেন লাগে, কাৰণ মই সকলো ধৰ্মকে ঠিক মোৰ নিজৰ ( হিন্দু ) ধৰ্মৰ দৰেই সমানে সন্মান কৰোঁ।”

'হৰিজন' কাকতৰ এই প্ৰবন্ধ পঢ়ি দেশী, বিদেশী বহুতো লোকে চিঠিৰে আৰু সাক্ষাৎ কৰি গান্ধীজীক নানা সমালোচনা আৰু প্ৰশ্ন কৰিছিল। এজন বিদেশী সমালোচকলৈ গান্ধীজীয়ে লিখিছিল :

"হিন্দু আৰু ইছলাম ধৰ্মক মই ঠেক গণ্ডীৰ বিচাৰেৰে ভাবিব নোৱাৰোঁ, ঢোকা-ভেজা দি কৰা সমাধানত মোৰ সমূলি আগ্ৰহ নাই। ভাৰত এখন বিশাল দেশ, বহুপ্ৰকাৰৰ কৃষ্টিৰ দ্বাৰা সংবৰ্দ্ধিত এটা বৃহৎ জাতি—য'ত বিভিন্ন কৃষ্টি পৰস্পৰে মিলিবৰ উপক্ৰম কৰি পৰস্পৰক সমৃদ্ধ কৰিছে। যদি এই মিলন সম্পূৰ্ণ হোৱাৰ নিমিত্তে মই অপেক্ষা কৰিবই লাগে, মই অপেক্ষা কৰিম। ই মোৰ জীৱদ্দশাত সম্পূৰ্ণ নহব পাৰে। মই এই বিশ্বাস লৈ দেহা ত্যাগ কৰিবলৈ ভাল পাম যে সুসময়ত ই (হিন্দু-মুছলমান মিলন) সম্পূৰ্ণ হব। মই ইয়াকে ভাবি সুখী হোৱা উচিত হব যে মোৰ পিনৰপৰা কোনো কাৰ্যৰ দ্বাৰায় ইয়াৰ কোনো ব্যাঘাত হোৱা নাই, আৰু এই চৰ্ত সাপেক্ষে, মই এই (সাম্প্ৰদায়িক) সম্প্ৰীতি বৰ্তাবলৈ যি কোনো কাৰ্য কৰিবলৈ উদ্যত। মোৰ জীৱন আপোচেৰেই ভৰা, কিন্তু এই সকলোখিনি আপোচ-মীমাংসাই লক্ষ্যস্থানলৈ আগবঢ়াই নিয়া বিধৰ। পাকিস্থান বিদেশী শাসনতকৈ বেছি বেয়া নহয়। যদিও স্ব-ইচ্ছাৰে নহয়, তথাপি মইতো বিদেশী শাসনৰ তলত আছোঁ। যদি পৰমেশ্বৰৰ এয়ে ইচ্ছা হয় তেন্তে মোৰ সপোনৰ ভাৰত চূৰমাৰ হৈ যোৱাৰো মই নিঃসহায় দ্ৰষ্টা হব লাগিব।"

১৯৩৮ চনৰ ডিচেম্বৰৰ শেহৰ সপ্তাহত মুছলিম লীগৰ বাৰ্ষিক অধিবেশন পাটনাত বহিছিল। এই সভাত জিন্না চাহেবে গান্ধীজীয়ে কংগ্ৰেছ মহাসভাক হিন্দু সাম্প্ৰদায়িক দললৈ পৰিণত কৰিছে বুলি দোষাৰোপ কৰিছিল। আনহাতে বীৰ সাভাৰকাৰে হিন্দু মহাসভাত হিন্দু সংগঠন দাবী কৰিলে। এই সময়ত কেইবাপিনৰপৰা কংগ্ৰেছখন একনায়কত্বত পৰিণত হৈছে বুলি কুৎসাৰটনা আৰম্ভ হ'ল। এনে সময়ত 'ৰাউণ্ড-টেবুল'ৰ সম্পাদক মিষ্টাৰ হড্ছনে গান্ধীজীৰ লগত সেৱাগাঁৱত সাক্ষাৎ কৰি আলোচনা কৰোতে গান্ধীজীয়ে এই প্ৰসঙ্গত কৈছিল, "কিন্তু যদি কংগ্ৰেছে আন সকলো ৰাজনৈতিক অনুষ্ঠানকেই ইয়াৰ অন্তৰ্ভুক্ত কৰি লোৱাৰ আকাঙ্ক্ষা পোষণ কৰিছে তেন্তে ই সৰ্বগ্ৰাসী একনায়কী দল নহৈ নোৱাৰে······ মোক এনে একোকে নেলাগে যিটো মুছলমানসকলে আপত্তি কৰে।······মই গোটেই অৱস্থাটো নিৰপেক্ষ ভাবে চাইছোঁ বুলি দাবী কৰোঁ। আমাৰ মাজৰ কাঁজিয়া-পেচালবিলাকৰ

কোনো মূলীভূত কাৰণ নাই। আমাৰ অমিলবিলাক উপকৰা সামান্য কথাত, অথচ মিলনৰ গৰজ গভীৰ আৰু স্থায়ী। আমি সকলোৱে ৰাজনৈতিক আৰু অৰ্থনৈতিক গোলামীৰ সমানে দুৰ্ভোগ সহ্য কৰিবলগীয়া হৈছোঁহঁক। একে জলবায়ু, একে নৈ, পথাৰে আমাৰ উভয়কে (হিন্দু-মুছলমানসকলক) বায়ু, পানী আৰু আহাৰ যোগাইছে। নেতা, মহাত্মা আৰু মৌলানাসকলে তেহেলৈ যিহকে নকওক লাগিলে, যেতিয়া জনগণৰ সম্পূৰ্ণ (ৰাজনৈতিক আৰু অৰ্থনৈতিক) জাগৰণ হব তেতিয়া তেওঁবিলাকে উভয়ৰে আলৈ-আহুকাল আঁতৰাই আত্মপ্ৰতিষ্ঠাৰ লাভৰ নিমিত্তে একেগোট হব……।”

গান্ধীজীৰ এই ভবিষ্যৎ বাণীৰ ভিতৰত গভীৰ সামাজিক তত্ত্ব নিহিত আছে। কৱি টেনিছনেও সমগ্ৰ মানৱ সমাজৰ ফেডাৰেশ্যন আৰু পৃথিৱীৰ পাৰ্লিয়ামেণ্টৰ কল্পনা কৰিছিল। অতীতত বহু মনীষীয়ে এনে ধৰণে মানৱ-ভ্ৰাতৃত্বৰ কথা ভাবি গৈছে। আজিও আমি বহুতে ভাবোঁ আৰু আশা কৰোঁ যে শিক্ষাগত আৰু অৰ্থনৈতিক উন্নতিৰ লগে লগে এই মহাদেশৰ এশ কোটি, বা কালত ততোধিক, কৃষক-শ্ৰমিক ৰাইজে হিন্দুস্থান-পাকিস্থান ভেদ নেমানিব আৰু একেলগে পৰিকল্পিতভাৱে ৰাইজৰ সৰ্বপ্ৰকাৰ উন্নতি সাধন কৰিবলৈ বদ্ধপৰিকৰ হব। আমি যিবিলাকে ১৯১৯।২০ চনৰপৰাই একেৰাহে নানা ত্ৰুটি-বিচ্যুতি হ'লেও কংগ্ৰেছৰ জৰিয়তে ভাৰতৰ স্বাধীনতাৰ কাৰণে অহিংস যুদ্ধত প্ৰবৃত্ত আছিলোঁ আৰু এতিয়াও ৰাইজৰ সেৱাত স্বেচ্ছাব্ৰতী হৈ আছোঁহঁক, সেইসকলে ভাবোঁ যে এটা যুগ আহিব,—হয়তো সেই যুগলৈ বহুতো কাল বাকী আছে, যিদিনা উভয় ৰাষ্ট্ৰৰ নেতাসকলৰ স্বাৰ্থকামী কথালৈ ৰাইজে আৰু কাণ নিদিব। সেয়েহে আমি আন্তৰিকতাৰে সৈতে পাকিস্তানৰ আৰ্থিক আৰু শিক্ষাগত অৱস্থা সোনকালে ভাল হোৱা কামনা কৰোঁ। এইটো কব লাগিব যে যি সকলে প্ৰচাৰ কৰে যে হিন্দুস্থানে পাকিস্থানৰ অনিষ্ট সাধি ধ্বংস কৰি আকৌ চামিল কৰি লবলৈ বিচাৰে, সেইসকল হয় বিভ্ৰান্ত, অজ্ঞ, নহয় স্বাৰ্থপ্ৰণোদিত দুষ্ট। নিজৰ নিৰাপত্তাৰ পিনৰপৰা চালেও কোনোৱে প্ৰতিবেশী ৰাষ্ট্ৰত অশান্তি হোৱা নিবিচাৰে।”

১৯৩৯ চনৰ সাত জুলাইত গান্ধীজী এবটাবাদলৈ যায় আৰু তাৰপৰা চব্বিশ জুলাই তাৰিখে উভতি আহে। এবটাবাদতে থকা কালত তেখেতে বিশ্ৰাম লোৱা ভাবেৰে আছিল আৰু ৰাজনৈতিক বিষয়ত কাৰো লগত সাক্ষাৎ বা আলোচনা নকৰিছিল—যদিও হাঙ্গেৰীৰপৰা অহা বুদ্ধৰ উপাসক

ডাঃ ফেত্ৰী আৰু নৈতিক পুনৰুজ্জীৱন আন্দোলনৰ প্ৰবৰ্তক ডঃ বুশ্‌মেনৰ লগত হোৱা আলাপ উল্লেখযোগ্য। এবটাবাদ এৰি অহাৰ আগে আগে গান্ধীজীয়ে এখন ৰাজহুৱা সভাত ভাষণ দি কৈছিল, "একাধিক বাৰ এই দৰে কোৱা মোৰ কাণত পৰিছে।" হিন্দু-মুছলমানৰ ঐক্য সাধনত মোৰ পিনৰ-পৰা যথেষ্ট যত্নৰ ক্ৰুটি এটাৰ বাবেহে হেনো সেই ঐক্য সাধনত পলম হৈছে, আৰু হেনো মই যদি একাণপতীয়াকৈ কেৱল এই কাৰ্যত লাগিলোঁহেতেন এই ঐক্য আজিয়েই হৈ উঠিলহেঁতেন। মই আপোনালোকক আশ্বাস দিব খোজোঁ যে আজি যদি মই অকল এই কাৰ্যতেই লাগি থকা যেন দেখা নাই, তেন্তে এইটো নহয় যে হিন্দু-মুছলমানৰ মিলনৰ প্ৰতি মোৰ আগ্ৰহ কমি গৈছে। কিন্তু দৰাচলতে মোৰ উপলব্ধি হৈছে যে এই কাৰ্যৰ সম্পাদনৰ নিমিত্ত স্বৰূপে মোৰ নিজৰ অসম্পূৰ্ণতা ৰৈ গৈছে, আৰু কোনো মহৎ কাৰ্য সাধনৰ নিমিত্তে মাথোন বাহ্যিক উপায়েই যথেষ্ট নহয়। মই এই কথাটো এতিয়াতকৈ আগতে কেতিয়াও ইমান ভালকৈ বুজা নাছিলোঁ। মই ভগৱন্তৰ কৃপাৰ নিমিত্তে ভগৱন্তৰ ওচৰত দিনক দিনে বেছিকৈ আত্ম-সমৰ্পণ কৰিবলৈ শিকিছোঁ। তোমালোকে যদি মোৰ হিয়া ফালি চাব পাৰিলাহেঁতেন তেন্তে দেখিলাহেঁতেন যে মোৰ সাৰে থকা অৱস্থাত আৰু টোপনিতো চৌবিশ ঘণ্টাই অন্তৰৰ ভিতৰত হিন্দু-মুছলমানৰ ঐক্যৰ নিমিত্তে প্ৰাৰ্থনা আৰু আধ্যাত্মিক চেষ্টা অবিৰাম চলি আছে। মই হিন্দু-মুছলমানৰ মিলা-প্ৰীতি বিচাৰো, কিয়নো মই নিশ্চিতকৈ জানো যে ইয়াৰ অবিহনে স্বৰাজ সম্ভব নহয়। কোনেও যেন নেভাবে যে হিন্দুসকল সংখ্যাগৰিষ্ঠ আৰু সেই কাৰণেই অন্য সম্প্ৰদায়বিলাকৰ সহায় সমৰ্থন নোহোৱাকৈ তেওঁ-বিলাকেই সত্যাগ্ৰহ কৰি ভাৰতৰ কিম্বা নিজৰ নিমিত্তে স্বৰাজ লব পৰিব। মই অনেক বাৰ কৈছো যে নিখুঁত সত্যাগ্ৰহ মাত্ৰ কিছুলোকৰ ভিতৰত আবদ্ধ থাকিলেও কাৰ্যকৰী হব পাৰে, কিন্তু এই কমসংখ্যক লোক এনে হব লাগিব যে তেওঁলোকৰ ভিতৰত সমগ্ৰ জাতিৰ একতাবদ্ধ ইচ্ছা আৰু আশা অন্তৰ্নিহিত হৈ থাকিব লাগিব। যুদ্ধৰ ক্ষেত্ৰতো একে কথাই নহয় নে যুঁজাৰু সৈন্যবাহিনীৰ কাৰণে সমগ্ৰ দেশৰ অসামৰিক লোকসকলৰ সহায় আৰু সহযোগিতা একান্ত আৱশ্যক। তাকে নহ'লে তেওঁবিলাক পঙ্গু হব। মই হিন্দু-মুছলমান সম্প্ৰীতিৰ নিমিত্তে অধীৰ হৈ পৰিছোঁ, কিয়নো মই স্বৰাজ পাবলৈ অধীৰ হৈছোঁ। আৰু মোৰ সম্পূৰ্ণ বিশ্বাস আছে যে সোনকালেই

হওক কিম্বা বিলম্বেই হওক, হিন্দু-মুছলমানৰ ভিতৰত জোৰা-তালি দিয়াকৈ নহয়, অন্তৰৰপৰাই যথাৰ্থভাৱে মিলন হবই, সোনকালেই হব। মোৰ শৈশৱৰপৰাই এই সপোনে মোক বিভোৰ কৰি ৰাখিছে, মোৰ অন্তৰ পৰিপূৰ্ণ কৰি ৰাখিছে। মোৰ সু-স্পষ্টকৈ মনত আছে কেনেকৈ মোৰ পিতাদেৱৰ দিনত ৰাজকোটত হিন্দু-মুছলমানসকলে পৰস্পৰৰ ঘৰত সকাম-নিকামবিলাকত সহোদৰ ককাই-ভাইৰ দৰে যোগ দিছিল। মই বিশ্বাস কৰোঁ সেই সুদিন এই দেশলৈ আকৌ ঘূৰি আহিব। বৰ্তমানৰ দ্বন্দ্ব-খৰিয়াল আৰু ক্ষুদ্ৰ ৰেষাৰেষি আমাৰ ভাৰতীয় সমাজৰ এটা সাময়িক বিকাৰহে ( aberration ) ; ই চিৰস্থায়ী হব নোৱাৰে।"

এই উক্তিৰপৰা স্পষ্ট প্ৰতীয়মান হয় সে যদিও গান্ধীজী প্ৰাপ্তবয়স্ক অৱস্থাত হে ঘটনাচক্ৰত ৰাজনীতিৰ চাকনৈয়াত পৰে, তত্ৰাচ নিচেই কম বয়সৰেপৰা সাম্প্ৰদায়িক সম্প্ৰীতিৰ কথা তেখেতৰ মনত খেলাই আছিল।

কেৱল হিন্দু-মুছলমানৰ বিৰোধেই গান্ধীজীৰ মনত আঘাত দিছিল এনে নহয়—পাৰ্চী, খৃষ্টিয়ান আদি সকলো সম্প্ৰদায়ৰ মাজত ভাতৃভাবত একতাবদ্ধ হোৱাটো তেখেতৰ গোটেই অন্তৰাত্মাই কামনা কৰিছিল আৰু তাৰ নিমিত্তে প্ৰাণপণে যত্ন কৰি আছিল। ভাৰতত সংখ্যা হিচাবে হিন্দু আৰু মুছলমান এই দুয়োটাই প্ৰধান সম্প্ৰদায়। গান্ধীজীয়ে সেই কাৰণে এই দুটাৰ সম্প্ৰীতিতে বেছি গুৰুত্ব দি কাম কৰি গৈছিল। কিন্তু খৃষ্টিয়ান, পাৰ্চী আদি সম্প্ৰদায় সমূহৰ ভিতৰতো ভাতৃভাবৰ মিলা-প্ৰীতিৰ ওপৰত তেখেতে সমানে গুৰুত্ব দিছিল। ১৯২১ চনৰ বম্বে চহৰৰ ঘটনা পৰ্যালোচনা কৰিলেই আমি এই কথাৰ জাজ্বল্য প্ৰমাণ পাওঁহক।

১৯২১ চনৰ সোতৰ নবেম্বৰ তাৰিখে ( বৃটিছ ) যুবৰাজে বম্বে চহৰত নামেহি। গান্ধীজীয়ে বৰদ'লিত সত্যাগ্ৰহ আৰম্ভ কৰিবলৈ কেইদিনমান আছে, তেখেতে বম্বে হৈ বৰদ'লিলৈ যাবলৈ বুলি ওলাই আহি বৰদ'লিতে ৰৈছেহি। কংগ্ৰেছে সিদ্ধান্ত কৰিছে যুবৰাজৰ ভাৰত-আগমনৰ লগত সকলো সংশ্ৰব ত্যাগ ( বয়কট ) কৰিবলৈ, সেই উপলক্ষেই বম্বে চহৰত ১৭ নবেম্বৰ তাৰিখে হৰতাল ঘোষণা কৰা হয়। ১৯২১ চনত খিলাফত আন্দোলন আৰু ৰৌলাট আইন আৰু জালিৱানৱালাবাগৰ হত্যাকাণ্ডৰ প্ৰতিবাদ আৰু ভাৰতৰ স্বৰাজৰ নিমিত্তে তুমুল আন্দোলন চলিছে। গান্ধীজীৰ অভিনৱ নতুন কাৰ্য-ক্ৰমণিকা আৰু পৰিচালনাত ভাৰতত অভূতপূৰ্ব উদ্যমে দেখা দিছে। বিলাতী কানি-

কাপোৰ, মাদকতা, চৰ্কাৰী স্কুল-কলেজ, আইন-আদালত বৰ্জন আন্দোলন পূৰ্ণদমে চলিছে, হিন্দু-মুছলিম সম্প্ৰদায়ৰ লোকসকলৰ অটুট মিলা-প্ৰীতি। ১৭ নবেম্বৰৰ দিনা বম্বে চহৰত পূৰ্ণ হৰতাল চলিছে; খৃষ্টান সম্প্ৰদায়ৰ লোক-সকলে, বিশেষকৈ এংলো-ইণ্ডিয়ানসকলে আৰু পাৰ্চী সম্প্ৰদায়ৰ লোকসকলে আৰু কেইজনমান হিন্দু আৰু মুছলমান ধনীয়ে যুবৰাজৰ আদৰণী সমাৰোহলৈ দলে দলে ওলাই গৈছিল। যাওঁতে বাটত তেওঁলোকক ঠাট্টা-মস্কৰা ইতিকিং-কৰি যথেষ্ট উৎপাত কৰা হৈছিল। তেওঁবিলাকে আদৰণী অনুষ্ঠানৰপৰা উভতি আহোঁতে তেওঁবিলাকৰ মূৰৰ টুপী, পিন্ধা কাপোৰ কাঢ়ি নি জুই লগাই পোৰা হ'ল, বহুতকে মাৰ-কিল কৰিলে। ভালেমান মদৰ দোকান ভাঙি চূৰমাৰ কৰা হ'ল। কেবাখনো ট্ৰামগাড়ী পুৰিলে। এখন পুলিচ থানা আৰু আন এটা ঘৰত জুই দিলে। চাৰিজন পুলিচকে মৰিয়াই হত্যা কৰিলে আৰু ভালে কেইজন আহত হ'ল। গান্ধীজীয়ে সভাত বক্তৃতা দি থাকোঁতে চহৰত এই গণ্ডগোল হোৱা শুনি তুৰন্তে পুলিচক হত্যা কৰা ঘটনাৰ স্থলীলৈ গ'ল। তাত যথোচিত শুশ্ৰূষা দি আৰু শান্তি স্থাপন কৰি থকা ঠাইলৈ উভতিল। সেইদিনা ৰাতি ১০ বজালৈকে চৌদিশৰপৰা অগ্নিসংযোগ আৰু হত্যাৰ খবৰ গান্ধীজীৰ কাণত পৰিছিলহি। তেখেতৰ মনলৈ বহুতো অনুশোচনা আহিছিল—কিয় তেখেতে আগতে এনে হব বুলি ভাবিব পৰা নাছিল, কিয় ইয়াৰ প্ৰতিবন্ধকতাৰ ব্যৱস্থা উদ্ভাবন আৰু কাৰ্যকৰী কৰা নাছিল। সেই ৰাতিয়েই গান্ধীজীয়ে চুৰাট আৰু বৰদ'লিলৈ যোৱা আৰু বৰদ'লিৰ সত্যাগ্ৰহৰ সংকল্প ত্যাগ কৰিলে আৰু পুতেক দেৱদাসক চুৰাটলৈ পঠিয়াই সত্যাগ্ৰহৰ সকলো যো-জা বন্ধ কৰালে।

গান্ধীজীয়ে অনুভৱ কৰিছিল যেন তেখেতৰ মন আৰু শৰীৰৰপৰা সকলো শক্তিয়েই অন্তৰ্হিত হ'ল। ৰাতি দুঘণ্টা প্ৰাৰ্থনা আৰু ধ্যান কৰি শেষত তেখেতে কি কৰিব তাৰ সন্ধান পালে। উনৈশ নবেম্বৰ তাৰিখে তেখেতে অনশন ব্ৰতৰ সিদ্ধান্ত ঘোষণা কৰিলে:

"মই যোৱা দুদিন ধৰি যি যন্ত্ৰণা ভোগ কৰিছোঁ সি বৰ্ণনাৰ সাধ্যাতীত। এতিয়া শেষৰাতি চাৰে তিনি বজাত মই সম্পূৰ্ণ ( মানসিক ) শান্তিৰে এইয়া লিখিছোঁ। দুই ঘণ্টা কাল প্ৰাৰ্থনা আৰু ধ্যানৰ পিচত মই সত্যৰ সন্ধান পাইছোঁ। যেতিয়ালৈকে বম্বেৰ হিন্দু আৰু মুছলমানসকলে পাৰ্চী, খৃষ্টিয়ান আৰু ইহুদীসকলৰ লগত শান্তি আৰু মিলা-প্ৰীতি স্থাপন নকৰে আৰু

"অসহযোগীসকলে বৃটিছৰ লগত সহযোগ কৰাসকলৰ মতে শান্তি প্ৰবৰ্ত্তন নকৰে তেতিয়ালৈকে মই পানী ব্যতিৰেকে আন কোনো আহাৰ গ্ৰহণ নকৰোঁ বুলি সিদ্ধান্ত কৰিছোঁ,......যোৱা দুদিন ধৰি মই যি স্বৰাজৰ নমুনা দেখিলোঁ তাৰ পুতি-গন্ধত মই অস্থিৰ। হিন্দু-মুছলমানৰ মিল মুষ্টিমেয় পাৰ্চী, খৃষ্টিয়ান আৰু ইহুদীসকলৰ কাল হে হ'ল। অসহযোগীসকলৰ অহিংসা সহযোগীসকলৰ হিংসাতকৈও অধম, কিয়নো আমি মুখত অহিংসাৰ কথা কৈ যিসকলে আমাৰ মত গ্ৰহণ নকৰি বেলেগ মত পোষণ কৰে, তেওঁবিলাকক ভীতি প্ৰদৰ্শন কৰিছোঁ। আমাৰ এনে কাৰ্যৰ দ্বাৰা আমি পৰমেশ্বৰক অস্বীকাৰ কৰিছোঁহঁক। আমাৰ সকলোৰে একেজন ঈশ্বৰ, তেহেলৈ তেওঁক কোৰাণ, জেন্দ্ আবেস্তা, টালমুদ অথবা গীতা, যিহতে বিচাৰি পাওক লাগিলে। আৰু তেৱেঁই ঈশ্বৰ—সত্য আৰু প্ৰেমৰ ঈশ্বৰ। মোৰ অন্তৰ্নিহিত এই বিশ্বাসৰ কিছু প্ৰমাণ কৰাৰ বাদে আৰু জীয়াই থাকিবলৈ কোনো আগ্ৰহ নাই। মই এজন ইংৰাজ বা যি কোনো এজনক ঘৃণা কৰিব নোৱাৰোঁ। মই তেওঁৰ (ইংৰাজৰ) ভাৰতত স্থাপিত (গৱৰ্ণমেণ্টৰ) অনুষ্ঠানবিলাকৰ বিৰুদ্ধে বহুতো লিখিছোঁ আৰু জীয়াই থাকো মানে লিখিও থাকিম। কিন্তু সেই পদ্ধতিৰ গৰিহণা দিয়া মানে মানুহজনক গৰিহণা দিয়া বুলি যেন কোনেও মোক ভুল নুবুজে। মোক নিজকে মই যেনেকৈ ভাল পাওঁ মোৰ ধৰ্মই তেওঁকো সেইদৰেই ভাল পাবলৈ অনুশাসন কৰে।

"মই ঈশ্বৰক অস্বীকাৰ কৰা হব যদিহে এই সঙ্কট মুহূৰ্ত্তত মই এই কথা প্ৰমাণ কৰিবলৈ যত্ন নকৰোঁ। পাৰ্চীসকলৰ বেলিকাও মোৰ সেই একে কথাই খাটে।"

উনৈশ তাৰিখে গান্ধীজীয়ে পুতেক দেৱদাসক এই উদ্দেশ্য লৈ মাতি আনিলে,—যদি আকৌ গণ্ডগোল হয়, সংঘৰ্ষকাৰীসকলে দেৱদাসকে বলি দিয়ক।

বম্বেত শীঘ্ৰে পুনৰ শান্তি স্থাপন হ'ল। বাইশ নবেম্বৰ তাৰিখে গান্ধীজীয়ে মিলিত হিন্দু, মুছলমান, পাৰ্চী, অসহযোগী, সহযোগীসকলৰে মাজত বহি অনশন ব্ৰত ভঙ্গ কৰিলে।

গান্ধীজীৰ নিজৰ ভাষাতে ব্যক্ত ওপৰত সংক্ষেপ আলোচনা কৰা কথাৰপৰাই স্পষ্ট হয় গান্ধীজীৰ সাম্প্ৰদায়িক সম্প্ৰীতিৰ দৰ্শন তিনি ভাগে বিচাৰ কৰিব পাৰি। প্ৰথমতঃ এই সম্প্ৰীতি গান্ধীজীয়ে আধ্যাত্মিক দৃষ্টি-

ভঙ্গীত লয়, সকলো মানুহেই এক ঈশ্বৰৰ সন্তান। গীতা, কোৰাণ, বাইবেল, জেন্দ্ আবেস্তা, টালমুদৰ ঈশ্বৰ সেই একে জনেই। সকলো মানুহ, সকলো সৃষ্ট বস্তুয়েই তেওঁৰে সৃষ্টি। এক পৰমেশ্বৰৰ ব্যতিৰেকে কোনো মানুহেই সম্পূৰ্ণ হব নোৱাৰে, কিন্তু সকলো মানুহৰ অন্তৰতে পৰমেশ্বৰৰ এক কণা বৰ্ত্তি আছে। পৰমেশ্বৰৰ উপলব্ধি ( realisation ) অত্যন্ত কম লোকৰেই হয়। যিজনৰ এই উপলব্ধি হব তেৰোঁ সেই অনুভূতি সম্যকভাৱে আনৰ ওচৰত প্ৰকাশ কৰিব নোৱাৰে। প্ৰাৰ্থনা আৰু অনুধাবনৰ দ্বাৰা নিজৰ অন্তৰ্নিহিত ঈশ্বৰৰ সান্নিধ্য পাব পাৰি। ইয়াৰ দ্বাৰা গান্ধীজীয়ে তেওঁৰ সকলো কাৰ্যৰ নিমিত্তে সন্ধান আৰু অনুপ্ৰেৰণাও পায়। এই কথা হাঙ্গেৰীৰপৰা অহা ডাঃ ফেত্ৰীৰ লগত কৰা আলোচনাত প্ৰকাশ পায়। এক ঈশ্বৰৰ সন্তান, সকলো সম্প্ৰদায়ৰ সকলোৰে অন্তৰত সেই মহান পৰমেশ্বৰৰ এক কণিকা বিৰাজমান। সেই নিমিত্তেই সকলো সম্প্ৰদায়ৰ সকলো মানুহেই ভাই-ভনীৰ দৰে মিলা-প্ৰীতিৰে থকাই স্বাভাবিক অৱস্থা। লোভ, মোহ, দ্বেষ-ক্ৰোধে পৰস্পৰক আঁতৰাই ৰাখে। যেতিয়া মনুষ্য সমাজ আধ্যাত্মিকতাত আগবাঢ়ি ঈশ্বৰৰ আৰু ওচৰ চাপিব পাৰিব তেতিয়া বিভিন্ন সম্প্ৰদায়ৰ মাজত অৱশ্যে সম্প্ৰীতি হব।

দ্বিতীয়তঃ গান্ধীজীৰ বিচাৰ হৈছে সামাজিক ফালৰপৰা। তেখেতে উদাহৰণ দিছে যে যেতিয়া ককাই-ভাই বেলেগ হয় আৰু পৈতৃক সম্পত্তি ভাগ কৰি লয় তেতিয়া জানো কাঁজিয়া-পেচাল, মূৰ ফলাফলিৰ প্ৰয়োজন থাকে? তেনে কৰিলে সমাজৰ ঘৃণা আৰু হাঁহিয়াতৰ পাত্ৰহে হয়। যদি ককাই-ভায়ে বেলেগ হওঁতে কাঁজিয়া-পেচাল কৰা আমি ভাল নেপাওঁ আৰু অনুমোদন নকৰোঁ, তেন্তে দুটা সম্প্ৰদায়ৰ মাজৰ কাঁজিয়া-পেচালতো সেই একে কথাই প্ৰযোজ্য। কথাটো সহজ আৰু সৰল। মাত্ৰ আমি বুজিবলৈ আৰু বুজিলেও কামত খটাবলৈ আন্তৰিকতাৰে যত্ন নকৰোঁ।

তৃতীয়তঃ ৰাজনৈতিক দিশৰপৰা গান্ধীজীয়ে প্ৰতিপন্ন কৰিছে যে সাম্প্ৰদায়িক সম্প্ৰীতি বিনা স্বৰাজ সম্ভৱ নহয়। কিয়নো বৃটিছে উভয় দলৰ মাজত মতান্তৰ ঘটাই ভাৰতক স্বৰাজৰপৰা বঞ্চিত কৰি ৰাখিবলৈ চেষ্টা কৰিছিল। গান্ধীজীৰ মতে আফগানিস্থানে বা ৰুছিয়াই ভাৰত আক্ৰমণ কৰা যে ভুৱা কথা তাক বৃটিছ সামৰিক লোকসকলেই সময়ে সময়ে প্ৰবন্ধাদিৰ দ্বাৰা দেখুৱাই দি আছিল। ভাৰতৰ সামৰিক বা প্ৰতিৰক্ষাৰ

ব্যয় বছৰি বছৰি বৃদ্ধি কৰিছিল ভাৰতীয়সকলকেই দমাই ৰাখিবলৈ—জানোচা ভাৰতীয় চিপাহীৰ আনুগত্য হেৰায়। পিচতো বাস্তৱত দেখা গ'ল যে গান্ধীজীয়ে যি কৈছিল সেয়ে হ'ল। আমাৰ সপোনৰ স্বৰাজ লাভ নহ'ল। তাৰ একমাত্ৰ কাৰণ, জিন্না চাহেবে কোনো চৰ্ততে গান্ধীজীৰ সৈতে আপোচ কৰিবলৈ ৰাজি নহ'ল। ফলতঃ অখণ্ড ভাৰত দ্বিধাভক্ত হ'ল। পাকিস্থানে চীনৰ লগ লাগি ভাৰতৰ শত্ৰুতা কৰি আছে। ভাৰতে ভাত-কাপোৰৰ যোগাৰ কৰাতকৈ বন্দুক-বাৰুদ নিৰ্মাণত বেছি ব্যয় কৰিব লগা হৈছে। চিন্তাশীল মানুহ মাত্ৰেই স্বীকাৰ কৰিব যে ভাৰতৰ কষ্টোপাৰ্জিত স্বাধীনতা ৰক্ষা কৰিবলৈকো সাম্প্ৰদায়িক সম্প্ৰীতিৰ একান্ত প্ৰয়োজন।

আজিৰ যুগত পৃথিবীৰ বিভিন্ন দেশৰ ৰাষ্ট্ৰশক্তিসমূহে যি হিংসাৰ চাকনৈয়াত ঘূৰিছে, মানৱ-জাতি আৰু মানৱ-সভ্যতা তাৰপৰা সমূলে ধ্বংস হোৱাৰপৰা ৰক্ষা পাবলৈ শীঘ্ৰে বা বিলম্বে গান্ধীজীৰ সত্য আৰু প্ৰেমৰ দৰ্শনৰ পথ অবলম্বন কৰিবই লাগিব।

# আধ্যাত্মিক বিপ্লৱী গান্ধী

**নীলমণি ফুকন**

বিজ্ঞানৰ ব্যভিচাৰ, যন্ত্ৰ-যুগৰ নিৰ্মম নিষ্ঠুৰ কৱলৰপৰা মানৱ জাতিক উদ্ধাৰ কৰিবলৈ মহাত্মা গান্ধীৰ আৱিৰ্ভাৱ। ধৰ্মইহে প্ৰকৃত ধৰণী, গুহ্যনিহিত অৰ্থাৎ এই গুহ্য-তত্ত্ব ভাৰতেই প্ৰথমতে কৰায়ত্ত কৰে। ভাৰতৰ সমাজ, সংস্কৃতি, সদাচাৰ, ব্যৱহাৰিক জীৱন ধৰ্মৰ ভেটিত প্ৰতিস্থাপিত। ধৰ্ম-বিশ্বাসেই ভাৰতৰ বিশেষ শ্বাস। এই বিশেষ শ্বাস মুহূৰ্তলৈকো নিৰোধ হ'লে, ভাৰতৰ প্ৰাণে অস্বস্তিবোধ কৰে। মানৱ জাতিৰ একত্ববোধ এই ভাৰতেই আদি যুগতে অনুভৱ কৰি আহিছে। এই বোধিসত্তাতেই বুদ্ধদেৱৰ জন্ম। ৰাজপুত্ৰই শিৰৰ মুকুটৰ পৰিবৰ্তে শেষডালি কেশ মুণ্ডন কৰি, বুকুত জ্বলক লগা ৰাজ-আভৰণ পৰিত্যাগ কৰি, সংযমিত গৈৰিক বসন পৰিধান কৰি, মুকলিমুৰীয়া হৈ 'অহিংসা পৰম ধৰ্ম্ম' এই বাণী প্ৰচাৰ কৰি, এখন মহাদেশ মুখৰিত কৰি তুলিছে। তেওঁ দৈহিক, মানসিক, আধ্যাত্মিক, সকলো প্ৰকাৰৰ চাঞ্চল্য বশীভূত কৰি নিৰ্বাণৰ পথ পৰিষ্কাৰ কৰিলে। ভাৰত যে ভূ-ভাৰত বা বিশ্বৰ প্ৰতীক এই কথা কল্পনা-প্ৰসূত নহয়। সৰ্ব-জাতি, সৰ্ব-সংস্কৃতি, সৰ্ব-ধৰ্মৰ অপূৰ্ব সংমিশ্ৰণৰ মন্থনত অসুৰক বঞ্চি দেৱতাই পান কৰা অমৃততকৈও সুস্বাদু, সঞ্জীৱনী সুধা। সৰ্ব-জাতি সৰ্ব-ধৰ্মৰ 'বিগলিত কৰুণা'ৰ আধাৰ—গঙ্গা-যমুনা, গোদাৱৰী-কাবেৰী, সিন্ধু-ব্ৰহ্মপুত্ৰ-মহানদৰ পূত সলিলত 'আদি-জগতজন পূজ্যা' ভাৰত-জননীৰেই স্তন্য-পীযুষ পান কৰি, তৃপ্তি পাই, 'হামাৰে হিন্দুস্থান'ত বসবাস কৰি আহিছে। এই 'মহামানৱৰ মহামেলা'ত বিশ্বমানৱৰ সতীৰ্থসকলকেই দেখা গৈছিল। এই ভাৰতেই আধ্যাত্মিক মাধ্যাকৰ্ষণ আবিষ্কাৰ কৰে। সেই নেদেখা শক্তিৰ আকৰ্ষণৰ বলত—আকাশত নক্ষত্ৰপুঞ্জই স্ব স্ব স্থানত থাকিও, নিজ কিৰণ বিকীৰ্ণ কৰি সমগ্ৰ আকাশ সমুজ্জ্বল কৰি তোলা দৰে—বিশ্বব্ৰহ্মাণ্ডৰ মনীষী-সকলে আত্মজ্যোতি বিকীৰণ কৰি, জগতত অনন্ত জ্ঞানৰ পোহৰ বিস্তাৰ

কৰিছিল। সেয়ে পোহৰাই দেখুৱা বস্তিৰ দৰে ( search light ) বহির্জগতৰ অণু-পৰমাণু পৰ্যন্ত দৃষ্টিগোচৰ কৰি তুলিছিল; ৰঞ্জন-ৰশ্মিৰ দৰে অন্তৰ্জগতৰ সূক্ষ্ম বৈভৱৰাশি অনুভূতি-গোচৰ কৰাইছিল। এই ভাৰতেই ওম্, আমিন্, আমেন্ বীজ মন্ত্রত চিত্ত-সমাহিত অৱস্থাত একেটি শান্তিকেই লাভ কৰিছিল। তাৰ ধ্বনি যেন একেখনি বিৰাট হৃদয়াকাশৰ নিজম নিস্তব্ধ স্থলত লয় পাইছিল। এই কাৰণে সকলো ক্ষেত্রতে ভাৰতৰ মহাবাণী আছিল 'যতো ধৰ্ম্মস্ততো জয়ঃ'। বিশ্ব-শান্তি আছিল কাম্যবস্তু, আত্মীয়তা আছিল মানৱজাতিৰ সম্বন্ধ। এই কাৰণে প্রাচ্য দেশৰ ৰজা আছিল প্রজাৰঞ্জক ৰাজর্ষি। প্ৰতীচ্যৰ সামন্তসকল আছিল লুণ্ঠনকাৰী সামন্ত ৰজা ( Rober Barons )। প্ৰাচ্যৰ ৰাজভাণ্ডাৰ ত্যাগৰ কাৰণে সদায় মুকলি। ৰজায়ো বাণপ্রস্থ অৱলম্বন কৰে। বিক্ৰমাদিত্যৰ ৰাজমুকুট তেওঁৰ সভাৰ 'নবৰত্ন'ই হে সমুজ্জ্বল কৰি তুলিছিল। ৰামদাসৰ পাদুকাতেই শিবাজীৰ নির্ভয় নির্ভৰশীলতা আছিল। জটাৰ ওচৰত মুকুট, বল্কল পৰিধানৰ ওচৰত ৰাজপৰিচ্ছদ মলিয়ন হৈ পৰিছিল। উৰ্ধৰেতা ভাৰতৰ সংযম, তপঃক্লিষ্ট ভাৰতৰ আত্মবল, স্বল্পাভৰণ দেহাৰ ক্লান্তি—দেৱৰো দুৰ্লভ বস্তু আছিল। ভাৰতে বিশ্বৰূপ আত্মানুভূতিৰ মাজত দেখা পাইছিল। চকুৰে নেদেখা, কাণে নুশুনা দেশ-দেশান্তৰ, দূৰ-দূৰণিৰ আকাশজোৰা বাণী যদি ৰেডিঅ' যন্ত্ৰই—আকাশৰ বতাহ-ধুমুহা, সোঁ-সোঁৱনিৰ মাজেদি আনি দিব নোৱাৰে, কাণত শুনা নাযায়—সেই যন্ত্ৰৰ যিদৰে কোনো মূল্য নাই, মানুহৰ দেহাটোৱেও যদি বহির্জগতৰ কোলাহলৰ মাজতো অতিপ্রিয় লোকৰ বাতৰিখিনি আনি দিব নোৱাৰে, ভাৰতে তেনে দেহাৰ কোনো মূল্যাঙ্কন কৰা নাছিল। যন্ত্রপাতিৰ কোলাহলত যোৱা তিনি-চাৰিশ বছৰে তথাকথিত সভ্য জগতৰ কাণ বধিৰ কৰি তোলাত মানুহৰ অন্তৰাত্মাৰ বাণী তল পৰিছে। যন্ত্ৰৰ হাতত 'মানুহ' পুতলা হৈ নাচিছে।

যথার্থতে প্রাণহীন যান্ত্রিক যুগৰ পুতলা নাচৰপৰা মানুহক আঁতৰাই, আত্মপৰিচয় পাব পৰা এক আধ্যাত্মিক বিপ্লৱ আনি, চৈতন্যময় মানৱাত্মাক বিশ্বত প্রতিষ্ঠা কৰি মানৱজাতিক দানৱৰ কবলৰপৰা ৰক্ষা কৰাই মহাত্মা গান্ধীৰ বৈপ্লৱিক আত্মাৰ সুপ্ত জাগৃতি, তেওঁৰ ভাৰতৰ ৰাজনৈতিক মুক্তি আন্দোলনৰ লাই-খুটা। তেওঁ বিশ্বাস কৰিছিল, ভাৰতে ৰাজনৈতিক স্বাধীনতা পালে মুক্ত আকাশত নিজৰ ব্যাপক সত্তা বিচাৰি পাব, আত্মদর্শন হব, আত্মবল লাভ কৰিব। সেই আত্মবলেই জগতৰ পৰাধীন জাতিসমূহৰ মুক্তি

সাধনৰ পথ দেখুৱাব। এই উদ্দেশ্যেই তেওঁ জয়জয়তে ভাৰতৰ ৰাজনৈতিক মুক্তিৰ আন্দোলন চলায়। এই আন্দোলনৰ ঘাই অস্ত্ৰ অহিংসা আৰু অসহযোগকে কৰিছিল। বৈজ্ঞানিক যুগত হেৰোৱা ভাৰতৰ আত্মাক পুনৰ উদ্ধাৰ কৰি, এই ভাৰততে ৰামৰাজ্য স্থাপন কৰি—আত্মিক আৰু নৈতিক স্বাধীনতাই যে প্ৰকৃত মুক্তি তাকে জগতৰ আদৰ্শ কৰি তুলিবলৈ ভাৰতৰ এই মুক্তি সংগ্ৰাম আৰম্ভ কৰে। নিৰ্মম, নিষ্ঠুৰ—বিজ্ঞানৰ সতে ব্যভিচাৰ কৰা—যন্ত্ৰপাতিৰ যুগত, তেতিয়াও মানৱাত্মাই বিচৰা বুদ্ধৰ অহিংসা, যীশুৰ প্ৰেম, ৰচুল নবীৰ ভাতৃত্ব জগতত পুনৰ প্ৰতিষ্ঠা কৰিবলৈ দৃঢ় হয়। তালুৰ পৰা তলুৱালৈকে অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত এটা জাতিক আন এটা নিৰস্ত্ৰ জাতিয়ে অনীতিমূলক হিংসুক অস্ত্ৰেৰেও পৰাজয় কৰা অসম্ভৱ। গতিকে, যিজন মহামানৱে মানৱ-জীৱনত হিংসাক মুহূৰ্তলৈকো স্থান দিয়া নাছিল, অহিংস-নীতিত বিশ্বাস কৰি দক্ষিণ আফ্ৰিকাত অহিংস অস্ত্ৰ প্ৰয়োগ কৰি নৈতিক যুদ্ধৰ এটি অভূতপূৰ্ব বল দেখুৱালে, সেই নীতিকে ভাৰতৰ মুক্তি সংগ্ৰামত অৱলম্বন কৰি, অহিংসা, অসহযোগ, এই দুপাত অস্ত্ৰেৰে ধৰ্মযুদ্ধ দিবলৈ সাহসেৰে, বিশ্বাসেৰে, নিষ্ঠাৰে আগবাঢ়ে। এই কামত নীতি আৰু দেশৰ জনসাধাৰণৰ সমৰ্থনৰ ওপৰত কৃতকাৰ্যতা নিৰ্ভৰ কৰিছে বুলি তেওঁ ভাবিছিল। সেয়ে হবলৈ হ'লে ভাৰতৰ ছয় কোটি অস্পৃশ্য লোকৰ স্পৰ্শদোষ আগধৰি দূৰ কৰিব লাগিব আৰু তাকে কৰিবলৈ হ'লে তেওঁলোকৰ মাজত যিটো ধৰ্ম আৰু নীতি-বিগৰ্হিত, অনাচাৰ প্ৰৰোচক মাদকতা চলি আছে তাৰ নিৰাকৰণ কৰিব লাগিব—এই কথা তেওঁ স্পষ্টভাৱে অনুভৱ কৰে। গতিকে মাদকতা নিবাৰণ, অস্পৃশ্যতা দূৰীকৰণও অহিংস যুদ্ধৰ আন দুপাত ঘাই অস্ত্ৰ কৰি ললে। আনহাতে, দেশৰ জনসাধাৰণৰ শতকৰা আশীজন কৃষকক বিদেশী শাসনে শোষণ কৰি পেটৰ ভাত, টিকাৰ কাপোৰডোখৰেও নটা কৰি তুলিছে। তেওঁলোকৰ সহযোগ পাবলৈ হ'লে প্ৰথমেই অন্ন-বস্ত্ৰৰ সমস্যা দূৰ কৰিব লাগিব। এই কাৰণেই, অস্পৃশ্যতা নিবাৰণ কৰিবলৈ হৰিজন-আন্দোলন, মাদকতা-নিবাৰণ আৰু অন্ন-বস্ত্ৰত স্বাৱলম্বী হবলৈ আন্দোলন চলাই, মন্দিৰ প্ৰৱেশ আৰু কানি-ভাং-মদ নিবাৰণ কৰিবলৈ 'পিকেটিং' আৰম্ভ কৰে। বিদেশী চৰকাৰৰ আইন-আদালত অচল কৰিবলৈ পঞ্চায়ত প্ৰতিষ্ঠা কৰে। বস্ত্ৰৰ সমস্যা সমাধান কৰিবলৈ সূতা কাটি নিজহাতে তৈয়াৰ কৰা খদ্দৰ ব্যৱহাৰৰ আন্দোলন চলাই দিয়ে। এইদৰে অহিংস

অসহযোগ আন্দোলনৰ বলত বৃটিছ সিংহক শেহত গোজৰণি এটা মাৰি আকৌ সাত সমুদ্র পাৰ হৈ স্বস্থানে প্রস্থান কৰিবলৈ বাধ্য কৰায়। এইবিলাক আন্দোলনত দেশৰ হাজাৰ-বিজাৰ ছাত্র-ছাত্রী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী পৰ্যন্ত জুইত ফৰিঙে জাপ দিয়া দৰে জাপ দি দেশৰ স্বাধীনতা আনিলে।

এই মুক্তিত মহাত্মাই বিশ্বাস কৰিছিল। ভাৰতে এতিয়া ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আদি সকলো বিষয়তে মানুহেই যে সভ্যতাৰ কেন্দ্ৰ, ব্যৱহাৰিক জগত যে মানুহৰ আধ্যাত্মিক জগতৰ কেৱলমাত্র উপকৰণ— এই আদৰ্শৰ অভিমুখী হবনে, এই কথা বুজি ভাবি, নিজে আচৰণ কৰি পথ পৰিষ্কাৰ কৰি দিব আৰু সেই পথেদি গৈ জগতৰ সকলো পৰাধীন জাতিয়ে মুক্তিলাভ কৰিব। মহামানৱৰ এই প্ৰেৰণাৰ ঢলে ঢৌৱাই নি পৃথিৱীৰ প্ৰায় সকলোবিলাক পৰাধীন জাতিকেই মুক্ত কৰিছে। সাম্রাজ্য আৰু ঔপনিৱেশিক ৰাজ্যসমূহ গৰা-খহনীয়া দিছে। কিন্তু তেওঁ যি আধ্যাত্মিক মুক্তি অৰ্থাৎ বস্তুবাদী জগতৰ কোঢ়া মুঠিৰপৰা মানুহৰ বাবে আধ্যাত্মিক জগতৰ মুক্তি বিচাৰিছিল সেই আদৰ্শৰপৰা অনেক দূৰ ভাৰত কিয় জগতো আঁতৰি গ'ল। বিজ্ঞানৰ আবিষ্কাৰৰ বলত মানুহে আজি যদিও চন্দ্ৰলোক পাৰ হৈ গৈছে, আকৌ সেই বিজ্ঞানৰ বলতে অণুশক্তিৰ বোমা সৃষ্টি কৰি মানৱ জাতিকেই ধ্বংস কৰিবলৈ ভস্মাসুৰৰ ঠাইত সন্ত বিনোৱাৰ ভাষাত অনেক 'ভেদাসুৰ' সৃষ্টি কৰিছে; দেৱতাৰ কাম্য বৈচিত্র্যময় এই ধৰাখনি ধূলিস্যাৎ কৰিবলৈ উদ্যত হৈছে। ইতিমধ্যে এই বোমাই ভ্ৰূণহত্যা, নাৰীবধ, শিশুবধ কৰি একোখন মহানগৰী মহাশ্মশানত পৰিণত কৰি দেখুৱালে। আনফালে আধুনিক বিজ্ঞানৰ এই ব্যাভিচাৰৰ হাত সৰুৱাবলৈ মহাত্মাই ভাৰতক যিটো আধ্যাত্মিক শক্তি, ত্যাগৰ মহান আদৰ্শ, অন্তৰৰ নৈতিক বল দেখুৱাই জগতক সেই পথে নিব বুলি আশা কৰিছিল, সিয়ো অন্ধ ৰাজনৈতিক শক্তিৰ বলত তল পৰিছে। ভাৰতে যুগৰ চেতনা পাই জাগ্ৰত হৈ, মুমূৰ্ষু জগতত যন্ত্ৰৰ ঠাইত মানুহক প্ৰতিষ্ঠা কৰিব বুলি মহাত্মাৰ যি অটল বিশ্বাস আছিল সেই বিশ্বাস নবল। দেশৰ নেতৃত্বই এই বিষয়ত মহা ভুল কৰিলে বুলি অনুমান হয়। এতিয়া দেশে বুজিছে, মহাত্মাই ত্যাগৰ বলত যিদৰে দেশ স্বাধীন কৰিলে, সেৱাৰ বলেৰে ৰাজনৈতিক স্বাধীনতাৰ ভেটিত তেওঁৰ পৰিকল্পিত পাঁচ লাখ গ্ৰামত স্বৰাজৰ ভেটিত 'ৰামৰাজ্য' স্থাপন কৰিব লাগিব। কংগ্ৰেছে যদি মহাত্মাৰ আদৰ্শত, অসুবিধাৰ মাজেদিও, কাৰ্যপন্থা গ্ৰহণ কৰি

দেশ গাঁও অভিমুখী কৰিলেহেঁতেন, আজি মহাত্মাৰ গ্ৰাম-স্বৰাজ স্থাপনত অকৃতকাৰ্য নহ'লহেঁতেন। এতিয়া অতীতৰ কথা সমালোচনা কৰি থাকিলেই কাম নচলিব। "অতীত মৰি গ'ল, তাৰ কথা অস্ত হ'ল" বুলি আকৌ বৈপ্লৱিক দৃষ্টি-ভঙ্গীৰে ৰামৰাজ্য স্থাপনৰ কাৰ্যক্ৰমত নিষ্ঠাৰে, সাহসেৰে, আত্মবিশ্বাসেৰে বলীয়ান হৈ আগবাঢ়িব লাগিবই। মহাত্মাৰ শ্ৰেণীহীন সমাজ সৃষ্টি কৰিব লাগিব। তেওঁৰ প্ৰিয়তম শিষ্য সন্ত বিনোৱাই যোৱা যোল বছৰে ভূ-দান যজ্ঞৰ দৃষ্টিৰে চাই, ভাৰতৰ প্ৰায় পাঁচ লাখ গাঁৱতে 'পদযাত্ৰা' কৰি এতিয়া খণ্ড খণ্ড ভূ-দানৰপৰা মানুহৰ প্ৰাণ থকা গ্ৰামদানত বিশেষ সাৰ্থকতা আৰোপ কৰি, গ্ৰামদানৰ 'তুফান'ৰ মাজেদি অৰ্থাৎ ধুমুহাৰ দৰে আলোড়ন তুলি পাঁচ লক্ষ গাঁৱত 'গ্ৰাম-স্বৰাজ' স্থাপন কৰি মহাত্মাৰ জন্মশতবাৰ্ষিকী পালনৰ ভিতৰতে মহাত্মাৰ পৰিকল্পিত পাঁচ লাখ গ্ৰাম-স্বৰাজৰ ভেটিত লোকনীতি সাৰ এখন অভূতপূৰ্ব 'ৰামৰাজ্য' স্থাপন কৰি জগতৰ আদৰ্শস্থানীয় কৰি তুলিবলৈ যত্ন কৰিছে। যিখন ৰাজ্যত সমাজৰ অতি নিঃস্ব জনলৈকে সকলোৱে সমানে সুখী হব পাৰে, দুঃখৰ ভাগ কোনেও যেন গ্ৰহণ কৰিব নালাগে; ইয়াকে স্থাপন কৰিবলৈ 'গ্ৰামদান'ৰ অভিবৰ্তন চলাইছে। এই নীতিত ইতিমধ্যে এক লাখ গাঁৱৰ ওচৰা-ওচৰি গ্ৰামদান হৈ গৈছে। লোকনীতিত প্ৰৱৰ্তা অৰ্থাৎ কাৰো আদেশ-নিৰ্দেশমতে নচলি, স্বপ্ৰণোদিত, স্বপৰিকল্পিত পৰিকল্পনা কৰি, অভিজ্ঞসকলৰ সহায়ত সাল-সলনি কৰি, এটা পৰিয়াল জ্ঞানে ত্যাগৰ ভাৱত, সহভোগৰ আনন্দত, সমাজতন্ত্ৰ অনুসৰি সংগঠনৰ কামত হাত দিছে। গতিকে আজি কুৰি বছৰ ধৰি, পকুৱাই পোৱা মানুহৰ দৰে বাট হেৰুৱাই, দেশে মৰণামৰা গৰুৰ দৰে ঘূৰি ফুৰিছে, বাট হেৰুৱাইছে, কিন্তু সন্ত বিনোৱাৰ গ্ৰামদানে সেই বাট এতিয়া উলিয়াই দিছে। মহাত্মাৰ স্বপ্ন সন্ত বিনোৱাই দিঠক কৰি তুলিছে। এতিয়া তাৰ সফলতা দেশবাসীৰ আত্মজ্ঞান, প্ৰবল ধাউতি আৰু আত্মবিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰিছে। এই সৰ্বোদয়মুখী গাঁও সংগঠনেই দেশৰ একমাত্ৰ ধৰ্ম। তেতিয়া বৈকুণ্ঠৰ হৰিয়েও 'বৈকুণ্ঠকো পৰিহৰি' এই পৃথিৱীতেই ভক্ত সঙ্গত আনন্দমনে বিহাৰ কৰিব। এই পৃথিৱীখনেই ইচলাম ধৰ্মৰ 'বেহেস্ত' হৈ উঠিব। এই পৃথিৱীতেই মহাপ্ৰভু যীশুৰ 'স্বৰ্গৰাজ্য' প্ৰতিষ্ঠাপিত হব। "হিয়াত থাকয় হৰি" শব্দবাচক নহৈ প্ৰাণবাচক হব।

বৰ্তমান সময়ত পৃথিৱীত জাতিসমূহৰ মাজত যিটো জাতিসঙ্ঘ (U.N.O.)

স্থাপন হৈছে, জাতিসমূহক নিৰস্ত্ৰ কৰিবলৈ যি আপ্ৰাণ চেষ্টা চলিছে ( অন্ততঃ সকলো মুক্ত জাতিৰ মাজত ) তাতে মহাত্মাৰ অহিংসা নীতি সোমাই আছে। যি পঞ্চশীল নীতি গ্ৰহণ কৰিছে, যেনে সহযোগ, সহভোগ ইত্যাদি, তাকো সন্ত বিনোৱাৰ গ্ৰামদানৰ বীজ বুলিব পাৰি। গ্ৰামদান নীতিত গাঁওখনৰ যোত্ৰ-হীনজনক অন্নবস্ত্ৰৰ সমস্যা যিদৰে গাঁওখনেই সমাধান কৰিব লাগিব, আজি পিছ পৰি থকা জাতিবিলাকক সহায় কৰা নীতিও এই গ্ৰামদানতে নিহিত আছে। গ্ৰামদান নীতিত ওচৰ-চুবুৰীয়া গাঁওসমূহৰ মাজত যিদৰে মিলা-প্ৰীতি, পৰস্পৰক সহায় কৰাৰ ইচ্ছা নিহিত আছে, গতিকে জাতিসঙ্ঘয়ো (U.N.O.) পৃথিৱীৰ জাতিসমূহৰ মাজত আদান-প্ৰদান, মিলা-প্ৰীতি, সাংস্কৃতিক অবদানৰ মাজেদি এক মহান বিশ্বপৰিয়ালত পৰিণত কৰিবলৈ এক মহান আদৰ্শ আগত ৰাখি সক্ৰিয়ভাৱে পাৰ্যমানে চেষ্টা কৰিছে। ইয়ো মহাত্মা গান্ধীৰ আৰু সন্ত বিনোৱাৰ সূক্ষ্মগতি বুলি পথালি চকুৰে নেদেখি তাৰ অন্তৰ্দৃষ্টিয়ে দেখিছে।

তদুপৰি, আজি বিশ্বমনীষীসকলে গভীৰভাৱে চিন্তা কৰিছে যে যেতিয়া যান্ত্ৰিক যুগৰ সহায়ত, পৰ্বতাকাৰ দ্ৰব্যসম্ভাৰেৰে পৃথিৱী ওপচাই দিছে, সেই সময়ত ব্যৱহাৰিক জীৱনত কোনোৰকম অভাৱ নথকা ক্ৰোৰপতি দেশ-বিলাকতো মানুহে ধনসম্পত্তিৰ মাজতো সুখ শান্তি পোৱা নাই। অথচ দেখা গৈছে, আমেৰিকাত তেনে লোকৰ মাজতে আনুপাতিকভাৱে উন্মাদ ৰোগত ভোগা লোকৰ সংখ্যা অধিক। যন্ত্ৰৰ বলত লেখ-জোখ নোহোৱা বিৰাট সম্পদৰ অধিকাৰী জাতিৰ মাজতে মানসিক, নৈতিক অধোগতি ঘটিছে। এই অৱস্থাত পৃথিৱীৰ মনীষীসকলে মানৱ জাতিৰ লক্ষ্য কি হব পাৰে, তাৰ মূল্যাঙ্কন নতুনকৈ কৰিবৰ সময় হৈছে বুলি সম্পূৰ্ণ বৈপ্লৱিক মনেৰে, গভীৰভাৱে চিন্তা কৰিছে। মানৱজাতিৰ লক্ষ্য কি আৰু কি হব লাগে সেই বিষয়ে নানাভাৱে গবেষণা কৰা হৈছে। যন্ত্ৰযুগৰ অৱদান, সেই মানৱীয় বৈভৱৰাশিয়ে যথাৰ্থতে মানুহক সুখ-শান্তি দিব পাৰে নে তাৰ বিচাৰ চলিছে। কিহে জীৱনৰ শেষ কাম্য বস্তু 'আনন্দম্' দিব পাৰে এই বিষয়ে বৰ্তমান সময়ত প্ৰাচ্য আৰু প্ৰতীচ্য দেশৰ মনীষীসকলে নানাভাৱে নানা পদ্ধতিৰে ভাবৰ আদান-প্ৰদান কৰিছে।

বৰ্তমানৰ যান্ত্ৰিক সভ্যতাৰ নিৰ্মম, নিষ্ঠুৰ ব্যৱহাৰে মানুহৰ অন্তৰাত্মাক অতিষ্ঠ কৰি তুলিছে। আজি গান্ধী জন্ম-শতবাৰ্ষিকী উৎসৱ সমগ্ৰ জগতে আনন্দেৰে উৎসাহেৰে যে পালন কৰিবলৈ ওলাইছে ইয়াৰ মৰ্ম ক'ত? সিও অব্যৱহিত জগতক গান্ধীদৰ্শনে কিজানি সন্তোষ দিব পাৰে; গান্ধীজীৰ গ্ৰাম-

ধৰ্মই কিজানি সুস্থ দেহাক সুস্থ মনৰ বাসস্থল কৰি তুলিব পাৰে, গান্ধীৰ আত্মবলে জানোচা আণবিক বোমা সেমেকাব পাৰে, আন্তৰিক এই শুভ কামনা কৰি, নিষ্ঠাৰে, শ্ৰদ্ধাৰে, বিশ্বাসেৰে গান্ধীৰ বাণীত সেই প্ৰেৰণাৰ উৎস বিচাৰি ওলাইছে। এই উৎসৰ লগে লগে গান্ধীৰ ৱাৰ্দ্ধা আশ্ৰম আন্তৰ্জাতিক কেন্দ্ৰ কৰি তোলাৰ সিদ্ধান্ত লোৱা হৈছে বুলি প্ৰকাশ। তেতিয়া সেই কেন্দ্ৰ গান্ধী-দৰ্শনৰ সূক্ষ্ম বিচাৰ, বিশ্লেষণ, বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰে সমালোচনা, ব্যৱহাৰিক জীৱনত তাৰ কি ধৰণৰ প্ৰয়োগ হব পাৰে, বিজ্ঞান আৰু যন্ত্ৰ একেনে, যন্ত্ৰ-পাতিৰ ব্যৱহাৰ কিমানদূৰ 'সৰ্বোদয়' বা 'Unto The Last' দৰ্শনৰ অনুকূলে যাব পাৰে, বিজ্ঞান আৰু বৈজ্ঞানিক যন্ত্ৰপাতি সমাজৰ সেৱিকা নে, স্বেচ্ছা-চাৰিণী অভিসাৰিকা—এই সমুদায় বিষয়লৈ এটি বিৰাট গবেষণালয় হৈ উঠিব বুলি মনীষী সমাজে অনুভৱ কৰিছে। আজি যিবিলাক দেশে আকাশছোৱা অট্টালিকাত বাস কৰিছে, চন্দ্ৰলোকৰ উৰ্দ্ধলৈকো গমন কৰিছে, মহাত্মা গান্ধীৰ কুটীৰৰ আদৰ্শত উচ্চ চিন্তাৰ সভ্যতাৰ ভিতৰত বিজ্ঞানে ঢুকি নোপোৱা কি আধ্যাত্মিক শক্তি সোমাই আছে, চিন্তা-প্ৰসূত এক মানসিক ৰঞ্জন-ৰশ্মি পেলাই অন্তৰ্নিহিত কি সূক্ষ্ম শক্তি লুকাই আছে তাক চাবলৈ প্ৰবল ইচ্ছা দেখুৱাইছে।

এতিয়া মহাত্মা গান্ধীৰ আৰু তেওঁৰ প্ৰিয় শিষ্য সন্ত বিনোৱাৰ কাৰ্য-পদ্ধতি গ্ৰহণ কৰি, দেশে গ্ৰামদানত আত্মনিয়োগ কৰি, মহাত্মাৰ 'ৰামৰাজ্য' স্থাপনত অৰ্থাৎ বিশ্বত সকলো জাতিৰ মাজত শান্তি স্থাপন কৰি, বুদ্ধৰ অহিংসাৰ বাণী, যীশুৰ প্ৰেম, ৰচুল নবীৰ ভাতৃত্ব স্থাপন কৰিবলৈ বিশ্বৰ সকলো জাতিয়ে আগ্ৰহান্বিত হৈছে। 'আল্লা-ভগৱান তেৰে নাম' যিজন মহামানৱে সৰ্ব-ধৰ্ম-সমন্বয়ী প্ৰাৰ্থনা কৰিবলৈ শিকালে, যিজনে ছয় কোটি অস্পৃশ্যক 'হৰিজন' কৰিলে অৰ্থাৎ ঈশ্বৰৰ প্ৰিয়জন কৰি দেখুৱালে, সেই মহামানৱৰ মহান আদৰ্শই জগতত এটি অভিনৱ 'মানৱধৰ্ম' বিহি গ'ল—যি ধৰ্মই মানৱ জাতিৰ সেৱা কৰি থাকোঁতে সত্য বা ঈশ্বৰৰ চাক্ষুষ দৰ্শন পাই থাকিব। নৰেই নাৰায়ণৰ মৰ্ম বুজিব। সংঘৰ্ষৰ ফিৰিঙতি তোলা জাতিসমূহৰ মাজত শান্তিজল ছটিয়াব পাৰিব। বিশ্বপৰিয়াল হিচাপে থাকিব জানিলে এই পৃথিৱীয়েই যে বৈকুণ্ঠ হৈ উঠিব অৰ্থাৎ কুণ্ঠাহীন জগতত পৰিণত হব, ইয়াতেই যে সৰ্বধৰ্মৰ সমানত্ব স্থাপিত হব, এই বিশ্বাসত জগত উদগ্ৰীৱ-চিত্তে বাট চাই আছে। এই পৰিণতি অন্য কামত মহাত্মাই পুনৰ্জন্ম দিয়া কেৱল ভাৰতৰেই

কৰ্তব্য নহয়; ই বিশ্বমানৱৰ কৰ্তব্য বুলি কব পাৰি। মহাত্মাৰ সত্যই ঈশ্বৰ, ঈশ্বৰেই সত্য—সকলো ধৰ্মৰেই আধ্যাত্মিক অনুভূতি। আৰু এই ধৰ্মত উপাসনা—মানৱৰ সেৱা, আত্মবিচাৰ, ত্যাগ, সমাজসেৱাৰ আনন্দ, সকলো প্ৰাণীলৈকে সকৰুণ দৃষ্টি, অহিংসাৰ ঠাইত প্ৰেম, শত্ৰুতাৰ ঠাইত মৈত্ৰী, শোষণৰ ঠাইত সহভোগ, শাসনৰ ঠাইত ব্যক্তিত্বৰ সম্পূৰ্ণ মুক্তি—এইদৰে শাসন-শোষণমুক্ত একোখন সমাজ বা একোখন দেশ. বা একোটা জাতি গঢ়ি তুলিবলৈ এই যুগত মহাত্মা গান্ধীৰ আধ্যাত্মিক বিপ্লৱ আৰম্ভ হ'ল। এই বিপ্লৱে আকাঙ্ক্ষা কৰা 'যন্ত্ৰ'ৰ ঠাইত 'মানুহ'ক প্ৰতিষ্ঠা কৰা মানৱ জাতিৰ একমাত্ৰ ধৰ্ম বা অৱলম্বন। এয়ে একমাত্ৰ সমাজনীতি, একমাত্ৰ অৰ্থনীতি, সকলো নীতিৰ তাতে পৰিসমাপ্তি। মহাত্মাৰ আদৰ্শই সত্যান্বেষী মানৱৰ দৃষ্টি দিগন্তৰ সিপাৰে; সৃষ্টিৰ আনন্দ ৰামধনুত, ধনুৰ্বাণত নাই। শৰীৰৰ স্বাস্থ্য সংযমত, সম্ভোগত নাই। মনৰ স্বাস্থ্য নিৰুদ্বিগ্নতা, নিৰ্বিকাৰ অৱস্থা। আত্মাৰ আনন্দ কুণ্ঠাহীন হৃদয়ত বিহাৰ। হে মহামানৱ! তোমাৰ আত্মাই গভীৰভাৱে অনুভৱ কৰা 'মানৱধৰ্ম' জগতত প্ৰচাৰ কৰিবলৈ সূক্ষ্মভাৱে আকৌ যেন বিশ্বমানৱৰ অন্তৰত আবিৰ্ভাৱ হোৱা, এয়ে তোমাৰ জন্মশতবাৰ্ষিকী পালনত সমগ্ৰ পৃথিৱীৰ আন্তৰিক কামনা। তোমাৰ প্ৰিয় শিষ্যই দিব্যদৃষ্টিৰে দেখিছে 'সৰ্বোদয় বা সৰ্বনাশ'। বিজ্ঞানৰ লগত ব্যভিচাৰ কৰা জগতক পাপমুক্ত কৰা। সৰ্বনাশৰপৰা ৰক্ষা কৰা। জয়তু মহাত্মা! জয়তু বিশ্বশান্তি!!

# গান্ধীৰ দৃষ্টিত সাহিত্য আৰু কলা

**বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য**

গান্ধীজীয়ে লিখিছিল, "যিমান আৱশ্যক সিমানহে মই লিখোঁ, অৰ্থাৎ মানুহক বুজাবলৈ যিমানখিনি দৰকাৰ হয়।" তেওঁ জাতীয় জাগৰণৰ নেতা আছিল। জাতীয় জাগৰণ এটি পূৰ্ণ সাধনা। গতিকে সাহিত্য আৰু কলাৰ বিষয়েও তেওঁ চিন্তা কৰিব লগা হৈছিল। তেওঁৰ বিভিন্ন বিবৃতিবোৰত এই চিন্তাবোৰ সোমাই আছে; এইবোৰ গোটোৱা টান কাম। মই যিমান দূৰ পাৰোঁ, সেইবোৰ একেলগে গোটাই পঢ়ি পাইছোঁ। গান্ধীৰ প্ৰতি মোৰ যি শ্ৰদ্ধা, সেই শ্ৰদ্ধাই এই চিন্তাবোৰ যথাসম্ভৱ অবিকৃত ৰূপত বিচাৰ কৰি চাবলৈ শক্তি দিছে। গান্ধীজীৰ মতে সত্যই ঈশ্বৰ। এই সত্যকে তেওঁ সাহিত্য আৰু কলাতো অনুসন্ধান কৰিছিল। মোৰ এই প্ৰবন্ধৰো লক্ষ্য হব সেই সত্যক অসমীয়া পাঠকসকলৰ আগত দাঙি ধৰা। ইয়াৰ দ্বাৰা গান্ধীজীৰ সাহিত্য দৰ্শনৰ স্বৰূপ জানিব পৰা হব বুলি মোৰ ধাৰণা। মোৰ সীমাবদ্ধ জ্ঞানৰ দ্বাৰা এই সাহিত্য-দৰ্শনৰ তুলনামূলক অধ্যয়ন কৰা যিমানদূৰ সম্ভৱ, সিমানদূৰ অধ্যয়ন কৰি কিছুমান সিদ্ধান্তত উপনীত হবলৈ চেষ্টা কৰিম।

গান্ধীজীয়ে সাহিত্যৰ বিষয়ে কোনো ৰচনা আমালৈ এৰি থৈ যোৱা নাই। গতিকে বিভিন্ন সময়ত দিয়া বিভিন্ন বিবৃতি আৰু বক্তৃতাবোৰেই এই প্ৰবন্ধৰ আলোচনাৰ সমল হব। ১৯৩৬ চনৰ ২ নবেম্বৰৰ দিনা তেওঁ গুজৰাটী সাহিত্য সন্মিলনত বক্তৃতা দিছিল। তাত তেওঁ লিখকে কাৰ কাৰণে সাহিত্য ৰচনা কৰিব, এই বিষয়টোৰ অৱতাৰণা কৰি কৈছিল, "আমাৰ সাহিত্য কাৰ কাৰণে? আহমদাবাদ চহৰৰ ভদ্ৰলোকসকলৰ বাবেইনেকি? .........মই গাঁৱলীয়া ৰাইজৰ প্ৰতিনিধি। আচল গণতন্ত্ৰ গাঁৱত আছে। মই আপোনালোকক গাঁৱলৈ লৈ যাব খোজো। মই বাটকটীয়া। অৱশ্যে গাঁৱলৈ যোৱা বাট কাঁইটীয়া। কিন্তু কাঁইটীয়া হলেও সেই বাটেদি গ'লে গোলাপ নেপাব বুলি মই কব নোৱাৰোঁ।......আমাৰ মাজত গাঁৱলীয়া

বাইজৰ বাবে মহৎ সাহিত্য ৰচনা কৰা লোক কেইজন আছে? আমাৰ সাহিত্যিকসকলে কালিদাস, ভৱভূতি আৰু ইংৰাজ সাহিত্যিকসকলৰ গ্ৰন্থ অধ্যয়ন কৰি সেইবোৰৰ অনুকৰণতহে গ্ৰন্থ ৰচনা কৰে। মই আপোনালোকক গাঁৱলৈ গৈ গাঁৱৰ অৱস্থা অধ্যয়ন কৰি তাৰ সহায়েৰে জীৱন-দায়িনী সাহিত্য ৰচনা কৰিবলৈ অনুৰোধ কৰোঁ।......মই এনে সাহিত্য আৰু কলা বিচাৰোঁ, যিবোৰ লাখ লাখ জনতাই বুজিব পাৰিব। মই এখন ছবিৰ আভাস মাত্ৰ আপোনালোকৰ আগত দাঙি ধৰিলোঁ, আপোনালোকে তাক সম্পূৰ্ণকৈ আঁকি ল'ব। মোৰ অন্তৰে কান্দি আছে। কিন্তু সময়ৰ সোঁতত মোৰ হৃদয় কঠুৱা হৈ পৰা বাবে এতিয়া মই কান্দিব পৰা নাই। মই সেৱাগ্ৰামৰ নৰকঙ্কাল-বোৰৰ কথা ভাবি আছোঁ; (এইখিনিতে তেওঁ ভাগি পৰিল আৰু অলপ দৰক লৈ ক'লে) মোৰ মতে আমাৰ সাহিত্যৰ অৱস্থা বৰ দুঃখ লগা।...... আমাৰ মূক জনসাধাৰণ চহৰত নেথাকে, গাঁৱতহে আছে। তেওঁলোকক কি লাগে তাক মই জানো।......তেওঁলোকৰ লগত থাকি মই তেওঁলোকক জীৱন ধাৰণৰ পদ্ধতি শিকাইছোঁ।......আমাৰ সাহিত্যিকসকলক মই গাঁৱলৈ গৈ জনসাধাৰণৰ মনৰ ভাব বুজিবলৈ উপদেশ দিছোঁ। ৰাইজৰ আৱশ্যকতা বুজি তেওঁলোকে সাহিত্য সৃষ্টি কৰা উচিত।......গাঁৱলৈ গ'লে তাৰ ৰুদ্ধ বাতাবৰণত নিজৰ বুদ্ধি শুকাই খৰ্খৰীয়া মাৰিব বুলি নেভাবিব। আপোনালোকে নিজৰ বুদ্ধি নিজে ভোটা কৰিব পাৰে, কিন্তু গাঁৱে আপোনালোকৰ বুদ্ধি ভোটা নকৰে। বুদ্ধি, দৃষ্টি আৰু শ্ৰৱণ-শক্তি জাগ্ৰত হৈ থাকিলে গাঁৱৰ নতুন বাতাবৰণত সেইবোৰ সতেজ হৈ পৰিব।"

উপৰোক্ত বিবৃতিৰপৰা গান্ধীজীৰ দুটি মনোভাব স্পষ্ট হৈ পৰে। এটা হ'ল, চহৰীয়া মধ্যবিত্ত শ্ৰেণীৰ সাহিত্য বা কলা জনসাধাৰণৰ দুৰ্বোধ্য। ইটো হ'ল, পৰিশ্ৰমী খেতিয়কসকলৰ বাবে বোধগম্য সাহিত্য আমাৰ আৱশ্যক। এই দুয়োটা ভাব গান্ধীজীৰ প্ৰিয় সাহিত্যিক টলষ্টয়ৰ 'What Is Art' গ্ৰন্থত পোৱা যায়। এই মিল আকস্মিক নহয়। টলষ্টয়ৰ ধৰ্মৰ সংজ্ঞা আৰু কলাৰ সংজ্ঞা দুয়োটাই সমসাময়িক ধৰ্ম আৰু কলাৰ কঠোৰ সমালোচনাৰ ফলত উদ্ভৱ হৈছিল। টলষ্টয়েও হাতৰ কাম ভাল পাইছিল আৰু হাতৰ কাম কলা-সাহিত্যৰ সঞ্জীৱনী শক্তি বুলি বিশ্বাস কৰিছিল। গান্ধীজীয়েও এই দুটা ভাব গ্ৰহণ কৰিছিল। গান্ধীজীয়ে টলষ্টয়ৰ জন্ম-শতবাৰ্ষিকী উৎসৱত দিয়া বাণীত কায়িক আৰু মানসিক শ্ৰমৰ সৃষ্টিশীল

সমন্বয় সাধন কৰাৰ কথা বিশেষভাৱে উল্লেখ কৰি এইদৰে কৈছিল, "দৈহিক পৰিশ্ৰমে টলষ্টয়ৰ শক্তিশালী বুদ্ধি ভোটা কৰা নাছিল। বৰং এনে শ্ৰমে তাক তীক্ষ্ণ আৰু চহকীহে কৰিছিল। জীৱনৰ এই কালছোৱাতে তেওঁ 'কলা কি?' নামৰ ভাব-গধুৰ গ্ৰন্থখন ৰচনা কৰিছিল। তেওঁৰ মতে এই-খনেই তেওঁৰ শ্ৰেষ্ঠ গ্ৰন্থ। স্বনিৰ্বাচিত দৈনিক শ্ৰমৰপৰা আজৰি পোৱা সময়খিনিত তেওঁ এই গ্ৰন্থখন লিখিছিল।" টলষ্টয়ে দৈনিক বুট জোতা চিলাই কৰিছিল আৰু দিনে আঠ ঘণ্টাকৈ দৈহিক পৰিশ্ৰম কৰি খেতিও কৰিছিল। এইখিনিতে আন এটি কথা অৱতাৰণা কৰিব লগা হ'ল। ১৯২৫ চনত সূতা কটা লৈ গান্ধীজী আৰু ৰবীন্দ্ৰনাথৰ মাজত যিখন তৰ্ক লাগিছিল, সেইখন তৰ্কৰ এটা দিশলৈ আঙুলিওৱা প্ৰাসঙ্গিক বোধ কৰিছোঁ। গান্ধীজীয়ে ৰবীন্দ্ৰনাথক কৈছিল, "যদি কৱিয়ে দিনটোত আধা ঘণ্টাকৈও সূতা কাটিবলৈ লয়, তেন্তে তেওঁৰ কবিতা অধিক ঐশ্বৰ্যশালিনী হব। কাৰণ সূতা কাটিলে, কৱিৰ মনত এতিয়াতকৈ অধিক কোবাল ৰূপত দুখীয়া মানুহৰ দুখ-দুৰ্দশাৰ কথাবিলাক উদয় হব।"

প্ৰকৃত নৈতিক আধাৰত গণকলাৰ সৃষ্টি আছিল টলষ্টয় আৰু গান্ধীৰ উদ্দেশ্য। দুয়োজনেই সমসাময়িক উচ্চ শ্ৰেণীৰ সাহিত্য আৰু কলাৰ তীব্ৰ সমালোচনা কৰিছিল। নৈতিক কলা শব্দটো ব্যৱহাৰ কৰোঁতে এষাৰ সাৱধান বাণী উচ্চাৰণ কৰা ভাল হব। গান্ধী আৰু টলষ্টয় উভয়েই ধৰ্মক জীৱনৰ শ্ৰেষ্ঠ নীতি বুলি আখ্যা দিছিল। গান্ধীজীয়ে এসময়ত কৈছিল ঈশ্বৰেই সত্য। কিন্তু ঈশ্বৰক লাহে লাহে যেতিয়া তেওঁ বস্তু-জগতৰ মাজত গভীৰভাৱে উপলব্ধি কৰিবলৈ ধৰিলে, তেতিয়া সত্যকহে ঈশ্বৰ বুলি মানিবলৈ ল'লে। এই প্ৰসঙ্গত ৰোমা ৰোঁলাৰ লগত হোৱা তেওঁৰ কথা-বতৰাবোৰ সোঁৱৰা ভাল হ'ব। ৰোমা ৰোঁলাৰ লগত ভিল্লে নিউভেত (১৯৩১ চনৰ ডিচেম্বৰত) তেওঁৰ সাক্ষাৎ হৈছিল। ৰোমা ৰোঁলা আছিল কলাৰ ক্ষেত্ৰত সত্যৰ সাধক। তেওঁ গান্ধীজীক সুধিছিল, "যদি সত্যকে ঈশ্বৰ বুলি ভাবে, তেন্তে ঈশ্বৰৰ আন এটি প্ৰধান গুণ আনন্দ তাৰপৰা নোহোৱা হয়। মই আনন্দবিহীন ঈশ্বৰত বিশ্বাস নকৰোঁ।" গান্ধীজীয়ে ততালিকে উত্তৰ দিলে, "কলা আৰু সত্যৰ ভিতৰত মই কোনো প্ৰভেদ নেদেখোঁ। 'কলাৰ বাবে কলা' এই মতবাদৰ মই বিৰোধী। মোৰ মতেৰে সকলো কলাই সত্যৰ ভেটিত প্ৰতিষ্ঠিত হোৱা উচিত। সুন্দৰ বস্তুত অসত্য

দেখা পালে তাক মই গ্ৰহণ নকৰোঁ। আপোনাৰ মত মই মানিছোঁ। কলাই আনন্দ দান কৰে আৰু কলা সৎ। কিন্তু ই মই পূৰ্বে দিয়া চৰ্তৰ অধীন। কলাৰ সত্য লাভ কৰিবলৈ হ'লে, বাহ্যিক বস্তুৰ হুবহু অনুকৰণ বা প্ৰতিফলন কৰিলে নচলিব। একমাত্ৰ জীৱন্ত বস্তুৱেহে আত্মাক জীৱন্ত আনন্দ দান কৰে আৰু তাৰ উত্তোলন সাধন কৰে।" ৰোমা ৰোঁলাই ইয়াৰ উত্তৰত মাথোন এষাৰ কথা ক'লেঃ "গান্ধীৰ ঈশ্বৰে মানুহৰ দুখতহে আনন্দ লাভ কৰে।"

গান্ধীজীয়ে সাহিত্য আৰু কলাৰ স্বৰূপ বিচাৰ কৰোঁতে সদায় নিজৰ সীমাবদ্ধতাৰ কথা মনত ৰাখিছিল। তেওঁৰ এই সম্পৰ্কীয় বিবৃতিবোৰৰপৰা দুটা কথা স্পষ্টকৈ ধৰিব পাৰি। এটা হ'ল সাহিত্য আৰু কলাৰ আঙ্গিক বিচাৰ কৰাৰ আগতে তেওঁ সদায় তাৰ আধ্যাত্মিক সাৰবস্তু অৰ্থাৎ উপলব্ধি বা অভিজ্ঞতাৰ সত্যতাৰ কথাহে সততে বিচাৰ কৰিছিল। তেওঁ কৈছিল, "প্ৰথমতে সত্য অন্বেষণ কৰিব লাগিব, তেতিয়া সৌন্দৰ্য আৰু শিৱ ( good ) আপোনা-আপনি আহি সত্যৰ লগ লাগিব। মোৰ মতেৰে যীশু-খ্ৰীষ্ট সৰ্বোত্তম শিল্পী; কাৰণ তেওঁ সত্যক দেখা পাইছিল আৰু তাক প্ৰমাণ কৰিছিল। সেইদৰে মহম্মদো। কাৰণ কোৰাণখনক আৰবী সাহিত্যৰ নিখুত ৰচনা বুলি ধৰা হয়। অন্ততঃ পণ্ডিতসকলৰ মত এয়ে। এই নবীসকলে সততে সত্যৰ অন্বেষণ কৰিছিল। সেই কাৰণে তেওঁলোকৰ কথাত ৰচনাৰ শোভনতা আপোনা-আপুনি প্ৰকাশ পাইছিল। যীশু আৰু মহম্মদ কোনেও কলাৰ ওপৰত কোনো ৰচনা লিখা নাছিল। তেনে সত্য আৰু সৌন্দৰ্যৰ বাবেই মোৰ হেঁপাহ। তাৰ বাবেই জীৱন ধাৰণ কৰিছোঁ আৰু তাৰ বাবে মৃত্যু বৰণ কৰিবলৈও সাজু আছোঁ।" গান্ধীজীক ৰামচন্দ্ৰন নামৰ এজন কলাৰ ছাত্ৰই আৰু এটা প্ৰশ্ন কৰিছিলঃ "কিছুমান শিল্পীয়ে সৌন্দৰ্যত বা সৌন্দৰ্যৰ মাধ্যমেদি সত্য দেখা পাব পাৰে বুলি আপুনি নেভাবেনে?" তাৰ উত্তৰত গান্ধীজীয়ে কৈছিল, "কিছুমানে পাৰিব পাৰে। কিন্তু এই ক্ষেত্ৰত মই কোটি কোটি জনতাৰ কথা ভাবিব লাগিব। সৌন্দৰ্যত সত্যৰ ধাৰণা কৰিব পৰাকৈ কোটি কোটি জনতাক আমি শিক্ষা দিব নোৱাৰোঁ। গতিকে তেওঁলোকক প্ৰথমে সত্য দৰ্শোৱা উচিত, তেতিয়া তেওঁলোকে আপোনা-আপুনি সৌন্দৰ্য দেখা পাব। এতিয়া মোৰ মনত দিনে ৰাতিয়ে কেৱল উৰিষ্যাৰ চিন্তা। তাৰ কোটি কোটি অভুক্ত লোকৰ প্ৰয়োজন পূৰাব পৰা বস্তুবোৰেই মোৰ মনেৰে সুন্দৰ। সেই কাৰণে প্ৰথমতে মানুহক আমি

অত্যাৱশ্যকীয় বস্তুবোৰ দিব লাগিব। তেতিয়া জীৱনৰ সকলো শ্ৰী আৰু শোভা তাত লাহে লাহে প্ৰকাশ পাব।”

ইয়াৰপৰা স্পষ্টভাৱে বুজা যায়, গান্ধীজীয়ে সাহিত্যিক আৰু শিল্পী-সকলক বিপ্লৱৰ উদ্দেশ্য মনত ৰাখি সৃষ্টি কৰিবৰ বাবে আহ্বান জনাইছিল। সত্য, সৌন্দৰ্য বা শিৱৰ তাৰ্কিক অথবা তাত্ত্বিক আলোচনাত তেওঁ বিশেষ আগ্ৰহ প্ৰকাশ কৰা নাছিল। অলপ বহলাই ক'লে কথাখিনি স্পষ্ট হৈ পৰিব। প্ৰথমতে চোৱা যাওক নৈতিক সাহিত্যৰ প্ৰতি তেওঁৰ দৃষ্টি-ভঙ্গী কেনে আছিল? তেওঁ হিন্দু, মুছলমান আৰু খ্ৰীষ্টান শাস্ত্ৰবোৰৰ বাণীহে গ্ৰহণ কৰিছিল যিবোৰে অৰ্ধ-ভুক্ত, অৰ্ধ-নগ্ন আৰু নিৰক্ষৰ জনসাধাৰণৰ মনত সত্যাগ্ৰহ কৰিবৰ বাবে আগ্ৰহ জন্মাইছিল। হিন্দু শাস্ত্ৰৰপৰা তেওঁ অহিংসা আৰু সত্যানুসন্ধানৰ ঐতিহ্য গ্ৰহণ কৰিছিল। ইয়াৰ বাহিৰেও গীতা আৰু উপনিষদৰপৰা লৈছিল শ্ৰমভিত্তিক জীৱিকা আৰু অপৰিগ্ৰহৰ ভাব। বাইবেলৰপৰা লৈছিল প্ৰেম আৰু সত্যাগ্ৰহৰ ধাৰণা। ইয়াত তেওঁ অপৰিগ্ৰহৰ ধাৰণাও বিচাৰি পাইছিল। প্ৰহ্লাদ আৰু চক্ৰেটিছ আদিৰ মাজত তেওঁ সত্যাগ্ৰহীৰ আদৰ্শ চৰিত্ৰ-বল দেখা পাইছিল। কোৰাণৰপৰা তেওঁ লৈছিল মানব-ভ্ৰাতৃত্ব, মানবতাৰ একত্ব আৰু মানবীয় সমতাৰ বাণী। বুদ্ধৰপৰা লৈছিল সত্যানুসন্ধান, আৰু ত্যাগৰ ভাব। ডাওৰ কৱিসকলৰ-পৰা তেওঁ গ্ৰহণ কৰিছিল ভৱিষ্যত মানুহৰ ওপৰত সুস্থ বিশ্বাস আৰু মানবতাৰ অপৰাজেয়তাৰ মনোভাৱ। এইবিলাক বাণী গ্ৰহণ কৰোঁতে তেওঁ অজানিতভাৱে ধৰ্মীয় সাহিত্যৰ বাছনি কৰি সেইবোৰৰ ভাল-বেয়া বিচাৰ কৰিব লগা হৈছিল। তেওঁৰ উদাৰ ব্যাখ্যাই প্ৰাচীন-পন্থীসকলক সন্তুষ্ট কৰা নাছিল। হিন্দু পণ্ডিতসকলৰ ভালেমানে তেওঁৰ অস্পৃশ্যতা বৰ্জন আন্দোলন আৰু জাতিভেদ প্ৰথা বিৰোধী মনোভাৱ সমৰ্থন কৰা নাছিল। উলেমাসকলেও সম্ভৱতঃ তেওঁৰ অহিংসাৰ বাণী গ্ৰহণ কৰিবলৈ টান পাইছিল। খ্ৰীষ্টান শাসকসকলেও তেওঁৰ প্ৰেমৰ ব্যাখ্যা গ্ৰহণ কৰা নাছিল। কোটি কোটি ধৰ্মভীৰু শোষিত খেতিয়ক আৰু বনুৱাৰ মনত কিছুমান পৰম নৈতিক মূল্যৰ ভাব সুমুৱাই দি মানবীয় মৰ্যাদা আৰু নিৰ্ভীকতাৰ ভাব জগাই তুলিবলৈ তেওঁ যত্ন কৰিছিল। সাহিত্য আৰু কলাৰ দৃষ্টিৰপৰা ইয়াৰ গোটেইখন সমাজতে এটি বহল উন্নতমনা পাঠক শ্ৰেণী সৃষ্টি কৰাৰ প্ৰয়াস বুলিও ক'ব পাৰি।

দ্বিতীয়তে, ধৰ্মীয় সাহিত্যৰ প্ৰতি তেওঁ যি দৃষ্টি-ভঙ্গী গ্ৰহণ কৰিছিল, ভাৰতীয় আৰু ইংৰাজী সাহিত্যৰ প্ৰতিও একে দৃষ্টি-ভঙ্গী গ্ৰহণ কৰিছিল। মানব সমাজৰ সাহিত্য আৰু কলাৰ সম্পদবোৰ বিচাৰ কৰোঁতেও জন-সাধাৰণৰ প্ৰয়োজনীয়তাৰ কথাই গান্ধীজীয়ে ঘাইকৈ মনত ৰাখিছিল। ৰামচন্দ্ৰনৰ আগত তেওঁ অস্কাৰ ৱাইল্ডৰ সাহিত্যিক প্ৰতিভাৰ বিষয়ে এনেদৰে মন্তব্য প্ৰকাশ কৰিছিল:

"ৱাইল্ডে বাহ্যিক ৰূপতহে উচ্চতম কলা দৰ্শন কৰিছিল। সেই কাৰণেই তেওঁ নীতিহীনতাক (immorality) সুন্দৰ কৰিবলৈ যত্ন কৰিছিল। প্ৰত্যেক সঁচা কলাই আত্মাক ভিতৰৰ স্বৰূপ উপলব্ধি কৰিবলৈ শিকাব লাগে। মোৰ নিজৰ ক্ষেত্ৰত মই আত্মাৰ স্বৰূপ উপলব্ধি কৰোঁতে বাহিৰা ৰূপৰ সহায় নলওঁ। মোৰ ধাৰণা, মোৰ চৌকাতে কলাৰ বস্তু নেথাকিলেও মোৰ জীৱনত কলা আছে। মোৰ কোঠাটোৰ বেৰবোৰ সুদা হ'ব পাৰে। ওপৰৰ চালো তাত নাথাকিব পাৰে। তথাপি মই অনন্ত সৌন্দৰ্য বিস্তাৰ কৰি থকা ওপৰৰ তৰা ভৰা আকাশখন চাব পাৰোঁ। উজ্জ্বল তৰাৰে ভৰা ওপৰৰ আকাশত দেখা সুন্দৰ দৃশ্যতকৈ সচেতন কলাই আৰু কি অধিক দিব পাৰিব? অৱশ্যে মই কলাৰ সৃষ্টিৰ মূল্য যে গ্ৰহণ নকৰোঁ তেনে নহয়; অন্ততঃ প্ৰকৃত কলাক মই স্বীকাৰ কৰোঁ। কিন্তু মই অনুভৱ কৰোঁ, প্ৰকৃতিৰ সৌন্দৰ্যৰ অনন্ত প্ৰতীকবোৰৰ তুলনাত এইবোৰ কিমান অসম্পূৰ্ণ। মানব-সৃষ্ট কলাৰ সাৰ্থকতা হ'ল তাৰ মানৱাত্মাৰ স্বৰূপ উপলব্ধি কৰাৰ ক্ষমতাত।"

গান্ধীজীয়ে যিহক জীৱন-কলা বুলিছে তাৰ বাহ্যিক ৰূপ এটি আছে। ই হ'ল শ্ৰমিকসকলৰ লগত নিজক মিলাই দিয়াৰ সাধনা। তেওঁৰ এই সাধনা নীতিধৰ্ম পালনৰ ক্ষেত্ৰত ফুটি উঠিছিল। গান্ধীজীয়ে এই সাধনাত খুব সফলতা লাভ কৰিছিল। সাধাৰণ মানুহৰ লগত তেওঁ সম্পূৰ্ণ আত্মীয়তা অনুভৱ কৰিছিল। মানৱসেৱা এই সাধনাৰ অৱলম্বন আছিল। জীৱন-কলাৰ দ্বিতীয় ৰূপটি হ'ল আন্তৰিক; শঙ্কৰাচাৰ্যই ইয়াকে সৰ্বাত্মভাৱ বুলিছে। শঙ্কৰাচাৰ্যৰ মতে "অনুভবাৱসানত্বাৎ ভূতবস্তুবিষয়ত্বাৎ চ জ্ঞানস্য।" জ্ঞানৰ শেষ হয় প্ৰত্যক্ষ অভিজ্ঞতাত। এই অভিজ্ঞতা সদায় চলিত বাস্তৱৰ ওপৰত প্ৰতিষ্ঠিত। এই দাৰ্শনিক অনুভৱৰ যোগেদি তেওঁ মানৱ-সমাজৰ লগত আন্তৰিকভাৱে নিজক মিলাই দিছিল। তেওঁৰ সত্য অন্বেষণৰ এটা

স্তৰ হ'ল মুক্তি সংগ্রাম। ভাৰতৰ মুক্তিক তেওঁ পৰম মোক্ষ সাধনাৰ অঙ্গ বুলি ভাবিছিল। মহৎ কলাৰ লক্ষণ হৈছে এই সৰ্বাত্মভাৱ প্ৰকাশ কৰা। টলষ্টয়ে কলা আৰু জনসাধাৰণৰ মাজত থকা সকলো বেৰ ভাঙি পেলাবলৈ যত্ন কৰিছিল আৰু সেই বাবেই উচ্চ শ্ৰেণীৰ জটিল ও দুৰ্বোধ্য কলাক থুকুচি সমালোচনা কৰিছিল। তেওঁৰ মূল উদ্দেশ্য আছিল কলাৰ লগত জনসাধাৰণৰ বিচ্ছেদ গুচোৱা। মানুহ আৰু সমাজৰ মাজত ঘটা বিচ্ছেদৰ ই এটা বিশেষ ৰূপ মাত্ৰ। এই অনিশ্চয়তাৰ ( alienation ) অৱসান সকলো ধৰণৰ মহৎ মানবতাবাদৰ চৰম লক্ষ্য। গান্ধীজীৰ ওপৰত টলষ্টয়ৰ মতবাদৰ প্ৰভাৱ মন কৰিবলগীয়া। টলষ্টয়ে কৈছিল, "কলাই ভাতৃত্ব আৰু ওচৰ-চুবুৰীয়াৰ প্ৰতি প্ৰেম—এইবোৰ ভাৱ বিলাব লাগিব। বৰ্তমান সমাজত মাথোন অতি ভাল লোকসকলেহে এনেবোৰ ভাৱ অনুভৱ কৰে আৰু সেইবোৰক অভ্যাসত পৰিণত কৰে। কলাই এইবিলাক ভাৱ মানুহৰ প্ৰবৃত্তিগত কৰি পেলায়। কাল্পনিক অৱস্থাত এই ভাতৃত্ব আৰু প্ৰেমৰ ভাৱৰ উদ্ৰেক কৰি ধৰ্মীয় কলাই দৈনন্দিন জীৱনতো তদ্ৰূপ অৱস্থাত তেনে ধৰণৰ অনুভূতি অনুভৱ কৰিবলৈ শিকায়। মানৱাত্মাক ই দিগ্‌দৰ্শন কৰোৱায়। কলাৰপৰা এনে ধৰণৰ শিক্ষা লাভ কৰা মানুহবোৰৰ কৰ্মৰ ফলত এনে নীতিৰ উদ্ভৱ হয়। সাৰ্বজনীন অনুভূতিৰ সহায়েৰে হৰেক ৰকমৰ মানুহক সৰ্বাধিক ৰূপত একত্ৰিত কৰাই কলাৰ উদ্দেশ্য। মানুহৰ ভেদাভেদ নাশ কৰি যি সাৰ্বজনীন কলাৰ সৃষ্টি কৰা হয়, সেই সাৰ্বজনীন কলাই জনতাক একত্ৰিত হবলৈ শিক্ষা দিয়ে। এই শিক্ষা যুক্তিৰে দিব নোৱাৰি। সাৰ্বজনীন একতাৰ আনন্দ সৃষ্টি কৰি এনে কলাই জীৱনৰ সকলো বন্ধন অতিক্ৰম কৰে।······কলাৰ কৰ্তব্য মহৎ। প্ৰকৃত কলাৰ কৰ্তব্য হৈছে বিজ্ঞানৰ সহায়েৰে আৰু কলাৰ দিগ্‌দৰ্শনেৰে মানৱৰ মাজত শান্তিপূৰ্ণ সহযোগিতাৰ সৃষ্টি কৰা। এই কাম বৰ্তমান আমি কাছাৰী, পুলিচ, দাতব্য অনুষ্ঠান, কাৰখানা পৰিদৰ্শনৰ ব্যৱস্থা আদি বিভিন্ন বাহ্যিক উপায়ৰ দ্বাৰা সমাধা কৰোঁ। আনন্দদায়ক আৰু মুক্ত মানৱ-কৰ্মৰ সহায়েৰে এই কৰ্তব্য পালন কৰিব লাগিব। কলাই হিংসাক নিৰ্বাসন দিব লাগিব। এইবোৰ কাম কেৱল কলাইহে কৰিব পাৰে।"

টলষ্টয়ে ভাবিছিল কলাৰ এই উদ্দেশ্য সিদ্ধি কৰিবলৈ হ'লে, কলাকাৰে নিৰ্দিষ্ট গণ্ডীৰ মাজত শ্ৰেণীসাহিত্য ( elitist course ) সৃষ্টি কৰিলে নহ'ব।

কলা 'ৰঘুমলা' আৰু 'এলেহুৱা' উচ্চ শ্ৰেণীৰ কলা হ'লে নহ'ব। ই কলাৰ আচল ভেটিত গজিব লাগিব। কলাৰ প্ৰাথমিক আৰু জনপ্ৰিয় উৎপত্তিস্থল হ'ল ওপৰোক্ত বৰ্ণনাত নিহিত অৱস্থাত। তাৰপৰা সি লাহে লাহে উচ্চতম আৰু সাৰ্বজনীন স্তৰলৈ উত্তোলিত হব লাগিব। এই কলাৰ বিকাশৰ বাটত যিবোৰ সামাজিক বাধা আছে, সেইবোৰ বাধা গুচাই কলাৰ নন্দনতাত্ত্বিক বিকাশৰ পথ মুক্ত কৰিব লাগিব। এই বাধাবোৰ থাকে মানে কলাই ব্যক্তিক ব্যক্তিৰপৰা, জাতিক জাতিৰপৰা, এশ্ৰেণী মানুহক আন এশ্ৰেণী মানুহৰপৰা অনন্বিত কৰি জনতাৰ মনত এটি সম্পুৰ্ণ ভ্ৰান্তিকৰ অনুভূতিৰহে সৃষ্টি কৰিব। এই ভ্ৰান্তিকৰ অনুভূতি সৃষ্টি কৰি থকা পৰ্যন্ত কলা হব এক মিছা যোগাযোগৰ বাহন মাত্ৰ। কিছুমান সুবিধাভোগী সামাজিক দলে যাপন কৰা মিছা জীৱনৰ উপায় স্বৰূপ হৈ থকাতকৈ কলা হ'ব লাগিব সঁচা জীৱনৰ উপায়। এই সঁচা জীৱন হ'ল শ্ৰমিকসকলৰ অৰ্থাৎ সমগ্ৰ মানৱ সমাজৰ। এই সিদ্ধান্তৰ ওপৰতে নিৰ্ভৰ কৰি গান্ধী আৰু টলষ্টয় উভয়েই শ্ৰমকো কলাৰ মূলাধাৰ বুলি গণ্য কৰিছিল।

জনসাধাৰণৰ আধ্যাত্মিক জাগৰণৰ পূৰ্বাৱস্থাত টলষ্টয়ে কলাৰ মন্দিৰলৈ জনসাধাৰণৰ প্ৰৱেশ-পত্ৰ দাবী কৰিছিল। গান্ধীজীয়েও কৰিছিল। গান্ধীজীয়ে কলাক জনসাধাৰণৰ মাজলৈ লৈ আহিছিল। মধ্যবিত্ত আৰু উচ্চ শ্ৰেণীৰ আঙ্গিক-সৰ্বস্ব সাহিত্য আৰু কলাক তেওঁ কলাৰ বিকৃতি বুলিয়েই গণ্য কৰিছিল। প্ৰাৰ্থনা সভাবোৰৰ যোগেদি তেওঁ ধৰ্মীয় সঙ্গীতৰ পুনৰ জাগৰণৰ বাবে সততে চেষ্টা কৰিছিল। কংগ্ৰেছৰ অধিবেশনবোৰৰ লগত নন্দলাল বসুৰ তত্ত্বাৱধানত লোক-কলাৰ যিবোৰ প্ৰদৰ্শনী পতাইছিল, সেইবোৰলৈ ভাৰতৰ বিভিন্ন অঞ্চলৰ কুটীৰ শিল্পৰ নিদৰ্শনসমূহ অনাইছিল। বিদেশী আৰু উচ্চ শ্ৰেণীৰ ভাষাৰ ঠাইত লোকভাষাৰ প্ৰচলনৰ বাবে তেওঁ চলোৱা আন্দোলনবোৰৰ মূলতো জনসাধাৰণৰ সাংস্কৃতিক পুনৰ জাগৰণৰ ভাৱেই ক্ৰিয়া কৰিছিল। জনসাধাৰণৰ উত্থানৰ বাবে তেওঁ যি সাহিত্য ৰচনা কৰিবৰ বাবে সাহিত্যিকসকলক উপদেশ দি ফুৰিছিল তাতো সেই একে ভাৱেই ক্ৰিয়া কৰিছিল। আনকি অহিংস আন্দোলনৰ যোগেদি ভাৰতত স্বাধীন অহিংস সমাজ প্ৰতিষ্ঠা কৰাৰ আকাঙ্ক্ষাকো জনসাধাৰণৰ সাংস্কৃতিক জাগৰণৰ পৰিবেশ ৰচনা কৰাৰ আপ্ৰাণ চেষ্টা বুলিলেও ভুল কোৱা নহয়। প্ৰকৃত কলা সাৰ্বজনীন একত্বভাৱৰ জন্মদায়ক, আনন্দময় আৰু সঁচা অনুভূতিপূৰ্ণ বুলি তেওঁ বিশ্বাস

কৰিছিল। এই বিষয়ত তেওঁৰ আৰু টলষ্টলৰ মনোভাৱ একে আছিল। অকল সেয়ে নহয়, টলষ্টয়ৰ নিৰ্দিষ্ট পথেদি আগবাঢ়ি "মানৱৰ মাজত শান্তিপূৰ্ণ সহযোগিতাৰ ভাৱ" সৃষ্টি কৰিবলৈও সততে তেওঁ সাধনা কৰিছিল।

গান্ধীজীৰ লেখাবোৰ সহানুভূতিৰে পঢ়ি চালেহে তাৰ বিভিন্ন ভাৱবোৰৰ সত্যৰ কথা উপলব্ধি কৰিব পৰা যাব। সঙ্গীতৰ বিষয়ে তেওঁ এইদৰে কৈছিল, "সঙ্গীতৰ অৰ্থ হ'ল ছন্দ আৰু তাল। দুৰ্ভাগ্যবশতঃ ভাৰতবৰ্ষত সঙ্গীত এমুঠি মানুহৰ উপভোগৰ বস্তু হৈ আছে, সঙ্গীতৰ জাতীয়কৰণ হোৱা নাই। শক্তি থকা হ'লে মই দলবদ্ধ ভাৱে জাতীয় সঙ্গীত গোৱাটো বাধ্যতামূলক কৰিলোঁহেঁতেন। সেই উদ্দেশ্যে মই ডাঙৰ ডাঙৰ সঙ্গীতজ্ঞসকলক প্ৰত্যেকখন কংগ্ৰেছৰ অধিবেশন আৰু আন আন সন্মিলনলৈ মাতিলোঁহেঁতেন। তেওঁ-লোকে জনসাধাৰণক সঙ্গীত শিক্ষা দিব পাৰিলেহেঁতেন। বিশৃঙ্খল জনতাক (mob) শিক্ষিত কৰিবলৈ সঙ্গীতেই সহজ উপায়। কাৰণ এনে বিশৃঙ্খল জনতা মন আৰু উপাসনা দুয়োটাৰে পৰা বঞ্চিত।" সঙ্গীত-শিক্ষা আৰু স্বৰ-সাধনাৰ ওপৰত জোৰ দিয়াৰ লগতে তেওঁ কৈছিল, "সঙ্গীতৰ অবিহনে মানুহ পশুৰ শাৰীলৈ নামি যায়। সঙ্গীত জনাৰ অৰ্থ সঙ্গীতক জীৱনত প্ৰয়োগ কৰা। আমাৰ জীৱনত আজি যি সংঘৰ্ষ চলি আছে, সি আমাৰ দুৰৱস্থাৰ কথাহে সোঁৱৰাই দিয়ে। সময় আৰু সঙ্গীতৰ অবিহনে স্বৰাজ থাকিব নোৱাৰে।...... সঙ্গীতৰ বহল ব্যাখ্যা কৰিলে তাৰ অৰ্থ হ'ব একতা, মতৈক্য, পাৰস্পৰিক সহায়। জীৱনৰ কোনো বিভাগতে সঙ্গীত নোহোৱাকৈ আমি থাকিব নোৱাৰোঁ।..." সঙ্গীতে মানবৰ অন্তৰ-জগতৰ আৰু মানব-সমাজৰ মাজত যি সমলয় সৃষ্টি কৰিব পাৰে সেই সমলয় সৃষ্টিয়েই কলাৰ মুখ্য উদ্দেশ্য। এনে এটা সাৰ্বজনীন অনুভূতি জাগ্ৰত কৰাই কলাৰ মুখ্য উদ্দেশ্য বুলি টলষ্টয় আৰু গান্ধী উভয়েই বিশ্বাস কৰিছিল। সম্ভৱতঃ শাস্ত্ৰীয় সঙ্গীত আৰু লোক-সঙ্গীত দুয়োটাকে গান্ধীজীয়ে এই পৰ্যায়ভুক্ত কৰিছিল। অশিক্ষিত জনসাধাৰণৰ আধ্যাত্মিক উৎকৰ্ষ সাধনৰ কাৰণে সঙ্গীতৰ প্ৰয়োজন। তেওঁ সুধিছিল, "বলদহাল ঘূৰাই চামৰাৰ বালতিৰে পানী তুলি থাকোঁতে ওভোত মাতি থকা দুখীয়া মানুহটোৰ কথা ভাবি চাওকচোন। বহুত দিনৰ আগতে মই নৰসিংহ ৰাওক সুধিছিলোঁ, 'আপুনি এই মানুহটোৰ মুখত প্ৰেৰণাদায়ক গীত বা গাব পৰা কবিতা দিব নোৱাৰেনে? এনে গীত বা কবিতা পালে তেওঁ গাই আনন্দ পাব আৰু ওভোত মাত বা গালি পাৰিবলৈ পাহৰিব'।"

ৰোমা ৰোঁলাৰ ঘৰত গান্ধীজীয়ে বীথোফেনৰ সপ্তম ছিম্ফনি শুনিছিল। ৰোমা ৰোঁলাই এই ঘটনা বর্ণনা কৰি তেওঁৰ এজন বন্ধুলৈ এইদৰে লিখিছিল বোলে গান্ধীজীয়ে নিজৰ দেশৰ ধৰ্মীয় সঙ্গীত যিদৰে আনন্দেৰে উপলব্ধি কৰিব পাৰে, ইউৰোপীয় সঙ্গীত সেইদৰে নোৱাৰে। এই কথা সঁচা। সঙ্গীত কলাৰ সম্পৰ্কে তেওঁৰ ৰুচি আছিল পৰিবেশ-জাত আৰু স্বভাৱ-জাত। সঙ্গীতৰ লগত তেওঁ জীৱনৰ অবিচ্ছেদ্য সম্পৰ্ক গঢ়ি তুলিছিল। টলষ্টয়ৰ দৰেই সম্ভৱতঃ তেওঁ ব্যৱসায়িক কলাত সমালোচনাৰ সহায় আৱশ্যক বোধ কৰা নাছিল। টলষ্টয়ৰ মতে ব্যৱসায়িক কলা-সমালোচনা, আৰ্ট-স্কুল আৰু উচ্চ শ্ৰেণীৰ পৃষ্ঠপোষকতাই কলাক বিকৃত ৰূপহে দিয়ে। মহৎ কলাই অনুকৰণ নকৰে। কলাকাৰৰ সঁচা অভিজ্ঞতাৰ অনুভূতি শ্ৰোতাক বিলাই দিয়ে। ৰেনেছাঁৰ কালৰেপৰা ইউৰোপীয় কলাই এই তিনিটা শক্তিৰ কৱলত পৰি তাৰ সহজ আৰু মহৎ ৰূপ হেৰুৱাই পেলালে। ই আছিল টলষ্টয়ৰ ধাৰণা।

কলা সম্পৰ্কীয় এই মত গান্ধীজীয়েও গ্ৰহণ কৰিছিল। তেওঁ ৬৫ বছৰ বয়সত এখন কলা-প্ৰদৰ্শনী মুকলি কৰোঁতে এইদৰে কৈছিল, "মই এই প্ৰদৰ্শনীত সবাক-চিত্ৰ ( speaking painting ) নেদেখিলোঁ! কলাকৃতিৰ কথা বুজাই দিবৰ বাবে মোক কলাকাৰৰ সাহায্য কিয় লাগিছে? চিত্ৰখনে যি কব লাগে পোনপটীয়াভাৱে মোক নকয় কিয়? কথাটো বুজাই কওঁ। ভেটিকানৰ কলা সংগ্ৰহালয়ত ক্ৰুছবিদ্ধ যীশুৰ এটা মূৰ্তি দেখা পাইছিলোঁ। সেই মূৰ্তিয়ে মোক খুবকৈ আকৰ্ষণ কৰিলে। মই মন্ত্ৰমুগ্ধ হৈ ৰলোঁ। এই মূৰ্তি মই পাঁচ বছৰৰ আগতে দেখিছিলোঁ, কিন্তু এতিয়াও সেই মূৰ্তি মোৰ চকুৰ আগত ভাহি আছে। তাত কোনেও মোক মূৰ্তিৰ সৌন্দৰ্যৰ কথা বুজাই দিয়া নাছিল। মহীশূৰৰ বেলুৰত শিলত খোদিত এটি সৰু মূৰ্তি দেখিছিলোঁ। কাৰো সহায় নোহোৱাকৈ মই তাৰ কথা বুজি পালোঁ। এজনী অৰ্ধনগ্ন তিৰোতাই মদনৰপৰা ৰক্ষা পাবৰ বাবে গাৰ কাপোৰৰ আঁচলখন টানিছে। মদন এডাল সৰীসৃপৰ ৰূপত তেওঁৰ ভৰিৰ ওচৰত পৰাজিত হৈ পৰি আছে। সেই ৰূপত মই এটি যন্ত্ৰণা ফুটি উঠা দেখিছিলোঁ। সৰীসৃপৰ কামোৰৰপৰা সেই যন্ত্ৰণাৰ উদ্ভৱ হৈছিল।" গান্ধীজীয়ে ইয়াত দুৰ্বোধ্য কলাৰ বিৰুদ্ধে আৰু কলাৰ আঙ্গিক সৰ্বস্বতাৰ গুণগানৰ বিৰুদ্ধে কটাক্ষপাত কৰিছে। কলাৰ ভিতৰত চমৎকাৰিত্বকো তেওঁ সহ্য কৰিব পৰা নাছিল। তেওঁ এফিল টাৱাৰ চাই তাত কলা নাই বুলি কৈছিল। টলষ্টয়ে

এই টাৱাৰটো জ্ঞানৰ নিদৰ্শন নহৈ মানুহৰ নিৰ্বুদ্ধিতাৰ নিদৰ্শন হৈছে বুলি মত প্ৰকাশ কৰিছিল। সেইটো মত গান্ধীয়েও মানিছিল। এফিল টাৱাৰ আচলতে কাৰিকৰী বিদ্যাৰ নিদৰ্শন, কলাতকৈ কৌতূহল নিবাৰণ কৰা কিছুমান আকৰ্ষণীয় বস্তুহে তাত আছিল। সৰু ল'ৰাই পুতলাৰ প্ৰতি আকৃষ্ট হোৱাৰ দৰে কিছুমান লোক কোনো বস্তুৰ প্ৰতি আকৃষ্ট হ'লেও, তাক কলাৰ আকৰ্ষণ বুলিব নোৱাৰি। গান্ধীজীৰ কলাৰ ভাব ঠাইবিশেষে প্লেটোৰ লগত মিলাব পাৰি, বিশেষকৈ **imitation**-ৰ ক্ষেত্ৰত। প্লেটোৱে লিখিছিল, **"Then the imitator......is a long way of the truth, and can do all things because he lightly touches on a small part of them, and that part is an image. For example, a painter will paint a cobbler, carpenter or any other artist, though he knows nothing of these arts; and, if he is a good artist, he may deceive children or simple persons, when he shows them his picture of a carpenter from a distance, and they will fancy that they are looking at a real carpenter."** টলষ্টয়ে কলাত 'জাল' কৰাৰ উপায় চাৰিটা বুলি কৈছিল। তেওঁৰ মতে (১) ধাৰ, (২) অনুকৰণ, (৩) চমৎকাৰিত্ব-প্ৰদান আৰু (৪) কৌতূহল সৃষ্টি—এই চাৰিটা উপায় হ'ল কলাৰ জাল কৰাৰ উপায়।* গান্ধীজীয়ে ক'তো কলা সম্পৰ্কে বিশেষ মত দি থৈ যোৱা নাই। গতিকে ওপৰোক্ত সিদ্ধান্ত আনুমানিক লাক্ষণিক প্ৰমাণৰ ওপৰতহে কৰিবলৈ বিচাৰিছোঁ। গান্ধীজীয়ে এখন চিঠিত ইউৰোপীয় কলাক মৰ্ত্যমুখী আৰু প্ৰকৃতিৰ অনুকৰণ ও ভাৰতীয় কলাক কল্পনাধৰ্মী আৰু স্বৰ্গমুখী বুলি অভিহিত কৰিছে। কিন্তু ভাৰতীয় কলাও (বিশেষকৈ মূৰ্তিকলা) সম্পূৰ্ণৰূপে মৰ্ত্যমুখী আৰু প্ৰকৃতিৰ অনুকৰণ নহয় বুলি কব নোৱাৰি। কিন্তু

* "Tolstoy gives us another impressive set of negative judgements in a chapter on counterfeit art, under four main heads: borrowing, imitation, striking and interesting or, in term that may be nearer to our minds; stock responses, local colour realism, pornography and horror, detective story plots. Tolstoy is very pure, very austere, very acute in his opinion on what is not art, and very firm in his will to condemn it." *'Literary Criticism—A Short History'*.

প্ৰতীকধৰ্মিতাই ভাৰতীয় কলাক এটি বিশিষ্ট অতি-প্ৰাকৃতিক ৰূপ দিছে। গান্ধীজীয়ে কলাত আৰু সাহিত্যত 'pleasure principle' নামানিছিল। তেওঁ কলাক নৈতিক মানদণ্ডেৰে চাইছিল। টলষ্টয়েও heodomistic আৰু pleasure theory of art-ৰ বিৰোধিতা কৰিছিল। এওঁলোক দুয়ো কলাত বিশুদ্ধ নন্দনতাত্ত্বিক স্বৰাজ দিয়াৰ পক্ষপাতী নাছিল। গান্ধী আৰু টলষ্টয়ৰ ধৰ্মীয় ভাৱৰ প্ৰভেদ আছিল নে নাই এই কথা ভাবি চোৱা ভাল হব। কিন্তু সেই কথা বিচাৰ নকৰাকৈও এই কথা কব পাৰি, ইউৰোপীয় কলা গ্ৰীক আধাৰৰ ওপৰত প্ৰতিষ্ঠিত; বিশেষকৈ ৰেনেছাঁৰ পিচত ইয়াৰ মানবীয় আৰু নন্দনতাত্ত্বিক ৰূপৰ স্বকীয়া আৰু বিস্তৃত বিকাশ ঘটে। কিন্তু গ্ৰীক প্ৰভাৱ পৰা সত্ত্বেও ভাৰতীয় কলাৰ ঘাই সুঁতি উনৈশ শতিকা পৰ্যন্ত 'সৰ্বাত্মভাৱ'ৰ দ্বাৰা প্ৰভাৱান্বিত হৈ আহিছিল। এইখিনিতে ৰাচ্‌কিনৰ মত প্ৰণিধানযোগ্য। আমি প্ৰাচ্য আৰু প্ৰতীচ্যৰ এই ভেদাভেদৰ কথা আদি কুৰি শতিকাৰ বিশুদ্ধ নন্দনতত্ত্ববাদী আৰু নৈতিকতাবাদীসকলৰ মতবিৰোধৰ আলোকত বিচাৰ কৰিলে দেখা পাওঁ যে এওঁলোকৰ মৌলিক দৃষ্টি-ভঙ্গী একে ধৰণৰ আছিল। ৰাচ্‌কিনে কৈছিল, "The picture which has nobler and more numerous ideas, however awkwardly expressed, is a greater and better picture than that which has the less noble and less numerous ideas, however beautifully expressed. No weight, nor mass, nor beauty of execution can outweigh one grain or fragment of thought." এই উক্তিত আঙ্গিকৰ ঠাইত বিষয়বস্তুৰ ওপৰতহে অধিক জোৰ দিয়া হৈছে। ৰাচ্‌কিনৰ মতে বিশুদ্ধ কলাই তিনিটা লক্ষণ প্ৰকাশ কৰিব লাগে। প্ৰথমতে, ই মানবধৰ্ম ব্যক্ত কৰিব লাগে। দ্বিতীয়তে ই মানুহৰ নৈতিক স্থিতিৰ উন্নতি সাধিব লাগে। তৃতীয়তে ই মানুহৰ বাস্তৱ প্ৰয়োজন সাধিব লাগে। এই তিনিওটা মত গান্ধীৰ সৈতে একে।

সাহিত্য সম্পৰ্কে গান্ধীজীৰ মতামতবোৰ বিবেচনা কৰিবলৈ এতিয়া সহজ হ'ব। অস্কাৰ ৱাইল্ডক তেওঁ কিয় প্ৰকৃত কলাকাৰ বোলা নাছিল, তাৰ কাৰণ ওপৰত দিয়া হৈছে। অস্কাৰ ৱাইল্ডে 'কলা কলাৰ বাবে' এই নীতিত বিশ্বাস কৰিছিল। ৱাইল্ডৰ মতে সৌন্দৰ্য বৰ বিশুদ্ধ বস্তু। আন বস্তুতকৈ ই একেবাৰে বেলেগ। কলাও একে ধৰণৰ বস্তু। ৱাইল্ডে কৈছিল

"সৌন্দৰ্য হৈছে প্ৰতীকৰ প্ৰতীক। সৌন্দৰ্যই একোকে প্ৰকাশ নকৰে, সেইবাবে ই সকলো প্ৰকাশ কৰে।...কলা একো কামত নেলাগে।... আবেগৰ বাবে আবেগ, এই হ'ল কলাৰ উদ্দেশ্য। কৰ্মৰ বাবে আবেগ ই হ'ল জীৱনৰ উদ্দেশ্য।...সকলো কলাই অনৈতিক।.. আচল শিল্পীৰ হাতত ছন্দ—ছান্দসিক সৌন্দৰ্যৰ বস্তুৰেই যে হৈ থাকে এনে নহয়, সি চিন্তা আৰু অনুৰাগত আধ্যাত্মিক উপাদানতো পৰিণত হয়গৈ।.. ছন্দই মানুহৰ ভাষাক দেৱতাৰ বচনত পৰিণত কৰে। ছন্দ হৈছে গ্ৰীক বীণৰ এডাল নতুন গুণা।" ৱাইল্ডে কলাৰ আঙ্গিক আৰু স্বৰাজৰ ওপৰত ইমান জোৰ দিয়া বাবেই গান্ধীজী আৰু তেওঁৰ দৰে নৈতিকতাবাদীসকলক অসন্তুষ্ট কৰিছিল। গান্ধীজীয়ে খেতিয়ক আৰু হস্ত-শিল্পীসকলৰ বাবে সাহিত্য আৰু কলা সৃষ্টি কৰিবলৈ শিল্পীসকলক আহ্বান জনাইছিল। বডেলিয়াৰেও 'কলাৰ বাবে কলা' এই মতবাদৰ প্ৰতি মাজে মাজে কঠোৰ মনোভাৱ গ্ৰহণ কৰিছিল। তেওঁ কৈছিল, "কলা-কৈৱল্য মতবাদ হৈছে মানৱ-প্ৰকৃতিৰ দেখ দেখ অবমাননা। জীৱনৰ মহত্তৰ আৰু সাৰ্বজনীন নীতিৰ দোহাই দি আমি এই বিৰুদ্ধ মতবাদৰ দোষ আঙুলিয়াই দিব লাগে।" কিন্তু বডেলিয়াৰৰ নৈতিক বিশ্বাস মানবীয় কাৰ্যৰ অনিয়ম, বিষম ব্যৱহাৰৰ উজ্জ্বলতা, অসতৰ মাজত ফুলৰ শোভা—এই বিলাকৰ ওপৰত প্ৰতিষ্ঠিত আছিল। অসতৰ মাজেদি সৌন্দৰ্য আৰু সত্যৰ মাজত সৌন্দৰ্য দেখা, এই দুটা বিশ্বাসৰ মাজত আকাশ পাতাল প্ৰভেদ। দুয়োজনেই প্ৰকৃতিক অনুকৰণ কৰাত বিশ্বাস নকৰিছিল। কিন্তু এজনে ভোগৰ ( pleasure ) নীতি আৰু নাগৰিক সভ্যতাক ভালে-বেয়াই গ্ৰহণ কৰিছিল। আনজনে ত্যাগ আৰু সংযমৰ নীতি গ্ৰহণ কৰিছিল আৰু নাগৰিক সভ্যতাৰ কুৎসিৎ ৰূপ দেখা পাই মনক গাঁওমুখী কৰিছিল। এজনে সুসজ্জিতা সভ্য নগৰীয়া তিৰোতাক সোণালী মন্দিৰৰ থাপনাত বহুৱাইছিল, আৰু আনজনে নিৰাভৰণা নাৰীক মাতৃ, সতী আৰু সাৰ্বজনীন মুক্তিযোদ্ধাৰ ৰূপত প্ৰত্যক্ষ কৰিছিল। এজনে কৈছিল,

> "I love thee, infamous city ! Harlots and
> Hunted have pleasures of their own to give,
> The vulgar herd can never understand."

আনজনে বেশ্যাক সৎ হবলৈ কৈছিল, মানুহক ভোগ-লিপ্সা বৰ্জন কৰি সংযত হ'বলৈ উপদেশ দিছিল আৰু নগৰক গাঁওমুখী কৰিবলৈ যত্ন কৰিছিল। এজনে

প্ৰকৃতিক ভাল বুলি ভবা নাছিল, আনজনে প্ৰকৃতিক ভাল বুলি ধৰিছিল। এজনে কলাৰ সহায়ত নৈতিকতাৰ জন্ম হ'ব বুলি ভাবিছিল, আনজনে নৈতিকতাক কলাৰ আধাৰ কৰিবলৈ বিচাৰিছিল। এই দুই বিপৰীত দৃষ্টিক একমাত্ৰ দ্বন্দ্ব-সমন্বয় দৰ্শনৰ দ্বাৰাহে সমাহাৰ কৰিব পৰা যাব।

কলাৰ ঐন্দ্ৰজালিক শক্তি আছে বুলি গান্ধীজীয়ে স্বীকাৰ কৰিছিল। কৱিৰ কল্পনাৰ ক্ষমতাতো তেওঁৰ অগাধ বিশ্বাস আছিল। এই প্ৰসঙ্গত ৰবীন্দ্ৰনাথৰ লগত হোৱা তেওঁৰ কিছুমান বাদ-প্ৰতিবাদৰ কথা স্মৰণ কৰা ভাল হ'ব। কৱিক তেওঁ পুৱতি আকাশত সৌন্দৰ্য অৱলোকন কৰি ঈশগীত গোৱা উৰণীয়া চৰাইৰ লগত তুলনা কৰিছিল। ভাৰতৰ অধভুক্ত আৰু নিৰন্ন জনসাধাৰণক তেওঁ শক্তিহীন অক্ষম চৰাইৰ লগত তুলনা কৰিছিল। এই তুলনাত যিজন কৱিৰ চিত্ৰ তেওঁ আঁকিছিল, সেইজন দাৰিদ্ৰ্য-মুক্ত, নিশ্চিন্ত আৰু স্বৰ্গমুখী গায়ক। এওঁৰ কলাৰ লগত অভুক্ত চৰাইবোৰ দাৰিদ্ৰ্যজনিত অসমৰ্থতাৰ তুলনা কৰি তেওঁ দৰ্শাইছে যে এই চৰাইবোৰৰ বাবে প্ৰথম সাধনা হ'ল দাৰিদ্ৰ্যমোচন। ইয়াৰ ৰাজনৈতিক অৰ্থ স্পষ্ট। নিজৰ শ্ৰমৰ বলেৰে দাৰিদ্ৰ্য-মোচন কৰাৰ পিচতহে জনসাধাৰণৰ মাজত কলাৰ সৃষ্টি আৰু কলা উপভোগৰ সামৰ্থ্য আহিব। এই উত্থানেহে উচ্চশ্ৰেণীৰ কলাৰ লগত জনসাধাৰণৰ বিচ্ছেদ আঁতৰাই সাৰ্বজনীন আবেগৰ ভেটিত নতুন কলাৰ সৃষ্টি কৰিব। অসহযোগ আন্দোলনৰ সময়ত সকলো শ্ৰেণীৰ লোককে তেওঁ বিপ্লৱত যোগ দিবলৈ আহ্বান জনাইছিল। এই অসহযোগত ৰবীন্দ্ৰনাথে নেতিবাচকতা আৰু মানসিক দৌৰাত্ম্যৰ সুৰুঙা আছে বুলি সন্দেহ প্ৰকাশ কৰিছিল। কিন্তু গান্ধীজীয়ে এই সন্দেহ খণ্ডন কৰি কৈছিল, প্ৰাচ্য আৰু প্ৰতীচ্যৰ মাজত চীনৰ প্ৰাচীৰ গঢ়াৰ ইচ্ছা তেওঁৰ নাই, নাইবা কাৰো বিবেক ৰুদ্ধ কৰাও অসহযোগৰ উদ্দেশ্য নহয়। তেওঁৰ উদ্দেশ্য হৈছে ভাৰতৰ নৱ-জাগৰণ; কাৰণ নৱ-জাগ্ৰত ভাৰতবৰ্ষইহে বিশ্ব-সংস্কৃতিলৈ শান্তিৰ প্ৰকৃত অৱিহণা যোগাব পাৰিব। এই ভাৱধাৰাত শ্ৰমিক ভাৰতৰ আধ্যাত্মিক মুক্তিৰ লগে লগে উচ্চ গণসংস্কৃতি ৰচনাৰ ইঙ্গিতো লুকাই আছে। তেওঁ আন এঠাইত কৈছিল, "আমাৰ যুগৰ ভাৰতীয় সংস্কৃতি এতিয়া বিকাশৰ পথত। আজি বিভিন্ন সংস্কৃতিৰ মাজত হোৱা সংঘৰ্ষৰ নিৰাময় কৰি এটি সমন্বয় কৰিবলৈ বহুতেই চেষ্টা কৰি আছে। এটি সংস্কৃতিক আঁতৰত থৈ আন এটি সংস্কৃতি জীয়াই থাকিব নোৱাৰে। আজি ভাৰতবৰ্ষত আৰ্য সংস্কৃতি বুলি বিশেষ সংস্কৃতি নাই…মই মোৰ ঘৰখনৰ চাৰিওফালে ওখ

দেৱাল সাজিবলৈ অথবা তাৰ খিৰিকী বন্ধ কৰি ৰাখিবলৈ নিবিচাৰোঁ। আন দেশৰ সংস্কৃতিৰ বতাহ মোৰ ঘৰখনলৈ মুকলিভাৱে সোমাওক তাকে মই বিচাৰোঁ। কিন্তু সেই বতাহে যাতে মোক উৰুৱাই দিব নোৱাৰে তালৈকে মই দৃষ্টি ৰাখিম।···চাৰিওকাষে গড়মাৰি বন্দীশালত থকা ধৰ্ম মোৰ বাবে নহয়।" এই দৃষ্টিভঙ্গীয়ে উদাৰ জাতীয়তাবাদৰ আৰু বিশ্বজনীনতাৰ মাজত সুন্দৰ সমন্বয় স্থাপন কৰিছে। গান্ধীজীয়ে জনসাধাৰণৰ মুক্তিৰ দৃষ্টিৰপৰাই সাহিত্য আৰু কলাৰ সৃষ্টি কৰাৰ কথা চিন্তা কৰিছিল। ১৯০৫ চনত তেওঁ গৰ্কীৰ বিষয়ে এইদৰে কৈছিল, "ইউৰোপত মেক্সিম গৰ্কীৰ দৰে আন লিখকে ৰাইজৰ স্বত্বৰ বাবে যুঁজা নাই।" গান্ধীজীয়ে কবীৰৰ গীতক শ্ৰদ্ধা কৰিছিল, কিন্তু কবীৰৰ গীতেৰে যে কোটি কোটি জনসাধাৰণৰ পেটৰ ভোক গুচাব নোৱাৰি তাকো তেওঁ জানিছিল। তেওঁৰ কলাৰ দৰ্শন এহাতেদি যেনেকৈ আধ্যাত্মিক আছিল, আনহাতেদি তেনেকৈ আছিল সমাজতান্ত্রিক।

গান্ধীজীয়ে কলা সম্পৰ্কে খুব কম কথা আমালৈ এৰি থৈ গৈছে। দিলীপ কুমাৰ ৰায়ে তেওঁক সুধিছিল, "মই ভাবিছিলোঁ আপোনাৰ কঠোৰ জীৱনত কলাৰ কোনো স্থান নাই। বহুতো বুদ্ধিমান আৰু ডাঙৰ লোকে আপোনাক প্ৰশংসা কৰে। কিন্তু তেওঁলোকে আপোনাৰ জাতীয় জাগৰণৰ আঁচনিত কলাৰ একো স্থান নাই বুলি দুঃখ কৰে। মানুহে কিয় আপোনাক কলাৰ প্ৰতি উদাসীন বুলি ভাবে?" গান্ধীজীয়ে উত্তৰ দিলে, "কিছুমান সঙ্গত কাৰণ আছে। আজিকালি কলা বুলি যিবোৰ বস্তু চলি আছে তাত মই একো দেখা নেপাওঁ। মোৰ মূল্যবোধ আনতকৈ বেলেগ।" সেই মূল্যবোধবোৰ কি? গান্ধীজীয়ে ক'লে, "যিবিলাক কলা বুজিবলৈ হ'লে আঙ্গিকৰ গভীৰ জ্ঞানৰ আৱশ্যক, সেইবিলাক কলাৰ প্ৰতি মোৰ কোনো আকৰ্ষণ নাই। মোৰ মতেৰে মহৎ কলা প্ৰকৃতিৰ সৌন্দৰ্যৰ দৰে। ইয়াৰ আবেদন সাৰ্বজনীন।··· ···ইয়াৰ সংবেদনশীলতা সৰল আৰু পোনপটীয়া হ'ব লাগে। পূজিতৰ ভাষাৰ দৰে সৰল আৰু পোনপটীয়া।··· ···কোনোবাই যদি ইচ্ছা কৰে তেন্তে তেওঁ ঘৰৰ বেৰত যিমান পাৰে সিমান ছবি আঁকক; কিন্তু মোক তাৰ এখনো নেলাগে। মই তাৰপৰা অনুপ্ৰেৰণা নেপাওঁ। মোৰ বাবে প্ৰকৃতিয়েই যথেষ্ট।··· ···তৰা-ভৰা আকাশৰ সুন্দৰ ৰহস্য মই দেখিছোঁ। দেখি কোনো দিনে ভাগৰ লগা নাই।··· ···তৰা-ভৰা আকাশ, গহীন সাগৰ আৰু মহৎ পৰ্বতত‌কৈ কোনোবাই আন কিবা সুন্দৰ ছবিৰ

কথা কল্পনা কৰিব পাৰেনে ?··· ···প্ৰকৃতিৰ বাহিৰে আনৰ অনুপ্ৰেৰণা মোক নেলাগে। এই প্ৰকৃতিয়ে কোনো দিনে মোক বঞ্চনা কৰা নাই। প্ৰকৃতিয়ে মোক মন্ত্ৰমুগ্ধ কৰে, বিচলিত কৰে আৰু ধ্যানস্থ কৰে।··· ···ঈশ্বৰৰ হাতৰ কামৰ আগত মানুহৰ হাতৰ কাম অসাৰ্থক হৈ পৰে।··· ···কিন্তু মই কলাৰ সৃষ্টিবোৰৰ মূল্য গ্ৰহণ নকৰোঁ বুলি নেভাবিব। মাত্ৰ মইহে ভাবোঁ এইদৰে। প্ৰকৃতিৰ অনন্ত সৌন্দৰ্যৰ প্ৰতীকবোৰৰ লগত তুলনা কৰিলে এইবোৰক অপূৰ্ণ যেন বোধ হয়।" "সৃষ্টিৰ মাজত থকা সত্যৰ প্ৰতিবিম্ব" স্বৰূপ এই প্ৰাকৃতিক দৃশ্যবোৰৰ প্ৰতি তেওঁৰ ভালপোৱা সৰ্বজনবিদিত। আনহাতে তেওঁৰ কলাৰ জ্ঞানো সামান্য বুলিব নোৱাৰি। গান্ধীজীয়ে সাৰ্বজনীন, মহৎ আৰু পবিত্ৰ কলাৰ প্ৰশংসা কৰাৰ বহুত প্ৰমাণ আছে। তেওঁ শাস্ত্ৰীয় সঙ্গীতৰ স্বৰ আৰু তাল বুজি পাইছিল। তেওঁ পঢ়া অসংখ্য গ্ৰন্থবোৰৰ ভিতৰত গ্যেটেৰ ফ'ষ্ট, মহাভাৰত, ৰামায়ণ, গীতা, টলষ্টয়ৰ সাধু, ৰবীন্দ্ৰনাথৰ সাধনা, ধৰ্মগ্ৰন্থসমূহ, শ্বৰ মেন এণ্ড চুপাৰ মেন, কিপলিঙৰ বেৰেকৰুম বেলেড্‌চো আছে। তেওঁ বিবিধ বিষয়ৰ গ্ৰন্থ পঢ়িছিল। সেইবিলাকৰ তালিকা দিয়া ইয়াত অসম্ভৱ। বুৰঞ্জী, জীৱনী, আলোচনা-গ্ৰন্থ আদি পঢ়াৰ উপৰিও আমি তেওঁৰ বিবৃতি আৰু লেখাবোৰৰ মাজত ঠায়ে ঠায়ে কিছুমান কবি আৰু সাহিত্যিকৰ লিখনিৰো উদ্ধৃতি পাওঁ। এইবোৰে তেওঁৰ বিস্তৃত অধ্যয়নৰে প্ৰমাণ দিয়ে। গিবনৰ 'Decline And Fall Of Roman Empire' আৰু মণ্টেৰ 'Rise Of The Dutch Republic' পঢ়ি তেওঁ মন্তব্য কৰিছিল, "এই দুখন গ্ৰন্থ মহাভাৰতৰ নিকৃষ্ট তাঙৰণ। এই গ্ৰন্থবোৰৰ সাৰমৰ্ম হ'ল এই : নাম আৰু ৰূপৰ বিশেষ মূল্য নাই। সেইবোৰ আহি থাকে, গৈ থাকে। ঘটনাৰ বিৱৰণী লিখোতা বুৰঞ্জীবিদে চিৰন্তন বস্তু দেখা নেপায়। সত্য ইতিহাসৰ উৰ্ধত।" আন এঠাইত তেওঁ কৈছে, "ইংৰাজী সাহিত্যৰ তিনি ভাগ বাইবেল আৰু এভাগ ছেক্সপীয়েৰ।"

সাহিত্য আৰু কলাৰ সাধাৰণ আলোচনাৰপৰা আঁতৰি যোৱাৰ বাবে এই প্ৰবন্ধত কোনো সুৰুঙা নাই। গতিকে বিশিষ্ট দুই এটা সমস্যাৰ কথা ইয়াত মুতুলি ঘাই প্ৰসঙ্গলৈ ঘূৰি অহাটোৱেই আমাৰ ভাল হ'ব। ৰবীন্দ্ৰনাথৰ লগত বাদ-প্ৰতিবাদ কৰোঁতে তেওঁ এঠাইত কৰিব কলা সম্পৰ্কে এনেদৰে কৈছে, "এজন প্ৰাচীন কবিৰ মতে গৌৰৱমণ্ডিত ৰজা ছ'ল'মনো মাটিৰ ভেটফুল পাহিৰ সমান নহয়।" ভেটফুলৰ নিৰ্দোষিতা আৰু স্বাভাৱিক সৌন্দৰ্যৰ লগত ছ'ল'মনৰ গৌৰৱৰ কৃত্ৰিমতা আৰু তেওঁৰ সুকৰ্মৰাশিৰ লগত মিহলি হৈ থকা পাপৰ ইয়াত

বৈষম্য দৰ্শোৱা হৈছে। কবিয়ে ভোগ কৰা স্বাধীনতাৰ আন এটি উদাহৰণ চাওক। কবিয়ে কৈছে, 'বেজীৰ ফুটাইদি উট এটা পাৰ হৈ যাব পাৰিলেও, ধনী মানুহ স্বৰ্গলৈ যাব নোৱাৰে।' কোনো উট কেতিয়াও বেজীৰ ফুটাইদি সৰকি যাব নোৱাৰে; আনহাতে ৰজাজনৰ স্বৰ্গলৈ যোৱাৰ কথাও আমি জানো। ......কবি আৰু শিল্পীসকলে আকৃতিৰ বিকৃতি সাধন কৰি 'পাৰ্চ-পেক্‌টিভ' ৰচনা কৰে। ......কবি হৈছে উদ্ভাৱক। তেওঁ সৃষ্টি কৰে, ধ্বংস কৰে আৰু তাৰ পিচত পুনৰ সৃষ্টি কৰে। মই হৈছোঁ অনুসন্ধিৎসু। এটা বস্তু বিচাৰি পালে, তাতে খামোচ মাৰি ধৰি থাকোঁ। কবিয়ে নিতৌ পৃথিৱীক ন ন আকৰ্ষণীয় বস্তুৰ অৰিহণা ধৰে। মই মাথোন প্ৰাচীন আৰু উৰ্ঁলি যোৱা বস্তু কিছুমানৰ মাজৰ সুপ্ত শক্তি জগাই তুলিব পাৰোঁ। পৃথিৱীয়ে নতুন আৰু চমৎকাৰ বস্তুৰ সৃষ্টি কৰা যাদুকৰজনক সহজে আসন পাৰি বহুৱায়। মই মোৰ উৰ্ঁলা বস্তুবোৰৰ বাবে ঠাই বিচাৰি দিনে ৰাতিয়ে সাধনা কৰিবলগা হৈছে। আমাৰ মাজত কোনো প্ৰতিদ্বন্দ্বিতা নাই। ......আমাৰ দুয়োৰো কাম ইটোৰ সিটো পৰিপূৰক।" গান্ধীজীয়ে ইয়াত কেৱল তেওঁৰ সাধনাৰ লগত ৰবীন্দ্ৰনাথৰ সাধনাৰ প্ৰভেদ আৰু মিল দৰ্শাব খুজিছিল। লগতে কবিতাৰ দুই এটা লক্ষণৰ কথা উন্মুকিয়াই গ'ল মাথোন। কাব্য সৃষ্টিৰ বিষয়ে তেওঁ বৰ্ণোৱা তিনিটা স্তৰ, আচলতে একেটা প্ৰবাহৰে অংশ। বাস্তৱৰপৰা গ্ৰহণ কৰা অভিজ্ঞতা আৰু অনুভূতিক বাছনি কৰি কল্পনাৰে পুনৰ সৃষ্টি কৰি তাক কবিয়ে ভাষাত প্ৰকাশ কৰে। ভাষাত যাদু সৃষ্টি কৰাৰ ক্ষমতা যে কবিৰ আছে তাকে তেওঁ স্বীকাৰ কৰিছে। ইয়াত ৰবীন্দ্ৰনাথৰ ৰচনাৰ সামগ্ৰিক আলঙ্কাৰিক বিচাৰ নাই। কিন্তু মহাত্মা গান্ধীয়ে কৈছিল, "পৃথিৱীত ৰবীন্দ্ৰনাথৰ দৰে কবি নাই।" এই উক্তিত ৰবীন্দ্ৰনাথৰ মহত্বকে স্বীকাৰ কৰা হৈছে। ৰবীন্দ্ৰনাথ আৰু গান্ধীৰ বাদ-প্ৰতিবাদৰ আন এটি দিশ আছে। সেইটো হৈছে বিপ্লৱ আৰু সাহিত্যৰ সম্পৰ্ক। কবিয়ে সাহিত্য সৃষ্টিৰ বাবে স্বাধীনতাৰ দাবী জনাইছিল। গান্ধীজীয়ে এই দাবীত সমৰ্থন জনাইছিল। সাহিত্যৰ স্বাধীনতা আছিল সত্য আৰু ই অহিংসাৰে এটি স্বাভাৱিক পৰিণতি। তেওঁ সাহিত্যত ৰাজনৈতিক আৰু আইনগত হস্তক্ষেপৰ সম্পূৰ্ণ বিৰোধিতা কৰিছিল। লগে লগে তেওঁ বিপ্লৱত শিল্পী-সাহিত্যিকসকলৰ সহযোগিতাও বাঞ্ছা কৰিছিল। ১৯৩৬ চনত কংগ্ৰেছৰ হস্তশিল্প প্ৰদৰ্শনী উন্মোচন কৰোঁতে তেওঁ যিটি বক্তৃতা দিছিল তাত সাধাৰণ মানুহৰ মাজত থকা কলা-প্ৰতিভাৰ ওপৰত গভীৰ আস্থা প্ৰকাশ কৰি কৈছিল,

"দাৰিদ্ৰ্য-প্ৰপীড়িত শুষ্ক দেহৰ এজন মানুহৰ আত্মায়ো জীৱহীন বস্তুক জীৱ প্ৰদান কৰিব পাৰে।" সেই প্ৰদৰ্শনীত এজন কুমাৰে বোকাৰে আচৰিত শিল্প সৃষ্টি কৰিছিল। এই কুমাৰজনৰ প্ৰতিভা অৰ্থাৎ গণশিল্পীৰ প্ৰতিভা গান্ধীজীয়ে হঠাতে আৱিষ্কাৰ কৰা নাছিল। তাৰ বাবে তেওঁ আজীৱন অনুসন্ধান চলাইছিল। সাহিত্যত আদিৰস সম্পৰ্কে গান্ধীজীয়ে দিয়া মতামত তেওঁৰ জীৱনৰ মতবাদৰ লগত খাপ খোৱা আছিল। তেওঁ ১৯৩৬ চনত ভাৰতীয় সাহিত্য সম্মিলনত বক্তৃতা দিওঁতে ভাৰতবৰ্ষৰ বিভিন্ন ভাষা আৰু সাহিত্যৰ মাজত থকা বাধাৰ প্ৰাচীৰবোৰ ভাঙি পেলাবলৈ কৈছিল। সকলো ভাষাৰে শ্ৰেষ্ঠ সাহিত্যবোৰ অনুবাদ কৰি গাওঁলীয়া ৰাইজৰ হাতত তেওঁ তুলি দিবলৈ সাহিত্যিকসকলক আহ্বান জনাইছিল। লগে লগে নতুন সাহিত্য সৃষ্টিৰ প্ৰয়োজনীয়তাৰ কথাও তেওঁ কৈছিল। এই প্ৰসঙ্গত তেওঁ আদিৰসৰ কথা উল্লেখ কৰিছিল। তেওঁ কৈছিল, "আজিকালি প্ৰত্যেক প্ৰদেশতে অতি দোষণীয় কামোদ্দীপক সাহিত্যৰ প্ৰচলন হোৱা দেখা গৈছে। কিছুমান মানুহে শৃঙ্গাৰ ৰসৰ বাহিৰে আন ৰস নাই বুলিয়েই ক'ব খুজিছে। এই ৰসৰ প্ৰাধান্য বেছি হোৱা হেতুকে, সাহিত্যত সংযম বিচৰা লোকসকলক সম্পূৰ্ণৰূপে ৰসজ্ঞান-শূন্য বুলিও বহুতে ক'বলৈ বিচাৰিছে। তেওঁলোকে বোধহয় নেজানে যে সৰ্বস্বত্যাগীসকলেও ৰস বা পবিত্ৰ অনুৰাগ ত্যাগ কৰা নাই। দাদাভাই নৌৰজীয়ে দেশৰ বাবে সৰ্বস্ব ত্যাগ কৰিছিল, কিন্তু তেওঁৰ অন্তৰ দেশপ্ৰেমৰ পবিত্ৰ ৰসেৰে ভৰপূৰ আছিল। চৈতন্যদেৱৰ ৰস নাছিল বুলি কোৱাৰ অৰ্থ ৰসজ্ঞানৰ অভাৱহে বুলি ক'ব লাগিব। গুজৰাটৰ সিদ্ধ কবি নৰসিংহ মেহতাই নিজকে ভোগী বুলি পৰিচয় দিছে। কিন্তু একান্ত ঈশ্বৰ-ভক্তিয়েই তেওঁৰ ভোগ। আপোনালোকে বেয়া নেপালে এটা কথা ক'ব পাৰোঁ। মোৰ মতেৰে শৃঙ্গাৰ ৰসেই একেবাৰে নিকৃষ্ট ৰস। ই যেতিয়া অশ্লীলতাৰ ৰূপ লয়, তেতিয়া ই সৰ্বতোভাৱে বৰ্জনীয়। মোৰ ক্ষমতা থকা হ'লে সাম্প্ৰদায়িকতা, মতান্ধতা আৰু বিভিন্ন শ্ৰেণী, জাতি আৰু ব্যক্তিৰ মাজতে বেয়া ভাব সৃষ্টি কৰা সকলো সাহিত্যকে বৰ্জন কৰিলোহেঁতেন।" ১৯৩৭ চনত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হোৱাৰ পিচত গান্ধীজীয়ে দোষণীয় সাহিত্য সম্পৰ্কে কেনে নীতি গ্ৰহণ কৰা উচিত সেই বিষয়ে এটি পৰিষ্কাৰ বিবৃতি দিছিল। তেওঁ কৈছিল, "বৰ্জনীয় সাহিত্যৰ ওপৰত থকা নিষেধাজ্ঞা লাহে লাহে তুলি লোৱা হৈছে। অৱশ্যে এই বৰ্জনীয় কিতাপবোৰৰ কিছুমানত অশ্লীলতা, হিংসা আৰু ঘৃণা বিস্তাৰৰ ভাব

আছে। কংগ্ৰেছে এইবোৰ সাহিত্যৰ বিচাৰ কৰোঁতে সুসংস্কৃত ৰাজহুৱা মতামতৰ সহায় লৈ বিহিত ব্যৱস্থা হাতত ল'ব।" ইয়াৰ অৰ্থ স্পষ্ট।

আদিৰসৰ ক্ষেত্ৰত আৰু এটা কথা উল্লেখ কৰা প্ৰয়োজন। জয়দেৱৰ 'গীত-গোবিন্দ' পঢ়ি তেওঁৰ বিতৃষ্ণা জন্মিছিল। সাহিত্যত শৃঙ্গাৰ ৰস বৰ্জন কৰা টান। কিন্তু নৈতিক সৌন্দৰ্যৰ সাধকসকলে যুগে যুগে ইয়াকেই কৰি আহিছে। আন কি টলষ্টয়েও ভোগৰ নীতি বিসৰ্জন দিছিল। গান্ধীজীৰ লিখনিত প্ৰেমিক-প্ৰেমিকাৰ প্ৰেমৰ বৰ্ণনা আৰু নৰ-নাৰীৰ যৌন জীৱনৰ কথা পোৱা যায়। তাৰে এটা উদাহৰণ তলত দিয়া হ'ল। গান্ধীজীক ১৯২৪ চনত কংগ্ৰেছৰ সভাপতি হ'বলৈ কোৱা হৈছিল। তেতিয়া তেওঁ নিজৰ মনৰ অৱস্থা বৰ্ণাই 'Young India'ত এইদৰে লিখিছিল:

"I read Faust in the Yervada Jail for the second time. My first reading of it years ago left no impression on me. I could not catch Goethe's message. I do not know that I have even now. But I may claim to have understood it somewhat. Margaret is sore at heart and troubled. She finds no relief from her misery save by going to the spinning wheel and to the music of the wheel giving vent to her grief. I was much struct by the whole conception. Margaret is alone in her room from within with doubt and despair. The poet sends her to her wheel lying in a corner in the room. The reader may be sure that she had a well chosen library of books, a few paintings and illustrated Bible. She finds no solace in the paintings or the books or, for Margaret, the book of books, she involuntarily goes to the wheel and finds peace in refusing to find it. Here are the noble lines :

> My peace is gone, and my heart is sore
> I have lost him, and lost him, for ever more
> The place, where he is not, to me is the tomb
> The world is sadness and sorrow and gloom.
> My poor sick brain is crazed with pain;
> And my poor sick heart is torn in twain
> My peace is gone and my heart is sore,
> For lost is my love for ever more.

"You may perhaps paraphrase them a little and the verses almost represent my condition. I seem to have lost my love too and distracted, I feel the abiding presence of my Lover and yet He seems to be away from me. For He refuses to guide me and give clear cut injunctions. On the contrary, like Krishna, the arch mischief-maker of the Gopis, He exasperates me by appearing, disappearing and reappearing. When I see the light steadily before my eyes, I shall see my way clear and ask

the reader to follow me. Meanwhile I can only take up the wheel, or speak or write about it and commend it to the reader. In my loneliness, it is my only infallible friend and comforter."

এই কথাখিনি ইংৰাজীত দিয়াৰ প্ৰধান উদ্দেশ্য হ'ল মূলৰ সৌন্দৰ্য অবিকৃতভাৱে পাঠকসকলৰ আগত দাঙি ধৰা। ইয়াত গান্ধীজীয়ে যি স্বৰ্গীয় বিৰহ অনুভৱ কৰিছে, তাক গোপীৰ আৰু মাৰ্গাৰেটৰ বিৰহৰ লগত তুলনা কৰি দেখুৱাইছে। যঁতৰত মাৰ্গাৰেটে যেনেকৈ শান্তি বিচাৰিছিল, তেৱোঁ তেনেকৈ যঁতৰত শান্তি বিচাৰিছে। সত্য বা ঈশ্বৰৰ লগত এই বিৰহ বৰ্ণনা কৰোঁতে তেওঁ প্ৰতীকধৰ্মী বিবৃতিৰ আশ্ৰয় লৈছে। ইয়াত কুৰুচ ঘটনা একো নাই। ইয়াত আদিৰস নাই, আছে ভক্তিৰস। গান্ধীজীয়ে জীৱনত যি আত্মসংযম দৰ্শাইছিল, সাহিত্যতো সেই আত্মসংযম বিচাৰিছিল। তেওঁ গুজৰাটী সাহিত্য সম্মিলনত 'Shelly-Shocker' উপন্যাসৰ বিৰুদ্ধে সাহিত্যিকসকলক সতৰ্ক কৰি দিছিল। তেওঁ ইমান বিচলিত হৈছিল যে শেষত তেওঁ উপন্যাস নহলেও গুজৰাটী সাহিত্য দুখীয়া নহয় বুলি ক'বলৈ বাধ্য হৈছিল। তাৰ কাৰণ বোধহয় এখন চিঠি। জ্যোতি নাৰী সংঘই উপন্যাসত নাৰী-চৰিত্ৰৰ অবাস্তৱ চিত্ৰণৰ বিৰুদ্ধে প্ৰতিবাদ জনাই গান্ধীজীক তাৰ বিচাৰৰ ভাৰ দিছিল। এই চিঠিখনৰ ওপৰত মন্তব্য দি তেওঁ কৈছিল, "মাইকী মানুহৰ সৌন্দৰ্য আৰু শক্তি কেৱল দেহতে থাকেনেকি? কেৱল মতা মানুহৰ কাম-দৃষ্টি সন্তুষ্ট কৰাৰ ক্ষমতাই তেওঁলোকৰ শক্তি আৰু সৌন্দৰ্যৰ উৎস নেকি? তেওঁলোকক সদায় ঘৰৰ নিমাষিত আৰু বাধ্য পৰিচাৰিকা বুলি কিয় চিত্ৰিত কৰিব লাগে? কিয় গিৰিয়েকসকলক তেওঁলোকৰ একমাত্ৰ দেৱতা বুলি বৰ্ণাব লাগে? তেওঁলোক যেনেকুৱা, তেনেকৈ কিয় তেওঁলোকক চিত্ৰিত কৰা নহয়? তেওঁলোকো মতা মানুহৰ দৰেই মানুহ আৰু তেওঁলোকেও স্বাধীনতা বিচাৰে। মই মাইকী মানুহক জানো বুলি দাবী কৰিব পাৰোঁ। ......মই শুনিছোঁ আমাৰ সাহিত্যত তিৰোতাক অতিৰঞ্জিত ৰূপত দেখুওৱা হয়। শুনিছোঁ এই ৰূপ অতি ভুল ৰূপ। তিৰোতাৰ কথা লিখোঁতে আপোনালোকে তেওঁলোকক কি বুলি ভাবে? লিখিবলৈ লওঁতে আপোনালোকে যদি তিৰোতাক নিজৰ মাক বুলি ভাবে, তেন্তে স্বৰ্গৰপৰা তৃষ্ণাতুৰ পৃথিৱীত সুন্দৰ বৰষুণ সৰাদি আপোনালোকৰ তুলাপাতত সৎ লেখাৰ সৃষ্টি হ'ব। মনত ৰাখিব নাৰী আপোনালোকৰ স্ত্ৰী হোৱাৰ আগতে আপোনালোকৰ আই আছিল। ......শাৰীৰিক সৌন্দৰ্যৰ নিখুঁত বৰ্ণনা সাহিত্যৰ জানো আৱশ্যকীয় অঙ্গ?"

গান্ধীজীয়ে নাৰীক মুক্ত প্ৰণয়ী বা দেহবিলাসিনীৰ ৰূপত চাব নোৱাৰিছিল। তেওঁ অসতৰ মাজতো সৌন্দৰ্য দেখা নাছিল। টলষ্টয় আৰু তেওঁ উভয়েই গণসাহিত্যলৈ মধ্যযুগৰ ধৰ্মীয় সাহিত্যৰ সাৰ্বজনীনতা আৰু পবিত্ৰতা ঘূৰাই আনিবলৈ চেষ্টা কৰিছিল। অৱশ্যে এইটোৱেই গান্ধীৰ একমাত্ৰ উদ্দেশ্য নাছিল। তেওঁৰ মূল সূত্ৰ হ'ল সত্যৰ ভেটিত সাহিত্য আৰু কলাৰ সৃষ্টি কৰা। এই সত্যৰ ভিতৰত জনসাধাৰণৰ সাহিত্য সৃষ্টিও সোমাই পৰিছে। গান্ধীজীয়ে সাৰ্বজনীন আৰু মহৎ সাহিত্য ৰচনা কৰাৰ ওপৰত অধিক জোৰ দিছিল। তেওঁ শৃঙ্গাৰ ৰসৰ প্ৰতি বিৰাগ হোৱাৰ মূলতে সমসাময়িক সাহিত্যৰ কিছুমান লক্ষ্যহীন ৰচনাও দায়ী নোহোৱা নহয়।

গান্ধীজীৰ সাহিত্য আৰু কলাৰ বিচাৰ তেওঁৰ জীৱন-দৰ্শনৰ অঙ্গ মাথোন। তেওঁৰ জীৱনত সকলো বিষয়ৰে এটা সমন্বয় ৰচিত হৈছিল। তেওঁৰ অন্তৰ আৰু বাহিৰ, সাধ্য আৰু সাধন, চিন্তা আৰু কৰ্ম, মুহূৰ্ত আৰু অনন্ত, সকলোবোৰ বীণাৰ তাঁৰৰ দৰে সমানে আৰু একেলগে বাজি উঠিছিল। প্ৰকৃত পক্ষে তেওঁ আছিল জীৱন-শিল্পী। জীৱন-কলাৰ তেওঁ সাধনা কৰিছিল আৰু মৃত্যুৰ সময়লৈকে সেই কলাৰ সাধনা অব্যাহত আছিল। বাৰ্নাৰ্ড শ্বই ১৯৩১ চনত লণ্ডনত লগ পাওঁতে তেওঁক 'Mahatma minor' বুলি ক'বলৈ বাধ্য হৈছিল। বাতৰি কাকতৰ প্ৰতিনিধিয়ে তেওঁক মহাত্মাৰ কথা সোঁধোতে শ্বই কৈছিল, "Impression of Gandhi ! You might well ask one to give his impression of the Himalayas।" অধ্যাপক এডোৱাৰ্ড টমছনে কৈছিল, "The conviction came to me that not since Socrates has the world seen Gandhi's equal for absolute self-control and composure." নেহৰুৱে তেওঁক "নিখুত শিল্পী" বুলি অভিহিত কৰিছিল। লোহিয়াই কৈছিল, জীৱনত খালি তেওঁ এজন নিখুত মানুহকহে লগ পাইছিল। আমি গান্ধীৰ মাজত যিবোৰ বিপৰীত গুণৰ সমাবেশ দেখিছিলোঁ, সেইবোৰৰ মাজত তেওঁ এটি ঐক্য প্ৰতিষ্ঠা কৰিছিল। মই ১৯৪৬ চনত তেওঁক এবাৰ মাথোন দেখিছিলোঁ চোদপুৰ আশ্ৰমত। মানুহজন প্ৰাৰ্থনা সভালৈ আহিছিল। বৰ খৰ খোজ। ব'বৰ যেন সময় নাই। এই বেগ কিয়? প্ৰত্যেক মুহূৰ্তটোকে তেওঁ অনন্তৰ বুকুত গাথি দিবলৈ বিচাৰিছিল। তেওঁৰ চাৰিওফালে আছিল জনতা। দিল্লীত এজন কৰিয়ে কৈছিল: "ভাৰত এৰা"; এই দুটা সামান্য শব্দ। কিন্তু এই শব্দ

দুটাই জাতিৰ মৰ্মবাণী ব্যক্ত কৰিছিল। আমি কাব্যিক জগতত কেতিয়াবা তেনে শব্দৰ অধিকাৰী হ'ব পাৰিমনে?" ৰবীন্দ্ৰনাথেও আন কি সমগ্ৰ জনতাৰ মৰ্মবাণী প্ৰকাশ কৰিব পৰা নাছিল বুলি শেষ কালত দুখ কৰি গৈছিল। এটা জাতিৰ পৰমাত্মাৰ লগত সম্পূৰ্ণৰূপে এক হৈ যাব নোৱাৰিলে এনে শক্তিৰ অধিকাৰী হোৱা নাযায়।

গুৱাহাটীত এবাৰ ডাঃ ৰামমনোহৰ লোহিয়াই অসমীয়া শিল্পী-সাহিত্যিক-সকলক লগ পাইছিল। গান্ধীজীৰ ভাষাৰ মহত্ত্বৰ সম্পৰ্কে তেওঁ এটি মন্তব্য কৰিছিল। কিছুমান নেতা সম্পূৰ্ণৰূপে জনতাৰ আৰু তেওঁলোকে সৰল সহজ ভাষাত মহৎ ভাব প্ৰকাশ কৰে। এনে এজন নেতা হ'ল গান্ধী। আন এজনবো তেওঁ নাম কৈছিল। তেওঁ হ'ল লেনিন। প্ৰকৃত পক্ষে গান্ধীজীৰ ৰাজনৈতিক লিখনিবোৰ আদৰ্শ ৰাজনৈতিক সাহিত্য। কিন্তু এই সম্পৰ্কে আলোচনা কৰা ইয়াত সম্ভৱ নহয়।*

---

* এই প্ৰবন্ধত গান্ধীজীৰ লিখনিৰ যিবোৰ ভাঙনি দিয়া হৈছে, সেইবিলাক সুন্দৰ বুলি দাবী নকৰোঁ। কিন্তু অনুবাদত গান্ধীজীৰ মূল ভাবৰ বিকৃতি ঘটা নাই বুলিয়েই মোৰ ধাৰণা।—লিখক।


এই প্ৰবন্ধ ৰচনা কৰোঁতে তলত দিয়া গ্ৰন্থসমূহৰ সহায় লোৱা হৈছে :

১ *Mahatma*—D. G. Tendulkar. (Vols 1, 2, 3, 4·8)

২ গান্ধী-কথামৃত—কৃষ্ণা কৃপালনী ( অনুবাদ—অমিয়কুমাৰ দাস )

৩ *Gandhi's View of Life*—Chandrashankar Sukla

৪ *Maxim Gorky—Writer, Tribune, Humanist*
(Soviet Land Booklets)

৫ *The October Revolution And The Arts*—Yuri Dargdov

৬ *Sankara's Teachings In His Own Words*—Swami Atmananda

৭ *Literary Criticism—A Short History*—
William K Wimsalt, Jr. & Cleanth Brooks

# গান্ধীজীৰ সপোন 'ৰামৰাজ্য'

ৰবীন কাকতী

গান্ধীজীৰ কল্পনাৰ 'ৰামৰাজ্য'ৰ অৰ্থ কি আৰু সেই 'ৰামৰাজ্য' কেনে-ধৰণৰ ৰাষ্ট্ৰ হ'ব সেই বিষয়ে গান্ধীজীয়ে মাৰ্ক্স বা অন্যান্য ৰাজনৈতিক চিন্তানায়কসকলৰ দৰে ইয়াৰ অৰ্থনৈতিক, সমাজনৈতিক বা ৰাজনৈতিক নিৰ্দিষ্ট সূত্ৰ বা মতবাদ লিপিবদ্ধ কৰি থৈ যোৱা নাই। তেখেতৰ 'ৰামৰাজ্য'ৰ স্বৰূপ বুজিবলৈ হ'লে গান্ধীজীৰ চিন্তা, কাৰ্য আৰু তেখেতে বিভিন্ন সময়ত 'ইয়ং ইণ্ডিয়া', 'হৰিজন' আদি কাকতত লিখা আৰু প্ৰাৰ্থনা-সভাত কোৱা কথাবোৰ অধ্যয়ন কৰি চালেহে তেখেতৰ 'ৰামৰাজ্য'ৰ কল্পনা কি তাৰ সূত্ৰ ধৰিব পৰা হয়। বহুতৰে মনত এনে ধাৰণা হয় যে গান্ধীজীৰ 'ৰামৰাজ্য' বৰ্তমান প্ৰগতিৰ পথত ধাৱমান যুগৰ কথা নহয়; ই সেই মান্ধাতাকালৰ সামন্তযুগীয় কথাহে।

গান্ধীজীৰ মৃত্যুৰ আজি ২১ বছৰ পাৰ হৈ গ'ল। জন্মশতাব্দী উৎসৱ পালনৰ আজি বিশ্বজোৰা আয়োজন; কিন্তু এই ২১ বছৰৰ ভিতৰতে বা তেখেতৰ মৃত্যুৰ পিচতেই তেখেতৰ কল্পিত 'ৰামৰাজ্য' ইতিকিং আৰু ব্যঙ্গ-সূচক বাক্য হৈ পৰিছে। ডাঙৰ কংগ্ৰেছী নেতাসকলো এই 'ৰামৰাজ্য'ত কিমান বিশ্বাসভাজন বা আস্থাবান আছিল সিও সন্দেহজনক বিষয় হৈ পৰিছে। নিৰ্বাচনৰ সময়ত কংগ্ৰেছী কৰ্মী এচামৰ মুখত সঘনে 'ৰামৰাজ্য'ৰ ধ্বনি সভাই-সমিতিয়ে, ঘাটে-বাটে শুনা গৈছিল; সিও ক্ৰমে ক্ষীণৰপৰা ক্ষীণতৰ হৈ অহাটো লক্ষ্য কৰা যায়।

গান্ধীজীয়ে তেখেতৰ কল্পিত 'ৰামৰাজ্য' স্থাপনৰ বাবে যাক উত্তৰাধিকাৰী মনোনীত কৰি গৈছিল, সেই নেহৰুজীৰো 'ৰামৰাজ্য' বা আদৰ্শ ৰাষ্ট্ৰৰ ওপৰত কিমান বিশ্বাস বা আস্থা আছিল ভালকৈ চালি-জাৰি চালে সিও সন্দেহজনক হৈ পৰে। নেহৰুৱে 'ৰামৰাজ্য'ৰ বিষয়ে তেনে কোনো আলোচনা বা ফলপ্ৰসূ কাৰ্য-পদ্ধতিৰ বিষয়ে আলোচনা কৰা কমেই দেখা

গৈছিল। জগতৰ ইতিহাসে কয় যে এটা আদৰ্শই প্ৰতিষ্ঠা লাভ কৰে আদৰ্শ প্ৰৱৰ্তকৰ যোগেদি নহয়, তেখেতৰ যোগ্য উত্তৰাধিকাৰী বা প্ৰধান শিষ্যসকলৰ যোগেদিহে। যীশুৰ আদৰ্শ জগতত প্ৰতিষ্ঠিত হ'ল তেখেতৰ মৃত্যুৰ পিচত প্ৰধান শিষ্যবৰ্গৰ যোগেদিহে। বৌদ্ধধৰ্মই জগতত প্ৰসাৰ লাভ কৰিছিল অশোক আৰু অন্যান্য শিষ্যসকলৰ যোগেদি। মাৰ্ক্সৰ আদৰ্শই প্ৰতিষ্ঠা লাভ কৰিলে লেনিন প্ৰমুখ্যে অনুগামীসকলৰ জৰিয়তে। কিন্তু গান্ধীজীৰ 'ৰামৰাজ্য'ৰ যিসকলৰ ওপৰত বাস্তৱত ৰূপ দিয়াৰ দায়িত্ব আছিল, সেইসকলৰে ইয়াৰ ওপৰত বিশ্বাস বা আস্থা নথকাৰ কাৰণে যি সাধনা আৰু দৃঢ়তাৰ প্ৰয়োজন সেই দৃঢ়তাৰ অভাব দেখা গ'ল। বৰ্ত্তমান বৈজ্ঞানিক যুগত পশ্চিমীয়া সভ্যতা, ৰাজনীতি আৰু অৰ্থনীতিৰ দ্বাৰা প্ৰভাৱিত ভাৰতীয় ডেকা-গাভৰুসকলৰ মনত 'ৰামৰাজ্য' কথাটো মান্ধাতা আমোলৰ যেন লাগিব আৰু ডেকা-গাভৰুসকল 'ৰামৰাজ্য'ৰ প্ৰতি আকৃষ্ট নহ'ব; পণ্ডিত নেহৰুৱে বোধহয় এইদৰে ভাবি বা 'ৰামৰাজ্য' কথাটো এটা প্ৰতিক্ৰিয়াশীল চিন্তা বুলি নিজৰে ভাল নলগাত তেওঁ প্ৰথমতে ইয়াৰ বিজ্ঞান-সন্মত নামকৰণ কৰিলে 'কল্যাণকামী ৰাষ্ট্ৰ'। তাৰ পিচত পশ্চিমীয়া প্ৰগতিশীল মতবাদৰ লগত ৰজিতা খুৱাই দিয়া প্ৰথম নামটো পৰিবৰ্তন কৰি নতুন নাম দিলে 'সমাজবাদী আদৰ্শগামী ৰাষ্ট্ৰ' আৰু শেষত ভুবনেশ্বৰ কংগ্ৰেছত ৰামৰাজ্যৰ নবীনতম নাম দিয়া হয় 'সমাজবাদী গণতান্ত্ৰিক ৰাষ্ট্ৰ'। নেহৰু প্ৰমুখ্যে পশ্চিমীয়া সভ্যতা-সংস্কৃতিৰ গুণমুগ্ধ বা প্ৰভাৱিত লোকসকল 'ৰামৰাজ্য' শব্দটোৰ প্ৰতি 'এলাৰ্জিক' আছিল যেন অনুমান হয়। 'ৰামৰাজ্য'ৰ এনে নামাকৰণৰ অৰ্থ 'ৰামৰাজ্য'ৰ আত্মাকে হত্যা কৰা। 'ৰামৰাজ্য'ৰ মূল ভেটি হৈছে—ব্যক্তি-স্বাধীনতা, সমাজ আৰু ৰাষ্ট্ৰৰ আধ্যাত্মিক আৰু নৈতিক শক্তি। পশ্চিমীয়া গণতন্ত্ৰ আৰু সাম্যবাদত এনে আদৰ্শৰ অভাৱ।

গান্ধীজীৰ 'ৰামৰাজ্য' সামন্তযুগীয় প্ৰতিক্ৰিয়াশীল, অবাস্তৱ আদৰ্শনেকি এই বিষয়ে আলোচনা কৰা আৰু গান্ধীজীয়ে এই 'ৰামৰাজ্য'ত কেনে ধৰণৰ ৰাষ্ট্ৰৰ কল্পনা কৰিছিল সেই সম্পৰ্কে তেখেতে বিভিন্ন সময়ত কৰা উক্তি সংগৃহীত কৰি ৰাইজৰ আগত দাঙি ধৰা, এয়েই এই প্ৰবন্ধৰ আলোচ্য বিষয়। ইয়াৰ দ্বাৰা এইটো প্ৰমাণিত হ'ব যে গান্ধীজীৰ 'ৰামৰাজ্য'ৰ ৰাজনীতি, সমাজনীতি আৰু অৰ্থনীতি বৰ্তমান যুগৰ প্ৰগতিবাদীসকলৰ সাম্যবাদতকৈও বহুতো উচ্চ খাপৰ।

ৰত্নাকৰ দস্যুৰ মানসপুত্ৰ হৈছে 'ৰামৰাজ্য'। সেই যুগটোলৈ পশ্চাদ্-দৃষ্টি কৰিলে আমি দেখো যে সেই সময়ত আৰ্যসকলৰ ভিন্ ভিন্ ফৈদে ভাৰতলৈ অহাৰ এটা নিৰবচ্ছিন্ন প্ৰবাহ বৱলৈ ধৰিছিল। ইফালে দেশখনত আদিম অধিবাসী দ্ৰাবিড় আদি ফৈদবিলাক আছেই। আৰ্যসকলে আদিম অধিবাসীসকলক আঁতৰাই সেই ঠাইত নিজৰ বসতি স্থাপন কৰিব খোজোতেই উভয়ৰ মাজত সংঘৰ্ষৰ সৃষ্টি হয়, কিয়নো সুদূৰ অতীতৰপৰা অধিকাৰ কৰি থকা নিজৰ বাসভূমিক আদিম অধিবাসীসকলে সতকাই এৰি দিব খোজা নাছিল। এই সংঘৰ্ষৰ ফল স্বৰূপেই সমগ্ৰ দেশজুৰি সৃষ্টি হ'ল হত্যা, লুণ্ঠন, অনাচাৰ, অত্যাচাৰ আদি অমানুষিক কাৰ্যৰ। দেশৰ বাতাবৰণৰ কেউ-ফালেই কেৱল এটা ভয় আৰু বিভীষিকাৰ ভাৱ। মুঠতে ক'বলৈ গ'লে, সেই কালছোৱাত এনে হৈছিল যে যিয়েই পশুশক্তিত বলীয়ান তাৰেই আধিপত্য। সেই সমাজৰেই প্ৰতিভূ ৰত্নাকৰ দস্যু।

ৰত্নাকৰ আছিল দুৰ্দান্ত ডকাইত। মানুহক লুট কৰি ধনসম্পত্তি সংগ্ৰহ কৰাই আছিল তেওঁৰ ধৰ্ম। পাশবিক দুৰ্দান্ত শক্তিৰদ্বাৰা মানুহৰ মনত আতঙ্কৰ সৃষ্টি কৰি, সমাজৰ শৃঙ্খলা উলঙ্ঘা কৰি, ভয় সঞ্চাৰ কৰি ধন আৰু ক্ষমতাৰ গৰাকী হোৱা ৰত্নাকৰ দস্যুৰ জীৱনৰ আদৰ্শ আৰু লক্ষ্য। সমাজৰ এটা আতঙ্ক জীৱ—ধন ক্ষমতাৰ কাৰণে যিয়ে নীচৰপৰা নীচতৰ, জঘন্য, স্বেচ্ছাচাৰী কাম কৰিব পাৰে, সেই চিন্তাধাৰাৰে পৰিপুষ্ট সমাজৰ প্ৰতিভূ আছিল ৰত্নাকৰ দস্যু।

গৌতমৰ মনত যিদৰে মানুহৰ দুখ-কষ্ট, জৰাগ্ৰস্ত আৰু মৃত্যু-বিভীষিকাৰ প্ৰশ্নই জুমুৰি দি ধৰিছিল আৰু চিন্তা উপজিছিল—কেনেকৈ মানুহক সেইবোৰৰ পৰা মুক্ত কৰিব পৰা যায়, সেইদৰে সমাজৰ আতঙ্কস্বৰূপ বিভীষিকাবোৰে ৰত্নাকৰ দস্যুৰ মনত এটা প্ৰশ্ন উদয় কৰিলে—"মই কি? মোৰ চিন্তাধাৰাৰ কাৰ্য মানুহৰ কাৰ্যনে? পশু আৰু মোৰ ভিতৰত পাৰ্থক্য কি?" ৰত্নাকৰ দস্যুৰ মনত ক্ৰমে এই ভাৱ, এই চিন্তা আৰু এই প্ৰশ্ন প্ৰবল হৈ উঠিল। "ইটো মানুহৰ সমাজ নহয়, পশুৰ সমাজ,—কি হিচাপে ইয়াক মানুহৰ সমাজলৈ ৰূপান্তৰিত কৰা যায়? ৰাৱণৰ প্ৰভাৱগ্ৰস্ত সমাজক ৰাম (সুন্দৰৰ)ৰ প্ৰভাৱত বিকশিত সমাজলৈ ৰূপান্তৰ কৰা যায় কেনেকৈ?"—এই চিন্তাতে ৰত্নাকৰ মগ্ন হ'ল। ৰত্নাকৰ দস্যুৰ এনে চিন্তামগ্ন অৱস্থাত এদিন চকুত পৰিল তেওঁৰ দৰেই এজন মানুহে মৈথুনৰত অৱস্থাত থকা ৰাম-চৰাই এহালৰ

এটাক কাঁড় মাৰি হত্যা কৰিলে। গৌতম চিন্তামগ্ন হৈ থাকোঁতে যেনেকৈ জ্ঞানৰ পোহৰে হঠাতে দেখা দি গ'ল, ঠিক সেইদৰে ৰত্নাকৰ দস্যুৰ মুখৰপৰা আপোনা-আপুনি ওলাই আহিল :

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীসমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমৱধী কামমোহিতম্॥"

"ই কোন? কিয় ই এটা জঘন্য হৃদয়-বিদাৰক কাম কৰিলে?" ব্যাধৰ কাণ্ড দেখিলত তেওঁৰ মনত এনে প্ৰশ্ন কেতবোৰৰ উদয় হ'ল। উত্তৰো তেওঁ নিজেই বিচাৰি পালে : "ই মোৰ সমাজৰে এটা অংশ, এজন ব্যক্তি। মাংসৰ লোভ তাৰ, মাংস লাগে মুখৰ তৃপ্তিৰে উদৰ পূৰণ কৰিবলৈ, একমাত্ৰ লক্ষ্য মাংস-সংগ্ৰহ। অইনৰ সুখ-দুখ, যন্ত্ৰণা-বেদনা তাৰ বিবেচনাৰ কথা নহয়। কাৰণ তাৰ জীৱনৰ মূল লক্ষ্য হৈছে মাংস সংগ্ৰহ। এয়েই যদি মানুহৰ আদৰ্শ আৰু লক্ষ্য, তেনেহলে মানুহ আৰু পশুৰ পাৰ্থক্য ক'ত?"

ব্যক্তিৰ সমষ্টিয়েই হৈছে সমাজ বা ফৈদ বা জাতি। ব্যক্তিয়ে যেতিয়ালৈকে নিজক মানুহ হিচাপে চিনি নেপাব তেতিয়ালৈকে মানুহৰ সমাজ গঢ়ি উঠাৰ সম্ভাৱনা নাই, পশু-গুণ প্ৰভাৱিত সমাজহে হ'ব—য'ত ব্যক্তি-স্বাৰ্থক কেন্দ্ৰ কৰি যুঁজ, লুণ্ঠন, শোষণ, বৰ্বৰতা, স্বেচ্ছাচাৰিতা বিদ্যমান থাকিব। ব্যক্তিয়ে নিজক মানুহৰ গুণসম্পন্ন কৰিলেহে সমাজত সামাজিক চিন্তাধাৰা প্ৰবাহিত হ'ব। এই মূল সত্যক কেন্দ্ৰ কৰি ৰামায়ণ ৰচিত হ'ল—আদৰ্শ মানৱ, আদৰ্শ ব্যক্তি, আদৰ্শ ৰাষ্ট্ৰ, আদৰ্শ ৰাষ্ট্ৰনায়কৰ সন্ধানত। ৰাম নৌজন্মোতেই ৰামায়ণ ৰচিত হ'ল। ইয়াৰপৰা এই কথাই প্ৰমাণ কৰে যে 'ৰাম' বা 'ৰামৰাজ্য' বাল্মীকিৰ কল্পিত বস্তু। ইয়াৰ সৃষ্টি হ'ল সেই সময়ৰ দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক, সমাজনৈতিক পাৰিপাৰ্শ্বিক অৱস্থাক কেন্দ্ৰ কৰি। ৰত্নাকৰ দস্যু হৈ পৰিল বাল্মীকি ঋষি। তেওঁৰ এই সত্য উপলব্ধি হ'ল—ব্যক্তিৰ সমষ্টিয়েই হৈছে সমাজ, সমাজৰে সৃষ্টি ৰাষ্ট্ৰ বা ৰাজ্য। গতিকে মূল হৈছে ব্যক্তি; ব্যক্তিৰ চিন্তাধাৰা আৰু নৈতিকতাৰ ওপৰত নিৰ্ভৰ কৰে সমাজৰ বা ৰাষ্ট্ৰৰ ব্যৱস্থা। সমাজৰ ব্যক্তি যদি চোৰ মনোবৃত্তিৰ হয়, দুৰ্নীতি-পৰায়ণ হয়, হিংসুক ভাবাপন্ন হয়, তেন্তে সমাজ তেনে প্ৰবৃত্তি-প্ৰধান হ'ব আৰু ৰাষ্ট্ৰৰ মুৰব্বীও ৰাৱণ হ'ব। 'ৰামৰাজ্য'ৰ মূল ভেটি হৈছে—সুন্দৰ ব্যক্তি, সুন্দৰ সমাজ, সুন্দৰ ৰাষ্ট্ৰনায়ক, সুন্দৰ ৰাষ্ট্ৰ।

গান্ধীজীয়ে তাৰেই পুনৰাবৃত্তি কৰিছে। গান্ধীজীৰ 'ৰামৰাজ্য'ৰ ঘাই

শিপা হৈছে ব্যক্তি। প্ৰত্যেক ব্যক্তিয়ে সমাজৰ এটা অঙ্গ—এই দৃষ্টিকোণৰপৰা প্ৰতিজন লোকে নিজৰ দৈনন্দিন কথাত চিন্তা আদি সকলোকে সমাজ-কেন্দ্ৰী কৰি গঢ় দিয়াটোতে তেওঁ জোৰ দিছিল। ব্যক্তিগত নৈতিক চৰিত্ৰ উচ্চস্তৰৰ আৰু পবিত্ৰ হলেহে সমাজত শোষণ, অত্যাচাৰ দুৰ্নীতি, স্বেচ্ছাচাৰিতা অক্ষমতাৰ কাৰণে ৰক্তপাত সংঘৰ্ষ—এইবোৰ মানুহৰ সমাজৰপৰা অন্তৰ্ধান হোৱা সম্ভৱ। ব্যক্তিৰ নৈতিক চৰিত্ৰ উচ্চ নহলে সমাজ বা জাতীয় চৰিত্ৰ আৰু চিন্তাধাৰা উচ্চ হব নোৱাৰে আৰু ৰাষ্ট্ৰৰ আইন-কানুন ভাল হ'লেও মানুহে সেইবিলাক নিজৰ অভিলাষ কামনা পূৰণৰ কাৰণে উলঙ্ঘা বা সমাজত বিশৃঙ্খলা সংঘৰ্ষ শোষণ ইত্যাদি হৈ থাকিব। গতিকে আদৰ্শ ৰাষ্ট্ৰ সম্ভৱপৰ নহয়। সেই কাৰণে গান্ধীজীৰ ৰামৰাজ্যৰ প্ৰথম খোপতে হৈছে ব্যক্তি। ৰাষ্ট্ৰৰ প্ৰতিজন মানুহৰ ব্যক্তিত্বৰ উন্নতিকৰণৰ উদ্দেশ্যে গান্ধীজীয়ে নানা ঠাইত নিজৰ বাণী প্ৰচাৰ কৰি গৈছে। যেনে, "আত্মশাসনেই সঁচা বা আচল স্বৰাজ। ই মোক্ষ বা মুক্তিৰ সমতুল্য।" [ 'ইয়ং ইণ্ডিয়া', ৮৷১২৷২০ ]

"জনসাধাৰণৰ স্বৰাজ মানে ব্যক্তিৰ আত্মশাসনৰ সামগ্ৰিক ৰূপ।" [ 'হৰিজন', ২৯৷৩৷৩৯ ]

"ব্যক্তিৰ গুণ হ'ব লাগিব সত্য, অহিংসা, অপৰিগ্ৰহ, অস্বাদ, স্বদেশীভাবনা, অস্পৃশ্যতা, সৰ্বধৰ্মসমন্বয়, অমানিত্ব ( অভিমানশূন্যতা ), ব্ৰহ্মচৰ্য, অভয়, সৰ্বত্ৰ ভয়-বৰ্জন—এই এঘাৰ গুণসম্পন্ন।"

"স্বায়ত্ত-শাসন সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰে চূড়ান্ত বিপদৰ বিপক্ষে থিয় দিব পৰা ব্যক্তিৰ আভ্যন্তৰীণ শক্তি আৰু সামৰ্থ্যৰ ওপৰত।"

তেখেতে ভাৰতৰ শাসন ক্ৰমে কেন্দ্ৰীভূত হৈ পৰালৈ লক্ষ্য কৰি কৈছিল, "মই চৰকাৰৰ ক্ষমতাৰ ক্ৰমবৃদ্ধিৰ প্ৰতি বৰ ভয়েৰে লক্ষ্য কৰিছোঁ, কাৰণ যদিও ই শোষণ হ্ৰাস কৰি ভাল কামকে কৰিছে তথাপি মানৱৰ সকলো দিশৰ প্ৰগতিৰ ঘাই খুটা ব্যক্তিত্ব ধ্বংস কৰি ই মাৰাত্মক বিপদৰ সৃষ্টি কৰিছে। চৰকাৰে নিজ ইচ্ছাৰে আৰু সঙ্ঘবদ্ধভাৱে হিংসাক প্ৰশ্ৰয় দিছে। ব্যক্তিৰ আত্মা আছে, কিন্তু চৰকাৰ যন্ত্ৰবিশেষ মাথোন। হিংসাতেই ইয়াৰ অৱস্থান, সেয়ে চৰকাৰ হিংসানীতিৰপৰা আঁতৰি আহিব নোৱাৰে।"

গান্ধীজীয়ে এই সত্য উপলব্ধি কৰিছিল যে স্বাধীন ভাৰতৰ কাৰণে আটাইতকৈ ডাঙৰ কথা হৈছে জাতীয় চৰিত্ৰ গঠন। জাতীয় চৰিত্ৰ নিৰ্ভৰ কৰে ব্যক্তিৰ চৰিত্ৰৰ ওপৰত। সেই কাৰণেই কংগ্ৰেছ-কৰ্মী আৰু বিভিন্ন

গঠনমূলক কৰ্মীসকলৰ নৈতিক চৰিত্ৰ আৰু শৃঙ্খলা বা নিয়মানুবৰ্তিতাৰ ওপৰত তেখেতে বেছি জোৰ দিছিল—যাতে কেৱল স্বাধীনতা সংগ্ৰামৰ কৰ্মীয়েই নহয়, জাতিৰ নৈতিক চৰিত্ৰ, জাতিৰ নিয়মানুবৰ্তিতা, শৃঙ্খলা ৰক্ষা আদি বিষয়ত কৰ্মীসকলে নেতৃত্বৰ দায়িত্ব বহন কৰিব পাৰে।

ওপৰত কৈ অহা হৈছে, বাল্মীকি ঋষিৰ মূলকথা আছিল সুন্দৰ ব্যক্তি, সুন্দৰ ব্যক্তিৰ সমষ্টি, সুন্দৰ সমাজ, সুন্দৰ সমাজৰ সৃষ্টি, সুন্দৰ ৰাষ্ট্ৰ শাসন বা ৰাষ্ট্ৰনায়ক। এই মূল সত্যই আছিল গান্ধীজীৰ 'ৰামৰাজ্য'ৰ সপোন। আজি আমাৰ সকলো ক্ষেত্ৰতে যি বিপৰ্যয় আৰু নৈতিক অধঃপতন ঘটিছে তাৰ মূলতে জানো ব্যক্তিৰ নৈতিক চৰিত্ৰৰ অধঃপতনেই নহয়? দেশৰ নেতৃস্থানীয় সমাজৰ মুৰব্বীসকলৰ ব্যক্তিগত নৈতিক চৰিত্ৰৰ অধঃপতনৰ ফলতেই জাতীয় চৰিত্ৰ নীচ পৰ্যায়লৈ যোৱা নাই জানো? ইয়াৰ মূলত জানো মুখৰ আৰু মনৰ তৃপ্তিৰ কাৰণে সেই ব্যাধৰ মাংস সংগ্ৰহৰ ভাৰত আত্মহাৰা হৈ মিথুন-অৱস্থাত ৰাম-চৰাই হত্যা কৰাৰ দৰেই আজি আমাৰ সমাজৰ অৱস্থা নহয়? আজি আমি সকলো সংগ্ৰহৰ ভাৰত বলিয়া।

ৰামচন্দ্ৰৰ ৰাৱণ-ধ্বংস অভিযানৰ সহায় সাৰথি আছিল বনৰ সাধাৰণ প্ৰাণী বানৰ আৰু ভালুক। শক্তিৱন্ত কোনো ৰজা-মহাৰজাৰ সহায় তেওঁ লোৱা নাছিল। বিশ্বাস স্থাপন কৰিছিল পদদলিত শোষিতসকলৰ সততা আৰু ঐকান্তিকতাৰ ওপৰত। ইফালে অস্ত্ৰহীন হাতেৰে বৃটিছৰ বিৰুদ্ধাচৰণ কৰিবলৈ, তেওঁলোকক ভাৰতৰপৰা খেদি পঠাবলৈ গান্ধীজীৰ শক্তিৰ উৎস কি? শক্তিৰ উৎস তেওঁৰ নৈতিক চৰিত্ৰ আৰু অস্ত্ৰ-বস্ত্ৰহীন কোটি কোটি বুভুক্ষ জনতা। গান্ধীজীয়ে অকল ইংৰাজৰ বিৰুদ্ধেই যুঁজা নাছিল, ইংৰাজ শাসনকেই বেয়া বুলি কটু সমালোচনা কৰা নাছিল, গান্ধীজীয়ে থিয় দিছিল সমাজৰ শোষণ, দুৰ্নীতি, স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে, নৈতিক চৰিত্ৰহীনতাৰ বিৰুদ্ধে। তেওঁ যুঁজিছিল সমাজৰ অন্ধবিশ্বাসৰ বিৰুদ্ধে।

সমাজত বিৰাজ কৰা এই অন্ধ বিশ্বাস, কুসংস্কাৰ, গোড়ামি, শোষণ, অন্যায়সমূহেই ৰাৱণ। যদি এইবোৰ নিৰ্মূল কৰিব পৰা নেযায়, তেনেহলে ইংৰাজৰ শাসনৰপৰা ভাৰত মুক্ত হৈ স্বাধীন ভাৰত হ'লেও দেশত সুন্দৰ ৰাষ্ট্ৰ 'ৰামৰাজ্য' সৃষ্টি হব নোৱাৰে বুলি গান্ধীজীয়ে অন্তৰ্দৃষ্টিৰে বুজি পাইছিল। সেইবাবেই তেওঁ ভাৰতৰ অৰ্দ্ধাহাৰী শোষিত সুপ্ত জনতাক উদ্বুদ্ধ কৰিছিল শাসন আৰু শোষণৰূপী ৰাৱণৰ বিৰুদ্ধে। গান্ধীজীৰ বিভিন্ন সময়ৰ

ৰচনাৰ উদ্ধৃতিয়ে তেখেতৰ কল্পিত 'ৰামৰাজ্য'ৰ এটা সুস্পষ্ট ধাৰণা আনি দিয়ে।

ৰাষ্ট্ৰৰ ৰাজনৈতিক আদৰ্শ কেনে হোৱা উচিত সেই সম্পৰ্কে গান্ধীজীয়ে কৈছিল ঃ

"মোৰ মতে ৰাজনৈতিক ক্ষমতা লাভেই চূড়ান্ত লক্ষ্য নহয়; ই মানুহৰ জীৱন যাত্ৰাৰ সকলো পথ সুগম কৰি লোৱাৰ এটা উপায়হে মাথোন। ৰাজনৈতিক ক্ষমতা মানে যদি জাতীয় প্ৰতিনিধিৰ যোগেদি নিয়মিত স্তৰত জাতীয় জীৱন নিখুঁতভাৱে আত্মনিয়ন্ত্ৰিত হয়, তেতিয়াহ'লে প্ৰতিনিধিত্বৰ আৱশ্যকেই নহয়। তেনে অৱস্থাত মাৰ্জিত সন্ত্ৰাসবাদ উদ্ভৱ হয়। এনে অৱস্থাত প্ৰত্যেকেই প্ৰত্যেকৰ শাসক হয়। এই পৰিবেশত প্ৰত্যেকে নিজকে এনেভাৱে শাসন কৰে যে তেওঁ কেতিয়াও প্ৰতিবেশীৰ অন্তৰায় নহয়। গতিকে আদৰ্শ ৰাষ্ট্ৰত ৰাজনৈতিক ক্ষমতা নাই, কাৰণ চৰকাৰ বুলি এটা কথা তাত নাথাকেই। কিন্তু এই আদৰ্শ জীৱন কালত সম্পুৰ্ণৰূপে লাভ কৰিব নোৱাৰি। গতিকে থোৰোৰ বিখ্যাত সংজ্ঞাকেই অৱলম্বন কৰি ক'ব লাগিব যে যি চৰকাৰে অতি ন্যূনতম শাসন কৰে সেয়েই শ্ৰেষ্ঠ চৰকাৰ।" [ 'ইয়ং ইণ্ডিয়া', ২।৭।৩১ ]

স্বাধীনতা বা স্বৰাজৰ কাৰণে গান্ধীজীয়ে জনতাক লৈ সংগ্ৰাম কৰিছিল। কেনে ধৰণৰ স্বৰাজৰ কথা গান্ধীজীয়ে ভাবিছিল? তেখেতৰ নিজৰ ভাষাত কবলৈ হ'লে, "স্বৰাজ মানে মই বুজো দেশৰ প্ৰগতিত শাৰীৰিক শ্ৰমৰ অবদান দিয়া থলুৱা আৰু ডমিচাইল্ড সাবালক মুনিহ আৰু তিৰোতাই ভোটাধিকাৰৰ যোগেদি নিৰ্বাচন কৰি দিয়া প্ৰতিনিধিসকলেৰে গঠিত ভাৰত চৰকাৰ। মই দেখুৱাবলৈ ইচ্ছা কৰো যে মুষ্টিমেয় এটা দলে কৰ্তৃত্ব পালেই প্ৰকৃত স্বৰাজ নাহে; কিন্তু ক্ষমতাত অধিষ্ঠিতসকলৰ দ্বাৰা ক্ষমতাৰ অপপ্ৰয়োগ হ'লে সকলোৱে মাৰ বান্ধি সেই কৰ্তৃত্বৰ বিপক্ষে থিয় দিবপৰা ক্ষমতাহে প্ৰকৃত স্বৰাজ। ভাষান্তৰত ক্ষমতাধিষ্ঠসকলক নিয়ন্ত্ৰিত আৰু উপযুক্ত স্তৰত ৰখাৰ ক্ষমতা-জ্ঞান জনসাধাৰণক শিকাই-বুজাই ল'লেহে প্ৰকৃত স্বৰাজ পোৱা হব।" [ 'ইয়ং ইণ্ডিয়া', ২৭।১।২০ ]

তেখেতে আকৌ কৈছে: "ইংৰাজক খেদি পঠোৱা মানেই প্ৰকৃত স্বৰাজ নহয়। প্ৰকৃত স্বৰাজ মানে প্ৰত্যেক গঞা ৰাইজক শিকনি দিয়া যে তেওঁৰ দ্বাৰা নিৰ্বাচিত প্ৰতিনিধিৰ জৰিয়তে তেৱেঁই তেওঁৰ ভাগ্য-নিয়ন্তা, তেৱেঁই তেওঁৰ শাসক।" [ 'ইয়ং ইণ্ডিয়া', ১৩।২।২৫ ]

গান্ধীজীৰ মতে, ৰাজনৈতিক স্বাধীনতা মানে ব্রিটিছৰ 'হাউছ অব্ কমন্স' বা ৰাছিয়াৰ 'ছোভিয়েৎ শাসন' অথবা 'ফেচিষ্ট শাসন' নাইবা জাৰ্মানীৰ 'নাজী' শাসন নহয়, কিয়নো তেওঁলোকৰ শাসন প্রণালী তেওঁলোকৰ বাবেহে উপযোগী। আমাৰ শাসন প্রণালী হ'ব লাগিব আমাৰ গুজা বিধৰ। সেই ব্যৱস্থাক তেখেতে 'ৰামৰাজ্য' বুলি অভিহিত কৰিছে; অৰ্থাৎ পবিত্রতম নৈতিক কৰ্তৃত্বৰ ওপৰত জনসাধাৰণৰ স্বাধীনতা।

গান্ধীজীয়ে পশ্চিমীয়া পুঁজিপতিৰ দ্বাৰা প্ৰভাৱিত গণতন্ত্ৰ বা শাসন ব্যৱস্থা স্বাধীন ভাৰতৰ শাসন ব্যৱস্থাৰ কথা ভৱা নাছিল। তেখেতে 'সৰ্বহাৰা'সকলৰ বাবে মাৰ্ক্সবাদতকৈও উচ্চ পৰ্যায়ৰ শাসন ব্যৱস্থাৰ কথা ধাৰণা কৰিছিল। তেখেতে কৈছে: "মই সপোন দেখা স্বৰাজ হ'ল সৰ্বহাৰাৰ স্বৰাজ। ৰাজকোঁৱৰ আৰু চহকীসকলৰে সৈতে তুমি সমানে তোমাৰ জীৱনৰ প্ৰয়োজনীয়তাখিনি ভোগ কৰিবলৈ পাব লাগিব। কিন্তু তাৰ অৰ্থ এয়ে নহয় যে তেওঁলোকৰ দৰে তুমিও এটা কাৰেং সাজি লবা। সেইবোৰ আনন্দৰ সামগ্ৰী নহয়। তুমি-মই সেইবোৰৰ বুকুত হেৰাই যাম। কিন্তু এজন চহকী মানুহে জীৱন ধাৰণৰ বাবে যিখিনি সুবিধা সাধাৰণতে ভোগ কৰে সেইখিনি তুমিও পাব লাগিব। মই নিশ্চিত যে যেতিয়ালৈকে এই সুবিধাবোৰৰ প্ৰতিশ্ৰুতি তুমি স্বৰাজৰপৰা নোপোৱা তেতিয়ালৈকে সেই স্বৰাজ পূৰ্ণ স্বৰাজ নহয়।" [ইয়ং ইণ্ডিয়া, ২৬৷৩৷২২]

গান্ধীজীৰ কল্পিত 'ৰামৰাজ্য'ৰ মূল ধৰণী হৈছে—একোখন স্ব-শাসিত স্বাৱলম্বী গাওঁ। সেই সম্পৰ্কে তেখেতে কৈছিল:

"গ্ৰাম্যস্বৰাজ সম্পৰ্কে মোৰ ধাৰণা এয়ে যে দৈনন্দিন জীৱন-যাত্ৰাত অতি প্ৰয়োজনীয় দ্ৰব্যসমূহৰ ক্ষেত্ৰত প্ৰতিবেশী গাৱঁৰপৰা ই সম্পূৰ্ণ মুক্ত হ'ব লাগিব আৰু প্ৰয়োজনীয় সকলো ক্ষেত্ৰতে ই সকলো গণ্ডীৰ পাশমুক্ত হ'ব লাগিব। প্ৰত্যেক গঞা ৰাইজৰে প্ৰথম কৰ্তব্য হ'ব খাদ্যৰ বাবে নিজা খেতি আৰু বস্ত্ৰৰ কাৰণে কপাহ উৎপাদন কৰা। প্ৰত্যেক গাঁৱৰ বাবে চৰণীয়া পথাৰ, খেল-ধেমালিৰ কাৰণে খেলপথাৰ সংৰক্ষিত থাকিব লাগিব। যদি অতিৰিক্ত মাটি থাকে তেনেহলে সেই মাটিত ভাং, ধপাত, আফু আদি মাদক দ্ৰব্য ব্যতিৰেকে আন খেতি কৰি ধন অৰ্জন কৰাৰ ব্যৱস্থা থাকিব। গঞা ৰাইজে প্ৰেক্ষাগৃহ, পঢ়াশালি আৰু ৰাজহুৱা হল একোটাইত স্থাপন কৰিব। সুৰক্ষিত নাদ, পুখুৰী আদিৰ যোগেদি বিশুদ্ধ পানী যোগানৰ

ব্যৱস্থা প্ৰত্যেক গাঁৱতে থাকিব। বুনিয়াদী শিক্ষাৰ শেহতীয়া পাঠ্যক্ৰম পৰ্যন্ত শিক্ষা বাধ্যতামূলক হ'ব। যিমানদূৰ সম্ভৱ প্ৰত্যেকটো কামেই সমবায় যোগে পৰিচালিত হ'ব। অস্পৃশ্যতা, জাতিভেদ আদি বৰ্তমান অৱস্থাত থকা ভেদাভেদ ভাব নেথাকিব। সত্যাগ্ৰহৰ আদৰ্শেৰে অহিংসা আৰু অসহযোগ প্ৰতিজন ৰাইজে অনুসৰণ কৰিব। সংৰক্ষিত পঞ্জীয়ন অনুসৰি গাওঁৰক্ষীৰ কৰ্তব্য প্ৰত্যেকজনে পাল পাতি কৰিব লাগিব। বছৰি এবাৰ গাঁৱৰ সাবালক মুনিহ-তিৰোতাই নিৰ্বাচন কৰি দিয়া ন্যূনতম শিক্ষিত পাঁচজন সদস্যই পঞ্চায়তৰ জৰিয়তে গাওঁ শাসন কৰিব। এই পঞ্চায়তৰ সৰ্বময় কৰ্তৃত্ব অব্যাহত থাকিব। যি কোনো গাওঁ আজিয়েই এনেদৰে স্বাধীন হ'ব পাৰে—কাৰোপৰা, আনকি চৰকাৰৰপৰাও বিশেষ বাধা তেওঁলোকে নেপায়। চৰকাৰনো কি—গঞা ৰাইজৰে আজিৰ চৰকাৰৰ সংযোগৰ মূল সূত্ৰ গাঁৱৰ ৰাজহ সংগ্ৰহতহে। ইয়াত মই প্ৰতিবেশী গাওঁসমূহৰ মাজৰ সম্পৰ্কে আৰু কেন্দ্ৰৰে সংযোগ বিষয়ক প্ৰশ্নৰো পৰীক্ষা কৰি চোৱা নাই। মোৰ উদ্দেশ্য গ্ৰাম্য চৰকাৰৰ এটা মোটামুটি বৰ্ণনা দিয়াটোহে। এই ব্যৱস্থাত ব্যক্তি-স্বাতন্ত্ৰ্যভিত্তিক নিখুত গণতন্ত্ৰ আছে। ব্যক্তিয়েহে তেওঁৰ নিজৰ চৰকাৰ গঢ়াৰ ভাস্কৰ। অহিংসা নীতিয়ে তেওঁক আৰু চৰকাৰক শাসন কৰে। তেওঁ আৰু তেওঁৰ গাওঁ এক হৈ বিশ্বশক্তিকো বোধ কৰিব পাৰে। প্ৰত্যেক গাঁৱতে এনে আইন থাকিব যে প্ৰত্যেকজন লোকে গাঁৱৰ সন্মান অটুট ৰাখিবলৈ চৰম ত্যাগ আনকি প্ৰয়োজন হ'লে মৃত্যুকো সাবটি ল'ব লাগিব।"

গাঁৱৰ পুনৰ সঞ্জীৱন সম্পৰ্কে গান্ধীজীয়ে তেখেতৰ অভিমত এনেদৰে দাঙি ধৰিছে :

"মই কওঁ—যদি ভাৰতৰ গাওঁসমূহ ধ্বংস হয় তেনেহলে ভাৰতবৰ্ষৰো পতন হ'ব ; ভাৰত আৰু ভাৰত হৈ নেথাকে। ভাৰতৰ নিজস্ব দৃষ্টিভঙ্গী বিশ্বৰ আগত হেৰাই যাব। শোষণৰ অন্ত পেলাব পাৰিলেহে গাওঁসমূহ পুনৰ সঞ্জীৱিত কৰি পৰা হ'ব। ব্যাপক উদ্যোগীকৰণে প্ৰতিযোগিতা আৰু বেচা-কিনা প্ৰৱেশ কৰি প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে গঞা ৰাইজক শোষণ কৰিব। গতিকে আমি গ্ৰামাঞ্চলৰ উৎপাদন প্ৰধানতঃ কৰিব লাগিব মাথোন নিজা ব্যৱহাৰৰ কাৰণে। গ্ৰামোদ্যোগে যদি এই বৈশিষ্ট্য অটুট ৰাখিব পাৰে তেনেহলে তেওঁলোকে আধুনিক যন্ত্ৰপাতি নিৰ্মাণ কৰিব বা

শিল্পত প্ৰয়োগ কৰাত আপত্তি নাই। কিন্তু সেই যন্ত্ৰপাতিৰ ব্যৱহাৰ আনক শোষণ কৰাৰ উদ্দেশ্যে ব্যৱহৃত হ'ব নেলাগিব।

"ব্যক্তিগতভাৱে মই এইটোও বিচাৰো যে চৰকাৰৰ হাতত ক্ষমতা কেন্দ্ৰীভূত কৰিব নেলাগে, কিন্তু চৰকাৰ হব লাগে এটা ন্যায়ৰ অনুৰূপ। মোৰ বোধেৰে চৰকাৰে কৰা হিংসাত্মক কাৰ্যতকৈ ব্যক্তিখণ্ডই কৰা হিংসাকাৰ্য কম ক্ষতিকাৰক। অৱশ্যে কেন্দ্ৰীকৰণ যদি অন্ততঃ অপৰিহাৰ্য হয় তেনেহলে মই ন্যূনতম ৰাষ্ট্ৰীয়কৰণহে সমৰ্থন কৰো।

"শক্তিৰ ভেটিত গঢ়ি উঠা চৰকাৰ মই নিবিচাৰো; স্বেচ্ছা-সংগঠিত শক্তি তাত লাগিবই।

"স্বশাসন মানে বিদেশী বা জাতীয় চৰকাৰৰ নিয়ন্ত্ৰণৰপৰা মুক্ত হৈ থকাৰ অবিৰত চেষ্টা। জনসাধাৰণে জীৱনৰ প্ৰত্যেকটো কথাকে যদি চৰকাৰে নিৰ্ণয় কৰি দিয়ালৈ চাই থাকে তেনেহলে স্বৰাজ চৰকাৰ অৰ্থহীন হৈ পৰিব।"

গান্ধীজীয়ে বিচাৰিছিল অৰ্থনৈতিক সমতা আৰু সম-বিতৰণ। কিন্তু শ্ৰেণী-সংঘৰ বা ৰক্ত-বিপ্লৱৰ দ্বাৰা এই ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ পক্ষপাতী নাছিল। গান্ধীজীয়ে অহিংস সত্যাগ্ৰহ আন্দোলনৰ যোগে সমাজৰ শুভ চিন্তা জাগ্ৰত কৰি এনে ব্যৱস্থা প্ৰতিষ্ঠিত কৰাটো সম্ভৱপৰ বুলি ভাবিছিল। এই সম্পৰ্কে তেখেতে বিভিন্ন সময়ত লেখা কেইটামান টোকা তুলি দিয়া হ'ল।

স্বাধীন ভাৰতৰ অৰ্থনৈতিক নীতি বা আদৰ্শ কেনে হোৱা উচিত বা হব লাগে সেই সম্বন্ধে গান্ধীজীয়ে বিভিন্ন সময়ত কৰা তেখেতৰ উক্তিৰ সমালোচনা কৰি চালে ই পৰিষ্কাৰ হৈ পৰে যে তেখেত একনায়কত্ববাদী সাম্যবাদ বিৰোধী আছিল; তেখেতে সকলো ধৰণৰ শোষণৰ বিৰোধী আছিল, ব্যক্তি-স্বাধীনতা অক্ষুণ্ণ ৰাখি উচ্চ পৰ্যায়ৰ এক অৰ্থনৈতিক ব্যৱস্থাৰ কথা ভাবিছিল।

## অৰ্থনৈতিক আদৰ্শ

"প্ৰতিজন লোকৰে জীয়াই থকাৰ অধিকাৰ আছে। গতিকে তেওঁ-লোকে আশ্ৰয় লবলৈ এটা ঘৰ, লজ্জা নিবাৰণৰ বাবে বস্ত্ৰৰ ব্যৱস্থা কৰি লোৱাৰ অধিকাৰো আছে।

"অৰ্থনৈতিক সমতা হ'ল অহিংস স্বাধীনতাৰ মুখ্য পথ। অৰ্থনৈতিক সমানতাৰ কাৰণে কাম কৰা মানে পুঁজিবাদী আৰু সৰ্বহাৰাৰ মাজত চলি

অহা চিৰন্তন সংঘৰ্ষৰ ওৰ পেলোৱা। তাৰমানে দেশৰ সম্পদসমূহ গচ্ছিত কৰি ৰখা মুষ্টিমেয় ধনী শ্ৰেণীক এহাতে তললৈ নমাই অনা আৰু আনহাতে অৰ্দ্ধাহাৰী, অৰ্দ্ধনগ্ন কোটি কোটি জনতাক ওপৰ স্তৰলৈ তুলি নি দুয়ো-টাৰে মাজত সমতা স্থাপন কৰা। যেতিয়ালৈকে ধনী আৰু বুভুক্ষ জনতাৰ মাজত চূড়ান্ত ব্যৱধান থাকিব তেতিয়ালৈকে অহিংস চৰকাৰ এটা স্পষ্টতঃ অসম্ভৱ হৈয়ে থাকিব। নতুন দিল্লীৰ ৰাজপ্ৰাসাদ আৰু সৰ্বহাৰাৰ জুপুৰী পঁজাৰ ব্যৱধান স্বাধীন ভাৰতত এদিন অস্ত পৰিব ; ধনীৰ দৰে গৰীৱসকলেও সমানে ক্ষমতা ভোগ কৰিব। ধনী শ্ৰেণীৰ হাতত থকা সম্পদসমূহ আৰু ক্ষমতাৰাজি যদি সমূহীয়া স্বাৰ্থৰ কাৰণে তেওঁলোকে স্বেচ্ছাই ত্যাগ নকৰে তেনেহলে এদিন ৰক্তক্ষয়ী বিপ্লৱ আৰু হিংসাত্মক কাৰ্য অনিবাৰ্য। যদিও বহুতে হাঁহি উৰুৱাই দিব খোজে তথাপি মই সম্পদসমূহ গচ্ছিত ৰক্ষাৰ দায়িত্ব ন্যাস এটাক দিয়াৰ কথাকে চিন্তা কৰি আহিছো। অৱশ্যে এইটোও সত্য যে এই লক্ষ্যত উপনীত হোৱাটো কষ্টকৰ। কিন্তু এই কষ্টকৰ পথ অতিক্ৰম কৰাৰ সঙ্কল্প আমি ১৯২০ চনতে গ্ৰহণ কৰিছো।" [ হৰিজন, ২৫।৮।৪০ ]

অৰ্জনৰ সমতা সম্পৰ্কে গান্ধীজীয়ে কৈছিল যে যদি বিশ্বৰ ঈৰ্ষাৰ পাত্ৰ হৈ স্বাধীন ভাৰতৰ জনসাধাৰণে আদৰ্শনীয় জীৱন নিৰ্বাহ কৰিব খোজে তেনেহলে ভাঙ্গী, ডাক্তৰ, উকীল, শিক্ষক, সদাগৰ আদি সকলোৱে সদ্‌ভাৱে দিনটোত কৰা কামৰ মজুৰি একে সমান পৰিমাণে পাব। ভাৰতীয় সমাজ এই লক্ষ্যত কাহানিও উপনীত হ'বগৈ নোৱাৰিব পাৰে ; কিন্তু প্ৰত্যেকজন ভাৰতবাসীয়ে সেই পথত আগবঢ়া উচিত।

ভাৰতৰ কোটি কোটি অৰ্দ্ধাহাৰী, অনাহাৰী দীন-দৰিদ্ৰৰ প্ৰতি আমাৰ কৰ্তব্য কি হোৱা উচিত সেই সম্বন্ধে গান্ধীজীয়ে কয় :

"ভাৰতত দিনত এখন ৰুটি আৰু এধানমান লোণেৰে মাত্ৰ এসাজ খাই সন্তুষ্ট হৈ থাকিবলগীয়া লোক আছে তিনি নিযুত। যেতিয়ালৈকে এই মানুহবোৰে প্ৰয়োজনীয় অন্ন-বস্ত্ৰ নেপায় তেতিয়ালৈকে তোমাৰ মোৰ কোনো সম্পত্তিৰ ওপৰত অধিকাৰ নাই। আমি কথাবোৰ ভালদৰে বুজি পাওঁতা-সকলে আমাৰ অভাৱ সকলোৰে লগত খাপ খুৱাই ল'ব লাগিব আৰু আনকি অভাৱগ্ৰস্তসকলৰ অন্ন-বস্ত্ৰৰ সংস্থান আৰু শুশ্ৰূষাৰ কাৰণে স্বেচ্ছাই দুই এসাজ লঘোণ দিবও লাগিব। তেনে কৰিলেই আমাৰ আকাঙ্খিত অৰ্থনৈতিক সমতা আশা কৰিব পৰা যায়।"

গান্ধীজীৰ দৃষ্টিত অৰ্থনৈতিক সমতা হ'ল :

"মোৰ লক্ষ্য সম-বিতৰণ, কিন্তু মই যিমানদূৰ উপলব্ধি কৰিব পাৰিছোঁ—এই লক্ষ্য প্ৰাপ্তি নহব। সেইকাৰণে মই সমানুপাতিক বিতৰণৰ অৰ্থে কাম কৰিছোঁ।" [ ইয়ং ইণ্ডিয়া, ১৭।৩।২৭ ]

আজিৰ ভাৰতে মুষ্টিমেয় এচাম লোকৰ মাজত পুঁজি সংৰক্ষণ কৰি ৰখাটো বিচৰা নাই। পুঁজি বিতৰণ এনেভাৱে হ'ব লাগে যাতে ১৯০০ মাইল দীঘ আৰু ১৫০০ মাইল পুতলৰ মহাদেশখনৰ ৭½ লাখ গাঁৱৰ গঞা ৰাইজে সহজে সেই পুঁজি পাব পাৰে।

স্থানান্তৰত তেখেতে আকৌ কৈছে যে উৎপাদনৰ শ্ৰেষ্ঠতম বিধিসমূহ উদ্ভাৱন কৰাতেই মাত্ৰ আমাৰ জাতীয় ক্ষমতা ঘনীভূত কৰিলে নহ'ব, উৎপাদন আৰু বিতৰণ দুয়োটা ব্যৱস্থাকেই শ্ৰেষ্ঠতম পৰ্যায়ত গঢ়ি তুলিব লাগিব।

গান্ধীজীৰ নিজৰ ভাষাত :

"মোৰ মতে, ভাৰত তথা বিশ্বৰ অৰ্থনৈতিক সংবিধান এনে হোৱা উচিত যাতে সেই সংবিধানৰ অন্তৰ্ভুক্ত কোনোৱে অন্ন-বস্ত্ৰৰ অভাৱত নপৰে। আন কথাত, প্ৰত্যেকজন লোকে তেওঁৰ সংসাৰ চলাই যাব পৰাকৈ অৰ্জন কৰিবলৈ যথেষ্ট কাম পাব লাগিব। এই আদৰ্শ বিশ্বজনীন হ'ব, যদিহে জীৱন নিৰ্বাহৰ প্ৰাথমিক সামগ্ৰীসমূহ উৎপাদনৰ দায়িত্ব থাকে সৰ্বসাধাৰণৰ ওপৰত। ঈশ্বৰৰ সৃষ্টিত বায়ু আৰু পানী যিদৰে সকলোৰে কাৰণে সমান, সেইদৰে উৎপাদিত সামগ্ৰীসমূহো সকলোৰে কাৰণে মুকলিভাৱে উভৈনদী হ'ব লাগিব, কোনেও কাকো শোষণ কৰাৰ সুৰুঙা তাত থাকিব নালাগিব। কোনো দেশ বা জাতি নাইবা এটা দলৰ হাতত উৎপাদন কেন্দ্ৰীভূত হৈ থকাটো অন্যায় বুলি বিবেচিত হ'ব। এই সাধাৰণ নীতিটো উলঙ্ঘা কৰাৰ ফলতেই বৰ্তমান অকল আমাৰ দুৰ্ভগীয়া দেশখনতেই নহয়, পৃথিৱীৰ অন্যান্য দেশতো বিড়ম্বনাৰ সৃষ্টি হব।" [ ইয়ং ইণ্ডিয়া, ১৫।১১।২৮ ]

গান্ধীজীৰ আদৰ্শ অনুসৰি ভাৰতত ভৱিষ্যতে এনে এখন সমাজ গঢ়ি তুলিব লাগিব য'ত ধনী আৰু দুখীয়াৰ বা বগা আৰু ক'লাৰ নাইবা স্বদেশ আৰু অন্য দেশৰ মাজত প্ৰভেদ নাথাকিব।

গান্ধীজীৰ বিৰুদ্ধে এটা ডাঙৰ অভিযোগ যে তেখেত যন্ত্ৰশিল্প আৰু যান্ত্ৰিক সভ্যতাৰ বিৰোধী। বহুতে ইতিকিঙৰ সুৰত কয়—গৰুগাড়ী যুগলৈ

উভতি যোৱা কথা কয় গান্ধীজীয়ে। যন্ত্ৰ-চালিত কাৰখানাৰ বিষয়ে তেখেতে লিখিছিল,

"মই নিজকে প্ৰায়ে প্ৰশ্ন কৰোঁ মই কাৰখানাৰ শিল্প ধ্বংস কৰিব খুজিছোঁনেকি ? যদি খুজিছোঁ, তেতিয়াহ'লে মই শুল্ক-কৰ ৰহিত কৰাবলৈ হেঁচা নিদিলোঁহেতেন। কল-কাৰখানাৰ উন্নতি মই বিচাৰোঁ; কিন্তু সেই উন্নতি দেশৰ মূৰত কঁঠাল ভাঙি খোৱা বিধৰ হ'ব নেলাগে। যদিহে দেশৰ স্বাৰ্থ ই দাবী কৰে যে কাৰখানাবোৰ উঠি যাব লাগে—নিৰ্বিকাৰভাৱে মই সেই দাবী সমৰ্থন কৰিম।" [ ইয়ং ইণ্ডিয়া, ২৪।২।২৭ ]

সামাজিক আদৰ্শৰ ভিত্তিত গান্ধীজীয়ে মৰ্যাদাৰ সমতাৰ ওপৰত সদায় জোৰ দিছিল; কিয়নো শ্ৰমৰ মৰ্যাদা দিবলৈ নিশিকিলে আদৰ্শ সমাজ গঢ়াটো অসম্ভৱ। তেখেতে কৈ গৈছে, "মই মৰ্যাদাৰ সমতা বিচাৰো। শ শ বছৰ জুৰি শ্ৰমজীৱিসকলক একাষৰীয়া কৰি নিম্নস্থানত ৰখা হৈছে। তেওঁলোকক আখ্যা দিয়া হৈছে শূদ্ৰ। 'শূদ্ৰ' শব্দটো ব্যৱহাৰ কৰা হৈছে নিম্নশ্ৰেণীক বুজাবলৈ। এটা তাঁতীৰ পুতেক, এটা খেতিয়কৰ ল'ৰা আৰু এজন শিক্ষকৰ সন্তানৰ মাজত মই পাৰ্থক্য ৰাখিব নোখোজোঁ।

"মই কাৰখানাৰ গৰাকীসকলক সততে সকিয়াই দি আছোঁ যে কল-কাৰখানাবোৰৰ একমাত্ৰ অধিকাৰী তেওঁলোকেই নহয়—তাত কাম কৰা বনুৱাসকলৰো সমান স্বত্ব আছে। সেইদৰে মই জমীদাৰসকলকো কওঁ যে তোমাৰ মাটিত তোমাৰ অধিকাৰ যিমান, ৰায়তৰ অধিকাৰো সিমানেই। তুমি ৰাজহৰ ধনবোৰ বিলাসিতাত উৰুৱাই নিদি ৰায়তৰ হিতকৰ কামত ব্যয় কৰা। যদি এবাৰ ৰায়তবোৰে বুজি উঠে যে তুমি তেওঁলোকৰ পৰিয়ালৰে এটা আৰু ৰায়তৰ নিৰাপত্তা তোমাৰ হাতত নিশ্চিত, তেনেহলে ৰায়তৰ সৈতে তোমাৰ সজ্ঘৰ্ষ কেতিয়াও নহয় আৰু শ্ৰেণী-সংগ্ৰামৰো তেতিয়া ওৰ পৰিব।"

প্ৰকৃত জাতীয় স্বাধীনতা কি ?—এই সম্পৰ্কে গান্ধীজীয়ে কৈছিল,

"আমাক দেশৰ স্বাধীনতা লাগে, কিন্তু আনক শোষণ কৰি নাইবা আনৰ জহুত নহয়, আনক অপদস্থ কৰিও আমি আমাৰ স্বাধীনতা নিবিচাৰোঁ। মোক ভাৰতৰ স্বাধীনতা নেলাগে যদিহে ইংলণ্ডৰ পতন নাইবা ইংৰাজ জাতিৰ ধ্বংস ইয়াৰ অৰ্থ হয়। মোক স্বদেশৰ স্বাধীনতা এইবাবেই লাগে যাতে মোৰ স্বাধীন দেশখনৰপৰা অন্য দেশে কিবা এটা শিকিব পাৰে

আৰু মানৱৰ উন্নতিৰ অৰ্থে মোৰ দেশৰ সম্পদ ব্যৱহৃত কৰিব পৰা হয়। আজি দেশপ্ৰেমে শিক্ষা দিছে যে এজন মানুহে তেওঁৰ পৰিয়ালটোৰ বাবে, পৰিয়ালটো গাওঁখনৰ হকে, গাওঁখন জিলাখনৰ কাৰণে, জিলাখন প্ৰদেশখনৰ অৰ্থে আৰু প্ৰদেশখন ৰাষ্ট্ৰখনৰ স্বাধীনতাৰ হকে মৰিব পাৰে। আনকি সেই স্বাধীন ৰাষ্ট্ৰখনেও বিশ্বৰ মঙ্গলৰ কাৰণে মৃত্যুক স্বীকাৰ কৰিব পাৰে। গতিকে মোৰ জাতীয় প্ৰেমবোধ এয়ে যে মোৰ দেশ স্বাধীন হ'ব আৰু যদি প্ৰয়োজন হয় মানৱ জাতিক জীয়াই ৰাখিবলৈ মোৰ সমগ্ৰ দেশে প্ৰাণ আহুতি দিব। ইয়াত গোষ্ঠী-বৈষম্যৰ স্থান নাই। আমাৰ জাতীয়তাবাদ সেই আদৰ্শত গঢ়ি উঠক।" [ ইয়ং ইণ্ডিয়া, ৩।৪।২৪ ]

স্বাধীন ৰাষ্ট্ৰ এখনে প্ৰগতিৰ পথত আগবাঢ়ি যাবলৈ হ'লে, সেই দেশখনৰ আন্তৰ্জাতিক সম্বন্ধৰ অতি আৱশ্যক। কোনো দেশে গাইগুটীয়াভাৱে প্ৰগতিশীল দেশ বা ৰাষ্ট্ৰ হিচাপে পৰিগণিত হ'ব নোৱাৰে। এই বিষয়ে গান্ধীজীৰ মত :

"আমি আমাৰ জাতীয়তাবাদক প্ৰগতিবাদী আন্তৰ্জাতিকতাৰে সৈতে খোজ মিলাই আগুৱাই যাবলৈ দিব লাগিব। পৃথিৱীৰ ক'ত কি হৈছে তাৰ ভু নৰখাকৈ, আন কথাত কবলৈ হলে আন্তৰ্জাতিক সমস্যাত জড়িত নোহোৱাকৈ ভাৰত অকলশৰীয়া আৰু বিচ্ছিন্ন হৈ অকলে থাকিব নোৱাৰে। সেয়ে বিশ্বৰ প্ৰগতিবাদী শক্তিসমূহৰ সৈতে আমি সঙ্গতি ৰাখি আগবাঢ়িব লাগিব।

"আমাৰ জাতীয়তাবাদ বিপদগ্ৰস্ত নহয় কিয়নো আমি কাকো শোষণ নকৰোঁ আৰু আন দেশকো শোষণৰ সুবিধা নিদিওঁ। স্বৰাজৰ যোগেদি আমি বিশ্বসেৱা কৰিমহঁক।" [ ইয়ং ইণ্ডিয়া, ১৬।৪।৩১ ]

পৃথিৱীৰ সকলো ৰাষ্ট্ৰই যেতিয়া এই ভাৱেৰে অনুপ্ৰাণিত হ'ব তেতিয়া সংগঠিত হ'ব এখন বিশ্বৰাষ্ট্ৰ। কিয়নো, গান্ধীজীয়ে কয়, "পৃথিৱীৰ সজ চিন্তা কৰা কোনো লোকে আজি যুদ্ধৰ যোগেদি ৰাষ্ট্ৰৰ চূড়ান্ত আন্তঃস্বাধীন ৰাষ্ট্ৰৰ একোটাহঁত গোট ফেডাৰেচন নিবিচাৰে। এনে গোটত বান্ধ খোৱাৰ চিন্তা হয়তো অলীক, কিন্তু অসম্ভৱ বুলি মই কব খোজা নাই। স্বাধীনতাতকৈ আন্তঃস্বাধীন বিশ্বৰাষ্ট্ৰ এখনৰ প্ৰস্তুতিৰ বিষয়ে ক'বলৈ যোৱাটো নিশ্চয় সাধ্যাতীত ধাৰণা এটাৰ প্ৰকাশ মাথোন নহয়।"

গান্ধীজীৰ 'ৰামৰাজ্য'ৰ ৰাজনীতি, অৰ্থনীতি, সামাজিক আৰু বৈদেশিক নীতি সম্বন্ধে এইদৰে তেখেতৰ বিভিন্ন সময়ৰ লেখাৰপৰা কিছু সূত্ৰ ধৰিব পাৰি :

(১) গান্ধীজীৰ মতে লক্ষ্য আৰু উপায়ৰ মাজত কোনো প্ৰভেদ থাকিব নোৱাৰে। লক্ষ্য যিমানেই সৎ আৰু মহান নহওক, অসৎ উপায়েৰে বা চলনা নাইবা কপটতাৰে সেই লক্ষ্য লাভ কৰা কোনো প্ৰচেষ্টা, নীতি বা কাৰ্যক্ৰমৰ গান্ধীজীৰ 'ৰামৰাজ্য'ত স্থান নাই। কূটনীতিৰো ভেটি হ'ব লাগিব নৈতিকতা।

(২) ব্যক্তিৰ চিন্তাধাৰা বা নৈতিকতাৰ ওপৰত নিৰ্ভৰ কৰে সমাজ বা জাতীয় চৰিত্ৰৰ মান।

(৩) ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, আন্তৰ্জাতিক, সকলো কাৰ্যই আধ্যাত্মিক আৰু নৈতিক আদৰ্শৰ দ্বাৰা পৰিচালিত হব লাগিব।

(৪) সজাগ জনসাধাৰণে ভোটত নিৰ্বাচন কৰি দিয়া প্ৰতিনিধিৰ দ্বাৰা সুসংগঠিত লোকতান্ত্ৰিক শাসনেই হৈছে সুসংযত আৰু নৈতিকতাপূৰ্ণ গণতন্ত্ৰ।

(৫) পঞ্চায়তক কেন্দ্ৰ কৰি ৰাষ্ট্ৰীয় ক্ষমতাৰ বিকেন্দ্ৰীকৰণ হ'ব আৰু তাৰ ফলস্বৰূপেই একোখন স্বয়ংসম্পূৰ্ণ গাঁৱৰ সৃষ্টি হ'ব। দৰাচলতে এই গাঁৱেই হ'ব আদৰ্শ প্ৰজাতন্ত্ৰ আৰু তাৰ ভেটিতেই ভাৰতীয় গণতন্ত্ৰ গঢ়ি উঠিব।

(৬) সমতাৰ ভেটিত অৰ্থনৈতিক বিকেন্দ্ৰীকৰণ আৰু স্বাৱলম্বিতা হ'ব লাগিব ভাৰতীয় গণতন্ত্ৰৰ অৰ্থনৈতিক আদৰ্শ।

(৭) সামাজিক ন্যায়।

(৮) আন্তৰ্জাতিক ক্ষেত্ৰত সহযোগিতা আৰু বন্ধুত্ব আৰু নিৰপেক্ষ বৈদেশিক নীতি।

(৯) ৰাষ্ট্ৰৰ হস্তক্ষেপ নোহোৱা বা ৰাষ্ট্ৰহীন সমাজেই হৈছে গান্ধীজীৰ 'ৰামৰাজ্য'ৰ শেষ পৰ্যায়।

(১০) মাৰ্ক্সবাদ বা গান্ধীবাদ দুয়োৰে শেষ লক্ষ্য ৰাষ্ট্ৰহীন বা তন্ত্ৰমুক্ত সমাজ; অৱশ্যে দুয়োৰে পথৰ ক্ষেত্ৰত স্বৰ্গমৰ্ত্য বিভেদ। মাৰ্ক্সবাদত মূলসূত্ৰ হৈছে শ্ৰেণী-সংঘৰ্ষ—ৰক্ত-বিপ্লৱৰ যোগে একনায়কত্ববাদ প্ৰতিষ্ঠা—আৰু ক্ৰমে তাৰপৰা ৰাষ্ট্ৰহীন সমাজত ৰূপান্তৰিত। ই ব্যক্তি-স্বাধীনতা সম্পূৰ্ণ নিৰ্মূল কৰে।

গান্ধীজীৰ 'ৰামৰাজ্য'ৰ শেষ পৰ্যায় হৈছে ৰাষ্ট্ৰহীন সমাজ—কিন্তু শ্ৰেণী-সংঘৰ্ষ বা ৰক্ত-বিপ্লৱৰ তাত ঠাই নাই। অহিংস আৰু নৈতিকতা হৈছে তেখেতৰ পন্থা। ইয়াৰ দ্বাৰা সৰ্বহাৰাৰ লোকতন্ত্ৰ প্ৰতিষ্ঠা কৰি ব্যক্তি-স্বাধীনতা অক্ষুণ্ণ ৰাখি ৰাষ্ট্ৰীয় সমতাৰপৰা ক্ৰমে সমাজক মুক্ত কৰি যাব লাগে যাতে ৰাষ্ট্ৰহীন সমাজে প্ৰতিষ্ঠা লাভ কৰে।

মাৰ্ক্সবাদৰ কথা হৈছে কেন্দ্ৰীভূত শাসন আৰু অৰ্থনৈতিক ব্যৱস্থা— গান্ধীবাদৰ কথা হৈছে বিকেন্দ্ৰীয় শাসন আৰু অৰ্থনৈতিক ব্যৱস্থা।

এনেদৰে তুলনামূলক হিচাপে বিচাৰ কৰি চালে এইটো পৰিষ্কাৰ হৈ পৰে যে গান্ধীবাদ মাৰ্ক্সবাদ আদিতকৈ কোনো পৰ্যায়ত নীচস্তৰৰ নহয় বৰং ই অতি উচ্চস্তৰৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক আদৰ্শ।

ভাৰতবৰ্ষৰ পৰা বুদ্ধধৰ্ম নিৰ্বাসিত হৈছিল—সেইদৰে গান্ধীজীৰ আদৰ্শ ভাৰতবৰ্ষৰ পৰা নিৰ্বাসিত হ'বৰ উপক্ৰম—কিন্তু জগতে এদিন গান্ধীজীৰ আদৰ্শ সাবটি লবই লাগিব—ইয়েহে মানুহক মানুহৰ সমাজ হিচাপে ৰক্ষা কৰিব।

আজিৰ পৃথিৱী কল্পনাতীতভাৱে প্ৰগতিৰ পথত। আজিৰ মানুহে মৰ্ত্যতে স্বৰ্গসুখ ভোগ কৰিবলৈ সুবিধা কৰি লবলৈ সক্ষম, স্বৰ্গৰ অমৰাৱতীৰ ৰম্য বিলাস ভোগ মৰ্ত্যতে সৃষ্টি কৰি ল'ব পাৰিছে—চন্দ্ৰলোক আদি গ্ৰহত দেৱতা বা স্বৰ্গৰ অপেস্বৰীসকলৰ দৰে ৰংমনে ঘূৰি ফুৰাৰ সপোন দিঠকত পৰিণত হওঁ হওঁ।

কিন্তু শান্তি ক'ত? ভয় শঙ্কা আতঙ্কৰ মাজত মানুহ সমাজ বনৰ পশুৰ দৰে থাকিবলগীয়া হৈছে, নিজকে ধ্বংস কৰিবলৈ মানুহে সৃষ্টি কৰিব লাগিছে 'ভস্মলোচন'। পৃথিৱীৰ সম্পদশালী ঐশ্বৰ্য-বিভূতিৰ কেন্দ্ৰ—আমেৰিকাৰ ডেকা-গাভৰুৱে আৰ্তনাদ কৰিছে—ই সুখ নহয়, শান্তি নহয়; ই হৈছে দানৱৰ সমাজ।

# গান্ধীজীৰ শিক্ষা-দৰ্শন

**ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁই**

জগতৰ শ্ৰেষ্ঠ শিক্ষাগুৰুসকলৰ ভিতৰত গান্ধীজীৰ স্থান অন্যতম। তেখেতে জগতৰ আন আন মহান পথ-প্ৰদৰ্শকসকলৰ নিচিনাকৈ সাধনা আৰু অভিজ্ঞতাৰ ভেটিত লব্ধ জ্ঞানসমূহ মানৱ জাতিৰ কল্যাণৰ অৰ্থে তেখেতৰ অমৃতময় লিখনি আৰু ভাষণৰ জৰিয়তে জগতবাসীক দি গৈছে—জ্ঞান-গৰিমাৰে ভৰপূৰ এই লিখনি আৰু ভাষণবোৰে বিভ্ৰান্ত মানুহক ধ্ৰুৱতৰাৰ দৰে অনন্ত কাললৈকে পথ প্ৰদৰ্শন কৰি থাকিব। কিন্তু গান্ধীজীৰ শিক্ষা-দৰ্শনৰ বৈশিষ্ট্য হৈছে যে যেতিয়া জগতৰ বাকী শিক্ষাগুৰুসকলে তেখেতসকলৰ সাধনালব্ধ জ্ঞান জনসাধাৰণক বিনা বাক্যব্যয়ে সত্য বুলি গ্ৰহণ কৰিবলৈ উপদেশ দিছিল, তেতিয়া গান্ধীজীয়ে সেই জ্ঞানসমূহ আৰু লগতে নিজ সাধনালব্ধ জ্ঞান-সমূহো প্ৰথমতে নিজৰ জীৱনত প্ৰয়োগ কৰি সেইবোৰৰ সত্যাসত্য উপলব্ধি কৰিহে জনসাধাৰণক সেইবোৰ গ্ৰহণ কৰিবলৈ আহ্বান কৰিছিল। বাপুজীয়ে তেখেতৰ জীৱনকালত কেতিয়াও কোনো কথা কোৱা নাছিল যি কথা তেখেতে নিজৰ জীৱনত প্ৰয়োগ কৰি আগতে উপলব্ধি কৰা নাছিল। সেই কাৰণে কৰ্মযোগী বাপুজী এজন বাস্তৱ সাধক আছিল—যাৰ সাধনা আৰু প্ৰয়োগৰ তুলনা নাই।

পুৰাকালৰ শিক্ষা-পদ্ধতিৰ এখনি ধুনীয়া ছবি আমি কৱিগুৰুৰ 'ব্ৰাহ্মণ' কবিতাটোত দেখিবলৈ পাওঁ। কৱিগুৰুৱে লিখিছে—

> "অন্ধকাৰ বনচ্ছায়ে সৰস্বতীতীৰে
> অস্ত গেছে সন্ধ্যাসূৰ্য; আসিয়াছে ফিৰে
> নিস্তব্ধ আশ্ৰম-মাঝে ঋষিপুত্ৰগণ
> মস্তকে সমিধ্‌ভাৰ কৰি আহৰণ
> বনান্তৰ হতে; ফিৰায়ে এনেছে ডাকি
> তপোবনগোষ্ঠগৃহে স্নিগ্ধশান্ত-আঁখি

শ্রান্ত হোমধেনুগণে; কৰি সমাপন
সন্ধ্যাস্নান সবে মিলি লয়েছে আসন
গুৰু গৌতমেৰে ঘিৰি কুটিৰপ্রাঙ্গণে
হোমাগ্নি-আলোকে। শূন্যে অনন্ত গগনে
ধ্যানমগ্ন মহাশান্তি; নক্ষত্রমণ্ডলী
সাৰি সাৰি বসিয়াছে স্তব্ধ কুতূহলী
নিঃশব্দ শিষ্যেৰ মতো। নিভৃত আশ্রম
উঠিল চকিত হয়ে; মহৰ্ষি গৌতম
কহিলেন, 'বৎসগণ, ব্রহ্মবিদ্যা কহি,
কৰো অবধান'।"—

এইখনেই পুৰণি আৰ্যাবৰ্তৰ শিক্ষা-জগতৰ ছবি। কম-বেছি পৰিমাণে এইখনিয়েই প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলৰো শিক্ষা-জগতৰ ছবি। সেই-দিনা বিদ্যাৰ্থীয়ে গুৰুগৃহত এটি বাস্তৱ শিক্ষা লাভ কৰিছিল। অকল বাস্তৱ শিক্ষাই লাভ কৰা নাছিল, ব্ৰহ্মবিদ্যাও লাভ কৰিছিল। আৰু সেই শিক্ষা দিছিল পুণ্যশ্লোক গুৰু গৌতমৰ নিচিনা শিক্ষকে যাৰ শিক্ষা গ্ৰহণ কৰিবলৈ নক্ষত্ৰমণ্ডলীয়েও নিঃশব্দ শিষ্যৰ নিচিনাকৈ স্তব্ধ কুতূহলী হৈ শাৰীপাতি বহি আছিল। গান্ধীজীয়ে 'মোৰ জীৱনেই মোৰ বাণী' এই মহামন্ত্ৰেৰে আমাৰ শিক্ষকসকলক দীক্ষিত কৰি তেওঁলোকৰ দ্বাৰা আজিৰ ভাৰতত প্ৰচলিত শিক্ষাপদ্ধতিৰ মাজত আৰ্যাবৰ্তৰ সেই পুৰণি প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল।

ভাৰতক জয় কৰাৰ লগে লগেই ব্ৰিটিছ শাসকে ভাৰতৰ সনাতন শিক্ষাপদ্ধতিৰ অদম্য শক্তিৰ কথা উপলব্ধি কৰিবলৈ সক্ষম হৈছিল। সেই কাৰণে তেওঁলোকে তেওঁলোকৰ সাম্ৰাজ্যত চিৰকাল যেন বেলি মাৰ নোযোৱাকৈ থাকে তাৰ বাবে ভাৰতক চিৰ পৰাধীন কৰি ৰাখিবলৈ ভাৰতৰ এই সনাতন শিক্ষাপদ্ধতিৰ ধ্বংস সাধন কৰিবলৈ প্ৰচেষ্টা কৰিলে। ভাৰতৰ মৌলিক শিক্ষাৰ পৰিৱৰ্তে তেওঁলোকে এবিধ সস্তীয়া, সহজসাধ্য কিন্তু ব্যয়বহুল শিক্ষাৰ প্ৰবৰ্তন কৰিলে—যি শিক্ষা গ্ৰহণ কৰি ধনিক আৰু মধ্যবিত্ত শ্ৰেণীৰ যুবক-যুৱতীসকল নিজ দেশতে বিদেশী হবলৈ ধৰিলে আৰু জনতাৰ মাজৰপৰা শিক্ষা সম্পূৰ্ণকৈ বিলুপ্ত হ'ল। ইংৰাজ শাসকসকলে ইংৰাজী শিক্ষাত শিক্ষিত এই লোকসকলৰ সহায় লৈ এনে এক শোষণযন্ত্ৰ চলালে যে তাৰ ফলত

ভাৰতৰ অতুল বিভৱ নাইকিয়া হ'ল আৰু ভাৰত এখন কঙ্গাল দেশত পৰিণত হ'ল। সেই কাৰণেই গান্ধীজীয়ে ১৯২২ চনত তেখেতৰ ঐতিহাসিক বিচাৰৰ সময়ত বিচাৰকৰ আগত উক্তি কৰিছিল: "I came reluctantly to the conclusion that the British connection had made India more helpless than she ever was before, politically and economically" অর্থাৎ "মই অনিচ্ছা সত্ত্বেও এই সিদ্ধান্তত উপনীত হৈছোঁ যে ইংৰাজৰ সম্পৰ্কলৈ আহি ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ভাৰত যিমান অসহায় হৈছে সিমান অসহায় ভাৰত কোনোদিন নাছিল।" ভাৰতৰ এনেকুৱা পট-ভূমিতেই মহাত্মা গান্ধীৰ আবিৰ্ভাৱ হৈছিল।

গান্ধীজীয়ে তেখেতৰ আত্মজীৱনীত লিখিছে যে তেখেত এজন শিক্ষক আৰু তেখেতে শিক্ষকতাৰ কাম যৌবনৰ আগভাগৰপৰাই আৰম্ভ কৰিছিল। দক্ষিণ আফ্ৰিকাত তেখেতে তেখেতৰ ল'ৰাকেইটিক আৰু ফ'নিক্স বসতি আৰু টলষ্টয় ফাৰ্মৰ এক পৰিয়ালভুক্ত সহকৰ্মীসকলৰ সন্তানসকলক কৰ্মৰ মাধ্যমত আৰু সামাজিক আৰু প্ৰাকৃতিক পৰিবেশৰ মাজত নিজৰ লগত ৰাখি নিজেই শিক্ষা দিছিল। তেখেতে কৈছিল, "The education that children naturally imbibe in a well-ordered household is impossible to obtain in hostels." অর্থাৎ "এখন সুশৃঙ্খলিত ঘৰত ল'ৰা-ছোৱালীয়ে স্বাভাৱিকতে যি শিক্ষা আহৰণ কৰে তেনে শিক্ষা তেওঁলোকে ছাত্ৰাবাস এটাত পাব নোৱাৰে।" বাপুজীয়ে এনেকৈ ল'ৰা-ছোৱালীক নিজৰ লগত ৰাখি শিক্ষা দিছিল। তেখেতে জোহান্সবাৰ্গত ওকালতি কৰোঁতে তেখেতৰ অফিচ তেখেতৰ বাসভবনৰপৰা আঢ়ৈ মাইল দূৰত আছিল। তেখেতে নিতৌ অফিচলৈ যাওঁতে ল'ৰাকেইটিক লগত লৈ গৈছিল আৰু অফিচৰপৰা ঘৰলৈ উভতি আহোঁতে পাঁচ মাইল বাট অহাযোৱা কৰোঁতে তেখেতে তেওঁলোকক নানা বিষয়ে গুজৰাটী ভাষাৰ জৰিয়তে শিক্ষা দিছিল। তেখেতে মাতৃভাষাৰ জৰিয়তে শিক্ষা দিয়াৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। এই বিষয়ে তেখেতৰ সহকৰ্মী মিঃ পোলকৰ লগত মতানৈক্য হৈছিল। তেখেতে আত্মজীৱনীত লিখিছে, "Polak and I had often very heated discussions about the desirability or otherwise of giving the children an English education. It has always been my conviction that Indian parents who train their children to think and talk in English

from their infancy betray their children and their country. They deprive them of the spiritual and social heritage of the nation, and render them to that extent unfit for the service of the country." অৰ্থাৎ "ইংৰাজী শিক্ষা দিয়াৰ অথবা নিদিয়াৰ বাঞ্ছনীয়তাৰ বিষয়ে পোলকৰ লগত মোৰ প্ৰায় সদায় ঘোৰ তৰ্ক হৈছিল। এইটো সদায় মোৰ দৃঢ় বিশ্বাস আছিল যে যিসকল ভাৰতীয় পিতৃ-মাতৃয়ে নিজৰ সন্তানসকলক শিশুকালৰেপৰা ইংৰাজীত ভাবিবলৈ আৰু কথা কবলৈ শিকাইছিল তেওঁলোকে তেওঁলোকৰ সন্তানসকলৰ প্ৰতি আৰু স্বদেশৰ প্ৰতি বিশ্বাসঘাটকতা কৰিছিল। তেওঁলোকে তেওঁলোকক জাতিৰ আধ্যাত্মিক আৰু সামাজিক ঐতিহ্যৰপৰা বঞ্চিত কৰিছিল আৰু সেই অনুপাতে দেশৰ সেৱাৰ নিমিত্তেও অনুপযুক্ত কৰিছিল।"

গান্ধীজী এজন মহান শিক্ষক। টলষ্টয় ফাৰ্মত তেখেতৰ তত্ত্বাৱধানত থকা শিশুসকলৰ মাজত শিক্ষাৰ বিভিন্ন দিশৰ বিষয়ে প্ৰয়োগ কৰিবলৈ তেখেতে যথেষ্ট সুবিধা পাইছিল। খেতি-বাতিৰ উপৰিও ল'ৰা-ছোৱালীবোৰক তাত জোতা চিলাই কৰা আদি হস্তশিল্পও শিকোৱা হৈছিল। কাৰ্যকৰী শিক্ষাৰ এনে অভিজ্ঞতা অৰ্জন কৰি ১৯১৫ চনত তেখেতে ভাৰতলৈ প্ৰত্যাবৰ্তন কৰিছিল। স্বদেশলৈ ফিৰি অহা দিন ধৰি তেখেতে দেশৰ বিভিন্ন ঠাইত বিভিন্ন সভা-সমিতিত ইংৰাজ চৰ্কাৰে প্ৰবৰ্তন কৰা প্ৰচলিত শিক্ষা-পদ্ধতিৰ বিৰূপ সমালোচনা কৰিছিল আৰু সেই শিক্ষাৰ কুফলবোৰো দেশবাসীক আঙুলিয়াই দেখুৱাই দিছিল আৰু লগে লগে মনতে এটি কাৰ্যকৰী ৰাষ্ট্ৰীয় শিক্ষাপদ্ধতি ৰচনা কৰিছিল। তেখেতে 'হৰিজন' আৰু 'ইয়ং ইণ্ডিয়া' কাকতত শিক্ষাসংস্কাৰৰ বিষয়ে সঘনে আৰু বিস্তাৰিতৰূপে আলোচনা কৰিছিল। ভাৰতৰ নেতৃবৃন্দৰ অনুৰোধক্ৰমে তেখেতে ১৯৩৭ চনত তেখেতৰ অভিনৱ শিক্ষাপদ্ধতি বুনিয়াদী শিক্ষা বা নঈ তালিমৰ আঁচনিখন দেশবাসীৰ আগত দাঙি ধৰে।

১৯৩৭ চনৰ ২২ আৰু ২৩ অক্টোবৰ তাৰিখে ৱাৰ্দ্ধাত মাৰোৱাৰী হাইস্কুলৰ ৰজত-জয়ন্তী উৎসৱ উদ্‌যাপিত হোৱাৰ সময়ত বাপুজীৰ অনুমোদন-ক্ৰমে তেখেতৰ সভাপতিত্বত এখনি সৰ্বভাৰতীয় শিক্ষা সম্মিলন আহুত হয়। এই সম্মিলনত দেশৰ কেবাগৰাকী কৃতবিদ্য শিক্ষাবিদৰ বাহিৰেও ১৯৩৫ চনৰ গবৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট অনুযায়ী স্থাপিত ভাৰতৰ ৮ খন কংগ্ৰেছ-শাসিত

প্ৰদেশৰ শিক্ষামন্ত্ৰীসকলেও যোগদান কৰিছিল। বাপুজীয়ে এই সন্মিলনত তেখেতৰ জীবন জোৰা সাধনা আৰু অভিজ্ঞতাৰ ভেটিত ৰচনা কৰা বুনিয়াদী শিক্ষাৰ আঁচনিখন বিশদভাৱে বুজাই দিছিল। সন্মিলনে এই আঁচনিখন দুদিন পুঙ্খানুপুঙ্খভাৱে আলোচনা কৰি গ্ৰহণ কৰে আৰু তাক কাৰ্যকৰী কৰিবৰ অৰ্থে নিম্নোক্ত চাৰিটা প্ৰস্তাৱ সন্মিলনত সৰ্বসম্মতিক্ৰমে গৃহীত হয়—

১। সাত বছৰকাল ব্যাপি শিক্ষা বিনা মাচুলে আৰু বাধ্যতামূলকভাৱে সমগ্ৰ দেশতে প্ৰবৰ্তন কৰিব লাগে।

২। এই শিক্ষা মাতৃভাষাৰ জৰিয়তে দিব লাগে।

৩। এই শিক্ষা কোনো এটা অৰ্থকৰী হস্তশিল্পৰ জৰিয়তে দিব লাগে আৰু যি শিক্ষা দিয়া হয় অথবা শিশুৰ যি বৃত্তিৰ বিকাশ সাধন কৰিব খোজা হয় সেই সকলো উদ্দেশ্য এই হস্তশিল্পৰ জৰিয়তে সম্পাদন কৰিব লাগে। এই হস্তশিল্প শিশুৰ পৰিবেশৰ লগত খাপ খোৱাকৈ বাছি লব লাগিব।

৪। এই শিক্ষাপদ্ধতিয়ে ক্ৰমে শিক্ষকৰ দৰমহা উলিয়াব পাৰিব লাগিব।

সন্মিলনৰ অন্তত উপৰোক্ত সিদ্ধান্ত অনুযায়ী বুনিয়াদী স্কুলৰ পাঠ্যক্ৰম আদি ৰচনা কৰিবলৈ ভাৰতৰ স্বৰ্গগত ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইন চাহাবক সভাপতি, ই. ডাব্লিউ. আৰ্যনায়কমক সম্পাদক আৰু ভাৰতৰ কেবাজনো শিক্ষাবিদক সভ্য হিচাপে লৈ এখনি কমিটি গঠন কৰা হয়। এই কমিটিয়ে শিক্ষা-সন্মিলনৰ আলোচনাৰ ভেটিত শিক্ষাৰ সকলো দিশ পৰীক্ষা কৰি বিভিন্ন হস্তশিল্পৰ বিশেষজ্ঞসকলৰ লগত পৰামৰ্শ কৰি পাঠ্যক্ৰম ৰচনা কৰে আৰু এটি ৰিপোৰ্ট সহ ১৯৩৭ চনৰ ২ ডিচেম্বৰ তাৰিখে বাপুজীৰ হাতত দাখিল কৰে। এই ৰিপোৰ্টটো 'জাকিৰ হুছেইন ৰিপোৰ্ট' বুলি খ্যাত আৰু বুনিয়াদী শিক্ষাৰ মূল ভেটি। বাপুজীৰ বুনিয়াদী শিক্ষাৰ আঁচনিখন ১৯৩৮ চনত হৰিপুৰাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাত গৃহীত হয়।

এই আঁচনি অনতিপলমে কংগ্ৰেছ-শাসিত আঠখন প্ৰদেশত অতি উৎসাহেৰে আৰম্ভ কৰা হয় আৰু ইয়াৰ কাম বৈজ্ঞানিক আৰু সুচাৰুৰূপে পৰিচালনা কৰিবলৈ কংগ্ৰেছৰ প্ৰস্তাৱ অনুসৰি হিন্দুস্থানী তালিমি সঙ্ঘ নামৰ এটি সৰ্বভাৰতীয় শিক্ষা ব'ৰ্ড স্থাপন কৰা হয়। এই ব'ৰ্ডৰ সদৰ

কাৰ্যালয় ৱাৰ্দ্ধাৰ সেৱাগ্ৰামত স্থাপন কৰা হয়। সেৱাগ্ৰামত শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ, বুনিয়াদী আৰু উত্তৰ-বুনিয়াদী স্কুলো স্থাপন কৰা হয়। দিল্লীৰ জামিয়া মিল্লিয়াত আৰু এটি শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰা হয়। প্ৰদেশবিলাকত এই নতুন শিক্ষাৰ কাম আৰম্ভ হোৱাৰ প্ৰায় লগে লগেই পৰিহাৰো কৰিবলগীয়া হয় কাৰণ ১৯৩৯ চনত দ্বিতীয় মহাযুদ্ধ আৰম্ভ হয় আৰু ভাৰতে এই যুদ্ধত যোগদান কৰা বিষয়টো লৈ কংগ্ৰেছৰ লগত ব্ৰিটিছ চৰকাৰৰ মতানৈক্য হয় আৰু প্ৰাদেশিক কংগ্ৰেছ চৰকাৰসমূহে শাসনভাৰ ত্যাগ কৰে। ১৯৪৭ চনত দেশ স্বাধীন হোৱাৰ পিচত সমগ্ৰ দেশত আকৌ বুনিয়াদী শিক্ষাৰ কাম আৰম্ভ কৰা হয় আৰু কিছুদিন কাম কৰাৰ পিচত কেন্দ্ৰীয় চৰকাৰে এই শিক্ষাক প্ৰাথমিক আৰু নিম্ন-মাধ্যমিক স্তৰত ৰাষ্ট্ৰীয় শিক্ষাপদ্ধতি বুলি ঘোষণা কৰিছিল।

এই শিক্ষাৰ ভেটি অতি সুদৃঢ়—সত্য আৰু অহিংসাৰ ভেটিত এই শিক্ষা প্ৰতিষ্ঠিত। গান্ধীজীৰ মতে সত্যই ঈশ্বৰ। সেই কাৰণে তেখেতে এই শিক্ষাৰ দ্বাৰা সত্যৰ ভেটিত আৰু কৰ্মৰ মাধ্যমত এটি শিশুৰ শৰীৰৰ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গাদিৰ বিকাশ সাধন কৰাৰ লগে লগে মন আৰু আত্মাৰ বিকাশ সাধন কৰি মানৱ জীৱনৰ সম্পূৰ্ণ বিকাশৰ কথা কল্পনা কৰিছিল। এই শিক্ষাৰ অধিকাৰীজন যে প্ৰহ্লাদৰ নিচিনা সম্পূৰ্ণ অহিংস হব সেই বিষয়ে কোনো সন্দেহ নাই। সেই কাৰণে সত্য আৰু অহিংসাৰ ভেটিত শিশুৰ শাৰীৰিক, মানসিক আৰু আত্মিক উৎকৰ্ষ সাধন কৰাই এই শিক্ষাৰ উদ্দেশ্য। বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰম আৰু দৈনন্দিন কাৰ্যসূচী এনেভাৱে ৰচিত যে সেই উদ্দেশ্য সফল নহৈ নোৱাৰে, কিন্তু তাৰ নিমিত্তে লাগিব কঠোৰ পৰিশ্ৰম আৰু দীৰ্ঘম্যাদী ঐকান্তিক প্ৰচেষ্টা। সেই কাৰণে ভাৰতৰ শ্ৰেষ্ঠ মনীষী ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ মহান নেতৃত্বত ভাৰত চৰকাৰে ১৯৪৮-১৯৪৯ চনত যি বিশ্ববিদ্যালয় আয়োগ গঠন কৰিছিল সেই আয়োগে বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰম আৰু কাৰ্যসূচী পুঙ্খানুপুঙ্খৰূপে পৰ্যালোচনা কৰি তেওঁলোকৰ প্ৰতিবেদনৰ গ্ৰাম্য বিশ্ববিদ্যালয় অধ্যায়টোত ( ৫৫৭ পৃ ) এইদৰে মন্তব্য কৰিছিল : "At this fateful moment in our history, we have the extreme good fortune to have had presented to us a pattern and philosophy of education of such universal and fundamental worth that it may well serve as the type for

bringing into being the new India which is the desire of many of us.······Years of time and vast effort will be required to insure this movement against warped and mistaken expression, and to develop effective skills and methods; yet inherrently the concept is one of the world's great contributions to education." অৰ্থাৎ "আমাৰ ইতিহাসৰ এই সন্ধিক্ষণত এইটো আমাৰ পৰম সৌভাগ্য যে আমাৰ সন্মুখত এনে এটা সাৰ্বজনীন আৰু মৌলিক মূল্যৰ শিক্ষাৰ আঁচনি আৰু দৰ্শন দাঙি ধৰা হৈছে যিটোৱে আমাৰ সকলোৰে আকাঙ্খিত নতুন ভাৰত গঢ়িবলৈ উপযুক্ত হব। ······বিকৃত আৰু ভুল সমালোচনাৰ বিৰুদ্ধে এই আঁচনিখনক প্ৰতিষ্ঠা কৰিবলৈ আৰু ফলপ্ৰদ কৌশল আৰু প্ৰণালী উদ্ভাৱন কৰিবলৈ বহুবছৰ আৰু অগাধ চেষ্টাৰ প্ৰয়োজন হব; তথাপি শিক্ষাৰ বাবে জগতত যি শ্ৰেষ্ঠ অৱদানসমূহ আছে তাৰ ভিতৰত বুনিয়াদী শিক্ষাৰ অন্তৰ্নিহিত ধাৰণাটিও এটি শ্ৰেষ্ঠ অবদান।"

১৯৬৪ চনত ভাৰত চৰকাৰৰ দ্বাৰা গঠিত শিক্ষা আয়োগে ভাৰতৰ শিক্ষকসকলৰ প্ৰতি অভূতপূৰ্ব শ্ৰদ্ধাঞ্জলি নিবেদন কৰি এটি অপূৰ্ব কথাৰে আৰম্ভ কৰি তেওঁলোকৰ প্ৰতিবেদনখনিৰ পাতনি মেলিছিল। তেখেতসকলে এই বুলি আৰম্ভ কৰিছে—"The destiny of India is now being shaped in her classrooms." অৰ্থাৎ "ভাৰতৰ শিক্ষানুষ্ঠানৰ শ্ৰেণীসমূহত আজি ভাৰতৰ ভাগ্য ৰচনা কৰা হৈছে।" শিক্ষকসকলৰ পক্ষে এই কথা কম গৌৰবৰ কথা নহয়। কিন্তু এই গৌৰবৰ অধিকাৰী হব সেইসকল শিক্ষকেই যিসকল শিক্ষক 'মোৰ জীৱনেই মোৰ বাণী' এই মহামন্ত্ৰেৰে দীক্ষিত হব। শিক্ষা আয়োগে উপসংহাৰত লিখিছে: "The essential principles of basic education, namely, productive activity, correlation of curriculum with productive activity and the environment, and contact with local community, are so important that they should guide and shape the educational system at all levels, and this is the essence of the proposals made in this report. No single stage of education need be designated as basic education." অৰ্থাৎ "উৎপাদনমূলক প্ৰক্ৰিয়া,

পাঠ্যক্ৰমৰ উৎপাদনমূলক প্ৰক্ৰিয়া আৰু পৰিবেশৰ লগত সমন্বয় আৰু স্থানীয় সমাজৰ লগত সংযোগ আদি বুনিয়াদী শিক্ষাৰ মূল নীতিসমূহ ইমান মূল্যবান যে সেইবোৰ শিক্ষাক সকলো পৰ্যায়তে পৰিচালনা কৰিব লাগে আৰু ৰূপ দিব লাগে আৰু আমাৰ প্ৰতিবেদনৰ প্ৰস্তাৱসমূহৰ এইখিনিয়েই সাৰ কথা। শিক্ষাৰ কোনো এটা পৰ্যায়কে বুনিয়াদী শিক্ষা বুলি নামাকৰণ কৰাৰ প্ৰয়োজন নাই।" [ পৃঃ ৬৩৭-১০২ ]

দেশ-বিদেশৰ বিশ্ববৰেণ্য শিক্ষাবিদসকলৰ দ্বাৰা গঠিত দুটা বিশ্ব-বিশ্ৰুত আয়োগৰ বুনিয়াদী শিক্ষাৰ বিষয়ে অভিমত আমি পালোঁ। এই অভিমত পোৱাৰ পিচত বুনিয়াদী শিক্ষাৰ বিষয়ে ভ্ৰান্ত ধাৰণা পোষণ কৰিবলৈ আজি কোনো থল নাই। ৰাধাকৃষ্ণণ-আয়োগে ভাবে যে বুনিয়াদী শিক্ষাৰ মাজত আমাৰ সকলোৰে আকাঙ্খিত নতুন ভাবতৰ বীজ নিহিত হৈ আছে আৰু কোঠাৰী-আয়োগে ভাবে যে শিক্ষাৰ সকলো পৰ্যায়তে বুনিয়াদী শিক্ষাৰ মূল নীতিসমূহ অকল প্ৰযোজ্যই নহয়, সেইবোৰে শিক্ষাক সকলো ক্ষেত্ৰতে ৰূপ দিব পাৰে আৰু পৰিচালনা কৰিব পাৰে। জগতত এনে শিক্ষা পদ্ধতি ক'ত আছে য'ত বুনিয়াদী শিক্ষাৰ এই অভিনব ব্যাপক ৰূপ দেখিবলৈ পোৱা যায়? সেয়েহে বুনিয়াদী শিক্ষা অকল অভিনবই নহয়, ইয়াত সকলো ভাল শিক্ষা পদ্ধতিৰ সমাবেশ হৈছে।

আজিৰ প্ৰচলিত শিক্ষাত ছাত্ৰ, শিক্ষক, পিতৃ-মাতৃ, সমাজ আৰু শিক্ষানুষ্ঠানৰ মাজত কোনো জীৱন্ত সম্পৰ্ক নাই, যি আছে সি মাথোন এটা যান্ত্ৰিক বা গতানুগতিক সম্পৰ্ক। এনে সম্পৰ্কই জীৱন গঢ়িব বা জীৱনৰ শিক্ষা দিব নোৱাৰে। বাপুজীয়ে বুনিয়াদী শিক্ষাত এই পৰিবেশৰ সম্পূৰ্ণ-ৰূপে সংস্কাৰ সাধন কৰি এইবোৰৰ ভিতৰত এটি অপূৰ্ব মিলন আনি দিছে। বুনিয়াদী শিক্ষাত শিক্ষানুষ্ঠানে এটি বিশিষ্ট স্থান অধিকাৰ কৰিছে—ইয়াক গাঁৱৰ বা সমাজৰ প্ৰাণকেন্দ্ৰ হিচাপে ধৰি লোৱা হৈছে। পিতৃ-মাতৃৰ নিজৰ সন্তানতকৈ জগতত একো ডাঙৰ সম্পদ নাই। যি অনুষ্ঠানত শিক্ষালাভ কৰি পিতৃ-মাতৃৰ শ্ৰেষ্ঠ সম্পদে প্ৰকৃত মানুহ হব সেই অনুষ্ঠানৰ প্ৰতি তেওঁ-লোকৰ মৰম, স্নেহ আৰু শ্ৰদ্ধা থকাটো স্বাভাৱিক। যেতিয়া এই স্বাভাৱিক অনুভূতিত অনুপ্ৰেৰণা যোগাই পিতৃ-মাতৃক তথা সমাজৰ শিক্ষানুষ্ঠানবিলাকক নিজৰ বুলি ভাবিবলৈ শিকোৱা হয় তেতিয়া তেওঁলোকে স্বেচ্ছায় শিক্ষানুষ্ঠান-বোৰৰ ভাৰ গ্ৰহণ কৰে আৰু শিক্ষাৰ ক্ষেত্ৰত এটা বিৰাট সংস্কাৰ আৰম্ভ

হয়। ইয়াৰ ফলত শিক্ষক আৰু অভিভাৱকসকলৰ মাজত অকল যে এটি নিকট সম্পৰ্ক স্থাপন হয় এনে নহয়, কিন্তু স্কুলঘৰ সজা, তাক মেৰামতি কৰি ৰখা আদি শিক্ষাৰ এটা ডাঙৰ প্ৰশ্নৰ আপোনা-আপুনি সমাধান হয়। বুনিয়াদী স্কুলৰ নিমিত্তে স্কুল ঘৰৰ উপৰিও খেতি-বাতিৰ নিমিত্তে মাটিৰ প্ৰয়োজন। সমাজে এই মাটি অকল দানেই নকৰে, তাৰ ৰক্ষণাবেক্ষণৰ ভাৰো গ্ৰহণ কৰে। এনেকৈ এটা নতুন পৰিবেশ আৰু ভাবধাৰৰ সৃষ্টি হয় যাৰ প্ৰভাৱ ছাত্ৰসকলৰ ওপৰতো পৰে।

এই প্ৰভাৱৰ মাজেদি যেতিয়া এজন শিশু এই অনুষ্ঠানলৈ শিক্ষালাভ কৰিবলৈ আহে তেতিয়া পোন প্ৰথম দিনৰপৰাই শিশুজনৰ জীৱন শ্ৰদ্ধা, মমতা আৰু মৰমৰ বান্ধোনেৰে এই অনুষ্ঠানৰ লগত অবিচ্ছিন্নভাৱে জড়িত হয়। তাৰোপৰি বুনিয়াদী শিক্ষাৰ দৈনন্দিন কাৰ্যক্ৰমৰ দ্বাৰা এই বান্ধোন সুদৃঢ় হয়। স্কুললৈ অহা দিন ধৰি এটি শিশুয়ে বুনিয়াদী স্কুলটিক তেওঁৰ পিতৃ-মাতৃৰ নিচিনাকৈ নিজৰ বুলি ভাবিবলৈ শিকে।

বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰমৰ ভেটিত ৰচিত দৈনিক কাৰ্যক্ৰমে শিশুৰ মনত কেনেকৈ প্ৰভাৱ পেলায় চমুকৈ আলোচনা কৰা যাওক। পঢ়াশালিলৈ অহাৰ লগে লগে শিক্ষকে শিশুটিক নতুন পৰিবেশৰ লগত পৰিচয় কৰাই দিয়ে, তেওঁক বুজাই দিয়ে যে পঢ়াশালি গৃহ আৰু তাৰ চৌহদ পৰিষ্কাৰ পৰিচ্ছন্ন কৰি ধুনীয়াকৈ সজাই ৰখাৰ দায়িত্ব তেওঁৰ আৰু তেওঁৰ লগৰীয়া-সকলৰ। শিশুৱে এনেকৈ শিক্ষাৰ দুৱাৰ-চলিত ভৰি দিওঁতেই দায়িত্বৰ ভাৰ লবলৈ আৰু সামূহিক জীৱন যাপনৰ কথা শিকে। তাৰ পিচত যেতিয়া তেওঁ হাতত বাঢ়নী লৈ স্কুলঘৰ আৰু চৌহদ স্কুলৰ আন শিশুবিলাকৰ লগত সাৰিবলৈ আৰম্ভ কৰে তেতিয়া তেওঁৰ হৃদয়ত লাহে লাহে কৰ্মপ্ৰেৰণা জাগৃত হয় আৰু তেওঁৰ মনৰপৰা অজানিতে ডাঙৰ-সৰু, উচ্চ-নীচৰ ভাব অন্তৰ্হিত হয়। এনেকৈ শিশুৰ মনত সমভাবৰ সৃষ্টি হয়।

বুনিয়াদী স্কুলৰ কাম চাফাইৰে আৰম্ভ কৰি পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ এটি নিৰ্মল পৰিবেশ সৃষ্টি কৰাৰ পিচত দ্বিতীয় আৰু মহত্বপূৰ্ণ কাম হৈছে প্ৰাৰ্থনা। শিশুসকলে এই সুন্দৰ পৰিবেশত শিক্ষকসকলক সমুখত লৈ শাৰীপাতি বহে আৰু অলপ পৰ প্ৰাৰ্থনা কৰে। শিক্ষকৰ তত্বাৱধানত শিশুসকলে নিজে এই প্ৰাৰ্থনা পৰিচালনা কৰে। এনেকৈ দৈনিক ভগৱানৰ ওচৰত আত্মনিবেদন কৰা শিশুসকল ডাঙৰ হৈ এদিন যে নৈতিক বলত

বলীয়ান আদৰ্শ মানবত পৰিণত হব সেই বিষয়ে সন্দেহ নাই আৰু তেওঁলোকে ভবিষ্যতত যি সমাজ ৰচনা কৰিব সেই সমাজ হব এখন নীতিপৰায়ণ, পৰস্পৰ সহানুভূতিশীল সমাজ। শিশুয়ে সৰুকালৰেপৰা নিজৰ জীৱনত এই মধুৰ অনুভূতি উপলব্ধি কৰিব—

"সীমাৰ মাঝে অসীম তুমি বাজাও আপন সুৰ।
আমাৰ মধ্যে তোমাৰ প্ৰকাশ তাই এত মধুৰ।"

বাপুজীয়ে বুনিয়াদী শিক্ষাৰ জৰিয়তে আধ্যাত্মিক ভেটিত স্থাপিত এখন সমাজৰ কথা কল্পনা কৰিছিল।

তাৰ পিচত হস্তশিল্পৰ প্ৰয়োগ। এই প্ৰয়োগে শিশুজীৱনীৰ কেনেকৈ সামগ্ৰিক বিকাশ সাধন কৰে তাক বাস্তৱ ক্ষেত্ৰত নেদেখিলে কল্পনা কৰিব নোৱাৰি। এই প্ৰয়োগৰ দ্বাৰা শিশুসকলৰ সকলো অঙ্গ-প্ৰত্যঙ্গাদিৰ অনুশীলন হয় আৰু লগে লগে শাৰীৰিক, বৌদ্ধিক আৰু আধ্যাত্মিক বিকাশ হয়। শিশুবোৰে আহিলা-পাতিৰ ব্যৱহাৰ শিকে আৰু সৰুৰেপৰা উৎপাদন কৰিবলৈ শিকে। তেওঁলোকে অকল উৎপাদন কৰিবলৈকে নিশিকে, উৎপাদন কৰা বয়-বস্তুৰ হিচাব ৰাখিবলৈ আৰু সময়ৰ মূল্যও বুজিবলৈ শিকে। এনেকৈ সৰুৰেপৰা হিচাপ ৰাখিবলৈ শিকিলে মানুহৰ জীৱনত কিমান মহত্ত্বপূৰ্ণ পৰিবৰ্তন ঘটে তাৰে এটি দৃষ্টান্ত বাপুজীৰ জীৱন-কাহিনীৰপৰা দাঙি ধৰা হৈছে। বাপুজীয়ে লিখিছে, "I kept account of every farthing I spent, and my expenses were carefully calculated. Every little item, such as omnibus fares or postage or a couple of coppers spent on newspapers, would be entered, and the balance struck every evening before going to bed. That habit has stayed with me ever since, and I know that as a result, though I have had to handle public funds amounting to lakhs, I have succeeded in exercising strict economy in their disbursement, and instead of outstanding debts have had invariably a surplus balance in respect of all the movements I have led. Let every youth take a leaf out of my book and make it a point to account for everything that comes into and goes out of his pocket, and like me he is

sure to be a gainer in the end." অর্থাৎ, "মোৰ খৰচৰ হিচাপ অতি সতর্কতাৰে প্ৰণয়ন কৰা হৈছিল আৰু খৰচ কৰা প্ৰতিটো পইচাৰ মই হিচাপ ৰাখিছিলোঁ। বাছ ভাড়াত অথবা ডাক-টিকট বা খবৰ কাগজত খৰচ কৰা এটা দুটা পইচাৰো হিচাপ মই খৰচৰ বহীত তুলিছিলোঁ আৰু প্ৰতি সন্ধিয়া জমাখৰচৰ হিচাপ-নিকাচ শেষ কৰিহে শুবলৈ গৈছিলোঁ। তেতিয়াৰপৰা এই অভ্যাসটো মোৰ গাত বৈ গৈছে আৰু তাৰ ফল স্বৰূপে পৰৱৰ্তী জীৱনত যেতিয়া মোৰ হাতলৈ লক্ষ লক্ষ ৰাজহুৱা টকা আহিছিল তেতিয়া এইবিলাক খৰচ কৰোঁতে মই কঠোৰ মিতব্যয়িতা অৱলম্বন কৰিব পাৰিছিলোঁ আৰু মই চলোৱা সকলো আন্দোলনৰ ক্ষেত্ৰত আন্দোলন শেষ হোৱাৰ পিচত মোৰ ধাৰ নহৈ মোৰ হাতত কেতিয়াও কোনো ব্যতিক্ৰম নোহোৱাকৈ ৰাহি টকাহে আছিল। প্ৰতিজন যুবাই যেন মোৰ জীৱনৰ এই শিক্ষাৰপৰা শিক্ষা গ্ৰহণ কৰে আৰু তেওঁৰ জেপলৈ যি টকা আহে আৰু জেপৰপৰা যি টকা ওলাই যায় তাৰ হিচাপ ৰাখে। তেতিয়া তেৰোঁ মোৰ নিচিনাকৈয়ে লাভবান হব।" আমাৰ শিশুসকলে শিল্পবস্তু উৎপাদন কৰি তেওঁলোকৰ শ্ৰমৰ আৰু উৎপাদন কৰা বস্তুৰ হিচাপ ৰাখিলে তেওঁলোকো বাপুজীৰ নিচিনা ৰাষ্ট্ৰৰ ন্যায়পৰায়ণ সেৱক আৰু নায়ক হব।

সমন্বয় শিক্ষা বুনিয়াদী শিক্ষাৰ এটি মূল কথা। এই মূল কথাটোৰ প্ৰয়োগ হস্তশিল্পৰ জৰিয়তে ব্যাপকভাবে হব পাৰে। বস্ত্ৰশিল্পৰ ক্ৰমোন্নতিৰ আকৰ্ষণীয় বুৰঞ্জী সূতা কটা আৰু বয়ন, হস্তশিল্পৰ গুটি বছা, কপাহ ধুনা, পাঁজি বটা, সূতা কটা, কাপোৰ বোৱা আদি প্ৰক্ৰিয়াবোৰৰ লগত সমন্বয় কৰি যদি কামৰ মাধ্যমত শিকোৱা হয় তেনেহলে এজন শিশুৰ বুৰঞ্জী আৰু ভূগোলৰ জ্ঞান পাঠ্যপুথিৰপৰা ভাটৌৰ দৰে মুখস্থ কৰি অৰ্জিত জ্ঞানতকৈ বহু গুণে বেছি আৰু স্থায়ী হব। তদুপৰি বাপুজীৰ সত্য আৰু অহিংসাৰ বীজ-মন্ত্ৰ, বুনিয়াদী শিক্ষাও হস্তশিল্পৰ মাজতে নিহিত। সেই কাৰণে এই শিক্ষাই যি সমাজ ৰচনা কৰিব সেই সমাজ হব অহিংস ক্ৰান্তিকাৰী সমাজ।

বুনিয়াদী শিক্ষাত বিভিন্ন কৰ্মৰ আঁচনি গণতান্ত্ৰিক ভেটিত ৰচনা আৰু পৰিচালনা কৰা হয়। ছাত্ৰসকলে শিক্ষকৰ উপদেশ ক্ৰমে মাহে মাহে সাধাৰণ সভা পাতি বিভিন্ন কামৰ কাৰণে নতুন মন্ত্ৰীমণ্ডলী গঠন কৰি স্কুলৰ সৃজনাত্মক যাবতীয় কাম পৰিচালনা কৰে। এনেকৈ বুনিয়াদী স্কুলত প্ৰতিটো শিশুৰ জীৱনত গণতান্ত্ৰিক জীৱনৰ ভেটি ৰচিত হয় আৰু তেওঁ-

লোকেই সাবালক হৈ প্ৰকৃত গণতন্ত্ৰ ৰচনা কৰে। বাপুজীয়ে হৃদয়ঙ্গম কৰিছিল যে গণতন্ত্ৰ অৰ্থশাস্ত্ৰৰ ডাঙৰ ডাঙৰ সূত্ৰ মুখস্থ কৰি স্থাপন কৰিব নোৱাৰি। সেইকাৰণে তেখেতে তেখেতৰ শিক্ষাৰ আঁচনিত বুনিয়াদী স্কুল-বোৰক এককোটি একোটি সৰু গণতন্ত্ৰলৈ ৰূপান্তৰিত কৰিছিল। তেখেতে ভবিষ্যত-দ্ৰষ্টা হিচাপে দেখিবলৈ পাইছিল যে বুনিয়াদী স্কুলবোৰত সৰুৰেপৰা গণতান্ত্ৰিক জীৱন যাপন কৰা শিশুবোৰহে সাবালক হৈ ভবিষ্যতে ভাৰতত প্ৰকৃত গণতন্ত্ৰ ৰচনা কৰিব।

হিংসা, দ্বেষ, ক্ৰূৰতা, কপটতাত আজি বিশ্ব জৰ্জৰিত হৈ দিশহাৰা হৈছে। গান্ধী শতবাৰ্ষিকী উপলক্ষে আজি ভাৰতত এটি মাহেন্দ্ৰক্ষণ উপস্থিত হৈছে। এই শুভক্ষণত ভাৰতে আকৌ দুগুণ উৎসাহেৰে বুনিয়াদী শিক্ষা প্ৰচলন কৰি ভাৰতত ৰামৰাজ্য স্থাপন কৰিব পাৰিলে জগতে এক নতুন জীৱন-দৰ্শনৰ সন্ধান পাব। এই জীৱন-দৰ্শনে হিংসাত উন্মত্ত পৃথিৱীক ধ্বংসৰপৰা ৰক্ষা কৰিব।

# যুগমানৱ মহাত্মা গান্ধী

**বি. এম. পিউ**

মহাত্মা গান্ধী এনে এজন পুৰুষ যিজনে জীৱনৰ তেনেই সাধাৰণ অৱস্থাৰপৰা দেশৰ সৰ্বশ্ৰেষ্ঠ মানৱ তথা সকলো যুগৰে এজন মহাপুৰুষ বুলি পৰিগণিত হৈছে। ১৮৬৯ চনত জন্মগ্ৰহণ কৰা মোহনদাস কেৱল ল'ৰা-কালতেই নহয়, যৌৱন কাললৈকো আন দহজন ভাৰতীয় ল'ৰা-ছোৱালীৰপৰা কোনো গুণেই পৃথক নাছিল। আনৰ কথা যিয়েই হওক, গান্ধীজীয়ে নিজে এই কথা বেঁছিকৈ উপলব্ধি কৰিছিল। তেওঁৰ মতে বুদ্ধি-বৃত্তিত তেওঁ নিম্নস্তৰৰ আছিল; ছাত্ৰ হিচাপেও তেওঁ আছিল মজলীয়া বিধৰহে। পিচৰ জীৱনত তেওঁ কৈ গৈছে, "এই পৃথিৱীত মই পোহৰৰ সন্ধানত বাট বুলিছোঁ। জীৱনৰ বাটত মই প্ৰায়েই ভুল কৰোঁ; হিচাপত মোৰ বহুত ভুল হৈ যায়।"

জীৱনৰ তেনে এটা সাধাৰণ স্তৰৰপৰা উঠি গান্ধীজীয়ে জনগণৰ মাজত মহাত্মাৰূপে পৰিগণিত হোৱাৰ মূলতে তেওঁৰ জীৱনৰ দুটা কথা পৰিলক্ষিত হয়। প্ৰথম, যিটোকে তেওঁ সত্য বুলি জানিছিল বা বিশ্বাস কৰিছিল তাক আশাশুধীয়া চেষ্টা আৰু পৰম ঐকান্তিকতাৰে সমাধা কৰিছিল; দ্বিতীয়, পিচৰ জীৱনত যাক তেওঁ 'ঐশ্বৰিক বাণী' ( Inner Voice ) বুলি অভিহিত কৰিছিল তাৰ প্ৰতি তেওঁৰ ওৰে জীৱন আছিল প্ৰগাঢ় নিষ্ঠা। ১৯০৯ চনত গান্ধীজী দক্ষিণ আফ্ৰিকাত থকা কালতে Servants of India Societyৰ সভাপতি গোপালকৃষ্ণ গোখেলে তেওঁৰ বিষয়ে এটি মন্তব্য কৰিছিল: "গান্ধীজীতকৈ পৱিত্ৰ, মহৎ, সাহসী আৰু উচ্চাত্মা ব্যক্তি জগতত আৰু দ্বিতীয়জন পাবলৈ নাই।"

ভগৱানে ( বা গান্ধীজীৰ দৃষ্টিত সত্যই ) তেওঁক যি পথৰ নিৰ্দেশ দিছিল সেই পথেৰে জীৱন পৰিচালনা কৰিবলৈ গান্ধীজীয়ে কঠোৰ সংগ্ৰাম কৰিবলগীয়া হৈছিল। জীৱনৰ শেষ ভাগত তেওঁ নিজেই কৈ গৈছে, "মই পথৰ সন্ধান পাইছোঁ। এই পথ ঋজু, সংকীৰ্ণ আৰু অসিধাৰৰ দৰে তীক্ষ্ণ।

এই পথেৰে খোজকাঢ়ি যাবলৈ পাই মই আনন্দিত হওঁ; কিন্তু যেতিয়াই কৰবাত পিছল খাওঁ তেতিয়া মই অন্তৰত বৰ দুখ অনুভৱ কৰোঁ, মই কান্দি পেলাওঁ।”

সত্য-অন্বেষণৰ প্ৰতি গান্ধীজীৰ আছিল অদম্য হেঁপাহ আৰু অব্যাহত প্ৰচেষ্টা। এই হেঁপাহে তেওঁক সৰ্বদা সৰ্বত্ৰ পৰিচালিত কৰিছিল আৰু ইয়াৰ ফলস্বৰূপেই পাৰ্থিৱ জীৱন-যাত্ৰাৰে সংগ্ৰামৰ সন্মুখীন হৈ বিভ্ৰান্ত হোৱা জনগণৰ মাজত তেওঁ বিজেতাৰ বেশে থিয় দিব পাৰিছিল। জীৱনত যেতিয়া অন্যায়-অমঙ্গলৰ দ্বাৰা তেওঁ পীড়িত হ'বলগীয়া হৈছিল তেতিয়া গভীৰভাৱে শান্ত হৈ থাকি তেওঁ এক পৰম শান্তি অনুভৱ কৰিছিল; দুখ-দৈন্যত বিচলিত হোৱাটো তেওঁৰ স্বভাৱৰ বাহিৰত আছিল। বিশ্ববিশ্ৰুত বৈজ্ঞানিক এলবাৰ্ট আইনষ্টাইনে গান্ধীজীৰ বিষয়ে কৈছিল, “ই তেনেই সম্ভৱপৰ যে গান্ধীজীক এজন নৰতনুধাৰী মানৱ হিচাপে গণ্য কৰিবলৈ বা তেনে এজন ব্যক্তিয়ে পৃথিৱীত জন্মধাৰণ কৰিছিল বুলি ভৱিষ্যতৰ মানুহে বিশ্বাস কৰিবলৈ টান পাব।”

বাপুজীৰ চৰিত্ৰ গঠন, নৈতিকতা আৰু আধ্যাত্মিক উৎকৰ্ষ সাধনাত কেতবোৰ পৰিবেশৰ প্ৰভাৱ লক্ষ্য কৰিবলগীয়া। গান্ধীৰ ধৰ্মপ্ৰাণা মাতৃদেৱীৰ কথাই এই সন্দৰ্ভত বিশেষভাৱে উল্লেখযোগ্য। গান্ধীয়ে তেওঁৰ জীৱনত মাকৰ প্ৰভাৱ বৰ বেছিকৈ অনুভৱ কৰিছিল। পুতেকৰ নৈতিক চৰিত্ৰ আৰু জীৱনৰ আধ্যাত্মিক ফালটোৰ পিনে তেওঁ বৰ বেছি সতৰ্ক আছিল। এই বিষয়ত পুতেকে কেতিয়াবা পিছল খাব পাৰে এনে এটি আশঙ্কা কৰি মাকে তেওঁক ওকালতি শিক্ষাৰ বাবে সুদূৰ পশ্চিমলৈ যাবলৈ পোনতে অনুমতি দিয়া নাছিল। গান্ধীয়ে মদ, মাংস আৰু স্ত্ৰীসঙ্গ বৰ্জন কৰিব বুলি শপত খোৱাতহে তেওঁ গান্ধীক বিলাতলৈ যাবলৈ দিলে। মাকৰ ইচ্ছা সম্পূৰণ কৰিবলৈ ইংলণ্ডত তেওঁ যি কঠোৰ ব্ৰত আচৰণ কৰিবলগীয়া হৈছিল, সেইটোৱে দূৰ দেশলৈ গৈয়ো চৰিত্ৰৰ পৱিত্ৰতা ৰক্ষা কৰাত তেওঁৰ বৰ সহায়ক হৈছিল। ইংলণ্ডত এখন নিৰামিষ ভোজনালয়তহে তেওঁ আহাৰ কৰিছিল। 'ইনাৰ টেম্প্‌ল্' নামৰ যি অনুষ্ঠানত তেওঁ আইন অধ্যয়ন কৰিছিল তাৰপৰা এই ভোজনালয়লৈ ভালেখিনি দূৰ। গান্ধীজীয়ে আহাৰ কৰিবলৈ সদায় এই দূৰলৈয়ো অহা-যোৱা কৰিবলগীয়া হৈছিল। ইয়াৰপৰা পৰোক্ষভাৱে তেওঁৰ যি লাভ হৈছিল সেইটো এটা ভাবি চাবলগীয়া কথা। ইয়াৰপৰা তেওঁৰ

শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক শক্তি লাভ হৈছিল। তেওঁৰ পিচৰ জীৱনতো এই শক্তি এক অমূল্য সম্পদ হিচাপে বৈ গৈছিল। প্ৰথমতে গান্ধীজীৰ কিজানি এনে ভাৱ হৈছিল যে মাংসাহাৰী হৃষ্ট-পুষ্ট শৰীৰত 'হেট্' পৰিধান কৰা ইংৰাজসকলৰ লগত নিজকে খাপ খুৱাই লবলৈ হ'লে নিৰামিষ ভোজনে তেওঁক মুগুজিব। এইখিনিতে চাগৈ তেওঁৰ মহৎ ব্যক্তিত্বৰ সূচনা হয়।

লণ্ডনত থকা কালত গান্ধীজীয়ে প্ৰথম বাৰৰ বাবে গীতা পঢ়িবলৈ লয়, মূল সংস্কৃত গীতা নহয়—ছাৰ এডুইন আৰ্নল্ডৰ অনুবাদহে তেওঁ পঢ়িছিল। একে সময়তে বাইবেলৰ নিউ টেষ্টামেণ্টখনো তেওঁ পঢ়িবলৈ পায়। সেই সময়ত বিলাতলৈ পঢ়িবলৈ যোৱা ডাঙৰীয়াসকলৰ তুলনাত তেওঁ বেছি ধৰ্মীয় ভাবাপন্ন নাছিল ; কিন্তু এই দুখন কিতাপে তেওঁৰ জীৱনত যথেষ্ট প্ৰভাৱ পেলালে আৰু সেই প্ৰভাৱেই তেওঁৰ মহান ব্যক্তিত্ব গঠনত ভালেখিনি সমল যোগালে। এইবিলাকৰ উপৰিও ৰাস্কিনৰ 'আন টু দিছ্ লাষ্ট', ৰুছিয়াৰ মহৰ্ষি টলষ্টয় আৰু আমেৰিকাৰ ডেভিদ থ'ৰোৰ গ্ৰন্থাৱলীৰপৰা পোৱা প্ৰভাৱৰ কথাও গান্ধীয়ে স্বীকাৰ কৰি গৈছে।

গান্ধীজীৰ বহুমুখী প্ৰতিভাৰ কৰ্মক্ষেত্ৰৰ পৰিধি অতি বিস্তৰ। মানৱ জীৱনৰ এনে এটা দিশ নাই যিটো দিশ গান্ধীজীৰ প্ৰভাৱেৰে আলোকিত হোৱা নাই। সেই বাবে এনে এটা সীমিত পৰিসৰৰ আলোচনাত তেওঁৰ জীৱনৰ সকলোবোৰ কাৰ্যসূচীকে সন্নিবিষ্ট কৰাটো তেনেই অসম্ভৱ। ভাৰতত দেশবাসীয়ে গান্ধীজীক স্মৰণ কৰিব এজন বিচক্ষণ ৰাজনীতিজ্ঞ হিচাপে, যি জনাই অহিংস সংগ্ৰামৰ জৰিয়তে তেওঁলোকৰ দেশমাতৃৰ স্বাধীনতা আহৰণ কৰিছিল। আন বহুতে তেওঁক বৰ্তমান যুগৰ এজনা ঋষি আৰু ধৰ্মগুৰু হিচাপে গণ্য কৰিব। আকৌ আন এভাগে হয়তো তেওঁক জ্ঞান কৰিব দৰিদ্ৰ আৰু নিষ্পেষিতসকলৰ ত্ৰাণকৰ্তা হিচাপে। গান্ধীজীক যিয়ে যিভাৱেই নলওক লাগিলে, ভগৱানত অটল বিশ্বাস আৰু জীৱনৰ প্ৰতি এক স্বকীয় বৈশিষ্ট্যপূৰ্ণ দৃষ্টিভঙ্গীৰপৰা গঢ়ি উঠা তেওঁৰ পূৰ্ণ ব্যক্তিত্বৰ ফল স্বৰূপেই গান্ধীজীৰ কাৰ্য-প্ৰতিভা বিকশিত হৈছিল।

পৰমেশ্বৰৰ ওপৰত থকা গান্ধীজীৰ অবিচলিত বিশ্বাসেই তেওঁক জীৱনত ভয়শূন্য কৰি তুলিছিল। গান্ধীজীৰ ধাৰণা আছিল যে ভগৱানত বিশ্বাস ব্যতিৰেকে এজন পূৰ্ণ মানৱ গঢ়ি উঠাটো অসম্ভৱ। তেওঁ কৈছিল, "God is the living Force. That Force resides in, but is not, body."

গান্ধীজীৰ এই ভয়শূন্যতা আহিছিল ভগৱানৰ প্ৰতি থকা তেওঁৰ পৰম বিশ্বাসৰপৰা আৰু জীৱন উপলব্ধিৰ গভীৰতাৰপৰা। সেয়ে কোনো মানুহকেই, আনকি মৃত্যুলৈও, গান্ধীজীয়ে ভয় নকৰিছিল। তেওঁ কৈছিল, "সত্য, প্ৰেম, ভগৱান—এইবিলাকৰ উপলব্ধিৰ মূলতে ভয়শূন্যতা; মানৱীয় গুণৰ ভিতৰত ই এটা অন্যতম শ্ৰেষ্ঠ গুণ।" এই ধৰণে গান্ধীজীয়ে স্ত্ৰী-পুৰুষ নিৰ্বিশেষে তেওঁৰ সকলো অনুগামীৰ অন্তৰতে নিৰ্ভয়ৰ ভাব সুমুৱাই দিছিল; তেওঁবিলাকৰ স্নায়ু সবল কৰি তুলিছিল। এই কথাই ভাৰতীবাসীৰ মনত এনেদৰে প্ৰতিক্ৰিয়া কৰিছিল যে তাৰ কথা লক্ষ্য কৰি ভাইকাউণ্ট ছেমুৱেল নামৰ এজন সম্ভ্ৰান্ত ইংৰাজ ব্যক্তিয়ে এনেদৰে মন্তব্য কৰিছিল, "গান্ধীজীয়ে ভাৰতবাসীক মেৰুদণ্ড পোন কৰিবলৈ, উচ্চ দৃষ্টিসম্পন্ন হ'বলৈ আৰু সকলো ধৰণৰ পৰিস্থিতিত গভীৰ দৃঢ়তাৰে সন্মুখীন হ'বলৈ শিক্ষা দিছিল।" এনে মহান ব্যক্তি এজনৰ নেতৃত্ব দেখিয়েই শক্তিমান বৃটিছ চৰকাৰে অনুভৱ কৰিলে যে কৃশ, নিশকতীয়া আৰু অধাহাৰী ভাৰতীয়সকলক স্বাধীনতা লাভৰপৰা আৰু বেছি দিন বঞ্চিত কৰি ৰাখিব নোৱাৰি।

ঈশ্বৰ আৰু সত্যাগ্ৰহত গান্ধীজীৰ যি পৰম বিশ্বাস আছিল, সেই বিশ্বাসেই অহিংস আন্দোলনত জয়যুক্ত হোৱাত তেওঁক দৃঢ়তৰ কৰি তুলিছিল। তেওঁ কৈছিল যে অহিংস আন্দোলনৰ অস্ত্ৰ আছে 'মানুহৰ অন্তৰতে'; মানুহ জাগ্ৰত অৱস্থাতেই থাকক কিম্বা সুপ্ত অৱস্থাতেই থাকক, এই অস্ত্ৰই সদায় ক্ৰিয়া কৰি থাকে। পৰাজয় কি অহিংস আন্দোলনে তাক নেজানে।

আত্মবল এনে এটা গুণ নহয় যাক অকল ঋষিতুল্য পুৰুষ বা মহাত্মা-সকলেহে আহৰণ কৰিব পাৰে বা কাৰ্যত খটুৱাব পাৰে। সকলো ব্যক্তি আৰু সমাজৰেই আত্মশক্তি থাকে আৰু সেই অনুপাতে ইয়াক কাৰ্যতো প্ৰয়োগ কৰিব পাৰি। গান্ধীজীয়ে কোনো ক্ষেত্ৰত অহিংসাকেই প্ৰেম বুলি অভিহিত কৰিছে। অহিংসা বা প্ৰেম হৈছে এটা সাৰ্বজনীন মনোবৃত্তি, এটা বিশ্বজনীন নীতি। সকলো সময়তে আৰু সকলো পৰিবেশতেই এই নীতি প্ৰযোজ্য; তেওঁৰ কেতবোৰ অনুগামীয়ে ভবাৰ দৰে ই কেৱল ক্ষেত্ৰবিশেষত প্ৰয়োগ কৰা অস্ত্ৰই নহয়।

সৰ্বোদয়েই (ভাষান্তৰত—সকলোৰে মঙ্গল সাধনা কৰাই) হ'ল গান্ধীজীৰ জীৱনৰ মুখ্যতম ব্ৰত। সৰ্বোদয় লাভৰ হেতু তেওঁৰ যি সদা-জাগ্ৰত শক্তি আছিল তাৰ জৰিয়তে তেওঁ ভগৱানৰ লগত একীভূত হোৱাৰ

আত্মোপলব্ধিও কৰিছিল। গান্ধীজীয়ে কৈ গৈছে, "ভগৱানৰ লগত এক হৈ যাব পাৰিলে আমাৰ আৰু জিৰণিৰ প্ৰয়োজন নহয়, ইয়াৰ পিচত জিৰণি নাথাকেও।" গান্ধীজী সেই গুণে নিজেই যেন গোটেই জীৱন ব্যাপি এক অব্যাহত কাৰ্যপ্ৰবাহ আছিল।

বিদেশী শাসনৰপৰা ভাৰত মাতৃৰ বন্ধনমুক্তিত গান্ধীজীয়ে যি সফলতা অৰ্জন কৰিলে সেয়ে তেওঁৰ জীৱনৰ এক উল্লেখযোগ্য কৃতকাৰ্যতা বুলি চিৰ-স্মৰণীয় হৈ থাকিব। গান্ধীয়ে এবাৰ মন্তব্য কৰিছিল, "ধাৰ্মিক লোক-সকলৰ লগত মই সাক্ষাৎ কৰি অনুভৱ কৰিছোঁ যে তেওঁলোকৰ প্ৰতি গৰাকীয়ে একোজন ছদ্মবেশী ৰাজনৈতিক নেতা। আনহাতে মই যদিও এজন ৰাজনীতিবিদৰ ভূমিকা লৈছোঁ মই দৰাচলতে এজন ধৰ্মভাবাপন্ন লোকহে।" আফ্ৰিকাবাসী নিষ্পেষিত ভাৰতীয়সকলৰ উদ্ধাৰৰ অৰ্থে আৰু তাৰ পিচত ভাৰতৰ স্বাধীনতা লাভৰ অৰ্থে কৰা সত্য অন্বেষণ আৰু সৰ্বজন-কল্যাণ সাধনে ব্ৰতাচাৰী গান্ধীজীক ৰাজনীতিবিদৰ ভূমিকা লবলৈ অনুপ্ৰেৰণা যোগাইছিল। তেওঁৰ অতি সবল বিশ্বাস আছিল এয়ে যে ভাৰতবৰ্ষৰ স্বাধীনতা ভাৰতীয় আৰু ইংৰাজ দুয়ো জাতিৰ পক্ষে মঙ্গলজনক হব। কিন্তু কেৱল ভাৰতৰ স্বাধীনতাই তেওঁৰ শেষ উদ্দেশ্য নাছিল। ভাৰতৰ মুক্তিয়ে বিশ্বৰ সকলো নিৰ্যাতিত জাতিৰেই মুক্তিৰ সূচনা কৰিব লাগিব। ভাৰতৰ মুক্তি সম্পৰ্কে তেওঁৰ যি ধ্যান-ধাৰণা, যি লক্ষ্য, তাক তেওঁ এনেদৰে প্ৰকাশ কৰিছিল: "মই বিচাৰোঁ ভাৰতবৰ্ষ এনেভাবে স্বাধীন আৰু শক্তিশালী হব লাগে যাতে সমগ্ৰ বিশ্বৰ কল্যাণৰ অৰ্থে ই নিজক বিলাই দিব পাৰে।" গান্ধীজীৰ মতে বেয়াক ভাল কৰিবলৈ, কু-কৰ্মত ৰতজনক সৎপথলৈ আনি-বলৈ কৰা আন সকলো চেষ্টাই যেতিয়া ব্যৰ্থ হয়, তেতিয়াহে সত্যাগ্ৰহৰ আশ্ৰয় লোৱাটো উচিত।

গান্ধীজীৰ সপোনৰ ভাৰত-মুক্তি তথা সমগ্ৰ বিশ্ববাসীৰ মুক্তিৰ অৰ্থ ৰাজনৈতিক স্বাধীনতাই নহয়, ইয়াৰ অৰ্থ হ'ল অৰ্থনৈতিক নিষ্পেষণৰপৰা, দাৰিদ্ৰ্যৰপৰা, সকলোপ্ৰকাৰ ভয়ৰপৰা, অজ্ঞানতা-অন্ধবিশ্বাসৰপৰা লাভ কৰা মুক্তি—মানুহৰ দাসত্ব শিকলিৰ বন্ধনছিন্নতা। এই কাৰণে গান্ধীয়ে তেওঁৰ একাদশ ব্ৰতৰ ভিতৰত 'স্বদেশী' (অন্যকথাত—আত্মনিৰ্ভৰশীলতা) ব্ৰতকো অন্তৰ্ভুক্ত কৰিছিল। এই উদ্দেশ্য আগত ৰাখি গান্ধীজীয়ে 'চৰ্খা' বা যঁতৰ আবিষ্কাৰ কৰিলে। যঁতৰ হ'ল অৰ্থনৈতিক স্বাধীনতাৰ প্ৰতীক আৰু আত্ম-

নির্ভৰশীলতাৰ অমোঘ উপাদান। গান্ধীজীয়ে বিচাৰিছিল, প্রতিজন ভাৰতীয়ই নিজৰ ভৰিৰ ওপৰত ঠিয় দি জীৱিকা উপার্জন কৰক, ওচৰ-চুবুৰীয়াৰপৰা চুৰি কৰি নহয় অথবা ৰঘুমলাৰ দৰে আনৰ ওপৰত দিও নহয়। তেওঁৰ দৃঢ় বিশ্বাস আছিল যে যঁতৰে সকলোৰে মহৎ উপকাৰ সাধন কৰিব। দেশবাসীক স্বাৱলম্বী হবলৈ শিকোৱাৰ উদ্দেশ্যে তেওঁ শিক্ষাৰ ক্ষেত্রতো এটা নতুন শিক্ষা-পদ্ধতি প্রৱর্তন কৰিলে। এই পদ্ধতি হ'ল 'নয়া তালিম' বা 'বুনিয়াদী' শিক্ষা-পদ্ধতি। বুনিয়াদী শিক্ষাৰ তত্ত্ব হ'ল এই যে ইয়াৰ জৰিয়তে স্কুল-কলেজৰ ছাত্র-ছাত্রীসকলে তেওঁলোকৰ ভৱিষ্যত জীৱনত স্বাৱলম্বী হৈ নিজৰ জীৱিকা অর্জনৰ শিক্ষা পাব। এই শিক্ষাই তেওঁলোকক শ্রমৰ মর্যাদা শিকাব আৰু তাৰপৰাই আন আন শ্রমিকসকলৰ শ্রমক শ্রদ্ধা কৰিবলৈ তেওঁলোকে অধ্যয়ন কালতে শিক্ষা পাব। এই ধাৰণাৰ বাবেই গান্ধীজীয়ে পুঁজিবাদ বা বৃহৎ উদ্যোগৰ পৰিপন্থী আছিল, কিয়নো সিবিলাকৰপৰা লাভ হোৱা ক্ষমতা বা উৎপাদন কেইজনমান মুষ্টিমেয় মানুহৰ হাততেই কেন্দ্রীভূত হৈ থাকে।

দেশৰ সর্বসাধাৰণে তাৰ উৎপাদন ভোগ কৰিবলৈ নাপায। যঁতৰৰ যান্ত্রিক-শিল্পৰ উৎপাদনত চিলাই কলৰ কথাটো গান্ধীজীয়ে অনুমোদন কৰিছিল। তেওঁ ভাবিছিল যে প্রতিখন ঘৰতে অন্ততঃ এটা চিলাই কল ৰখা আৰু তাৰ ব্যৱহাৰ কৰাটো সম্ভৱপৰ। বিদ্যুৎ-শক্তিৰ উৎপাদনত গান্ধীজীৰ আস্থা আছিল, কিয়নো ইয়াৰপৰা অকল নগৰ-চহৰৰ বাসিন্দাসকলেই নহয়, তাৰ উপকণ্ঠৱৰ্তী গাঁৱৰ মানুহেও লাভবান হব পাৰে।

এই সকলোৰে উপৰিও যি মহৎ উদ্দেশ্যৰ বাবে মহাত্মাই জীৱন উচর্গা কৰি গ'ল, সি হ'ল মানৱ জাতিৰ ঐক্য সাধন। হৰিজন আৰু বর্ণ হিন্দুসকলৰ মাজত থকা ব্যৱধান দূৰ কৰিবলৈ গান্ধীজীয়ে আৱশ্যক হলে আমৰণ অনশন কৰিবলৈও সঙ্কল্প লৈছিল। দেশৰ হিন্দু আৰু মুছলমান জাতিৰ মাজত সাম্য মৈত্রী স্থাপন কৰিবলৈ তেওঁ হাঁহিমুখে জীৱন উচর্গা কৰিবলৈও কুণ্ঠাবোধ কৰা নাছিল। ১৯৪৭ চনত যিদিনা এখন ভাৰত দ্বিখণ্ডিত হৈ এভাগ পাকিস্থান আৰু আনভাগ ভাৰত হ'ল সেইদিনা গান্ধীয়ে হৃদয়ত গভীৰ মর্ম-বেদনা অনুভৱ কৰিছিল। মহাত্মাই পূর্বতে অনুভৱ কৰিছিল যে পৃথিৱীত মানৱ জাতি বর্তি থাকিবলৈ হ'লে সকলো জাতি উপজাতি লৈ এখন সন্মিলিত ৰাষ্ট্রসঙ্ঘ গঠন হব লাগিব। এই সংঘৰ দ্বাৰা বিশ্বৰ সমগ্র জাতিয়েই

শান্তি আৰু একভাবে সহ-অৱস্থান কৰিব পাৰিব। সেই কাম সম্ভৱ হোৱাৰ পিচত এটা জাতিয়ে আন এটা জাতিৰ বিৰুদ্ধে প্ৰয়োগ কৰিব পৰা একেবিধ অস্ত্ৰ থাকিব, সেয়া হ'ল অহিংসা অস্ত্ৰ।

১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা দিল্লীৰ বিৰলা ভৱনৰ প্ৰাঙ্গনত অনুষ্ঠিত হবলগীয়া প্ৰাৰ্থনা সভালৈ গৈ থাকোঁতে শান্তি আৰু অহিংসাৰ প্ৰতিমূৰ্তি মহামানৱ মহাত্মা গান্ধী এক আততায়ীৰ গুলীত ইহলীলা সম্বৰণ কৰে। হত্যাকাৰীজনৰ দৃষ্টিত গান্ধীজীৰ দোষ আছিল এয়ে যে তেওঁ হিন্দু আৰু মুছলমানসকলৰ মাজত মৈত্ৰী স্থাপন কৰিব খুজিছিল। যিজন মহাপুৰুষে এই সংগ্ৰাম-শঙ্কিত আৰু সমস্যাবহুল জগতত পূৰ্ণ মানৱ হিচাপে আৱিৰ্ভাব হৈছিল সেইজনা মহামানৱৰ জীৱনৰ এনেদৰে বিষাদান্ত পৰিণতি ঘটিল।

এইজনা যুগপুৰুষৰ জন্ম শতবাৰ্ষিকী উপলক্ষে আজি ভাৰত আৰু সমগ্ৰ বিশ্বতেই এক মহাপয়োভৰ চলিছে।

# গান্ধীজীৰ দৃষ্টিত নাৰী

**নলিনীবালা দেবী**

যুগপুৰুষ মহাত্মা গান্ধীৰ সপোন আছিল পূতভূমি ভাৰতবৰ্ষত ৰামৰাজ্য গঢ়াৰ। সেই সময়ৰ পৰাধীন ভাৰতবৰ্ষক বৃটিছ শৃঙ্খলৰপৰা মুক্ত কৰি তেওঁৰ পৰিকল্পনা অনুসৰি ইয়াক গঢ় দিয়াই আছিল তেওঁৰ কাম্য। যিখন দেশত শোষণ-দুৰ্নীতি নাই, যিখন দেশ সামাজিক আবৰ্জনাৰপৰা মুক্ত, যিখন দেশত জনসাধাৰণে নিজৰ মানুহৰ দ্বাৰা গঠিত চৰকাৰৰ অধীনত ৰাজনৈতিক স্বাধীনতাৰ লগতে অৰ্থনৈতিক সমতাও উপভোগ কৰিব পাৰে, আকৌ যি দেশত মানুহে সত্য, প্ৰেম আৰু অহিংসাৰ মন্ত্ৰেৰে দীক্ষিত হৈ ভদ্ৰভাৱে সহজ, সৰল জীৱন যাপন কৰিব পাৰে সেই দেশেই ৰামৰাজ্যৰ প্ৰতিভূ। ভাৰতবৰ্ষত ৰামৰাজ্য গঢ়ি তুলিবলৈ হ'লে পোন প্ৰথমে সমাজৰ সংস্কাৰ সাধন কৰাটো অধিক প্ৰয়োজনীয় বিষয়। দুশ বছৰ ধৰি পৰাধীনতাৰ পঙ্কিলতাই সমাজত যি আবৰ্জনাৰ থূপ খুৱাইছে সেইবোৰক নৈতিকতা-পূৰ্ণ সংস্কাৰ সাধনাৰে ধুই নিকা কৰিব লাগিব; মানুহৰ মন পবিত্ৰ কৰিব লাগিব। এনে এটা দৃষ্টিভঙ্গীৰপৰা পৰ্যবেক্ষণ কৰি গান্ধীজীয়ে গভীৰভাৱে অনুভৱ কৰিলে যে তেওঁৰ কল্পনাক বাস্তৱত ৰূপ দিয়াৰ মূলতে হ'ল মানুহৰ মনৰ সংস্কাৰ কৰাটো। ব্যক্তিয়েই সমাজ আৰু সমাজেই ৰাষ্ট্ৰ। এতেকে সুসংস্কৃত ব্যক্তিৰ দ্বাৰাহে এখন সুসংগঠিত ৰাষ্ট্ৰৰ গঢ় দিয়াটো সম্ভৱপৰ।

সমাজ গঢ়াৰ পথত পুৰুষ-জীৱনৰ যি দায়িত্ব, নাৰী-জীৱনৰো সেই একেই দায়িত্ব। নাৰী পুৰুষৰ সমষ্টিতে ৰূপ লোৱা সমাজ বা ৰাজ্য এখনৰ উন্নীতকৰণৰ ভূমিকাত পুৰুষৰ সমানে সমানে নাৰীয়ে অংশ লব লাগিব। এই তথ্য উপলব্ধি কৰিয়ে গান্ধীজীয়ে নাৰী-জীৱনলৈ গভীৰভাৱে লক্ষ্য কৰি সমাজ গঢ়াত নাৰীৰ ভূমিকা সম্বন্ধে নিজৰ অভিমত বিভিন্ন কাকত-পত্ৰ আৰু ভাষণ আদিৰ যোগেদি প্ৰচাৰ কৰিছিল।

গান্ধীজীৰ দৃষ্টিত পুৰুষ-নাৰীৰ কোনো ভেদাভেদ নাই। গান্ধীজীয়ে

কৈছিল, স্বামী-স্ত্ৰী উভয়েই যোগ্যতাৰ অংশ গ্ৰহণ কৰি জীৱনক পূৰ্ণ কৰিবলৈ যত্ন কৰিব। তেতিয়াহে নাৰী-পুৰুষৰ সম্মিলিত জীৱনৰ পূৰ্ণতাই জাতিৰ জীৱনলৈ পূৰ্ণতা আনিব পাৰিব। পুৰুষ-নাৰী সকলোৰে জীৱনত একোটা স্বকীয়া ব্যক্তিত্ব আছে। নাৰীৰ নাৰীত্বৰ এটা মৰ্যাদাও আছে। নাৰী-জীৱনৰ এই স্বাতন্ত্ৰ্যবোধৰ মৰ্যাদাই নাৰীক বিবাহিত জীৱনত আপোন অধিকাৰত প্ৰতিষ্ঠিত কৰে। এই স্বাতন্ত্ৰ্যবোধেই বিবাহিত জীৱনত পুৰুষৰ অন্যায়-অনাচাৰৰপৰা ৰক্ষা কৰি থাকে। মহাত্মাজীয়ে কয়, "মোৰ জীৱন পথৰ সকলো শৃঙ্খলাৰ দৰে বিবাহিত জীৱনৰো এটা শৃঙ্খলা আছে। বিবাহিত নৰ-নাৰীয়ে জীৱনক নিজৰ ইহকাল আৰু পৰকাল বুলি ভাবি পৰৰ মঙ্গলৰ কাৰণেই জীৱনৰ ধৰ্ম বুলি ভাবি লব। কাৰণ জীৱন এটা কৰ্তব্য, জীৱন এটা মহান পৰীক্ষা। বিবাহিত জীৱনত এজনে যদি নিজৰ চুক্তি ভঙ্গ কৰে আনজনৰ জীৱনো অপৰাধীৰ শ্ৰেণীভুক্ত হয়। কিন্তু এই চুক্তি ভঙ্গ ডাইভোৰ্চ নহয়, এই চুক্তি ভঙ্গ হৈছে যি উদ্দেশ্যৰে তেওঁলোক মিলিত হৈছিল, সেই উদ্দেশ্যেৰেই বিচ্ছিন্ন হোৱাটো।"

গান্ধীজীয়ে নাৰীক বিবাহিত জীৱনত কেতিয়াও নাৰীত্ব বিসৰ্জন দিবলৈ কোৱা নাই। নাৰীত্বৰ মৰ্যাদা যি ঠাইত ক্ষুণ্ণ হয়, সেই ঠাইত মহাত্মাই নাৰীক বিদ্ৰোহ কৰিবলৈ কৈছে। কিন্তু সেই বিদ্ৰোহ নৈতিকতাৰ বিদ্ৰোহ হব লাগিব—দৈহিক হব নালাগিব।

মহাত্মাৰ মতে, ভাৰতীয় শাস্ত্ৰত নাৰীক পুৰুষৰ অৰ্ধাঙ্গিনী বুলিছে, আৰু নাৰীক দেৱীৰ স্থান দিছে। সেইকাৰণেই নাৰী কেতিয়াও পুৰুষৰ অপৰাধৰ অংশভাগিনী নহয়। সেইবাবেই স্বামীৰ আচাৰ-নীতিৰ বিৰুদ্ধ কৰ্ম নাৰীয়ে কেতিয়াও নীৰৱে মানি নলয়। এই ঠাইত বিদ্ৰোহিনী হৈ অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবৰ অধিকাৰ নাৰীৰ আছে। স্বামী বুলিয়েই অন্যায়ৰ পোষকতা কৰা কেতিয়াও উচিত নহয়। পত্নীত্বই নাৰীৰ সৰ্বস্ব নহয়, নাৰীৰ নাৰীত্বক বিসৰ্জন দিব নোৱাৰি। মহাত্মাজীয়ে নাৰীৰ নাৰীত্ব আৰু ব্যক্তিত্বৰ ওপৰতহে বেছি জোৰ দিছে। তেওঁ কয় যে স্ত্ৰীক স্বামীৰ দাসী কৰিবলৈ যোৱাৰ ফলত আৰু কোনো কোনো ঠাইত স্বামীৰ সৰ্বময় কৰ্তৃত্বৰ প্ৰয়োগৰ ফলত পুৰুষক পশুৰ শ্ৰেণীলৈ নমাই নিয়ে। স্বামীৰ কৰ্তৃত্বৰ অহমিকাই তিৰোতাৰ জীৱনক কেতিয়াবা দুৰ্বহ কৰি তোলাও দেখা যায়। হীন মনোবৃত্তিপৰায়ণ স্বামীয়ে উচ্চ মনোবৃত্তিপৰায়ণা স্ত্ৰীৰ ওপৰত

অযথা শাসন চলাই স্ত্ৰীৰ জীৱনৰ সুখ-আনন্দক হত্যা কৰাও দেখা যায়। পূৰ্বৰ সংকীৰ্ণ মনোভাবাপন্ন হিন্দুসমাজত নাৰী জাতিৰ প্ৰতি কৰা অন্যায়-অবিচাৰলৈ গান্ধীজীয়ে লক্ষ্য কৰিছিল যদিও কোনো আইন কৰিবলৈ কোৱা নাই।

মহাত্মাজীয়ে কৈছিল—নাৰীক যোগ্য শিক্ষা দি নিজৰ নাৰীত্ব উপলব্ধি কৰিবলৈ সুবিধা দিব লাগে। তেওঁলোকে শিক্ষাৰ দ্বাৰা নিজৰ অন্তৰৰ শক্তি বঢ়াবলৈ শিকক। তেওঁৰ বিশ্বাস যে যদি নাৰী জাতিয়ে অন্তৰৰ শক্তি বৃদ্ধি কৰিব পাৰে, তেতিয়া হলে এনেবোৰ সমাজৰ অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ নিজ অন্তৰত শক্তি পাব। যি ঠাইত স্বামীয়ে স্ত্ৰীক ত্যাগ কৰে, সেই ঠাইত বিবাহ-বিচ্ছেদ নকৰাকৈও পৃথকভাৱে বাস কৰি নাৰীয়ে ভাবিব পাৰে যে তেওঁৰ বিবাহ হোৱাই নাই। কিন্তু তেওঁ এনে অৱস্থাত স্বামীৰ অন্যায়ৰ বিৰুদ্ধে স্ত্ৰীক ভ্ৰষ্টা জীৱন যাপন কৰিবলৈ কোৱা নাই। স্বামী-পৰিত্যক্তা স্ত্ৰীৰ অন্যায়ৰ প্ৰতিবাদ হব নিপীড়িত নাৰীত্বৰ মুক্তি। স্বামীৰ অনাচাৰ, পঙ্কিলতাৰ বিৰুদ্ধেই নাৰীৰ বিদ্ৰোহ হব। স্বামীৰ নৈতিক অধঃপতনত স্ত্ৰীয়ে অন্যায়ৰ প্ৰতিবাদ স্বৰূপে নিজৰ নৈতিক জীৱনৰ অধঃপতন কেতিয়াও নকৰিব। নাৰীয়ে নিজৰ পবিত্ৰতা সদায় ৰক্ষা কৰিব, স্বামীৰ কলঙ্কিত জীৱনে যাতে স্ত্ৰীৰ জীৱন কদৰ্যপূৰ্ণ নকৰে এই বিষয়ে সতৰ্ক দৃষ্টি ৰাখিব। স্বামীৰ অত্যাচাৰ আৰু মিথ্যাচাৰৰপৰা নাৰীয়ে নিজৰ নাৰীত্বক ৰক্ষা কৰিব।

শিক্ষাৰ ক্ষেত্ৰতো যে নাৰীক হেয় প্ৰতিপন্ন কৰাটো অযুগুত, সেই বিষয়ে মহাত্মাজীয়ে কৈছে যে পুৰুষৰ দৰে নাৰীকো সমানে শিক্ষা দিয়াটো প্ৰয়োজন, কাৰণ বিধতাৰ সৃষ্টিত পুৰুষৰ দৰে নাৰী-জীৱনৰো সুকীয়া বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্যই পুৰুষৰ শাসনৰপৰা মুক্তি লাভ কৰি উৎকৰ্ষ সাধন হবলৈ সুবিধা পোৱা উচিত। কোনো বিবাহিত পুৰুষে নাৰীক নিজস্ব সম্পত্তি বুলি ভাবি নাৰীৰ জাগ্ৰত বৈশিষ্ট্যৰ ওপৰত আঘাত কৰা উচিত নহয়। উভয়ৰ সম্মিলিত ইচ্ছা মধুৰ ভাবেৰে কৰ্মত প্ৰয়োগ কৰা উচিত। ল'ৰা-ছোৱালীক সমানভাৱেই শিক্ষা দি সমানভাৱেই লালন-পালন কৰি পুত্ৰৰ যিবিলাক অধিকাৰ আছে কন্যাকো সেইবিলাক অধিকাৰ দি পিতৃ-মাতৃয়ে সন্তানৰ প্ৰতি স্বাৰ্থৰ ক্ষুদ্ৰতা ত্যাগ কৰিবলৈ গান্ধীজীয়ে কৈ গৈছে। মহামানৱে মানুহ-জীৱনৰ সকলো স্তৰতে নাৰীক যোগ্য আসন দিবলৈ চেষ্টা কৰি আহিছে। তিৰোতাক শক্তিহীনা বুলি মহাত্মাজীয়ে কেতিয়াও নকয়;

বৰং সৰ্বশক্তিময়ী মহামায়াৰ অংশ বুলি নাৰীক শ্ৰদ্ধা কৰে। নাৰী অসীম শক্তিৰ আধাৰ, নাৰীৰ ভিতৰত থকা অসীম ক্ষমতাৰ শক্তিৰে নাৰীয়ে সৃষ্টি-ৰক্ষাকৰ্ত্ৰী বুলি মহাত্মাজীৰ নাৰীৰ প্ৰতি অপাৰ শ্ৰদ্ধা, সহানুভূতি আৰু করুণা আছিল। নাৰীয়ে নিজক দুৰ্বলা বুলি ভবাটো এটা ডাঙৰ অপৰাধ বুলি মহাত্মাজীয়ে কয়। শক্তি মানে যদি পশুশক্তি বুজায় তেন্তে নাৰী পুৰুষতকৈ কম পশু; আকৌ যদি শক্তি মানে নৈতিক শক্তি বুজায় তেন্তে নাৰী পুৰুষতকৈ বহুগুণে শ্ৰেষ্ঠ বুলি তেওঁ ভাবে। ত্যাগ, ক্ষমা, ধৈৰ্য আৰু সহিষ্ণুতাত পুৰুষতকৈ নাৰীক তেওঁ শ্ৰেষ্ঠ স্থান দিছে। এই ক্ষমতাসমূহেই মানৱ জীৱনৰ শ্ৰেষ্ঠ ক্ষমতা। এই ক্ষমতাই নাৰীক বলশালিনী কৰি তুলিছে। নৈতিক ক্ষমতা শাৰীৰিক ক্ষমতাতকৈ প্ৰবল।

এইখন দেশ তপস্বী, আচাৰনিষ্ঠ ব্ৰতচাৰীৰ দেশ। আন দেশবোৰ ভোগৰ কাৰণে ব্যাকুল। কিন্তু এই দেশৰ ৰাজসিংহাসনত বহি ৰজাই কৰে তপস্যা অনাহাৰ ব্ৰত, ৰাজ্য ত্যাগ কৰি খাটে বনবাস। এক বাক্যে নিজ ৰাজ্য দান কৰি বনবাসী হয়। এনে অদ্ভুত এই দেশ ভাৰতবৰ্ষ! এই দেশৰ নাৰী জাতি অদ্ভুত তপস্বী। স্বামীৰ মৰণৰ লগতে নিজৰ পুত্ৰ-কন্যা-সংসাৰ ত্যাগ কৰি হাঁহিমুখে নাৰীয়ে মৃত স্বামীৰ সৈতে জ্বলন্ত চিতাত প্ৰবেশ কৰি জীৱন আহুতি দিছিল। এই দেশৰ বিধবা নাৰীয়ে জীৱনৰ সকলো ভোগ-বিলাস এক মুহূৰ্ততে ত্যাগ কৰি চিৰ-ব্ৰহ্মচাৰিণী ৰূপে দেশকল্যাণ আৰু ভগবৎ সাধনাত জীৱনক নিয়ন্ত্ৰণ কৰি পবিত্ৰ শুভ্ৰ পাৰিজাত পুষ্পৰ দৰে পুণ্যময় জীৱনৰ দীঘলীয়া দিন যাপন কৰিব পাৰে। এয়ে পুণ্যময় ভাৰতবৰ্ষৰ বৈশিষ্ট্য।

গান্ধীজীৰ দৃষ্টিতো নাৰীয়ে দেৱীৰ স্থান অধিকাৰ কৰিছিল। জন্মদাতৃ মাতৃক বাপুজীয়ে দেৱী জ্ঞানে শ্ৰদ্ধা কৰিছিল। মাতৃদেৱীৰপৰা গান্ধীজীয়ে যি শিক্ষা লাভ কৰিছিল সেই শিক্ষাই তেওঁৰ জীৱনত অমোঘ ঔষধি হৈ আছিল। তেওঁৰ নৈতিক জীৱন গঠনত এই শিক্ষাই যথেষ্ট প্ৰভাৱ পেলাইছিল। য়ুৰোপলৈ যোৱা সময়ত বাপুজীৰ মাতৃয়ে বাপুজীক নিজৰ ভৰি চোৱাঁই শপত খুৱাইছিল মদ আৰু মাংস নেখাবলৈ, ব্যভিচাৰ নকৰিবলৈ। বাপুজীয়ে মাতৃৰ চৰণ চুই কৰা প্ৰতিজ্ঞা গোটেই জীৱন আখৰে আখৰে পালন কৰিছিল। নিজৰ পত্নী কস্তুৰবা বাঈৰ জীৱনেই যেন বহু ক্ষেত্ৰত বাপুজীৰ জ্ঞানচকু মোকলাই দিয়াত সহায় হৈছিল। কস্তুৰবাঈ স্বামীৰ বহু

অন্যায়ৰ বিপক্ষে কৰা নীৰৱ বিদ্ৰোহবোৰে তেওঁক নাৰী-জীৱনৰ বৈশিষ্ট্যৰ প্ৰতি সজাগ কৰি তুলিছিল। পৰিণত বয়সত তেওঁ কৰ্মক্ষেত্ৰত বহু জটিলতাৰ মাজত নাৰীক কৰ্মসঙ্গিনী ৰূপে লৈ সত্যৰ পৰীক্ষা কৰা দেখিবলৈ পোৱা যায়। বাপুজীৰ মুক্তি-ব্ৰতত আগভাগ লোৱা সম্ভ্ৰান্ত মহিলা সৰোজিনী নাইডু, বিজয়লক্ষ্মী পণ্ডিত, স্বৰূপৰাণী নেহৰু, কমলা নেহৰু আদি কৰি মহিলাসকলে পুৰুষৰ দৰে সমান শক্তিৰে দেশ জাগৰণত বৰঙণি যোগাইছিল। ভাৰতবৰ্ষৰ সংগঠনত বাপুজীয়ে নাৰীজাতিক সদায় আগভাগ দিছিল। আনকি হিংসাময় সংঘৰ্ষৰ মাজতে সুন্দৰী যুৱতী নাৰী নিজৰ নাতিনী মনু গান্ধী আৰু চৰ্দাৰ পেটেলৰ ছোৱালী মণিকো বাছি লৈছিল। ডাঃ সুশীলা নায়াৰ মহাত্মাৰ সকলো কৰ্মতে আগভাগ লওঁতা হিচাপে বাপুজীৰ শৰীৰৰ ছাঁৰ দৰেই আছিল। বাপুজীৰ মহত্ত্বত মুগ্ধ হৈ ইংৰাজ কুমাৰী মীৰাবেনে ভাৰতৰ স্বাধীনতা আন্দোলনৰ আগভাগ লৈ বাপুজীৰ সেৱাৰ ভাৰ গ্ৰহণ কৰিছিল। ১৯২১ চনত ভাৰতৰ স্বাধীনতা অসহযোগ আন্দোলনৰ সময়ত নাৰী অৱৰোধৰ পৰ্দা-প্ৰথা বাপুজীয়ে উঠাই দি নাৰীজাতিক আহ্বান কৰিলে, ভাৰতৰ ভনীসকলে যাতে মুক্তি আন্দোলনত ব্ৰতী হয়হি। শ্ৰীকৃষ্ণৰ বংশীধ্বনি শুনি গোপিনীসবে ব্যাকুলচিত্তে লৰি অহাৰ দৰে, অসহযোগ আন্দোলনৰ বাবে বাপুজীৰ আহ্বানৰ শঙ্খধ্বনি শুনি ভাৰতৰ হেজাৰ হেজাৰ নাৰীয়ে পৰ্দাৰ আঁৰৰপৰা মুক্তি-যুঁজলৈ আগবাঢ়ি আহিল, সুনীল মুকলি আকাশৰ তলত ত্ৰিৰঙ্গ পতাকাৰ কাষত থিয় হ'লহি; বৰণ কৰিলে ভাৰতমাতৃৰ মুক্তিব্ৰত। অৱৰুদ্ধ বিৰাট নাৰী-শক্তিৰ স্ফুৰণ হ'ল পুৰুষৰ লগত স্বাধীনতা যুঁজত নাৰী-শক্তিয়ে সমান অংশ লৈ। কাৰাবৰণ, নিৰ্যাতন ভুগিলেও বন্দুকৰ গুলী বুকু পাতি ললে। অম্লান বদনে ফাঁচীকাঠত জীৱনাহুতি দিলে।

বাপুজীৰ কল্যাণত ভাৰতৰপৰা বাল্যবিবাহ প্ৰথা আঁতৰি যাবলৈ বাধ্য হ'ল। সাৰদা বিল পাচ কৰি পুৰুষৰ অন্যায় নীতিত বান্ধি থোৱা কুমাৰী-মেধ যজ্ঞৰ বলিশালৰপৰা বিশাল ভাৰতৰ নাৰীসমাজে মুক্তি পালে।

বাপুজীৰ আজ্ঞা অনুসাৰে আজি ভাৰতবৰ্ষত বয়সস্থা শিক্ষিতা নাৰীয়ে যোগ্য শিক্ষা পাই আত্মনিৰ্ভৰতা শিকি পুৰুষৰ দৰে সমানে নিজৰ প্ৰতিভাৰ বিকাশ কৰিবলৈ সুবিধা পাই নাৰী-জীৱন সাৰ্থক কৰি তুলিব পাৰিছে। স্বাধীন ভাৰতবৰ্ষত আজি স্ত্ৰী-পুৰুষৰ ভেদ নাই, সমান অধিকাৰত নাৰীসমাজে প্ৰতিষ্ঠা লাভ কৰিবলৈ পাই ধন্য মানিছে। জাতিৰ পিতা বাপুজীয়ে ভাৰতবৰ্ষক

মুক্তি দি স্বাধীনতা দিয়াৰ পিচত সমাজৰ অৰ্দ্ধাঙ্গ নাৰী-সমাজখনক মুক্তি দি বিকশিত কৰি তুলি বিশাল ভাৰতবৰ্ষক মহৎ শক্তিশালী কৰি তোলাৰ সঙ্কল্প সিদ্ধি কৰি নাৰী-সমাজক ধন্য কৰি গৈছে।

আজি স্বাধীন ভাৰতবৰ্ষৰ মুক্ত নাৰী-সমাজে এইজনা মহামানৱে দি যোৱা সকলো নিৰ্দেশ প্ৰতিপালন কৰি নিজৰ নাৰী-জীৱনক জ্ঞান, বিজ্ঞান, কলা, দৰ্শন, সঙ্গীত, সাহিত্য, দেশসেৱা আৰু নৈতিকতাৰ শ্ৰেষ্ঠ স্থান লবলৈ আগ বাঢ়িবলৈ জাতিৰ পিতাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আগবঢ়াওক। স্বাধীন ভাৰতবৰ্ষত আজি নাৰী-পুৰুষৰ ব্যৱধান আঁতৰি গৈছে। বাপুজীৰ নিৰ্দেশমতেই পুৰুষৰ দৰে নাৰীয়েও সৰ্বক্ষেত্ৰত সমান অধিকাৰ আৰু যোগ্যতাৰ পৰিচয় দিব পাৰিছে। স্বাধীন ভাৰতৰ ভনীসকলৰ যোগ্য সন্মান দিয়া ক্ষেত্ৰত নাৰী-সাহিত্যিক, কৱি, নৃত্যপটিয়সী, সঙ্গীতজ্ঞাসকলে যোগ্য সন্মান লাভ কৰিছে। চিকিৎসা, কাৰিকৰীবিদ্যা, আইন, অইন কি ৰক্ষণাবেক্ষণ ক্ষেত্ৰতো নাৰী-শক্তিয়ে যোগ্য পৰিচয় দিব পাৰিছে। যিজন মহামানৱৰ কৃপাত নাৰী-জীৱনে যোগ্য অধিকাৰ পাইছে সেইজন মহামানৱৰ শ্ৰেষ্ঠ নিৰ্দেশ নাৰী-জীৱনৰ সকলোতকৈ মূল্যবান নৈতিক আৰু আধ্যাত্মিক বিকাশৰ প্ৰতি নাৰী-সমাজে লক্ষ্য ৰাখি নিজৰ জীৱন নিয়ন্ত্ৰিত আৰু পৰিচালিত কৰিব পাৰিলেই মহামানৱৰ প্ৰতি প্ৰকৃত সন্মান জনোৱা হব।

# বাপুৰ সোঁৱৰণত

**লীলাধৰ বৰুৱা**

১৯২১ চন। তেতিয়া আমি হাইস্কুলৰ ছাত্র। অসহযোগ আন্দোলনে গোটেই ভাৰতবৰ্ষ তথা অসম ঢৌৱাই পেলাইছিল। আনকি অসমৰ প্রতিখন গাঁৱে-ভূঁঞে এই আন্দোলন বিয়পি পৰিছিল। আমি শুনিবলৈ পালোঁ যে মহাত্মা গান্ধী পোনপ্রথম বাৰৰ কাৰণে গুৱাহাটীলৈ আহিছে। মঙ্গলদৈৰপৰা কুমুদৰাম বৰাৰ নেতৃত্বত কেইজনমান স্বেচ্ছাসেৱক ইতিমধ্যে আহি গুৱাহাটী পালেহি। মুয়ো গান্ধীজী অহালৈ আগ্রহেৰে অপেক্ষা কৰিলোঁ।

মহাত্মা গান্ধী অসম মেইলেৰে আহি যিদিনা আমিনগাঁও ষ্টেচন পালেহি সেইদিনা ষ্টেচন লোকে লোকাৰণ্য। ৰেলৰপৰা নামিয়েই মহাত্মা গান্ধী জাহাজত উঠাৰ লগে লগে মানুহৰ ভিৰ ভাঙি মুয়ো জাহাজত উঠি ওপৰলৈ উঠা চিৰিৰ কাষতে থিয় হৈ ৰলোঁ। জাহাজ আহি পাণ্ডুঘাট পোৱাৰ লগে লগে এজন এজনকৈ সকলো যাত্রী নামি পৰিল। মহাত্মা গান্ধীৰ দর্শন লাভৰ উদেশ্যে মই কিন্তু নামি নাহি তাতে থিয় দি ৰলোঁ। গান্ধীজী সেই চিৰিয়েদি নামি অহাৰ লগে লগে তেখেতৰ নিচেই ওচৰ চাপি মই তেখেতক নমস্কাৰ জনালোঁ। তেখেতে মোৰ গালত থপৰিয়াই থপৰিয়াই "কৈসা হে বেটা" বুলি কৈ মোক মৰম কৰি জাহাজৰপৰা নামি আহিল আৰু মুয়ো গান্ধীজীৰ পিচ ললোঁ।

জাহাজৰপৰা নামিয়েই তেখেতে পোনে পোনে গুৱাহাটীৰ তৰুণৰাম ফুকনৰ ঘৰলৈ আহিল। হেজাৰ হেজাৰ জনতাই শোভাযাত্রা কৰি তেখেতক আদৰি আগবঢ়াই আনিলে। ফুকনৰ ফুলনি পথাৰতে সভামণ্ডপ সজা হৈছিল। সেইদিনা আবেলি পাঁচ বজাত মণ্ডপৰ চাৰিওফালে হেজাৰ হেজাৰ জনতাৰ সমাবেশ হৈছিল। কিন্তু কি আচৰিত, সভাস্থলিত ইমান মানুহ গোটখোৱা সত্ত্বেও কাৰো এটা মাত বা শব্দও মুখৰপৰা ওলোৱা নাছিল। সকলোৱেই মহাত্মাজী সভালৈ ওলাই অহাৰ বাটলৈ ৰ লাগি চাই আছিল।

চাৰে পাঁচ বজাৰ লগে লগে যেতিয়া ফুকন ডাঙৰীয়াই মহাত্মা গান্ধী আৰু মৌলানা মহম্মদ আলিক লৈ সভাস্থলিলৈ আহে, তেতিয়া শান্তিপ্ৰিয় জনতাই জয়ধ্বনি কৰি গোটেই সভাস্থলি মুখৰিত কৰি তোলে। মহাত্মাৰ হিন্দী ভাষণেৰে সভা আৰম্ভ হয়। ফুকন ডাঙৰীয়াই অসমীয়াত ভাঙনি কৰি ৰাইজক বুজায়। সেই সময়ত আজিৰ নিচিনাকৈ লাউড্‌স্পীকাৰ নাছিল। কিন্তু মহাত্মাজীৰ মাত খুব কোমল আৰু সৰু আছিল যদিও এই হেজাৰ হেজাৰ জনতাই তেখেতৰ প্ৰতিটো বাক্য আৰু শব্দ সুন্দৰকৈ শুনিবলৈ পাইছিল। গান্ধীজীৰ প্ৰতিটো কথাত ইমান জোৰ আছিল যে তাক এবাৰ যিয়ে শুনিছে সি কেতিয়াও পাহৰিব পৰা নাছিল।

সভা ভঙ্গৰ পিচতেই আৰম্ভ হ'ল বিলাতী কাপোৰ দহনযজ্ঞ। ফুকন ডাঙৰীয়া আৰু তেখেতৰ সহধৰ্মিণীয়ে ফুকনৰ বিলাতী পোছাকবিলাক আনি দিয়াৰ পিচত গান্ধীজীয়ে পোনতে তেখেতৰ বিলাতী পোছাকযোৰ আৰু ছাতিটো জুই লগাই দি এই দহনযজ্ঞ আৰম্ভ কৰে। ইয়াৰ লগে লগে উপস্থিত ৰাইজৰ প্ৰত্যেকেই নিজৰ নিজৰ বিলাতী কাপোৰ-কানি জুইত দলিয়াই দিয়ে।

মাত্ৰ তেৰবছৰ বয়সতে মহাপুৰুষৰ বিষয়ে সম্যক জ্ঞান উপলব্ধি কৰা টান আছিল যদিও মই মহাত্মাক সৰল-সহজভাৱে এজন মহাপুৰুষ বুলিয়ে ভাবিছিলোঁ। কাৰণ, সেই সময়ত মোৰ মনত ইমান দৃঢ় শক্তি নাছিল, অভ্যাসো আছিল দুৰ্বল; গতিকে মই স্কুল এৰিছিলোঁ যদিও পুনৰ স্কুলত ভৰ্তি হওঁ। সেই সময়ত মানুহৰ মুখে শুনিছিলো যে গাঁৱত জ্বৰ-বেমাৰ আদি হলে মহাত্মাৰ নামত কিবা অলপ আগবঢ়ালে আৰোগ্য হয়। সেই সময়ত অসমীয়া বাতৰি কাকত আদিৰ প্ৰচলন কম আছিল। এইবিলাক আমি মানুহৰ মুখে মুখে শুনা কথা।

এয়েই আছিল মোৰ বাল্য জীৱনতে মহাত্মাজীৰ সৈতে হোৱা প্ৰথম সাক্ষাৎ আৰু মহাত্মাৰপৰা পোৱা প্ৰথম মৰম আৰু আশীৰ্বাদ।

জাতীয় কংগ্ৰেছ মহাসভাত যোগ দিবৰ বাবে ১৯২৬ চনত দ্বিতীয়-বাৰ গান্ধীজী অসমলৈ আহে। যি ঠাইত বৰ্তমানে পাণ্ডু পাৰঘাট আছে সেই ঠাইতেই তেখেতৰ বাবে এটা পৰ্ণকুটিৰ সজা হৈছিল আৰু তাতেই তেখেত থাকিবলৈ লৈছিল। দ্বিতীয়বাৰো গান্ধীজীৰ সৈতে মোৰ দেখা-সাক্ষাৎ হোৱাৰ সৌভাগ্য ঘটিছিল।

এইবাৰ গান্ধীজীৰ প্ৰতি মোৰ ভক্তি আৰু বাঢ়িল। মই অনুভব কৰিছিলোঁ, গান্ধীজী যেন শান্তিৰ এক দীপ্ত মূৰ্তি, সৰলতাৰ জীৱন্ত আদৰ্শ। গান্ধীজীৰ এই সৰলতাই জগতবাসীৰ অন্তৰত অভিনৱ প্ৰেৰণাৰ সঞ্চাৰ কৰিছিল। মই যেন অনুভব কৰিছিলোঁ মহাত্মাৰ ন্যায় আৰু সত্যৰ প্ৰতি থকা অনুৰাগৰ প্ৰভাৱ আৰু প্ৰাণঢালি কৰা পৰিশ্ৰমৰ ফলতেই কঙ্কালসাৰ ভাৰতৰ প্ৰাণৰ স্পন্দন দেখা গৈছিল।

তাৰ পিচত মোৰ জীৱনলৈ উত্তেজনাপূৰ্ণ আকৌ এটা শুভদিন আহিল। গান্ধীজীয়ে সৱৰমতী আশ্ৰমৰ আশ্ৰয়বাসীসকলক লগত লৈ 'লৱণ-আইন ভঙ্গ'ৰ উদ্দেশ্যে ১৯৩০ চনৰ ৬ এপ্ৰিলৰ দিনা ডাণ্ডি অভিমুখে পদযাত্ৰা কৰাৰ বাতৰি পায়েই অসমৰ হৈ ময়ো এই পদযাত্ৰাত যোগ দিবলৈ বুলি কলিকতাবাসী অসমীয়া ছাত্ৰসকলৰপৰা (মই তেতিয়া ছিটি কলেজৰ আই. এছ. চি-ৰ ছাত্ৰ আছিলোঁ) বিদায় লৈ সৱৰমতী অভিমুখে হাওৰা-দিল্লী মেইলত উঠিলোঁ। দিল্লী পায়েই আহমদাবাদ মেইলত উঠিলোঁ। তাৰ দুদিনৰ পিচত ৰাতি ন বজাত সৱৰমতী ৰেলষ্টেচন পালোঁগৈ। গাড়ীৰ-পৰা নামিয়েই ধৰ্মশালাত প্ৰবেশ কৰাৰ লগে লগে ধৰ্মশালাৰ গেট বন্ধ হ'ল আৰু মই উপায় নাপাই শিলগুটিৰ দম এটাৰ ওপৰতে কম্বল পাৰি হাতৰ মোনাটোকে গাৰু কৰি শুই পৰিলোঁ।

পিচদিনা খুব পুৱাতেই হাত-মুখ ধুই উঠি আশ্ৰমলৈ বুলি খোজ দিলোঁ। আশ্ৰম পোৱাৰ লগে লগে মোক আশ্ৰমত থকা আব্বাচ তৈয়বজীয়ে জনালে যে গান্ধীজী আৰু আশ্ৰমবাসীসকল দুদিন আগতেই ডাণ্ডি অভিমুখে যাত্ৰা কৰিলে। তেখেতে মোক গুজৰাট বিদ্যাপীঠত সত্যাগ্ৰহী প্ৰশিক্ষণ লৈ তাৰ পিচত ডাণ্ডিলৈ যোৱাৰ পৰামৰ্শ আগবঢ়ালে।

গুজৰাট বিদ্যাপীঠত সাতদিন সত্যাগ্ৰহৰ প্ৰশিক্ষণ লৈ মই ডাণ্ডিলৈ গলোঁ। গান্ধীজীক সাক্ষাৎ কৰাত তেখেতে মোক প্ৰশ্ন কৰিছিল, "তোমালোকৰ নেতা তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈয়ে কি কৰিছে ?"

তেতিয়া মই এই বুলি উত্তৰ দিলোঁ, "তেখেতসকলে লাহোৰ কংগ্ৰেছৰ পৰা অসমলৈ ঘূৰি গৈ বাতৰি কাকতত বিবৃতি দি কৈছে যে অসমৰ বৰ্তমান পৰিস্থিতিলৈ চাই আমাৰ অসমীয়া ৰাইজে বৰ্তমান সত্যাগ্ৰহ আন্দোলনত যোগ নিদিয়াই ভাল। তেখেতসকলে এটা সুকীয়া দল গঠন কৰি বিধান-সভাৰ নিৰ্বাচনত যোগ দিবলৈ স্থিৰ কৰিছে আৰু সেইকাৰণেই মই অসমৰ

হৈ আন্দোলনত যোগ দিবলৈ আহিছোঁ।" মোৰ কথা শুনি গান্ধীজীয়ে বেজাৰ কৰি মোক কৈছিল, "নেতা নহলেও তোমালোক যুৱকসকলে নেতৃত্ব লব লাগিব। তুমি মোৰ লগত ১৫ দিন কাম কৰি অসমলৈ গৈ মোৰ 'এই সন্দেশ' ডেকা-গাভৰুসকলক দিবাগৈ।" তেখেতৰ পৰামৰ্শমতে মই ডাণ্ডিত ১৫ দিন থাকিলোঁ। ডাণ্ডিত থকা সময়ত আমি সকলো সত্যাগ্ৰহীয়ে পুৱাৰ প্ৰাৰ্থনা শেষ কৰি দলবান্ধি খেজুৰী-গছ কাটিবলৈ গৈছিলোঁ। দিনটো গাঁৱতে খেজুৰী-গছ কাটি গাঁৱতেই খোৱা-বোৱা কৰি আবেলি সময়তহে কেম্পলৈ ঘূৰি আহিছিলোঁ। গধূলি খোৱা-বোৱাৰ পিচতেই প্ৰাৰ্থনা সভা হৈছিল আৰু ইয়াৰ পিচত গান্ধীজীয়ে নিজ হাতে লোণ বিক্ৰী কৰিছিল।

১৯৩৪ চনত হৰিজন আন্দোলনৰ বাবে গান্ধীজী পুনৰ অসমলৈ আহে। এপ্ৰিল মাহৰ দহ তাৰিখে গোলোকগঞ্জ আহি পোৱাৰ লগে লগে অসমৰ হৈ অসমৰ হৰিজন সঙ্ঘৰ সভাপতি গড়মূৰীয়া গোস্বামী, সম্পাদক শ্ৰীদেৱেন্দ্ৰনাথ শৰ্মা, শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়া প্ৰভৃতি নেতাসকলে গোলোকগঞ্জ ৰেল ষ্টেচনত অভ্যৰ্থনা জনায়। শ্ৰীশৰ্মাৰ অনুৰোধক্ৰমে মই অসম সেৱাশ্ৰমৰ সম্পাদক হিচাপে মহাত্মাজীক আগবঢ়াবলৈ যাওঁ আৰু ৰূপশীত মই লগ ধৰোঁ। গান্ধীজীয়ে অসম ভ্ৰমণৰ তালিকাখন লৈ আমাৰ লগত আলোচনা কৰে। তেখেতৰ অসম ভ্ৰমণ, সকলো ঠাইতে খোৱা-লোৱাৰ ব্যৱস্থা কৰিবলৈ তেখেতৰ লগত অহা এজন কৰ্মী আৰু মোক আগতীয়াকৈ পঠিয়াই দিয়ে। লগতে ইয়াকো কৈ পঠিয়াইছিল যে হৰিজন পুঁজিলৈ সংগ্ৰহ কৰা টকাৰপৰা যেন অভ্যৰ্থনা সমিতিয়ে তেখেতৰ খোৱা-লোৱাৰ বাবে খৰচ নকৰে। তেখেতৰ কথা সাৰোগত কৰি আমি ৰাতিয়েই বাশবাৰী ষ্টেচনত ৰেলত উঠি উজনিমুৱা হৈছিলোঁ আৰু গান্ধীজীৰ আদেশ পালন কৰিবলৈ সমিতিবিলাকক বুজাই দিছিলোঁ। কিন্তু যোৰহাটত এটা উল্লেখযোগ্য ঘটনা ঘটিছিল। যোৰহাটৰ অভ্যৰ্থনা-সমিতিয়ে আমাৰ উপদেশ অমান্য কৰি মহাত্মাজীৰ খোৱা-বোৱাকে আদি কৰি সভামণ্ডপ সজা আৰু কাগজপত্ৰ ছপা কৰাৰ খৰচ আদিত হৰিজনৰ বাবে তোলা পইচাকে খৰচ কৰিলে। এই কথা জানিব পাৰি গান্ধীজীয়ে অভ্যৰ্থনা-সমিতিৰ হিচাপ পৰীক্ষা কৰিলে আৰু ডিব্ৰুগড়ৰ পৰা তেখেতে টেলিগ্ৰাম কৰি খৰচ হোৱা টকাখিনি ঘূৰাই দিবলৈ আদেশ কৰিলে।

গান্ধীজীয়ে সদায় আমি তৈয়াৰ কৰি দিয়া কাৰ্যতালিকামতেই কাম

কৰি গৈছিল। গান্ধীজীয়ে সভা-সমিতিবিলাকত নিৰ্দিষ্ট সময়ত উপস্থিত থাকিবলৈ অধিক গুৰুত্ব দিছিল। কেতিয়াবা নিৰ্দিষ্ট সময়ত উপস্থিত হব নোৱাৰাৰ ভয়ত গাড়ীৰ বেগ বঢ়াই দিবলৈও ড্ৰাইভাৰক হুকুম দিছিল। গান্ধীজীয়ে নিৰ্দিষ্ট কাৰ্য-সূচী অনুযায়ীহে কাম কৰিছিল। কাৰ্য-সূচীত সভা-সমিতি নথকা ঠাইতো হেজাৰ-বিজাৰ মানুহ গোট খালেও তাত তেওঁ উপস্থিত নহৈছিল আৰু কাকো লগ নিদিছিল। য'ত সভা-সমিতিৰ কাৰ্য-সূচী থাকে তাত লাগিলে দুই এজনেই উপস্থিত থাকক, কব লগা খিনি কৈছিল। উদাহৰণ স্বৰূপে যোৰহাটৰপৰা শিৱসাগৰলৈ যোৱাৰ বাটত চাৰিৰ্গাৱত কুলধৰ চলিহাই সভা আহ্বান কৰিছিল। কিন্তু আমাৰ ৰাইজে সময়ৰ মূল্য নুবুজি সভাৰ যো-জা কৰি থাকোঁতেই গান্ধীজী আহি উপস্থিত হ'লহি। সভাত তেতিয়া মাত্ৰ ২০।২৫ গৰাকী মানহে পুৰুষ-মহিলা উপস্থিত আছিল। সেই কেইগৰাকীকে লৈ সেইদিনা মহাত্মাই সভা পাতি গুচি আহিল। বাটত যাওঁতে সভালৈ দলে দলে মানুহ অহা দেখা পালে। গাড়ীৰ বেগ কমাই দি সেইসকলৰ আগত অন্য ঠাইত কাৰ্য-সূচী থকাৰ কথা কৈ কৈ বাটে বাটে হৰিজনৰ বাবে পইচা খুজি হাত আগবঢ়ালে আৰু যিয়ে যি পাৰে সাধ্যানুসাৰে দি গ'ল। চাৰিং পোৱাৰ লগে লগে বহুতো মানুহ গোটখাই থকা দেখি তাত কাৰ্য-সূচী আছেনে নাই মোক সুধিলে। মই নাই বুলি কোৱাত গাড়ীৰ বেগ বঢ়াই দিবলৈ ড্ৰাইভাৰক হুকুম দিলে। এই দৃশ্যই ৰাইজৰ মনত আঘাত দিয়াৰ বাতৰি সেই সময়ৰ কাগজে-পত্ৰে বহুত কথা প্ৰকাশ পাইছিল। আমি বাপুজী আৰু নেহৰুৰ মাজত এই ক্ষেত্ৰত বহু পাৰ্থক্য দেখা পাওঁ। নেহৰুৱে মানুহ দেখিলেই গাড়ী ৰখাই মানুহক বুজাবলৈ চেষ্টা কৰিছিল আৰু বাপুজীয়ে সময়ৰ মূল্য নুবুজা মানুহৰপৰা এইদৰে আঁতৰি গৈ মানুহক বুজাবলৈ চেষ্টা কৰিছিল। টিয়কতো এনে এটা ঘটনা ঘটিছিল। ১৯৩৪ চনৰ এপ্ৰিলৰ ১৮ তাৰিখে যোৰহাটৰপৰা শিৱসাগৰলৈ যাওঁতে টিয়কত তিনি মিনিটৰ কাৰ্য-সূচী আছিল। কিন্তু গান্ধীজীয়ে তিনি মিনিট সময় ৰখৰ বাবে সময় কৰিব নোৱাৰাত তাত নোৰোৱাৰ বাবে ৰাইজে ইয়াৰ কাৰণ বিচাৰি গান্ধীজীৰ লগত যোৱা নেতাসকলক দোষাৰোপ কৰি লিখিছিল যে হৰিজনসকলৰ বাবে কৰা দানৰ প্ৰতিদান হিচাপে মহাত্মাজীৰ মুখৰপৰা ওলোৱা বাণী এবাৰো শুনিবলৈ নোপোৱাটো বৰ পৰিতাপৰ কথা।

বৰপেটা সত্ৰত হৰিজনসকলৰ প্ৰবেশ নিষেধ—এই কথাষাৰ জানি

গান্ধীজীয়ে সত্ৰলৈ যাবলৈ অমান্তি হৈছিল আৰু তেওঁলোকে আগবঢ়োৱা এশ টকাৰ দানো লবলৈ অস্বীকাৰ কৰিছিল। ইয়াৰ পিচত নখন্দা নদীৰ পাৰত হোৱা এখন ৰাজহুৱা সভাত গান্ধীজীয়ে বক্তৃতা দি কৈছিল, "মোৰ গোটেই ভাৰতবৰ্ষ ভ্ৰমণৰ উদ্দেশ্য হ'ল অস্পৃশ্যতাক বৰ্জন কৰা। ধৰ্মৰ ভেটিত মই এই কামত আগবাঢ়িছোঁ। কিন্তু হিন্দুধৰ্মত অস্পৃশ্যতা থকা পাপ আৰু ই সমাজৰ এটা কলঙ্ক স্বৰূপ। এই কলঙ্ক গুচাব নোৱাৰিলে হিন্দুধৰ্ম অচিৰে নাশ হব। পৃথিৱীত এনে শাস্ত্ৰ নাই য'ত ভেদাভেদ আছে। মানুহৰ মাজত অস্পৃশ্য আৰু অস্পৃশ্য থকা ধাৰণাটো ভুল। মোৰ মানত সকলো সমান। ময়ো মানুহৰ লগৰে এজন। এই কাৰণে মই কওঁ যে আমাৰ মূলমন্ত্ৰ হৈছে সকলো জাতি সমান। কাকো ঘিণ নকৰি নিজে নিজে সকলো ধৰণৰ ভেদাভেদ দূৰ কৰক। দৰাচলতে যাৰ অন্তৰ মলিন তেওঁহে অস্পৃশ্য।

ইয়াৰ উপৰিও যোৰহাটৰ কুলধৰ চলিহাই সুধিছিল, "খিলাফত আন্দোলনৰ ফলত হিন্দু-মুছলমানৰ মাজত বিৰোধ ভাব যেনেকৈ বেছি হৈছিল, ঠিক তেনেকৈয়ে হৰিজন আন্দোলনৰপৰাও তেনে হোৱাৰ সম্ভাৱনা আছে নেকি ?" তাৰ উত্তৰত গান্ধীজীয়ে কৈছিল, "হিন্দু-মুছলমানৰ মিলনৰ বাবেহে খিলাফত আন্দোলনত আন্তৰিকতাৰে মই জোৰ দিছিলোঁ। মোৰ দৃঢ়বিশ্বাস যে অহা দহবছৰৰ ভিতৰত সকলোৱে মোৰ আন্তৰিকতা আৰু সৎ উদ্দেশ্য স্বীকাৰ কৰিব। এই ক্ষেত্ৰত মই সৎ উদ্দেশ্যেৰেই কাম কৰিছোঁ। যদি হৰিজন ভাইসকলে আমাৰ অন্যায় অত্যাচাৰৰ বিৰুদ্ধে থিয় হয়, তেনেহলে মই ভালেই পাম।"

গান্ধীজীয়ে মহিলাসকলক সমাজত উচ্চ স্থান দিছিল আৰু গোটেই ভাৰততে ইয়াৰ প্ৰচাৰো কৰিছিল। তেখেতে এইবাৰ অসমলৈ আহি কেইবাখনো মহিলা সমিতিত বক্তৃতা দিছিল। যোৰহাটৰ মহিলা সমিতিৰ অভিনন্দন-পত্ৰৰ উত্তৰত মহাত্মাজীয়ে কৈছিল যে অসমত পৰ্দা প্ৰথা নথকাটো ঈশ্বৰৰেই এক কৃপা। তিৰোতাসকলক অসমবপৰা কানি বৰবিহৰ লগতে অন্যান্য মাদক দ্ৰব্য দূৰ কৰিবলৈ তেওঁ উপদেশ দিছিল আৰু কৈছিল যে নামঘৰত কেৱল ভগবানৰ নাম ললেই নহয়। ভাটৌৱেও ঈশ্বৰৰ নাম লয়। এতেকে অন্তৰ পৱিত্ৰ হলেই মানুহ হৰিভক্ত হয় আৰু হৰিভক্তৰ মনত ভেদভাৱ নাথাকে।

গান্ধীজী শিৱসাগৰত তাৰাপ্ৰসাদ চলিহাৰ ঘৰত থকা সময়ত

শ্ৰীবিমলাপ্ৰসাদ চলিহাই নিজে সজা এটা নতুন ধৰণৰ যঁতৰ মহাত্মাই পৰিদৰ্শন কৰি থকা সময়ত এগৰাকী বয়সীয়া মহিলাক অলঙ্কাৰ পিন্ধি থকা দেখি গান্ধীজীয়ে হৰিজনৰ কাৰণে সেই অলঙ্কাৰ ত্যাগ কৰিলে সুখী হ'ম বুলি ক'লে। কোৱাৰ লগে লগে মহিলা গৰাকীয়ে অলঙ্কাৰ কিছুমান হৰিজনৰ কাৰণে দান কৰিছিল। শ্ৰীচলিহাৰ যঁতৰটো দেখি তেখেতৰ নিপুণ দক্ষতাৰ প্ৰশংসা কৰি তেখেতক নিখিল ভাৰত শিপিনী সঙ্ঘত যোগ দিবলৈ আহ্বান কৰিছিল।

এপ্ৰিলৰ ১৯ তাৰিখে হোৱা ডিব্ৰুগড়ৰ বিৰাট ৰাজহুৱা সভাত যোগ দি গান্ধীজীয়ে ছশ টকাৰ মোনা এটা পায়। ডিব্ৰুগড়তেই মহাত্মাই অসম ভ্ৰমণৰ কাৰ্যক্ৰম শেষ কৰি সেইদিনা অসম মেইলেৰে গন্তব্য স্থানলৈ বুলি যাত্ৰা কৰে। এই যাত্ৰাপথৰ আলোচনাত মই মহাত্মাক অসমৰ কৰ্মীসকলে বিনা বেতনে কাম কৰাৰ কথা কোৱাত তেখেতে আনন্দ প্ৰকাশ কৰি কৈছিল যে কৰ্মীসকলে কাম কৰিব লাগিলে আৰু তেওঁলোকৰ নিজৰ অন্ন-সংস্থানৰ চিন্তাৰপৰা মুক্ত হবলৈ হলে পৰিশ্ৰমৰ মূল্য লোৱাটো কোনো দোষণীয় নহয়।

মহাত্মা গান্ধীৰ দহ-দিনীয়া অসম ভ্ৰমণৰ শেষত অসমবাসীয়ে যেন এক নতুন উদ্দীপনা আৰু এক নতুন উৎসাহ পালে। অসমবাসী জাগ্ৰত হৈ উঠিল; গান্ধীজীৰ প্ৰতিটো বাক্যকে পালন কৰিবৰ উদ্দেশ্যে সকলো উঠি পৰি লাগিল। গান্ধীজীয়েও অসমৰ প্ৰতি যি বিশ্বাস ৰাখি গ'ল সেই বিশ্বাসৰ ওপৰতে নিৰ্ভৰ কৰি আৰু তেখেতৰ বাণী সাৰোগত কৰি অসম-বাসীয়ে হৰিজন আন্দোলন, অস্পৃশ্যতা বৰ্জন আদি কাম চলোৱাত ইন্ধন যোগাই আহিছে।

গান্ধীজীৰ সান্নিধ্যলৈ অহাৰ লগে লগে বাৰে বাৰে মোৰ মনত নতুন নতুন প্ৰেৰণাৰ উদ্ভৱ হৈছিল। মই অনুভৱ কৰিছিলোঁ, গঠনমূলক কামৰ মাজেদি আত্মনিয়োগতে তেখেতৰ আত্মাই শান্তি পাইছিল। স্বাধীন ভাৰতত তেওঁ কামনা কৰিছিল জাতি-বৰ্ণহীন এখন গণতান্ত্ৰিক সমাজ। মানুহে মানুহক শোষণ কৰাটো তেওঁ সহ্য কৰিব পৰা নাছিল। তেওঁৰ মতে মানুহৰ ক্ৰমবৰ্ত্তমানৰ মৌলিক কথা হ'ল তেওঁৰ স্বাধীনতা, তেওঁৰ সন্মান আৰু সুযোগ-সুবিধাৰ সমান অধিকাৰ।

১৯৩৮ চনত গান্ধীজীক পঞ্চমবাৰ লগ পাওঁ চৌদপুৰ আশ্ৰমত।

ডাঃ হৰেকৃষ্ণ দাস, গোপীনাথ বৰদলৈ, শ্ৰীবিষ্ণুৰাম মেধি আৰু মই তেখেতৰ ওচৰত এই বুলি দাবী জনাইছিলোঁ যে নিখিল ভাৰত শিপিনী সঙ্ঘৰ অসম শাখাৰ দায়িত্ব বঙ্গদেশৰ শ্ৰীঅন্নদা চৌধুৰীৰ হাতৰপৰা আনি অসমৰ যিকোনো এজনৰ হাতত দিব লাগে। সেই সময়ত অসমৰ শিপিনী সঙ্ঘ বঙ্গদেশৰ শিপিনী সঙ্ঘৰ অধীনত আছিল। এই বিষয়ে গান্ধীজীয়ে এইবুলি উত্তৰ দিছিল, “বৰ্তমানলৈকে মোৰ শ্ৰীঅন্নদা চৌধুৰীৰ ওপৰত বিশ্বাস আছে, তথাপি তোমালোকৰ ভিতৰত কোনোবাই যদি এই বিষয়ে শিক্ষা লৈ এই কাম চলাবলৈ ইচ্ছা কৰা তোমালোকে চলাব পাৰা।” এই আলোচনাৰ পিছতেই শ্ৰীযুত বিমলাপ্ৰসাদ চলিহাক অসম শাখাৰ পূৰ্ণ পৰ্যায়ৰ সম্পাদক হিচাপে দায়িত্ব দিয়ে আৰু চলিহা ডাঙৰীয়ায়ো তেখেতৰপৰা পোৱা দায়িত্ব বহন কৰি এই কাম চলাই যায়।

১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনৰ সময়ত গোপীনাথ বৰদলৈ আৰু শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াই গান্ধীজীক আমন্ত্ৰণ জনোৱাত তেখেত অসমলৈ আহিবলৈ সন্মত হয়। সেইবাবে অসম কংগ্ৰেছ কমিটীৰ জৰিয়তে এখন ভ্ৰমণ তালিকা প্ৰস্তুত কৰা হ’ল আৰু তেখেতক আগবঢ়াই অনাৰ ভাৰ মোৰ ওপৰত পৰিল। এই উদ্দেশ্যে ১৯৪৬ চনৰ পাঁচ জানুৱাৰী তাৰিখে মই চৌদপুৰ আশ্ৰম পাওঁগৈ। আশ্ৰমৰ প্ৰতিষ্ঠাতা শ্ৰীসতীশচন্দ্ৰ দাশগুপ্তই মোৰ থকা-মেলাৰ ব্যৱস্থা কৰি দিয়ে। পিচদিনা ৰাতিপুৱা আঠ বজাত গান্ধীজীৰ লগত দেখা-সাক্ষাৎ কৰিবৰ কাৰণে ডাঃ সুশীলা নায়াৰৰ লগত লগ লগাই দিলে। কিন্তু ডাঃ সুশীলা নায়াৰে পিচদিনা আঠ বজাৰ পিচতো গান্ধীজীক লগ কৰাৰ কোনো ব্যৱস্থা নকৰাত মই নিজে ৮·৩৫ মিনিটত কাৰো অনুমতি নোহোৱাকৈ তেখেতৰ কোঠাৰ ভিতৰলৈ সোমাই গলোঁ। যোৱাৰ লগে লগে মহাত্মাই মোক আধাঘণ্টা দেৰি হোৱাৰ কৈফিয়ৎ খুজিলে। মই তেতিয়া মোৰ পলম হোৱাৰ কাৰণ জনালোঁ আৰু বৰদলৈ ডাঙৰীয়াই দিয়া চিঠি আৰু ভ্ৰমণ তালিকা গান্ধীজীৰ হাতত আগবঢ়াই দিলোঁ। গান্ধীজীয়ে ভ্ৰমণ তালিকাখন চকুফুৰাই চাই তেখেতৰ শাৰীৰিক অসুস্থতাৰ কাৰণে অসমৰ সকলো ঠাইলৈ যোৱাটো সম্ভৱ নহব বুলি কলে। এইটোও কলে যে গুৱাহাটীতে থাকি তেখেতে যাতে দিনৰ ভিতৰতে ভ্ৰমণ তালিকা মতে কাম কৰি ঘূৰি আহিব পাৰে তাৰ দিহা কৰিব লাগে। এই সম্পৰ্কে বৰদলৈক জনোৱাত তেখেতে গান্ধীজীলৈ পুনৰ টেলিগ্ৰাম কৰি

ভ্ৰমণ তালিকা সাল-সলনি কৰা বুলি জনালে। এই তালিকা মতে বকো, মৌমান সেৱাশ্ৰম আৰু ৰামপুৰত সোমোৱাৰ ব্যৱস্থা হ'ল। ইয়াৰ পিচত জানুৱাৰীৰ ন তাৰিখলৈকে এই চাৰিদিন থাকি গান্ধীজীক লগত লৈ আমি অসম মেইলত গুৱাহাটী অভিমুখে ৰাওনা হলোঁ। প্ৰতিটো ষ্টেচনতে হেজাৰ হেজাৰ জনতাই গান্ধীজীক দৰ্শন কৰিবলৈ বৈ আছিল। আমি আহি লালমণিঘাট ষ্টেচন পোৱাৰ লগে লগে হেজাৰ হেজাৰ জনতাই মহাত্মাক দেখা কৰিবলৈ ৰেলৰ দুৱাৰ-খিৰিকী ভঙাৰ উপক্ৰম কৰা দেখি আৰু ইপিনে গান্ধীজী টোপনিত লাল-কাল দি শুই থকা দেখি বিবুদ্ধি হৈ শ্ৰীসতীশচন্দ্ৰ দাশগুপ্তক মহাত্মাৰূপে থিয় কৰাই দি তেখেতক দুআৰাৰ কৰলৈ কোৱাত আৰু তেখেতেও বাইজক সম্বোধন কৰি দুআষাৰ কোৱাতহে উন্মত্ত জনতাৰ হেচা-ঠেলাৰপৰা আমি ৰক্ষা পৰোঁ। তাৰপৰা আহি আমি যেতিয়া গোলোকগঞ্জ পাওঁহি তাতো হেজাৰ-বিজাৰ জনতাই এক মুক দৃষ্টিৰে গান্ধীজীৰ দৰ্শন পোৱাৰ উদ্দেশ্যে অপেক্ষা কৰি আছিল। মহাত্মাই এই দৃশ্য দেখি অবাক হৈ এয়া কি ঠাই পালোঁহি বুলি সোধাত আমি অসম বুলি কলোঁ। তেতিয়া গান্ধীজীয়ে শ্ৰীসতীশচন্দ্ৰ দাশগুপ্তলৈ চাই কৈছিল যে বঙ্গদেশ আৰু অসমৰ মাজত এই খিনিতে এক বিৰাট পাৰ্থক্য মই দেখিবলৈ পালোঁ। অসমৰ দৰে বঙ্গদেশেও এই শৃঙ্খলাৰ আশ্ৰয় ললে মই সুখী হম।

জানুৱাৰী ন তাৰিখে আমি আমিনগাঁও পালোঁহি। সেইদিনা গাড়ীও আছিল চাৰি ঘণ্টা পলম। তেখেতে আমিনগাঁও পায়েই বাহিৰে বাহিৰে শোৱালকুছিলৈ জাহাজেৰে আহি এখন সভাত যোগ দিয়ে আৰু এখন শিল্প-প্ৰদৰ্শনীও চায়। এই শিল্প-প্ৰদৰ্শনীত এগৰাকী শিপিনীয়ে মহাত্মাৰ ছবি কাপোৰত তোলা দেখা পাই আনন্দ প্ৰকাশ কৰে আৰু বোৱনী গৰাকীক প্ৰশংসা কৰে। সেইবাৰে গান্ধীজীয়ে কৈছিল, "অসমীয়া মহিলাই কাপোৰত পৰীৰ স্বপ্ন ৰচনা কৰিব পাৰে।" শোৱালকুছিৰপৰা ঘূৰি আহি গধূলি শৰণীয়া আশ্ৰমত বিশ্ৰাম লয়। তাতেই বীৰ কুশল কোঁৱৰৰ গান্ধী টুপী পিন্ধি থকা সৰু সৰু ল'ৰা দুটিক দেখা পাই মহাত্মাৰ চকু চলচলীয়া হৈ উঠিছিল।

জানুৱাৰীৰ দহ তাৰিখে গান্ধীজীয়ে জুবিলী পথাৰত প্ৰাৰ্থনা সভাত বক্তৃতা প্ৰসঙ্গত কৈছিল, "প্ৰাৰ্থনা সকলোৰে আৱশ্যক, চোৰ-ডকাইতেও নিজৰ আত্মশুদ্ধিৰ কাৰণে মনে মনে প্ৰাৰ্থনা নকৰি নোৱাৰে। অজস্ৰ ঐশ্বৰ্য-

বিভূতি থাকিলেও মানুহৰ মনলৈ নিৰাশাৰ ভাৱ আহে আৰু তেতিয়া জীৱনটো নিৰৰ্থক যেন অনুভৱ হয়। তেতিয়া ভগৱানৰ চৰণেই আশ্ৰয়ৰ স্থল হৈ পৰে আৰু মাথোন প্ৰাৰ্থনাই তেতিয়া হৈ পৰে জীৱনৰ একমাত্ৰ সম্বল।"

গান্ধীজীৰ বক্তৃতাৰ পিচত দান সংগ্ৰহ কৰিবলৈ সোঁৱৰাই দিয়া তেওঁৰ নাতিয়েকক উদ্দেশ্য কৰি কৈছিল, "হৰিজনক পাহৰা মানে মই মোৰ নিজৰ প্ৰাণক পাহৰা।" এইবুলি কৈ গান্ধীজীয়ে হৰিজনৰ কাৰণে ৰাইজৰ ওচৰত হাত পাতিছিল। ইয়াৰ উপৰিও গান্ধীজীয়ে ল'ৰা-ছোৱালীৰ প্ৰতি বক্তৃতা দি কৈছিল, "আজিকালি ল'ৰা-ছোৱালীবোৰে মোক 'জয়হিন্দ' ধ্বনিৰে অভ্যৰ্থনা কৰে। মইও 'জয়হিন্দ' বুলি উত্তৰ দিওঁ। এই ধ্বনি শুনিবলৈ মিঠা আৰু তাৰ আদৰ্শও ওখ। আমি জয় বিচাৰো নিজৰ কাৰণে নহয়, দেশৰ কাৰণে। হিন্দ বা ভাৰতৰ সুভাষ বসুৱে এই ধ্বনি আবিষ্কাৰ কৰি সঁচাকৈয়ে বৰ ভাল কামেই কৰিছে। কিন্তু মই তোমালোকক মাত্ৰ অনুৰোধ কৰোঁ যে বন্দে-মাতৰম ধ্বনিৰ লগত আমাৰ স্বাধীনতা আন্দোলনৰ ইতিহাস ওতঃপ্ৰোতভাৱে জড়িত আছে। এই ধ্বনিৰ আহ্বানত অলেখ মানুহে প্ৰাণ আহুতি দিছে আৰু অশেষ স্বাৰ্থ ত্যাগ কৰিছে। 'জয়হিন্দ'ৰ দৰে 'বন্দে-মাতৰম'ও আমাৰ অতি আপোন বস্তু। 'জয়হিন্দ' বৰণ কৰি 'বন্দে-মাতৰম'ক নেওচা দিলে আমাৰ অন্যায় হ'ব।"

গান্ধীজীয়ে জানুৱাৰীৰ ১২ তাৰিখে গধূলি ছয় বজাত প্ৰাৰ্থনা শেষ কৰিয়েই গোৱালপাৰালৈ যাত্ৰা কৰে। লগতে তেখেতৰ গাখীৰৰ কাৰণে কেইটামান ছাগলীও গুৱাহাটীৰপৰা পঠোৱাৰ ব্যৱস্থা কৰা হৈছিল তেখেতৰ অসমলৈ অহা এই বাৰেই শেষ কাৰণে।

১৯২১ চনৰ প্ৰথম সাক্ষাতৰ পিচৰপৰা ১৯৪৬ চনলৈকে গান্ধীজীৰ সতে ঘনাই ঘনাই হোৱা সাক্ষাৎ আৰু কথা-বতৰাৰপৰা মই গান্ধীজীক খুব ঘনিষ্ঠ আৰু গভীৰভাৱে বুজিব পাৰিছিলোঁ। গান্ধীজী ইমান মহান আৰু বহুমুখী প্ৰতিভা-সম্পন্ন আছিল যে আমি সেই প্ৰতিচ্ছবি আমাৰ মাজত উদ্ভাসিত কৰি ৰাখিবৰ কাৰণে অশেষ চেষ্টা কৰিলেহে সেই কামত জয়যুক্ত হ'ব পাৰিম আৰু লগতে গান্ধীজীৰ প্ৰতি আমাৰ শ্ৰদ্ধা নিবেদন কৰিব পাৰিছোঁ বুলি বুকু ডাঠ কৰি ক'ব পাৰিম।

গান্ধীজীৰ জীৱনৰ কোনটো দিশ, কোন চিন্তাধাৰা আৰু ধৰ্মৰ ওপৰত গুৰুত্ব দিলে তেখেতৰ তিৰোধানৰ পিচতো তেখেতৰ ছবি জনসাধাৰণৰ মনৰ

পৰ্দাত স্মৃতিৰ তুলিকাৰে আঁকি দিব পৰা যায়, সেই কথা কোৱা টান যদিও মোৰ মনেৰে যিজনা পুৰুষে এদিন প্ৰেম আৰু অহিংসাৰে সত্য অন্বেষণ কৰিছিল আৰু যিজনাই ত্যাগ আৰু সকলো ধৰণৰ অপায়-অমঙ্গলৰ বিৰুদ্ধে অহৰহ যুঁজিছিল, সেইজনা পুৰুষক এটা প্ৰতিচ্ছবি কৰি নাৰাখি তেওঁৰ প্ৰকৃত সেৱা-ত্যাগৰ আৰ্হি আমাৰ চকুৰ আগত ৰাখি কামত আত্মনিয়োগ কৰি গলে আমি তেওঁৰ হৈ তথা ভাৰতবৰ্ষৰ হৈ কিছু কৰিছোঁ বুলি সাহসেৰে কব পাৰিম।

# মাদকতা নিবাৰণত গান্ধীজীৰ বৈপ্লৱিক আন্দোলন

ডাঃ ঘনশ্যাম দাস

গান্ধীজীয়ে তেওঁৰ তীক্ষ্ণ অন্তৰ্দৃষ্টিৰে উপলব্ধি কৰিছিল যে ব্যক্তিগত-ভাৱেই হওক বা সামাজিকভাৱেই হওক, চৰিত্ৰবল আৰু আত্মসংযম লাভ কৰিবলৈ হলে মানুহ অহিংস স্বভাৱৰ হব লাগিব।

দৈনন্দিন প্ৰাৰ্থনাত পুৰা আৰু গধূলি গীতাৰ বাণী অধ্যয়ন কৰি গান্ধীজীয়ে বুজি পালে যে বৈষয়িক ভোগবিলাস, কামভাব, উত্তেজনা আদি পশু-প্ৰবৃত্তিবোৰেই প্ৰকৃত সুখ-শান্তিৰ প্ৰধান শত্ৰু। ক্ষন্তেকীয়া উত্তেজনাৰ বশৱৰ্তী হৈ মানুহক অন্ধ হোৱাৰপৰা ৰক্ষা কৰিবলৈ হলে সাধাৰণ নীতি আৰু যুক্তিৰ দ্বাৰাই মানুহৰ মনোবল বৃদ্ধি কৰি তেওঁবিলাকক সুপথেৰে চলিবলৈ শিকাব লাগিব।

এসময়ত যদিও সুৰা মানুহৰ অতি প্ৰিয় পানীয় আছিল তথাপি কালক্ৰমত ই ভদ্ৰ সমাজৰপৰা আঁতৰ হ'ল। এসময়ত দেৱ-দেৱীক সন্তুষ্ট কৰিবলৈ যি সুৰাভাগ আগবঢ়োৱাৰ দস্তুৰ আছিল সৌভাগ্যবশতঃ সেইটো লাহে লাহে নাইকিয়া হৈ আহিল, যদিও পূৰ্ব-প্ৰচলিত এই ৰীতিয়ে সমাজৰ নিম্নস্তৰৰ মানুহৰ মনত বাৰুকৈয়ে ছাপ পেলালে। ফলত মানুহৰ এই বিষয়ে কিছু ভুল ধাৰণা হৈ গ'ল। সেইবাবে কোনো কোনো অঞ্চলত মদ বা তাৰ ব্যৱসায় কৰা লোকক অস্পৃশ্যৰ দৰে ব্যৱহাৰ কৰা হৈছিল। বহু শতাব্দী ধৰি আমাৰ দেশত এনে ধৰ্মোপদেশৰ প্ৰচলন আছিল। কিন্তু গান্ধীজীয়ে তেওঁৰ দূৰদৰ্শিতাৰে দেখিলে যে মাদক দ্ৰব্য আৰু জুৱাখেল আদিৰ জৰিয়তে চৰকাৰে যথেষ্ট আয়কৰ পোৱাৰ আশাৰে আমাৰ দেশৰ সাধাৰণ ৰাইজক ছলে-বলে-কৌশলে ক্ৰীতদাসত পৰিণত কৰিবলৈ ধৰিছে। গান্ধীজীয়ে থিৰ কৰিলে যে এই ধ্বংসকামী দস্তুৰবোৰৰ যিকোনো উপায়ে মূলোচ্ছেদ কৰিব লাগিব ; নহলে এইবোৰৰপৰা গোটেই জাতিটোৱে জীৱনী-শক্তি ক্ৰমে হ্ৰাস পাই গৈ দুৰ্বল আৰু নিশকতীয়া হৈ ধ্বংসৰ মুখত

পৰিবৰ্গে। এনেদৰে গুণি-গাঁথি এটা স্থিৰ সিদ্ধান্তলৈ আহিবলৈ গান্ধীজীয়ে মাদক দ্ৰব্য নিবাৰণৰ অভিযান আৰম্ভ কৰিলে। তেওঁক এই কামত আন কেতবোৰ ভাৰতীয় লোক আৰু মিতাচাৰ সমিতিয়ে যথেষ্ট সহায় কৰিছিল।

গান্ধীজী আৰু তেওঁৰ সতীৰ্থসকলে মদৰ প্ৰচলন কমাবৰ বাবে তেতিয়াৰ চৰকাৰক মদৰ ওপৰত কৰ বৃদ্ধি কৰিবলৈ, মদৰ দোকান আৰু মদ বিক্ৰি কৰা সময় নিৰ্ধাৰিত কৰি দিবলৈ আবেদন জনাইছিল। কিন্তু গান্ধীজীয়ে দেখিলে যে অৰ্ধশতাব্দী ধৰি এই ব্যৱস্থাৰ একো ফল নহ'ল। তাৰোপৰি বিলাতলৈ গৈ তেওঁ দেখিবলৈ পালে যে তেওঁৰ ভাৰতীয় বন্ধু-সকলে মদৰ ৰাগীত অচেতন হৈয়ে পৰি থাকে। তাকে দেখি তেওঁ মনত বৰ আঘাত পালে। তাৰ পিচত যেতিয়া তেওঁ দেখিলে যে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়ৰ ক্ষেত্ৰতো তাকেই ঘটিছে তেতিয়া তেওঁ গভীৰভাৱে চিন্তাক্লিষ্ট হৈ পৰিল। সেই সময়ত ১৮৯৩ চনতে তেওঁ মদ নিবাৰণী আন্দোলন শক্তিশালী কৰি তুলিবলৈ উঠি-পৰি লাগিল। তেওঁৰ চেষ্টাৰ ফলত দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয়সকলে যাতে মদ খাব নোৱাৰে তাৰ বাবে বৃটিছ চৰকাৰে বিশেষ আইন প্ৰণয়ন কৰিবলৈ বাধ্য হ'ল। এই আইনমতে কোনো ভাৰতীয়ই ঘৰত মদৰ বটল ৰাখিব নোৱাৰা হ'ল; অৱশ্যে কেন্টিনত গৈ খাব পৰাৰ ব্যৱস্থা থাকিল। এই সম্পৰ্কে 'ইয়ং ইণ্ডিয়া' কাকতত তেওঁ নিজে লিখিছে :

"মই ১৮৯৩ চনত আফ্ৰিকালৈ যাওঁ। যেতিয়া দেখিলোঁ যে আগতে কাহানিও সুৰাপান নকৰা পুৰুষ, আনকি তিৰোতায়ো মদ খাবলৈ লৈছে, তেতিয়াই মই মিতাচাৰৰ কাম আৰম্ভ কৰোঁ; অৱশ্যে মই জানিছিলোঁ মোৰ বাবে ই এটা কঠিন কাম। ব্যক্তিগতভাৱে দিয়া পৰামৰ্শৰ কথা নকৰেই, এই লোকসকলে মিতাচাৰৰ বিষয়ে দিয়া কোনো বক্তৃতাকেই শুনিবলৈ ইচ্ছা নকৰিছিল। ক্ষমতাহীন মানুহৰ দ্বাৰা যিখিনি কৰা সম্ভৱ হব পাৰে সেই সকলোখিনি উপায় মই অৱলম্বন কৰিছিলোঁ। সেই চেষ্টাৰ ফলতো বিশেষ কোনো লাভ দেখা নগৈছিল। দক্ষিণ আফ্ৰিকা ইউনিয়ন হোৱাৰ পিচত চৰকাৰে 'লিকাৰ কমিছন' ( Liquor Commission ) গঠন কৰি দিয়ে। সেই কমিছনৰ আগত মই সাক্ষী দিছিলোঁ আৰু বিশেষভাৱে এটা টোকাও দাখিল কৰিছিলোঁ। তাৰপৰাও একো লাভ নহ'ল।

"তাৰ পিচতে মই ভাৰতলৈ আহিলোঁ। ইয়াতো দেখোঁ যে দক্ষিণ

আফ্ৰিকাতকৈ ভাৰতৰ অৱস্থা বহুখিনি বেলেগ হলেও সমস্যা একেটাই। আপোনালোকে জানেই যে ১৯২০-২১ চনত ভাৰতত মাদকদ্ৰব্য নিবাৰণৰ বাবে এটা প্ৰবল অভিযান চলোৱা হৈছিল। সেই সময়তে যদি ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ সকলোৱে এই অভিযানত আন্তৰিক সমৰ্থন পালোঁহেঁতেন, তেন্তে আমি এতিয়ামানে সম্পূৰ্ণ কৃতকাৰ্য হলোঁহেতেন। সেই সময়ৰ চৰকাৰী ৰিপোৰ্ট পঢ়িলেই বুজিব পাৰিব যে কেইখনমান প্ৰদেশতহে এনে ধৰণৰ নিবাৰণী কাৰ্যত সফলতা লাভ কৰা হৈছিল। অসমতো শ শ কানিৰ ঘাটি বন্ধ হৈ পৰিছিল। কিন্তু ইয়াৰ পিচত ক্ৰমাৎ বিপৰ্যয় ঘটিল। এইটো বৰ পৰিতাপ আৰু দুৰ্ভাগ্যৰ বিষয় যে চৰকাৰে দমন-নীতি আৰম্ভ কৰিলে। অৱশ্যে এই আন্দোলনৰ লগত ৰাজনৈতিক স্বাৰ্থ নিহিত থকাটো মই অস্বীকাৰ নকৰোঁ। কিন্তু নৈতিক সংস্কাৰত সহায় কৰাটো সকলোৱে কৰ্তব্য। চৰকাৰে দমন নীতি লোৱাৰ কাৰণ এই যে মাদকদ্ৰব্যৰ প্ৰচলন কমাৰ লগে লগে-বিহাৰ, মধ্যপ্ৰদেশ আৰু অসমত ৰাজহো কমিবলৈ ধৰিলে। কিন্তু আনন্দৰ বিষয় যে এনে সময়তে সৰ্বসাধাৰণৰ বহুতেই আত্মশুদ্ধিৰ ইচ্ছা অনুভৱ কৰাত মাদকদ্ৰব্য সেৱন ত্যাগ কৰিলে। কিন্তু চৰকাৰৰ সঁহাৰি নোপোৱাত হেজাৰ হেজাৰ লোকে বিভিন্ন ঠাইত মদ-কানি আদিৰ দোকানত পিকেটিং কৰিবলৈ আৰম্ভ কৰিলে। চৰকাৰে দমন নীতিৰে কেইবাশও স্বেচ্ছাসেৱকক জেলত সুমুৱালে। ফলস্বৰূপে মাদকদ্ৰব্যৰ দোকান পুনৰ আৰম্ভ হ'ল।"

গান্ধীজী পুনৰ দৃঢ়প্ৰতিজ্ঞ হ'ল আৰু ১৯২০-২১ চনত তেওঁৰ নেতৃত্বত অসহযোগ আন্দোলন আৰম্ভ কৰাৰ লগে লগে কাৰ্যক্ৰমত মাদকদ্ৰব্য নিবাৰণৰ আঁচনিও অন্তৰ্ভুক্ত কৰিলে। কংগ্ৰেছ সংগঠনৰ জৰিয়তে গান্ধীজীয়ে আন্দোলন চলালে। ভাৰতৰ অধিকাংশ পুৰুষ আৰু তিৰোতাৰপৰা গান্ধীয়ে সমৰ্থন লাভ কৰিলে। তেওঁলোকে চৰকাৰৰ মদ-ভাং আদিৰ বাবে দিয়া অনুমতিত বাধাৰ সৃষ্টি কৰিবলৈ ধৰিলে। মানুহৰ মাজত মদ খোৱাৰ অভ্যাস কমাৰ লগে লগে চৰকাৰৰ ৰাজহো কমিবলৈ ধৰিলে। চৰকাৰৰ নৈৰাশ্য আহিল। মাদকদ্ৰব্য বৰ্জনৰ দ্বাৰা নৈতিক সংস্কাৰ অনাটোকেই গান্ধীজীয়ে বিচাৰিছিল। তেখেতে উপলব্ধি কৰিছিল যে এই সংস্কাৰ আন্তৰিকতাৰ দ্বাৰাহে সম্ভৱ, আইনৰ দ্বাৰা নহয়। তেখেতৰ মতে মানুহক ৰাগীয়াল বস্তু খোৱাত বাধা দিয়াতকৈ সেইবোৰ বিক্ৰি কৰাটোহে বন্ধ কৰিব লাগে যাতে তেনে বস্তু খোৱা

লোকসকলৰ সেইবোৰলৈ প্ৰবৃত্তি নহয়। তেখেতে বাৰে বাৰে কৈছিল যে উপায়হীন দুৰ্ভগীয়া সুৰাপান কৰা লোকসকলে ইয়াৰপৰা উদ্ধাৰ পোৱাৰ পথ বিচাৰে। তেওঁলোকৰ বহুতেই বুজিছে যে এই ৰাগীয়াল বস্তুৱে শৰীৰ নষ্ট কৰে, মানুহক দৰিদ্ৰতা আৰু অশান্তিৰ পথলৈ টানি নিয়ে আৰু একেটা পৰিয়ালক ধ্বংসৰ মুখলৈ ঠেলি দিয়ে। তথাপি হেনো মদৰ দোকানৰ কাষ চাপিলেই তেওঁলোকৰ খোৱাৰ আগ্ৰহ হয়। এই কথাত গুৰুত্ব দিয়েই বাপুজীয়ে দঢ়াই দঢ়াই চৰকাৰক সকিয়াই দিছিল মদৰ দোকানবোৰকে সম্পূৰ্ণ উঠাই দিবলৈ। অৱশ্যে দূৰদৰ্শী গান্ধীজীয়ে এই কথাটোতো মন নিদিয়াকৈ থকা নাছিল যে চৰকাৰে তেনে কৰিলেও চোৰাং-বেপাৰীয়ে লুকুৱাই মদ বেচিব আৰু মানুহেও লুকাই খাবলৈ লব। কিন্তু তাৰ বাবে আইন আছেই। তাৰোপৰি লুকাই খাবলৈ ললে এনেবিধ মানুহৰ সংখ্যা যথেষ্ট কম হব।

১৯২১ চনৰ ৮ জুনৰ 'ইয়ং ইণ্ডিয়া' কাকতত গান্ধীজীয়ে মিতাচাৰী-সকলক উদ্দেশ্য কৰি লিখিছিল,

"আপোনালোকক মই জনাব খোজোঁ যে গোটেই দেশখনেই সুৰাপানৰ কবলত পৰি অসুস্থ হৈ পৰিছে। যিসকল দুৰ্ভগীয়া এই কুঅভ্যাসৰ দাস হৈ পৰিছে তেওঁলোকলৈ আমি সহায়ৰ হাত আগবঢ়াব লাগে। তেওঁলোকৰ বহুতেই এই কু-অভ্যাস যাতে এৰিব পাৰে, তাৰ কাৰণে সাহায্য বিচাৰিছে। সৰ্বসাধাৰণৰ এনে মনোভাৱৰ আপোনালোকে সুবিধা ল'ব লাগে। তেতিয়া মানুহৰ মাজত নৈতিক আন্দোলন আপোনা-আপুনি উদ্ভৱ হ'ব। ৰাজহ ক্ষতিৰ আশঙ্কাত চৰকাৰে এই কথাত গুৰুত্ব নিদিয়াটো স্বাভাৱিক। কিন্তু এনে সংঘবদ্ধ নৈতিক আন্দোলন ভাৰতৰ বাহিৰে আন কোনো ৰাষ্ট্ৰতেই সম্ভৱ নহয়। নাগপুৰত আন্দোলনে সীমা চেৰাই গৈছিল যদিও তেওঁলোকৰ উদ্দেশ্য সজ আছিল। সুৰাপান কৰিবলৈ সুবিধা দিয়াটো ৰাষ্ট্ৰৰ কৰ্তব্য বুলি একশ্ৰেণীয়ে যিমানেই যুক্তি নেদেখুৱাওক, সেই কথালৈ মন দি ৰাইজে নিজৰ ক্ষতিসাধন কৰা উচিত নহয়; মোৰ মতে সুৰাপান, চুৰি কৰা, বেশ্যাবৃত্তিতকৈও ভয়ঙ্কৰ। সেইবাবেই মই আপোনালোকৰ ওচৰত নিবেদন জনাইছোঁ, ৰাজহ কিছু ক্ষতি কৰি হলেও মদৰ দোকান উঠাই দিয়াৰ ব্যৱস্থা কৰক।"

১৯২১ চনত ধৰোৱাদত এটা ঘটনা ঘটিছিল। মদৰ দোকান দিলে-

বাতিয়ে খুলি ৰখাৰ কাৰণে মদ নিবাৰণী কৰ্মী আৰু কিছুমান লোকৰ সংঘৰ্ষ হয়। কিছুমানে কৈছিল যে চৰকাৰে যেতিয়া মদৰ দোকান খুলি দিছে তেওঁলোকক সকলো সময়তে খোৱাৰ সুবিধা দিব লাগে। গান্ধীজীয়ে কৈছিল যে জনমত উলাই কৰাটো এটা নৈতিকতাহীন কাৰ্য। সংঘৰ্ষত পুলিচে গুলিচালনা কৰাৰ ফলত কেইবাজনো লোকৰ মৃত্যু হয়। বাপুজীয়ে কৈছিল যে ক্ষমতা বা নিৰ্দেশ নোপোৱা পুলিচ বিষয়াই ভয়তে এই কাম কৰিলে। মৃতকৰ প্ৰতি মই শ্ৰদ্ধাঞ্জলি জনাইছোঁ। মই সসম্মানে বিভাগীয় মন্ত্ৰীসকলক সতৰ্ক কৰি দি কব খোজোঁ যে তেওঁলোকে যেন সাহসেৰে এই ভয়াবহ পৰিস্থিতিৰ সন্মুখীন হয়। জনগণৰ জাগ্ৰত চেতনাৰ প্ৰতি নজৰ ৰখাটো অতি প্ৰয়োজনীয় বিষয়। অসৎ উপায়েৰে ধন ঘটি সামাজিক শিক্ষাৰ ক্ষতি সাধন কৰাটো বৰ পৰিতাপৰ কথা। কালৰ সোঁতৰ গতি নিৰীক্ষণ কৰি চলাটো প্ৰত্যেকজন দায়িত্বশীল বিষয়াৰে কৰ্তব্য। দিনৰ কথাই নকওঁ, এটা ঘণ্টাৰ বাবেও অপেক্ষা নকৰি বিষয়াসকল এই পবিত্ৰ কৰ্তব্যত ব্ৰতী হব লাগে। আনঘৰৰ বন্দোবস্ত নোহোৱা বুলিয়েই প্লেগ-মহামাৰীত আক্ৰান্ত হোৱা ঘৰত জানো থকা উচিত?"

১৯২৫ চনৰ ৬ জুলাই তাৰিখৰ 'ইয়ং ইণ্ডিয়া' কাকতত তেওঁ আক্ষেপ কৰি লিখিছিল যে ৰাজহৰ আশাত চৰকাৰে জনসাধাৰণৰ শৰীৰ আৰু স্বাস্থ্যৰ প্ৰতি অৱহেলা কৰাতকৈ দুখৰ বিষয় আৰু একো হব নোৱাৰে।

১৯২২ চনৰ ২ মাৰ্চৰ 'ইয়ং ইণ্ডিয়া'ত গান্ধীয়ে পুনৰ লিখিলে, "আমি সুৰাপায়ীৰ ঘৰলৈ নোযোৱাকৈ এই কাৰ্যত আগবাঢ়িব নোৱাৰোঁ। তেওঁলোকে কিয় সুৰাপান কৰে তাক আমি জানিবলৈ চেষ্টা কৰিব লাগে। সুৰাৰ পৰিৱৰ্তে আন কিবা দিব পৰা যায় নেকি তাকো বিবেচনা কৰিব লাগে। ভাৰতত কিমান সুৰাপায়ী আছে তাৰ সঠিক হিচাপ উলিয়াটো দৰকাৰ।"

দেশবাসীলৈ অনুপ্ৰেৰণামূলক আহ্বান জনাই গান্ধীয়ে 'ইয়ং ইণ্ডিয়া'ত (১৮।৪।২৯) লিখিছিল:

"মই আপোনালোকক, বিশেষকৈ মহিলাসকলক নিবেদন জনাইছোঁ যে দেশৰপৰা মাদকদ্ৰব্য সম্পূৰ্ণৰূপে নিবাৰণ কৰাটো আপোনালোকৰ এটা পবিত্ৰ কৰ্তব্য, সেইকাৰণে জোৰেৰে অভিযান চলাব লাগে। মই কোৱাটোকে ব্ৰহ্মবাক্য বুলি ধৰি নলৈ ইয়াৰ সত্যতা আৰু প্ৰয়োজনীয়তাৰ বিষয়ে আপোনালোকে নিজেও চিন্তা কৰি চোৱা দৰকাৰ। এই কাৰ্য অতি কঠিন

কাৰণ শাসকসকলে এইটো এটা সুবিধা আৰু অধিকাৰ দিয়ে বুলি ভাবে। মাদকদ্ৰব্যৰ প্ৰচলন বঢ়োৱাত তেওঁলোকৰ স্বাৰ্থ আছে। আপোনালোকে যদি এই সমস্যাৰ বিষয়ে শাসকসকলৰ লগত আলোচনা কৰে তেওঁলোকে আইন প্ৰয়োগ কৰাটোত বহুত সুবিধা আছে বুলি যুক্তি দেখুৱাব খুজিব। কিন্তু সেই অসুবিধাৰ কথাত মুঠেই পতিয়ন নাযাব। ৰাজহৰ ঘাটি পূৰণ কৰাৰ বাহিৰে আন কোনো অসুবিধা নাই। মোৰ দৰে আপোনালোকেও যদি ভাবে আৰু দৃঢ়-প্ৰতিজ্ঞ হয় তেন্তে এই বেয়া বস্তুটো নিৰ্মূল হবই। মাদকদ্ৰব্য যদি কেৱল আইনৰ দ্বাৰাহে নিবাৰণ কৰিব পাৰি তেন্তে চৰকাৰেই এই অসুবিধাবোৰ আঁতৰাবৰ উপায় উলিয়াব লাগিব। ৰাজহৰ ঘাটি কেনেকৈ পূৰাব লাগে আপোনালোকক কব লাগেনেকি? এই কথাটো এজন মানুহে অপৰিষ্কাৰ হাতেৰে আহি আপোনাৰ হাতখন পৰিষ্কাৰ কৰি দিবলৈ সহায় বিচৰাৰ দৰে। নিজক পিকেটিং কৰাৰো এটা প্ৰশ্ন আছে। এটা ভাল বাতাবৰণ সৃষ্টি হলে মদ-ভাঙৰ দোকান আৰু কানিৰ আড্ডাত পিকেটিং কৰিব লাগিব। সেই সময়ৰ আশু আগমনৰ বাবে মই প্ৰাৰ্থনা কৰি আছোঁ। তেতিয়া আপোনালোকে পিকেটিঙত সহায় কৰিব লাগিব। কিন্তু নুসুধিব যে তেওঁক কেনেকৈ সহায় কৰোঁ, তেওঁ এজন আন্দোলনকাৰী।

"এতিয়াও চুৰাট জিলাত এটা জোৰ আন্দোলন চলি আছে। শিক্ষিত, আত্মত্যাগী আৰু সাহসী পুৰুষ-মহিলাৰ এটা কৰ্মীদল থকাৰ কাৰণে সেইটো সম্ভৱ হৈছে। আমাৰ যেতিয়া সঙ্ঘবদ্ধ, বিশ্বাসী আৰু অনিন্দনীয় কৰ্মীসকল আছে, আমি দেশজুৰি এই আন্দোলন চলাই লৈ যাম। সেই সময়টো আহিলে দেশত এনে এটা আন্দোলনৰ ঢৌ আহিব যে সেই আন্দোলনে বঙ্গোপসাগৰ পাৰ হৈ ব্ৰহ্মদেশ পাবগৈ। ব্ৰহ্মদেশৰ ভদ্ৰলোক আৰু ভদ্ৰমহিলাসকলেও ধ্বংসৰ মুখৰপৰা জাতিটোক ৰক্ষা কৰিবলৈ এই পন্থা গ্ৰহণ কৰিব।"

১৯৩৪ চনৰ ১২ জানুৱাৰী তাৰিখৰ 'হৰিজন'ত মহাত্মাই হৰিজন-সকললৈ উপদেশ হিচাপে তলৰ কথাখিনি লিখিছিল :

"হৰিজনসকলে মোক কৈছে যে বিয়া আৰু মৃত্যুৰ সময়ত তেওঁলোকক মদ খাবলৈ ব্যৱস্থা দিয়া আছে। কিন্তু মই কব খোজোঁ, এই ব্যৱস্থা দানৱৰহে। কোনো শাস্ত্ৰই ইয়াৰ বিধান দি যোৱা নাই। মই ভাই-ভনী-সকলক দানৱৰ ওচৰলৈ যাবলৈ দিব নোখোজোঁ। মই আশাকৰোঁ মোৰ

উপদেশ তোমালোকে আগ্ৰহেৰে শুনিবা। তোমালোকে যেতিয়া কবা, 'আমি সুৰাপান পৰিহাৰ কৰিছোঁ', তেতিয়াহে মই পৰম সুখ পাম।"

আমাৰ ভাৰতবৰ্ষলৈ অহা সুৰাপান কৰা লোকসকলৰ সম্পৰ্কে গান্ধীজীয়ে কৈছে যে সত্য আৰু অহিংস নীতিৰ কাৰণেই তেওঁ ভাৰতলৈ অহা ইউৰোপীয়ানসকলক সুৰাপানৰপৰা বিৰত কৰাৰ কথা ভবা নাই। কাৰণ সমগ্ৰ মানৱ জাতিৰ কাৰণেই একে ধৰণৰ এটা নিয়ম কৰিবলৈ তেওঁ বিচৰা নাই। ইংলণ্ডত সুৰাপান কৰাটো সিমান বেয়া বুলি ধৰা নহয়। এই দেশৰ নীতিক সন্মান দেখুওৱাৰ উদ্দেশ্যেই এই বিষয় তেওঁলোকৰ নিজা বিবেচনাৰ ওপৰত এৰি দিয়া হৈছে। পাৰ্চীসকল যেতিয়া ভাৰতলৈ আহে, তেতিয়া তেওঁলোকে কেৱল ভাৰতৰ নীতিকেই সন্মান কৰিছিল এনে নহয়, ভাৰতত চলি থকা কিছুমান ৰীতি-নীতিও মানি চলিছিল। মদ সম্পৰ্কে মোগলৰ ৰাজদৰবাৰে বান্ধি দিয়া নিয়মো ইউৰোপীয় বেপাৰীসকলে মানি চলিব লগাত পৰিছিল। গান্ধীজীয়ে কৈছিল, "মোৰ মতে সুৰাপানৰ প্ৰশ্নটো সমাজত বৃদ্ধি হৈ অহাটো এটা পাপ, যাৰ বিৰুদ্ধে ৰাষ্ট্ৰই এটা সুব্যৱস্থা কৰিবলৈ বাধ্য। আমি অন্ততঃ বনুৱা আৰু হৰিজনসকলক এই অভিশাপৰপৰা ৰক্ষা কৰিব খোজোঁ। ই এটা বৰ জটিল সমস্যা। এই কাৰ্যত সকলো সমাজ-কৰ্মী, বিশেষকৈ তিৰোতাসকলে শক্তি প্ৰয়োগ কৰিব লগাত পৰিব। মাদকতা বৰ্জন সংস্কাৰৰ এটা আৰম্ভণিহে মাত্ৰ। ওচৰতে মদৰ দোকান থাকিলে মদাহীৰ লোভ লাগিবই। আমি তেনে মদাহীক সুৰাপানৰপৰা বিৰত কৰাটো টান।" [ হৰিজন, ১৪।৮।৩৭ ]

'হৰিজন' কাকতত গান্ধীজীয়ে আকৌ লিখিলে :

"সুৰাপানে শৰীৰ গৰম কৰি ৰাখে। গতিকে শীতপ্ৰধান দেশত ই সহায় হয় বুলি বহুতে কয়। এই সম্পৰ্কে মই 'লিকাৰ কণ্ট্ৰোল' বোলা প্ৰবন্ধত মিঃ জিঃ ডেট্‌লিনে লিখা 'মদৰ উৎপাদন বৃদ্ধি'ৰ বিষয়ে উনুকিয়াই দিব খোজোঁ। তেখেতে কৈছে, মানুহৰ এটা ভুল ধাৰণা যে মদে শৰীৰ গৰম কৰে; সেইটো ক্ষন্তেকীয়াভাৱে অনুভৱ কৰিব পাৰে সঁচা, কিন্তু অলপ পিচতে আকৌ শৰীৰ চেঁচা পৰি যায়। আমাৰ ভাৰতবৰ্ষতো শীতপ্ৰধান দেশ নহয়। ইয়াত তেনে কথা হব নোৱাৰে। সূৰ্যই আমাক প্ৰয়োজনীয় তাপ দিয়েই থাকে।

"১৯২০ চনতেই কংগ্ৰেছে গঠনমূলক কাৰ্যসূচীত মাদকদ্ৰব্য বৰ্জনটোকেই

প্ৰধান কৰি গ্ৰহণ কৰিছিল। ভাৰতৰ কোনো ঠাইতে কংগ্ৰেছে শাসন-ক্ষমতা লৈ মাদকদ্ৰব্য বৰ্জনৰ বিষয়টো ততালিকে নলৈ নোৱাৰে। মন্ত্ৰী-সকলৰ ছখন প্ৰদেশত ছয় কোটি আবকাৰী ৰাজহ এৰি দিবলৈ সাহ থাকিব লাগিব। মই আশাকৰো অকংগ্ৰেছী চৰকাৰ থকা ৫ খন প্ৰদেশতো ৬ খন কংগ্ৰেছ চৰকাৰৰ আদৰ্শমতে চলিব। বহুতে কব খোজে যে মাদক দ্ৰব্য নিবাৰণৰ কাম গ্ৰহণ কৰিলে বে-আইনী মদৰ কাৰবাৰ বেছিকৈ চলিব। মই সেই বিষয়ে ভয় নকৰোঁ। মই ভাবোঁ মহৎ কাম কৰিবলৈ জাতিটোৰ নৈতিক বল আছে। যুগৰ এই নৈতিক আন্দোলনৰ প্ৰতি আমি কেৱল ভাৰতৰ সকলো দলৰেই নহয়, ইউৰোপীয়সকলকো ধৰি, সমৰ্থন আৰু সহানুভূতি আশা কৰাটোৱেই নহয়—সমগ্ৰ বিশ্বৰ সমৰ্থন আশা কৰোঁ। মাদকতা নিবাৰণে ভাৰতৰ নৈতিক জাগৰণ অনা বুলি যদি ভাবোঁ তেন্তে দুখীয়াসকলক ৰক্ষা কৰিবলৈ আৰু মদৰ ৰাগীত পৰি ধ্বংসমুখী হোৱা ধনী লোকসকলক মদৰ দোকান বন্ধ কৰাটো আন্দোলনৰ এটা আৰম্ভণি হিচাপে কৰিবই লাগিব। এই ৰক্ষা কাৰ্য কেৱল চৰকাৰী চেষ্টাৰ দ্বাৰাই সম্ভৱ নহয়, অইন ব্যৱস্থাও লব লাগিব। কি আঁচনি লোৱা উচিত সেই বিষয়ে মই চমুকৈ কব খুজিছোঁ:

(১) দেশৰ মদ-কানি-ভাঙৰ দোকানবোৰ থকা ঠাইৰ এখন মানচিত্ৰ কৰি লব লাগিব।

(২) ভানুমতি-পত্ৰৰ ম্যাদ পাৰ হলেই মদ-কানি-ভাঙৰ দোকান বন্ধ কৰি দিব লাগিব।

(৩) মদ-কানি-ভাঙৰপৰা পোৱা ৰাজহ মাদকদ্ৰব্য নিবাৰণী কাৰ্যতেই লগাব লাগিব।

(৪) য'তে সম্ভৱ হয় মদৰ দোকানবোৰৰ পৰিৱৰ্তে অইন ভাল পানীয় বস্তু আৰু জলপানৰ দোকান খুলি দিব লাগিব।

(৫) বৰ্তমান আবকাৰী কৰ্মচাৰীসকলক বে-আইনীকৈ মদ খোৱা আৰু তৈয়াৰ কৰা সকলক ধৰিবলৈ লগাব লাগিব।

(৬) শিক্ষক আৰু ছাত্ৰসকলক তেওঁলোকৰ কিছু সময় মিতাচাৰী কামত লাগিবলৈ শিক্ষা অনুষ্ঠানক গোহাৰি জনাব লাগিব।

(৭) ৰাগীয়াল বস্তু খোৱা লোকসকলৰ ওচৰলৈ গৈ বুজাবৰ কাৰণে মহিলাসকলক সংগঠন কৰিবলৈ গোহাৰি জনাব লাগে।

(৮) ওচৰ-চুবুৰীয়া ৰাষ্ট্ৰৰ লগত মদ-কানি নিবাৰণ সম্পৰ্কে আলোচনা চলাব লাগে।

(৯) মদৰ পৰিৱৰ্তে অইন নিচা নলগা কি পানীয় বস্তু আৰু অইন কি বস্তু ব্যৱহাৰ কৰিব পাৰি, কি উপায়ে এনে কু-অভ্যাস গুচাব পাৰি, এই সম্পৰ্কে চিকিৎসকসকলৰ—অবৈতনিকভাৱে বা অলপ জলপানি দি হলেও সহায় লব লাগে।

(১০) মদ নিবাৰণী আন্দোলন পুনঃ চলাবলৈ মিতাচাৰী সঙ্ঘক পুনৰ্গঠন কৰিব লাগিব।

(১১) মালিকসকলক তেওঁলোকৰ বনুৱাসকলৰ কাৰণে ভাল জলপানৰ দোকান আৰু শিক্ষা-খোটালি খুলি দিবলৈ কব লাগে।"

এইখিনিয়েই মদ আদি ৰাগীয়াল বস্তুৰ বিৰুদ্ধে আন্দোলন চলোৱা ব্যৱস্থা।

"এতিয়া প্ৰশ্ন হৈছে ৰাজহৰ যি ঘাটি পৰে তাক কেনেকৈ পূৰণ কৰিব পাৰি? মই বিনা দ্বিধাই কওঁ যে শিক্ষাৰ বাজেটকেই লাগে কমাই দিয়ক। মই এতিয়াও কওঁ যে শিক্ষা স্বাৱলম্বী প্ৰচেষ্টাতো হব পাৰে। এই বিষয়ে মই অইন সময়ত আলোচনা কৰিম। ৰাজহৰ বিষয়টো অইন উপায়ে উলিয়াবলৈ নতুনকৈ ভাবিব লাগিব। মৃত্যুকৰ, ধপাত, বিড়ি আদিৰ ওপৰত কৰ বৃদ্ধি কৰি লগোৱাৰ কথা কোৱা হৈছে। তাৰেও নুজুৰিলে অ-ম্যাদী ঋণ লব লাগে। এই উপায়েৰেও যদি নহয়, কেন্দ্ৰীয় চৰকাৰক কব লাগে যে সামৰিক খৰচ কমাই হলেও প্ৰদেশবোৰক এই কাৰ্যত সহায় কৰিব লাগে। কংগ্ৰেছ-শাসিত প্ৰদেশবোৰত খুব আন্তৰিকতাৰে মদ নিবাৰণৰ কাম হাতত লোৱা নাই। সম্ভৱ মন্ত্ৰীসকলৰ দোষত নহয়, কামতো খুব লাগি থকাৰ কাৰণে এইটো হোৱা নাই। কংগ্ৰেছীসকলৰ মতো একেই। মাদকদ্ৰব্য নিবাৰণ মানে লাখ লাখ লোকৰ নতুন জীৱন—এই কথাও কংগ্ৰেছী লোক-সকলে উপলব্ধি কৰা দেখা নাযায়। তেওঁলোকে নাভাবে যে আন্তৰিকতাৰে কৰা মাদকতা নিবাৰণ কাৰ্যই তেওঁলোকৰ মৰ্যাদা আৰু সন্মানহে বৃদ্ধি কৰে। কংগ্ৰেছী লোকে স্বাধীনতা অৰ্জন কৰিবৰ কাৰণে ত্যাগ কৰিবলৈ শিকিছে। সকলো প্ৰদেশতে মদ নিবাৰণ কাৰ্য চলোৱাৰ কাৰণে খুব ক্ষতি হবনে? অলপ ত্যাগ নকৰিবনে?

"দেখা যায় মন্ত্ৰীসকলে মদ নিবাৰণীৰ আঁচনি 'ৰনিয়াৰ' দৰে লব

খোজে। তেওঁলোকে কেৱল ৰাজহ ঘাটিৰ কথাহে কয়। মই আচৰিত হওঁ, যদি সকলো মদাহী আৰু কানীয়াই হঠাতে মদ-কানি খাবলৈ এৰে তেতিয়া তেওঁলোকে কি কৰিব? উত্তৰত কব যে কোনোমতে কিবা উপায়ে চলাব। তেওঁলোকে স্বেচ্ছাৰে নকৰে কেলেই? স্বেচ্ছাৰে কৰাটোতহে গৌৰৱ আছে, বাধ্য-বাধকতাৰে নহয়। বিহাৰত ভূমিকম্পত বছৰৰ ৰাজহতকৈ বেছি ক্ষতি কৰাত চৰকাৰেতো বহি থকা নাছিল? যেতিয়া বানপানী, দুৰ্ভিক্ষ বা প্ৰাকৃতিক দুৰ্যোগে মানুহক ধ্বংস কৰে, পয়মাল হয়, অতিকৈ ৰাজহ ক্ষতি কৰে, তেতিয়া চৰকাৰ বহি থাকেনে? মই এতিয়াও কওঁ যে নিবাৰণী কাৰ্য পলম কৰি কংগ্ৰেছ চৰকাৰে তেওঁলোকৰ প্ৰতিজ্ঞা ভঙ্গ কৰিব নালাগে। ৰাজহৰ কথাই যদি হয় তেন্তে আন্তৰিকতাৰে অইন উপায় উলিয়াওক— দৰকাৰ হলে কৰেই বৃদ্ধি কৰক বা নতুন কৰকেই লগাওক। মদৰ অভিশাপ চহৰবিলাকতেই বেছি হৈছে। চহৰতেই বেছি কৰ লগাব লাগে। মদ নিবাৰণে বনুৱাসকলক পোনপটীয়া ভাৱেই সহায় কৰে। আহমদাবাদত মাদকদ্ৰব্য নিবাৰণৰ ফলত মালিক আৰু বনুৱা উভয়েৰে অৰ্থ সঞ্চয় হৈছে। মালিকসকলে এই ৰাহি হোৱা অৰ্থৰপৰা মাদকতা নিবাৰণী কৰ নিদিয়াৰ কোনো কাৰণ নাই। এইদৰে ৰাজহ বৃদ্ধিৰ উপায় চিন্তা কৰিব পৰা যায়। কেন্দ্ৰীয় চৰকাৰক পৰামৰ্শ আগবঢ়াব খোজোঁ যে বিনা সুদে প্ৰাদেশিক চৰকাৰক ঋণ দিবলৈ যাতে ওপৰঞ্চি ৰাজহ বৃদ্ধি কৰা নহয়। মাদ্ৰাজ চৰকাৰে অকৃতকাৰ্যতাৰ কথা নাভাবি প্ৰথমেই ব্যৱস্থা লৈছে। সেই অভিজ্ঞতা চাই কংগ্ৰেছ ওৱাকিং কমিটিয়ে সম্পূৰ্ণভাৱে মদ নিবাৰণ কৰিবলৈ তিনি বছৰ সময় ধাৰ্য কৰি দিছে। অতি উৎসাহ আৰু আগ্ৰহেৰে যদি এই কাৰ্য চলোৱা হয় তেন্তে সকলো প্ৰদেশত সেই ধৰণে কাম হাতত লোৱা হ'ব।"
[ হৰিজন, ২৪।১২।৩৮ ]

ভাৰতত এতিয়া জাতীয় চৰকাৰে এই বিষয়ত পূৰাদমে কাম চলাইছে। সুখৰ বিষয়, মাদকতা নিবাৰণী প্ৰশ্নত কংগ্ৰেছ আৰু মুছলিম লীগৰ ভিতৰত এই সম্পৰ্কে কোনো বিৰোধ নাই। যদি সকলোৱে সজ্ঞবদ্ধ হৈ একে নীতিকে গ্ৰহণ কৰে আৰু চৰকাৰেও সহযোগ কৰে তেন্তে ভাৰতৰপৰা অতি সোনকালে মাদকতা নিবাৰণ হ'ব আৰু লাখ লাখ মানুহৰ আশীৰ্বাদ লাভ কৰা হ'ব। লাজৰ কথা, সামৰিক আইনৰ ফলত ৰাজ্যপাল আৰু তেওঁলোকৰ উপদেষ্টাসকলে পিচত সেই নীতি পৰিবৰ্ত্তন কৰিলে আৰু

অন্যায়ভাৱে ৰাজহ খৰচ কৰিলে। এতিয়া মাদকতা নিৰাৱণী কাৰ্যত তেওঁ-লোক লাগি যাওক। কেৱল আইন প্ৰয়োগ কৰিয়েই সন্তুষ্ট থাকিব নালাগে। মাদকদ্ৰব্যৰ অপকাৰিতাৰ বিষয়ে মানুহক শিক্ষা দিবলৈ উপায় উলিয়াব লাগিব আৰু তেওঁলোকক মাদকদ্ৰব্যৰ পৰিৱৰ্তে অইন ভাল উপকাৰী পানীয় বস্তু যোগান দিয়াৰ কথা ভাবিব লাগিব। প্ৰত্যেক মদখোৱা ঠাইবোৰ জলপান খোৱা ঠাই হিচাপে ব্যৱহাৰ কৰিব লাগে। এই গঠনমূলক কাম যদি হাতত লোৱা হয়, তাৰ চৰকাৰৰ ৰাজহো বাঢ়িব পাৰে আৰু লগে লগে হেজাৰ হেজাৰ ধ্বংসৰ গৰাহত পৰা পৰিয়ালেও ৰক্ষা পাব।

মদ নিবৰণ অভিযানত ডেকাসকলে কি কৰিব পাৰে—এই শিতানত গান্ধীজীয়ে তলৰ পৰামৰ্শখিনি আগবঢ়াইছিল:

(১) সকলো মাদকদ্ৰব্য এনেকি ধূমপানো সম্পূৰ্ণৰূপে বৰ্জন কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হব লাগিব।

(২) স্কুলৰ পাঠ্যক্ৰমৰ ভিতৰত মদ আদি ৰাগীয়াল বস্তুৰ বিষয়ে সম্পূৰ্ণ শিক্ষা দিয়াত এটা অংশ থাকিব লাগে বুলি দাবী কৰিব লাগে।

(৩) সমাজসেৱা প্ৰশিক্ষণৰ ভিতৰত মিতাচাৰো কাৰ্যক্ৰমৰ ভিতৰত সুমুৱাবলৈ আৰু মানুহক ৰাগীয়াল বস্তুৰ অপকাৰিতাৰ বিষয়ে শিক্ষা দিবলৈ দাবী কৰিব লাগে।

(৪) গাৱঁলীয়া জনসাধাৰণৰ মাজত ক্ষুদ্ৰ সঞ্চয় অভিযান চলাওঁতে সম্পূৰ্ণভাৱে মাদক দ্ৰব্য বৰ্জনৰ কথাটোও জোৰ দি কব লাগে।

(৫) মদ তৈয়াৰ কৰোতে যথেষ্ট চাউল, গুৰ আদি মূল্যবান খাদ্য-বস্তু নষ্ট কৰাৰ কথা সোঁৱৰাই দি কব লাগে।

(৬) মিতাচাৰ সমিতিৰ লগত তেওঁলোকে সহযোগ কৰিব লাগে। মাদকতাৰ বিৰুদ্ধে মহিলা খৃষ্টান মিতাচাৰ সঙ্ঘই ৫৯ বছৰ ধৰি ভাৰতত কাম কৰিছে। এই সঙ্ঘই তোমালোকৰ সমৰ্থন আৰু সহানুভূতি বিচাৰে। তেওঁলোকৰ মূলমন্ত্ৰ হৈছে—'ভগৱানৰ কাৰণে, পৰিয়ালৰ কাৰণে আৰু প্ৰত্যেক দেশৰ কাৰণে।'

(৭) মিতাচাৰ সাহিত্য পঢ়িব লাগে। হিন্দী, উৰ্দু আৰু অইন কেইটামান ভাষাত বছৰি ছুটকাতে মাহে এশখন প্ৰচাৰ-পত্ৰ পাবা। ছাত্ৰসকলৰ কাৰণে এনে পত্ৰিকাৰ অৰিহণা বছৰি এটকা মাথোন।

(৮) এই সেৱাকাৰ্য বন্ধৰ দিনত কৰিবলৈ আৰু ভাল।

( ৯ ) সংহিতৈষী হিচাপে দেশক কি দিব পাৰা, কিভাৱে দেশ সেৱা কৰিব পাৰা সেই কথা শিকিব লাগিব। [ হৰিজন, ১৯।৫।৪৬ ]

গান্ধীজীয়ে নিজে কৈছিল যে তেওঁৰ মতে মদ, ভাং, কানি, ধূমপান, জুৱাখেলা আদি সকলোবোৰ ৰাগীয়াল বস্তু মাদকদ্ৰব্য। মাদকদ্ৰবা নিবাৰণ সম্পৰ্কে গান্ধীজীলৈ দেশ-বিদেশৰপৰা বহুতে সমিধান বিচাৰি চিঠিপত্ৰৰ আদান-প্ৰদান কৰিছিল। 'হৰিজন' আৰু 'ইয়ং ইণ্ডিয়া' পত্ৰিকাৰ যোগেদি ব্যক্তিগতভাৱে প্ৰত্যেককে তাৰ সুচিন্তিত সমিধান দিছিল। এনেকি মাদকদ্ৰব্য নিবাৰণী কাৰ্যৰ বিৰোধিতা কৰা বা নানা অসুবিধা দেখুৱাই বাধা দিওঁতাসকলক আৰু সমালোচকসকলৰ আপত্তিক ব্যক্তিগত আৰু ৰাজহুৱা ভাবেৰে আৰু পত্ৰিকাদিৰ যোগেদি সুযুক্তিৰে খণ্ডন কৰিছিল। মৃত্যুৰ দিনলৈকে তেখেতে মাদকদ্ৰব্য বৰ্জন আন্দোলনৰ কথা চিন্তা কৰিছিল আৰু আন্দোলনকাৰীসকলক উৎসাহ দিছিল।

১৯৪৭ চনত স্বাধীনতা পোৱাৰ পিচত কংগ্ৰেছ চৰকাৰে পুনৰ মাদকতা বৰ্জনৰ কাম হাতত ললে আৰু গান্ধীজীয়ে একনিষ্ঠতাৰে কৰা আন্দোলনৰ প্ৰভাৱত আৰু তেখেতে জাতিৰ প্ৰতি দি যোৱা কাৰ্যক্ৰম মতে দেশৰপৰা মাদকতা বৰ্জন কৰিবলৈ জাতিৰ সুস্থতা আৰু মঙ্গলৰ কাৰণে সংবিধানত তাৰ কথা ৪৭ ছেদত লিপিবদ্ধ কৰা হ'ল।

# গান্ধীজীৰ সান্নিধ্য লাভৰ সোঁৱৰণ

**অমলপ্ৰভা দাস**

মহাত্মা গান্ধীৰ প্ৰথম দৰ্শন পাইছিলোঁ ১৯২১ চনত ডিব্ৰুগড়ত। সেইবাৰ তেখেত প্ৰথম অসমলৈ আহে। মই তেতিয়া সৰু আছিলোঁ, দহ বছৰমান বয়স হৈছিল। দ্বিতীয়বাৰ তেখেতৰ দৰ্শন পাইছিলোঁ ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ মহাসভাত। তেখেতক ওচৰৰপৰা দেখাৰ সৌভাগ্য হৈছিল ১৯৩৪ চনত, যেতিয়া তেখেত হৰিজনৰ কামত অসম ভ্ৰমণলৈ আহিছিল। সেইবাৰ তেখেতৰ আৰু তেখেতৰ লগত অহাসকলৰ থকা-মেলাৰ ব্যৱস্থা হৈছিল আমাৰ গুৱাহাটীৰ পাণবজাৰৰ ঘৰত। তেখেতসকলৰ কাৰণে আমাৰ গোটেই ঘৰটো খালি কৰি দি আমি সকলোৱে পিচফালে দেউতাৰ 'হাস্পতাল'ত আছিলোঁগৈ। তেখেত অহাৰ কেইদিনমানৰপৰাই ঘৰ-দুৱাৰ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ঠিক কৰাত আমি সকলোৱে খুব উৎসাহেৰে লাগি গৈছিলোঁ। কংগ্ৰেছৰ নেতাসকল আহি চাই গৈছিল সকলো ব্যৱস্থা ঠিক আছেনে নাই।

নিৰ্দিষ্ট দিনত গান্ধীজী আহি পালেহি। তেখেতৰ লগত আহিছিল ঠক্কৰ বাপা আৰু কেইবাজনো। কোন কোন আহিছিল মোৰ এতিয়া ঠিক মনত নাই। মহিলাৰ ভিতৰত মীৰাবেন, কৃষ্ণা ধুমট্‌কাৰ আৰু যমুনালাল বাজাজৰ সৰু জীয়েক উমা বাজাজ আহিছিল। গান্ধীজী অহাৰ আগতে মীৰাবেন আহি পাইছিলহি। সেইদিনা আছিল ১৩ এপ্ৰিল, 'জালিয়ানৱালাবাগ দিবস'। মোৰ মনত আছে, গান্ধীজী আহিয়েই মীৰাবেনক সুধি জানিব পাৰিলে যে মীৰাবেনে সেইদিনা উপবাস কৰিবলৈ পাহৰিলে। তেখেতে মীৰাবেনক টানকৈ কলে যে আজিৰ দিনত উপবাস কৰিবলৈ পাহৰি যোৱাটো দোষৰ কথা।

উমা বাজাজহঁতৰপৰা জানিব পাৰিলোঁ যে তেওঁবিলাকৰ লগত তিনি সাজতকৈ বেছি কাপোৰ আনিবলৈ দিয়া নাই। তেওঁবিলাক সকলোৱে নিজৰ কাপোৰ-কানি নিজে ধুইছিল।

দিনটো গান্ধীজীৰ সভা, সমিতি, আলোচনা আদি নানা কৰ্মব্যস্ততাৰ মাজত কাটি গৈছিল, ৰাতি দহমান বজাত শুইছিল। তেখেতে ঘৰৰ ভিতৰত শুবলৈ ভাল নাপাইছিল। বাহিৰত শোৱাৰ অভ্যাস আছিল কাৰণে আগফালৰ চোতালত তেখেতৰ ৰাতি শোৱাৰ ব্যৱস্থা কৰি দিয়া হৈছিল। নিয়ৰৰ কাৰণে ওপৰত ত্ৰিপাল আঁৰি দিয়া হৈছিল। ৰাতিপুৱা আঢ়ৈ বজাতে উঠি তেখেত লিখা-পঢ়া কামত বহিছিল। পুৱাৰ প্ৰাৰ্থনা হৈছিল চাৰি বজাতে। ভিতৰৰ চোতালত আমি সকলোৱে অতি আগ্ৰহেৰে প্ৰাৰ্থনাত যোগ দিছিলোঁ। কাকাচাহেব কালেলকাৰৰ সৰু পুতেক বাল কালেলকাৰও গান্ধীজীৰ লগত আহিছিল। পুৱাৰ প্ৰাৰ্থনাত ভজন গোৱাৰ দায়িত্ব আছিল তেওঁৰ ওপৰত। তেওঁ বৰ সুন্দৰ ভজন গাইছিল।

খাদ্যৰ দায়িত্ব আছিল আমাৰ মাৰ (৺হেমপ্ৰভা দাস) ওপৰত। গান্ধীজী অহাৰ কেইবাদিনো আগতে আমালৈ লিখিত নিৰ্দেশ আহিছিল যে তেখেত আৰু তেখেতৰ লগত অহাসকলৰ ভাত, চাপাতিৰ লগত কেৱল শুদ্ধ সিজোৱা তৰকাৰী দিব, তাত নিমখ, হালধি, মচলা একো দিব নালাগে, মাত্ৰ অলপ চৌদা দিব পাৰে। মায়ে নিজ হাতেৰে ভালকৈ ৰান্ধি মানুহক খুৱাবলৈ বৰ ভাল পাইছিল। গান্ধীজীৰ আহাৰখিনিও ঠিক নিৰ্দেশমতেই কৰা হৈছিল, কিন্তু অন্যসকলৰ কাৰণে মায়ে নিৰ্দেশমতে চলা নাছিল, অৰ্থাৎ কেৱল চৌদা দি সিজাই নিদি তৃপ্তি পোৱাকৈ ৰান্ধি দিছিল আৰু তেওঁ-বিলাকেও খাই বৰ তৃপ্তি পাইছিল। এদিন তেওঁবিলাকে খাই থাকোঁতে ঠক্কৰ বাপা আহি আহাৰবোৰ দেখিলে, দেখি মাক ক'লে, "নিয়মৰ ব্যতিক্ৰম কৰি কিয় এনেকৈ খুৱাইছা?" গান্ধীজীৰ ওচৰলৈ খবৰ গ'ল, মাৰ ডাক পৰিল। গান্ধীজীয়ে সুধিলে, "তুমি হেনো আমাৰ নিৰ্দেশমতে খাদ্য দিয়া নাই?" মায়ে ক'লে, "কথাটো সঁচা যে আপোনাসকলৰ নিৰ্দেশমতে মই তেওঁবিলাকক খাদ্য দিয়া নাই। তেওঁবিলাক আমাৰ অতিথি, তেওঁবিলাকক মোৰ মতে ভালকৈ, যত্নকৈ ৰান্ধি খুৱাইছোঁ, তাত মোৰ দোষ হৈছে বুলি মই ভবা নাই।" মাৰ উত্তৰ শুনি গান্ধীজীয়ে হাঁহিলে আৰু একো নকলে। মায়েও বৰ যত্নেৰে নিজৰ মতেই তেওঁবিলাকক খুৱালে।

সেইবাৰ গান্ধীজীয়ে হৰিজনসকলৰ সেৱাৰ কাৰণে দান সংগ্ৰহ কৰিছিল। সকলোৱে খুব আগ্ৰহেৰে গান্ধীজীৰ হাতত দান দিছিল। গান্ধীজীয়ে নিজ হাতেৰে সেই দান গ্ৰহণ কৰিছিল। মোৰ এতিয়াও এটা

দৃশ্য স্পষ্টকৈ মনত আছে। গুৱাহাটী ৰেল ষ্টেশ্যন লোকে লোকাৰণ্য। গান্ধীজীয়ে উজনিলৈ যোৱা ৰেলৰ তৃতীয় শ্ৰেণীৰ কোঠা এটাত বহি, হাত এখন উলিয়াই হাত পাতি আছে দানৰ কাৰণে। সকলোৱে গান্ধীজীৰ হাতত নিজে দান দিবলৈ ভিৰ কৰিছে। দুখীয়া মানুহবিলাকেও লৰি আহি গান্ধীজীৰ হাতত বৰ আগ্ৰহেৰে দুই-চাৰিঅনা দি নিজক ধন্য মানিছে।

গান্ধীজীৰ নিৰ্দেশ আছিল, প্ৰতিদিনৰ দানৰ হিচাপ প্ৰতিদিনেই কৰিব লাগিব। মোৰ মনত আছে, দিনটোৰ কামৰ শেষত বহুত ৰাতিলৈকে বহি ঠক্কৰ বাপা আৰু গান্ধীজীৰ লগত থকা দায়িত্বশীল লোকসকলে দিনটোত পোৱা দানৰ টকা অনা পইচা গণি হিচাপ শেষ কৰিহে শুবলৈ গৈছিল।

তিনদিন গুৱাহাটীত থাকি গান্ধীজীয়ে উজনিৰ ফালে যাত্ৰা কৰিলে।

দ্বিতীয়বাৰ গান্ধীজীক ওচৰৰপৰা দেখাৰ সৌভাগ্য হৈছিল ১৯৩৮ চনত সেৱাগ্ৰামত। হৰিপুৰা কংগ্ৰেছ অধিবেশনৰ পিচত গান্ধীজীৰ আশ্ৰম আৰু অন্য গঠনমূলক কামৰ অনুষ্ঠান চাবলৈ আমি সকলো দেউতাৰ লগত গৈছিলোঁ। আমি সেৱাগ্ৰাম আশ্ৰম চাই উভতি যোৱাৰ কথা। মায়ে কলে, "ইমান দূৰ আহি গান্ধীজীক দৰ্শন লাভ নকৰাকৈ যামনে?" দেউতাই কলে, "তেখেতৰ বহুমূলীয়া সময় আমি লোৱা উচিত নহয়।" মায়ে কলে, "আমিতো তেখেতৰ সময় নলওঁ, দূৰৰপৰা চাই আহিম।" এইবুলি মা আশ্ৰমৰ ভিতৰলৈ গৈ মীৰাবেনক লগ ধৰি নিজৰ চিনাকি দিলে। মীৰাবেনৰ মনত পৰিল যে তেখেতসকল ১৯৩৪ চনত আমাৰ ঘৰত অতিথি আছিল; তেখেতে মাক গান্ধীজীৰ ওচৰলৈ লৈ গ'ল। গান্ধীজী কামত ব্যস্ত আছিল যদিও, অসমৰপৰা যোৱা বুলি শুনি আমাক সকলোকে মাতি নিলে আৰু অলপ সময় কথা পাতিলে। তেখেতৰ চিনাকি অসমৰ সকলোৰে খবৰ সুধিলে। আহিবৰ সময়ত দেউতা আৰু মাক কলে, "তোমালোকে বিনোৱাক লগ পাইছানে? তেওঁ নালবাড়ীত থাকে, তেওঁৰ লগত দেখা কৰি যাবা।" সেই সময়ত বিনোৱাজীৰ নাম খুব কম মানুহেহে জানিছিল। গান্ধীজীৰ কথামতে নালবাড়ী আশ্ৰমলৈ গৈ বিনোৱাজীক দূৰৰপৰা চাই আহিছিলোঁ। তেখেত কামত ব্যস্ত আছিল; এবাৰ চকু তুলি চালে মাত্ৰ। সেই সময়ত আমি জনা নাছিলোঁ যে এই এজন মহাপুৰুষ, যিজনে ভৱিষ্যতত গান্ধীজীৰ অহিংস সমাজ ৰচনাৰ সপোন বাস্তৱত পৰিণত কৰিবলৈ এক দেশব্যাপী মহান আন্দোলনৰ শুৰি ধৰিব।

তৃতীয়বাৰ গান্ধীজীক ওচৰৰপৰা দেখাৰ সৌভাগ্য হয় ১৯৪৫ চনত সেৱাগ্ৰামত। মাতা কস্তুৰবাৰ মৃত্যুৰ পিচত তেখেতৰ সোঁৱৰণৰ কাৰণে কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰকনিধি গঠন কৰা হয়। এই নিধিৰ শাখা প্ৰত্যেক প্ৰদেশতে গঠন কৰা হৈছিল। অসম শাখাৰ কস্তুৰবা নিধিৰ গুৰিয়াল আছিল শ্ৰদ্ধেয় গোপীনাথ বৰদলৈদেৱ। তেখেতৰ পৰামৰ্শ মতে এখন আঁচনি তৈয়াৰ কৰি কস্তুৰবা নিধিৰ কেন্দ্ৰীয় কাৰ্যালয়লৈ পঠোৱা হৈছিল। কেন্দ্ৰীয় নিধিৰ সভাপতি আছিল গান্ধীজী নিজে আৰু সম্পাদক আছিল ঠক্কৰ বাপা। কেন্দ্ৰীয় কাৰ্যালয় আছিল ৱাৰ্ধাত। আমি পঠোৱা আঁচনিখনৰ অনুমোদন নোপোৱাৰ কাৰণে আমি কাম আৰম্ভ কৰিব পৰা নাছিলোঁ। নিধিৰ অসম শাখাৰ সম্পাদকৰ দায়িত্ব মোৰ ওপৰত আছিল। এই কামৰ বিষয়ে মোৰ অভিজ্ঞতা নাছিল কাৰণে, মই সেৱাগ্ৰামৰ হিন্দুস্থানী তালিমী সংঘৰ শিক্ষাকেন্দ্ৰলৈ প্ৰশিক্ষণৰ কাৰণে যাওঁ। হিন্দুস্থানী তালিমী সংঘৰ সম্পাদক আৰ্যনায়কম্‌জী আৰু সহকাৰী সম্পাদিকা তেখেতৰ পত্নী আশা দেৱীয়ে গান্ধীজীৰ মাৰ্গ দৰ্শনত নঈ তালিম বিদ্যালয় আৰু নঈ তালিমৰ শিক্ষকসকলৰ প্ৰশিক্ষণ চলাই আছিল। এই প্ৰশিক্ষণৰ সম্পৰ্কত মই কেইদিনমান সেৱাগ্ৰাম গাঁৱত আছিলোঁগৈ শান্তাবেন নাৰুলকাৰৰ লগত। তেখেতে গান্ধীজীৰ মাৰ্গ দৰ্শনত সেৱাগ্ৰাম গাঁৱত পূৰ্ব-বুনিয়াদী আৰু প্ৰৌঢ়-শিক্ষাৰ কাম কৰি আছিল। এদিন আৰ্যনায়কম্‌জীয়ে মোক মাতি পঠিয়ালে আৰু কলে, "তুমি তৎক্ষণাৎ আহা, বাপুৱে তোমাক মাতিছে।" মই বৰ আচৰিত হলোঁ, ভয়ও লাগিল। গান্ধীজীয়ে মোক কি কাৰণে মাতিছে? মইতো তেখেতৰ লগত দেখা কৰিবলৈ সময় বিচৰা নাছিলোঁ। মই তেতিয়াই আহিলোঁ। নায়কম্‌জী আৰু আশা দেৱীয়েও মোক কি কাৰণে মাতিছে ক'ব নোৱাৰিলে। আশা দেৱীও মোৰ লগত ওলাল কাৰণে মোৰ মনত অলপ সাহ হ'ল। মই গৈ গান্ধীজীক সেৱা কৰিলোঁ। তেখেতৰ মুখৰ হাঁহিটো দেখি মনৰ ভয়, সংকোচ আঁতৰিল। ওচৰত বহিবলৈ দি কলে, "মই অসমৰ আঁচনিখন পাইছোঁ, কিন্তু সেই আঁচনি ঠিক হোৱা নাই। গোটেইখিনি টকা এটি ডাঙৰ অনুষ্ঠান কৰি খৰচ কৰি পেলাব নালাগে। এই টকাৰে আচল কাম হব লাগিব। মই বিচাৰোঁ এখন স্বাৱলম্বী আঁচনি।"

মই কলোঁ, "বাপুজী, আমাৰ এই বিষয়ে কোনো অভিজ্ঞতা নাই। আপুনি যি ধৰণেৰে কয় আমি সেইমতেই কৰিম।"

বাপুজীয়ে তীক্ষ্ণদৃষ্টিৰে মোলৈ অলপ পৰ চাই ক'ল (যেন মোক অধ্যয়ন কৰিছে তেখেতে)। তাৰ পিচত হাঁহি কলে, "তুমি কাম কৰিব পাৰিবা যেন লাগিছে। মোক স্বাৱলম্বী আঁচনি লাগে, অৰ্থাৎ যি শিক্ষা অনুষ্ঠান হ'ব তাত শিল্পৰ কাম হ'ব লাগে—যি শিল্পৰপৰা উৎপাদন হ'ব আৰু শিক্ষাৰ্থীসকলৰ খৰচ তাৰপৰাই ওলাব লাগিব। এনেকুৱা আঁচনি কৰি দিব পাৰিবানে?" মই কলোঁ, "আমাৰ এড়ি, মুগা, পাট শিল্প যদি লওঁ, তাৰপৰা উৎপাদন ভাল হ'ব কিন্তু সেই শিল্প জানো আমি লব পাৰিম? সেইটো অহিংস শিল্প নহয়।"

গান্ধীজীয়ে হাঁহি কলে, "তোমালোক অসমীয়া মানুহতো নিৰামিষা-হাৰী নহয়; এড়ি, মুগা, পাট যেতিয়া তোমালোকৰ ঘৰুৱা শিল্প, সেইটো নিশ্চয় লব পাৰিবা।" তাৰ পিচত তেখেতে কলে, "আশা দেৱী আছে, তেওঁ তোমাক এই নতুন আঁচনি কৰাত সহায় কৰি দিব। মই ১৯ আগষ্ট-লৈকে ইয়াত থাকিম, তুমি ইয়াৰ ভিতৰতে আঁচনিখন কৰি মোৰ হাতত দিবা।"

শ্ৰীযুতা আশা দেৱীৰ সহায়ত মই আৰু তাত প্ৰশিক্ষণ লৈ থকা দুজনমান অসমীয়া ছাত্ৰ বহি গান্ধীজীয়ে কোৱামতে আঁচনি এখন তৈয়াৰ কৰি তেখেতৰ হাতত দিলোঁ।

সেৱাগ্ৰামত আৰ্যনায়কম্‌জী আৰু আশা দেৱীৰ ওচৰত থাকি, অনুষ্ঠানৰ দৈনন্দিন জীৱনৰ কাৰ্যক্ৰমৰ যোগেদি গান্ধীজীৰ নঈ তালিমৰ আৰু সকলো গঠনমূলক কামৰ বিষয়ে যথেষ্ট জ্ঞান লাভ কৰিলোঁ। গান্ধীজীৰ গঠনমূলক কাৰ্যক্ৰমৰ কথা আৰু তাৰ আৱশ্যকতা ভালকৈ বুজিব পাৰিলোঁ। মাজে মাজে তালিমী সংঘৰ বৈঠকত যোগ দিয়াৰ সুযোগ পাইছিলোঁ আৰু আলোচনাবিলাকত গান্ধীজীৰ নিজ মুখৰপৰা এইবিলাক বিষয়ে শুনাৰ আৰু শিক্ষাৰ সৌভাগ্যও হৈছিল।

প্ৰত্যেক দিনাই গধূলিৰ প্ৰাৰ্থনাৰ কাৰণে আমি গান্ধীজীৰ আশ্ৰমলৈ গৈছিলোঁ। বাহিৰৰ ডাঙৰ চোতালখনত অনুষ্ঠানৰ সকলো আৰু ওচৰৰ গাঁও আৰু নগৰৰ মানুহো আহি যোগ দিয়ে। কেতিয়াবা দূৰৰ আৰু বিদেশৰ মানুহো উপস্থিত থাকে। শান্ত, গম্ভীৰ পৰিৱেশত প্ৰাৰ্থনা হয়। গান্ধীজীৰ উপস্থিতিয়ে এটা পৱিত্ৰ বাতাবৰণৰ সৃষ্টি কৰে। সেই প্ৰাৰ্থনা সভাৰ ছবিখন আজিও স্পষ্টভাৱে চকুৰ আগতে ভাহি আছে।

সেৱাগ্ৰামৰপৰা উভতি গুৱাহাটীলৈ আহিলোঁ আৰু শৰণীয়াত 'কস্তুৰবা গ্ৰাম-সেৱিকা বিদ্যালয়'ৰ পূৰ্ব-প্ৰস্তুতিৰ কামত লাগিলোঁহি। সময়মতে গান্ধীজীৰপৰা চিঠি পালোঁ যে তেখেতে আমি দিয়া আঁচনিখন অনুমোদন কৰিছে। কিছুদিনৰ পিচতে শুনি বৰ আনন্দ পালোঁ যে ১৯৪৬ চনৰ জানুৱাৰী মাহত গান্ধীজী অসমলৈ আহিব। আমি ঠিক কৰিলোঁ যে তেখেতৰ শৰণীয়াত পদাৰ্পণৰ লগে লগেই আমি বিদ্যালয়ৰ শুভাৰম্ভ কৰিম।

অসমলৈ অহাৰ আগতে গান্ধীজীয়ে কংগ্ৰেছৰ নেতাসকললৈ লিখিছিল, "মই ১২৫ বছৰ জীয়াই থাকিব খোজোঁ, সেই কাৰণে অসমত বেছি ঘূৰি মই গুৱাহাটীত থাকিয়েই সকলো কাম কৰিব খোজোঁ।"

অভ্যৰ্থনা সমিতিয়ে গান্ধীজী থকাৰ ব্যৱস্থা শৰণীয়াত কৰিছিল। তেতিয়াও শৰণীয়া আশ্ৰম আৰম্ভ হোৱা নাছিল, গতিকে যথেষ্ট ব্যৱস্থা কৰিব লগা হৈছিল। গোপীনাথ বৰদলৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা আদি নেতাসকলে আহি সকলো কামতে চকু দিছিল। দেউতাই (ডাঃ হৰেকৃষ্ণ দাস) সকলো ব্যৱস্থা যাতে নিখুত হয়, তাৰ কাৰণে যত্ন কৰিছিল। সকলোৱেই এই কামত সহায় কৰিছিল, দিনে-ৰাতিয়ে খাটিছিল।

গান্ধীজী থাকিবৰ কাৰণে বেলেগে এটা বিশেষভাৱে বাঁহ-খেৰৰ টুপলগা কুটীৰ সজা হৈছিল। গান্ধীজীয়ে তিনদিন থাকি পৱিত্ৰ কৰি যোৱা সেই কুটীৰ আজিও শৰণীয়াত আছে।

ন জানুৱাৰীৰ দিনা গান্ধীজী ৰাতি আহি শৰণীয়া পালেহি। তেখেতৰ লগত আহিছিল তেখেতৰ সচিব বাভাৰীলালজী, কুমাৰাপ্পা, মণিলাল গান্ধী, শ্ৰীসতীশ দাশগুপ্ত, সুধীৰ ঘোষ, কানু গান্ধী, ৰাজকুমাৰী অমৃত কৌৰ, প্ৰভাৱতী দেৱী আৰু আভা গান্ধী।

গান্ধীজীৰ খাদ্যৰ দায়িত্ব আছিল নাতি-বোৱাৰী শ্ৰীমতী আভা গান্ধীৰ ওপৰত। শ্ৰীযুতা প্ৰভাৱতী বহনেও তেওঁক সহায় কৰিছিল। গাখীৰৰ কাৰণে ছাগলী আনি ৰখা হৈছিল। ডাঃ সুশীলা নায়াৰ বিশেষ কাৰণত কলিকতাত বৈ যাব লগা কাৰণে অসমলৈ আহিব নোৱাৰিলে। তেখেতৰ নিৰ্দেশ আছিল গান্ধীজীক যেন মৌচাম্বীহে দিয়া হয়, কমলা টেঙা যেন দিয়া নহয়। কিন্তু গান্ধীজীয়ে কমলা টেঙাহে খাইছিল। তেখেতে কৈছিল, "ইয়াত কমলা টেঙা হয়, ইয়াত হোৱা ফল নাখাই মই মৌচাম্বী কিয় খাম ?"

পুৱাৰ প্ৰাৰ্থনা চাৰি বজাতে গান্ধীজীৰ কুটীৰত হৈছিল। আমি

আশ্ৰমৰ সকলোৱেই নিয়মমতে সদায় প্ৰাৰ্থনাত যোগ দিছিলোঁ। তাৰ বাহিৰেও নগৰৰ বহুত মানুহে ইয়াত পুৱাতে আহি যোগ দিছিলহি। পোহৰ হোৱাৰ পিচত তেখেত প্ৰাতঃভ্ৰমণৰ কাৰণে নিয়মমতে ওলায়। গা ধোৱাৰ আগতে তেখেতে মিহি মাটিৰে শৰীৰ মালিছ কৰাইছিল। তেখেতৰ কুটীৰৰ ওচৰত এজোপা নিমগছ আছে। সেই নিমগছৰ তলত খাট এখনত বহি তেখেতে সূতা কাটিছিল আৰু লিখা-পঢ়া কৰিছিল।

আবেলি প্ৰাৰ্থনা সভাৰ কাৰণে জুবিলি গাৰ্ডেনলৈ গৈছিল। গান্ধীজীৰ ইচ্ছামতে আবেলিৰ প্ৰাৰ্থনা সভা বাদে অন্য সকলো সভা শৰণীয়াতে হৈছিল। অসমৰ সকলো জিলাৰ কংগ্ৰেছৰ নেতাসকল, কৰ্মীসকল, মহিলাসকল, গান্ধীজীৰ ভক্ত আৰু দৰ্শনাভিলাষী লোকসকল আহি শৰণীয়াত উপস্থিত হৈছিলহি। দহ, এঘাৰ আৰু বাৰ তাৰিখে ক্ৰমান্বয়ে মহিলাসকলৰ, গঠন-মূলক কৰ্মীসকলৰ, কস্তুৰবা ট্ৰাষ্টৰ কৰ্মীসকলৰ সভাৰ লগতে আৰু অন্যান্য সভা বহে। এই তিনদিনৰ ভিতৰত গান্ধীজীয়ে আৱশ্যকীয় গোটেইখিনি কাম সম্পূৰ্ণ কৰিলে।

এই কৰ্ম-ব্যস্ততাৰ মাজতো তেখেতে সময় উলিয়াই গ্ৰামসেৱিকা বিদ্যালয়ৰ শিক্ষয়িত্ৰী শ্ৰীমতী ঘনকান্তি ফুকন আৰু শ্ৰীমতী হেমপ্ৰভা কাকতি আৰু শিক্ষাৰ্থিনীসকলক ওচৰলৈ মাতি নি চাইছিল আৰু শিক্ষাৰ বিষয়ে আমাক বিতংভাৱে পৰামৰ্শ দিছিল। আচৰিত লাগে যে এই মহামানৱজনে (যিজন দেশৰ গুৰুতৰ ৰাজনৈতিক আৰু সামাজিক সমস্যাৰ চিন্তাত মগ্ন হৈ থাকে) বিদ্যালয়ৰ ৰন্ধা-বঢ়া খাদ্য আদি সৰু-সুৰা কথাৰ বিষয়ে কেনেকৈ চিন্তা কৰিব পাৰে!

ইয়াতে আৰু এটা কথা উল্লেখ নকৰি নোৱাৰিলোঁ। গান্ধীজী অহাৰ আগতে আমাৰ এজন জেঠাই গান্ধীজীৰ অভ্যৰ্থনাৰ কাৰণে শৰণীয়াত খুব পৰিশ্ৰম কৰিছিল। তেখেতৰ বয়স তেতিয়া ৭৬।৭৭ বছৰমান আছিল। কঠিন পৰিশ্ৰমৰ ফলত তেখেত খুব দুৰ্বল হৈ পৰে আৰু একেবাৰে বিছনাৰপৰা উঠিব নোৱাৰা হয়। তেখেতক শৰণীয়াৰপৰা পাণবজাৰৰ আমাৰ ঘৰলৈ লৈ যোৱা হয়। তেখেতৰ মনত বৰ দুখ আছিল যে গান্ধীজীক তেখেতে দেখিবলৈ নাপালে। কেনেবাকৈ এই কথাটো গান্ধীজীৰ কাণত পৰিল আৰু ইমান কৰ্মব্যস্ততাৰ মাজতো অলপ সময় উলিয়াই জেঠাক ঘৰত চাই আহিলগৈ। জেঠাই সপোনতো ভবা নাছিল যে তেখেতে গান্ধীজীক দেখা পাব।

গান্ধীজীৰ দৰ্শন পাই নিজকে তেওঁ ধন্য মানিলে। তাৰ কিছুদিন পিচতেই জেঠাৰ মৃত্যু হয়। মহাপুৰুষৰ এয়ে মহানতা!

শৰণীয়াত গান্ধীজী থকা দিন কেইটা আমাৰ জীৱনত চিৰস্মৰণীয় হৈ থাকিব। গান্ধীজীৰ আদৰ্শত শিশু আৰু মহিলাৰ কল্যাণৰ কামৰ শৰণীয়াত যি শুভাৰম্ভ হ'ল, এই বিষয়ে গান্ধীজীৰ ওচৰত থাকি তেখেতৰ নিজ মুখৰপৰা যি নিৰ্দেশ আৰু পৰামৰ্শ পালোঁ, সেইখিনি আমাৰ মনত গভীৰভাৱে স্থায়ী হ'ল। তেখেতৰ মাৰ্গ দৰ্শনত খোজ লবলৈ আৰম্ভ কৰিলোঁ।

ইয়াৰ পিচত আৰু তিনিবাৰ তেখেতক লগ পোৱাৰ সৌভাগ্য মোৰ হয়। ১৯৪৬ চনৰ মাৰ্চ মাহত পুণাৰ উৰুলি কাঞ্চনত কস্তুৰবা নিধিৰ ভাৰতৰ প্ৰায় সকলো প্ৰদেশৰ প্ৰতিনিধি প্ৰথমবাৰৰ কাৰণে গোট খাইছিল। গান্ধীজীয়ে আমাক তিনি ঘণ্টা সময় দিছিল। এই কামৰ সম্পূৰ্ণ পৰামৰ্শ দিলে, প্ৰতিনিধিসকলেও অন্তৰ খুলি তেখেতক প্ৰশ্ন কৰিছিল আৰু তেখেতে বৰ সুন্দৰকৈ তাৰ উত্তৰ দিছিল। আমি সকলো প্ৰতিনিধিয়ে গান্ধীজীৰ ওচৰৰপৰা প্ৰেৰণা, আত্ম-বিশ্বাস আৰু নতুন উৎসাহ লৈ নিজ নিজ কৰ্মক্ষেত্ৰলৈ উভতিছিলোঁ।

১৯৪৭ চনত নোৱাখালিত সাম্প্ৰদায়িক বিবাদৰ যি জুই জ্বলি উঠিছিল, সেই জুই নুমুৱাবৰ কাৰণে গান্ধীজীয়ে গাঁৱে গাঁৱে ঘূৰি শান্তিৰ বাণী প্ৰচাৰ কৰিছিল। সেই সময়ত গান্ধীজীৰ লগত তিনিদিন থাকি তেখেতৰ এই মহান কামৰ প্ৰভাৱ নিজ চকুৰে দেখিবলৈ পোৱাৰ সৌভাগ্যও মোৰ হৈছিল। ফেব্ৰুৱাৰী মাহত আৰ্যনায়কম্‌জী অসমৰ বুনিয়াদী শিক্ষা পৰিষদৰ সভাত যোগ দিবলৈ অসমলৈ আহিছিল। ইয়াৰপৰা তেখেত গান্ধীজীৰ ওচৰলৈ যাব। তেখেতে মোক কলে, "মোৰ লগত তুমিও ওলোৱা, গান্ধীজীয়ে তাত কেনেকৈ কাম কৰিছে দেখিবলৈ পাবা।" ময়ো এই সুযোগটো পাই আৰ্যনায়কম্‌জীৰ লগত যাবলৈ ওলালোঁ। ছিলেটেদি নোৱাখালিলৈ গলোঁ। বাট বৰ বেয়া, যাতায়াতৰ অসুবিধা। তৃতীয় দিনা দুপৰীয়া কোনোৰকমে বিড়েমপুৰ গাঁৱৰ গান্ধীজীৰ শিবিৰ পালোঁগৈ। প্ৰাৰ্থনা সভালৈ গলোঁ। হিন্দু, মুছলমান সকলো উপস্থিত আছিল। গান্ধীয়ে তেওঁবিলাকক বুজালে। বাটত আহোঁতে সাম্প্ৰদায়িক বিদ্বেষৰ ফলত হোৱা ধ্বংসকাৰ্যৰ চিনবোৰ দেখি আহিছিলোঁ। তেনেকুৱা ঠাইত এই যাদুকৰজনৰ শান্তিবাণীত শান্তি বিৰাজ কৰিছে। প্ৰাৰ্থনা সভাৰপৰা উভতি গৈ গান্ধীজীয়ে মোক মাতিলে।

শৰণীয়াৰ বিদ্যালয়ৰ কাম কেনে ধৰণেৰে চলিছে মোক সুধিলে। সকলো খবৰ জনালোঁ। মোৰ আচৰিত লাগিল, দেশৰ এই অশান্ত, জটিল পৰিস্থিতিৰ নানা চিন্তাৰ মাজতো আমাৰ কামৰ বিষয়ে চিন্তা কেনেকৈ কৰিব পাৰিছে! আৰু ধীৰ সুস্থিৰভাৱে শুনিছে! আৰু আচৰিত লাগিল, যেতিয়া গধূলি গান্ধীজীৰ নাতিনীয়েক মনুৱে আহি মোক ক'লেহি, "বাপুৱে সুধি পঠাইছে আপোনাৰ থকাৰ ব্যৱস্থা হৈছেনে নাই। যদি নাই হোৱা আপুনি আমাৰ লগত থাকিব পাৰিব।" মই অবাক হলোঁ। এই মহাপুৰুষ গৰাকীয়ে ইমান কাম, ইমান গধুৰ চিন্তাৰ মাজতো আমাৰ নিচিনা সাধাৰণ মানুহৰ কাৰণেও চিন্তা কৰে! মই মনুক জনালোঁ যে মোৰ থকা-মেলাৰ ভাল ব্যৱস্থাই হৈছে।

পিচদিনা পুৱা ৪-১৫ মিনিটত গান্ধীজীৰ কোঠাত প্ৰাৰ্থনা কৰা হ'ল। চাৰে সাত বজাত গান্ধীজীয়ে বিড়েমপুৰ গাঁও এৰিলে। গান্ধীজীৰ লগত বহুত সাংবাদিক আছিল। তেওঁলোকক তেখেতে এই সৰ্তত আহিবলৈ দিছিল যে তেওঁলোক যাতে গাঁৱৰ মানুহৰ বোজাৰ দৰে নহয়। তেওঁলোকে নিজৰ খোৱা-বোৱাৰ সকলো ব্যৱস্থা নিজে কৰি লব লাগিব। তেওঁলোকৰ ভিতৰত দুই-এজনে ভাল গান গাব পাৰে। গান্ধীজীয়ে তেওঁবিলাকক গান গাবলৈ কলে। তেওঁবিলাকে গান আৰম্ভ কৰিলে:

"যদি তোৰ ডাক শুনে কেউ না আসে
তবে একলা চলোৰে।"

এই গানটো গান্ধীজীয়ে বৰ ভাল পায়। সেই দৃশ্য মই কেতিয়াও পাহৰিব নোৱাৰোঁ। পুৱাৰ সময়। পথাৰৰ মাজে মাজে সৰু সৰু ঠেক বাটেদি গান্ধীজীয়ে হাতত লাঠি এডাল লৈ শুদা ভৰিৰে খোজকাঢ়ি গৈ আছে। এজন অকলশৰীয়া তীৰ্থযাত্ৰী।

সেইদিনা বিৰকাঠালী গাঁৱত কেম্প হ'ল। পিচদিনা পুৱা বিৰকাঠালী এৰিলে। সেইদিনা গান্ধীজীয়ে বাটত আৰ্যনায়কম্‌জীৰ লগত বুনিয়াদী শিক্ষা সম্পৰ্কে বহুত আলোচনা কৰিলে আৰু পৰামৰ্শ দিলে। সেইদিনা তেখেতৰপৰা বিদায় লৈ ঘৰলৈ উলটিলোঁ।

১৯৪৭ চনৰ ডিচেম্বৰ মাহত গান্ধীজী দিল্লীত থাকোঁতে গঠনমূলক কামৰ সকলোবোৰ অনুষ্ঠানৰ সভা তাতে পাতিছিল। সেই সময়ত গান্ধীজীক আকৌ এবাৰ লগ পোৱাৰ সৌভাগ্য মোৰ হৈছিল। এই সভাবিলাক বৰ

গুৰুত্বপূৰ্ণ আছিল। দেশৰ মুক্তিৰ কাৰণে, উন্নতিৰ কাৰণে, স্থায়ী শান্তিৰ কাৰণে গঠনমূলক কাৰ্যক্ৰমেই আচল কাৰ্যক্ৰম—এই কথাটোৱেই গান্ধীজীয়ে প্ৰত্যেক অনুষ্ঠানত সৰ্বসাধাৰণক বুজাই দিলে। তেখেতে কৈছিল যে, খাদী, গ্ৰামোদ্যোগ, নঈ তালিম আদি কাম ব্যাপকভাৱে চলাব লাগিব আৰু সকলোবিলাক অনুষ্ঠান যেনে, চৰখা সংঘ, গ্ৰামোদ্যোগ সংঘ, তালিমী সংঘ আদি সকলো সংঘ মিলাই এটা সংঘ কৰি কাম কৰিব লাগিব। এই কামৰ যোগেদি জনতাৰ শক্তি জাগ্ৰত আৰু সংগঠিত কৰিব লাগিব। তাৰ যোগেৰেহে প্ৰকৃত স্বৰাজ আহিব।

গান্ধীজীৰ মুখৰপৰা গঠনমূলক কামৰ বিষয়ে গভীৰ জ্ঞান লাভ কৰিলোঁ আৰু বুজিলোঁ যে এই কাৰ্যক্ৰমতে আচল শক্তি নিহিত আছে। এতিয়া গঠনমূলক কৰ্মীসকলৰ কাম হ'ল একনিষ্ঠভাৱে এই কাম আগবঢ়াই নিয়া।

সভাৰ শেষত গান্ধীজীক সেৱা কৰি বিদায় ললোঁ। অন্তৰত প্ৰেৰণা আৰু নতুন শক্তি পালোঁ। তেতিয়া কল্পনাও কৰা নাছিলোঁ যে এই দেখাই মোৰ শেষ দেখা!

গান্ধীজী আজি সশৰীৰে আমাৰ মাজত নাই। কিন্তু তেখেতৰ আত্মাই আজিও আমাক তেখেতে দেখুৱাই যোৱা পথেদি আগবাঢ়ি যাবলৈ প্ৰেৰণা দি আছে।

# গান্ধীজীৰ জীৱনৰ তাৎপৰ্য

**বাহাৰুল ইচলাম**

গান্ধীজীৰ জীৱনটো আছিল সহজ, সৰল আৰু স্বচ্ছ। জগতৰ সমস্যাৱলীও তেওঁ সহজ-সৰলভাৱে লৈছিল আৰু সিবিলাকৰ সমাধানৰ পথো খুব সহজ-সৰলভাৱে বিচাৰি উলিয়াইছিল। সমস্যাবোৰৰ বিশ্লেষণৰ পদ্ধতি বা যৌক্তিকতাও ( logic ) আছিল সৰল—ইয়াক বুজিবলৈ বিশেষ পাণ্ডিত্যৰ প্ৰয়োজন নহৈছিল। সকলো সমস্যাৰে তেওঁৰ বিশ্লেষণ আৰু সমাধানৰ স্পৰ্শমণি আছিল "জনসাধাৰণৰ সুখ-দুখ আৰু হৃদয়ৰ গভীৰ অনুভূতি। জনসাধাৰণ তথা সমগ্ৰ মানৱজাতিৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ আছিল। জনতাক বাদ দি তেওঁৰ কোনো জীৱন নাছিল বুলি কলেও হয়তো অত্যুক্তি কৰা নহব। জনগণত তেওঁৰ অটল বিশ্বাস আছিল আৰু জনসমাজৰ ওপৰতে সকলো কথাৰে ভৰসা কৰিছিল। ক'বলৈ গ'লে, গান্ধীজীৰ ব্যক্তিগত-ভাৱে একো নাছিল। নিজৰ জীৱনটোকে ধৰি তেওঁৰ সকলো বস্তুকে ৰাইজৰ বুলি তেওঁ গণ্য কৰিছিল।

সকলো মানুহে জীৱনত একেলগে দুখনকৈ যুদ্ধত লিপ্ত থাকিবলগীয়া হয়; এখন—নিজৰ অন্তৰৰ গোপন যুদ্ধ আৰু আনখন—বহিৰ্জগতৰ লগত সংঘটিত হোৱা যুদ্ধ। মানুহৰ আত্মজীৱনীবোৰত সাধাৰণতে আমি এখন যুদ্ধৰ কথাহে পঢ়িবলৈ পাওঁ—সমাজৰ কাৰণে বা দেশৰ কাৰণে কৰা যুদ্ধখনৰ বা অৱস্থা আৰু পাৰিপাৰ্শ্বিকৰ লগত কৰা নিজৰ ব্যক্তিগত যুদ্ধখনৰ কথা। গোপন যুদ্ধখনৰ কথা গোপনে ৰখা হয়। প্ৰথমখন যুদ্ধ প্ৰকাশ কৰাত গৌৰৱ আছে, কিন্তু ইয়াৰ বাবে গোপন চৰিত্ৰ প্ৰকাশ কৰিবলৈ অসাধাৰণ সাহস আৰু মনোবলৰ প্ৰয়োজন হয়। ৰুচ'ই নিজৰ স্বীকাৰোক্তিত চৰিত্ৰৰ গুপ্ত কথাকো প্ৰকাশ কৰি নিজকে অসাধাৰণ ব্যক্তি বুলি পৰিচয় দিছে। সত্যান্বেষণকাৰী গান্ধীজীয়েও নিজৰ চৰিত্ৰৰ কোনোটো কথাকে গোপনে নাৰাখি—নিজৰ সকলো দুৰ্বলতা তথা মানুহৰ জীৱনৰ সাধাৰণ দুৰ্বলতা তেওঁৰ

আত্মজীৱনীত মুকলিভাৱে প্ৰকাশ কৰি নিজৰ অসাধাৰণ মনোবল আৰু আত্মিক শক্তিৰ পৰিচয় দি জনগণৰ বিশ্বাসভাজন আৰু প্ৰিয়পাত্ৰ হৈ উঠিছিল।

মানৱ জাতিৰ দুখ-দুৰ্গতিৰ নিৰাকৰণ কৰিব খুজিলে অসীম সাহস আৰু শক্তিৰ প্ৰয়োজন। এই সাহস আৰু শক্তি এনেয়ে নাহে—ইয়াক আহৰণ কৰিব লাগে মহান ত্যাগৰ বিনিময়ত। ঠেং চাৰিখন শিকলিৰে বান্ধি থলে বলবন্ত হাতীও অকৰ্মণ্য হয়, কোনো কাম কৰিব নোৱাৰে। মানুহেও কাম, লোভ, মোহ, অহংকাৰ আদি ৰিপুৰ শিকলিত বান্ধ খাই থাকিলে কোনো মহৎ কাম কৰিব নোৱাৰে। মহাত্মাই এই ৰিপুবোৰ দমন কৰি সিবিলাকৰপৰা বন্ধনমুক্ত হৈ তেওঁৰ জীৱনৰ মহৎ কৰ্ম সাধনৰ বাবে শক্তি আহৰণ কৰি লৈছিল।

গান্ধীজীয়ে হৃদয়েৰে উপলব্ধি কৰিছিল যে যেতিয়ালৈকে মানুহে আন মানুহক মানুহ বুলি গণ্য নকৰে বা গণ্য কৰিবলৈ নিশিকে তেতিয়ালৈকে সমাজত শান্তি বিৰাজ কৰিব নোৱাৰে। যেতিয়ালৈকে সমাজত সৰু-বৰ, ধনী-নিৰ্ধনী, উচ্চ-নীচ, শোষক-শোষিতৰ ভেদভাব থাকিব তেতিয়ালৈকে মানুহৰ মাজত শ্ৰেণীসংগ্ৰাম থাকিব। ঈশ্বৰৰ সৃষ্টিত সকলো সমান। উচ্চ-নীচ, ধনী-দুখীয়া আদি তথাকথিত শ্ৰেণীৰ সৃষ্টি সমাজ-ব্যৱস্থাৰ, অৰ্থাৎ মানুহৰ। মানুহৰ সুখ-শান্তিৰ কাৰণে এইবোৰ নিৰ্মূল কৰিব লাগে।

গান্ধীজীৰ কাম্য আছিল ভাৰতবাসীৰ মঙ্গল তথা মানৱ জাতিৰ মঙ্গল। তেওঁৰ লক্ষ্য মহৎ। তেওঁ বিশ্বাস কৰিছিল যে মানুহৰ লক্ষ্যতো মহান হব লাগিবই, সেই লক্ষ্যত উপনীত হবলৈ গ্ৰহণ কৰা পন্থাও মহৎ আৰু পৱিত্ৰ হব লাগিব।

গান্ধীজীৰ জীৱনৰ এটা বৈশিষ্ট্য আছিল এই যে তেওঁ যি কৈছিল তাক তেওঁ অন্তৰেৰে বিশ্বাস কৰিছিল আৰু তাক কাৰ্যত পৰিণত কৰিবলৈ তেওঁ আন্তৰিকতাৰে যত্নপৰ হৈছিল। আনহাতে যি কথা তেওঁ বিশ্বাস নকৰিছিল, তেনে কথা আনক নকৈছিল, যি কাম নিজে নকৰিছিল, আনকো তেনে কাম কৰিবলৈ উপদেশ নিদিছিল।

এই মূল নীতিবোৰ সাৰোগত কৰি কৰ্মযোগী গান্ধীজী কৰ্মত প্ৰবৃত্ত হৈছিল। কৰ্মযোগত গান্ধীজীৰ গভীৰ বিশ্বাস আছিল; সন্ন্যাসধৰ্মত তেওঁৰ আস্থা বা বিশ্বাস নাছিল। সংসাৰেই, বা আন কথাত ক'বলৈ হলে মানৱ সমাজেই আছিল গান্ধীজীৰ কৰ্মস্থলী। তেওঁৰ জীৱনৰ যি কোনো কাম, বা

শিক্ষা বা অন্যান্য কোনো অনুষ্ঠান বিশ্লেষণ কৰিলে দেখা যায় প্ৰত্যেকটোৰ মূলতে নিহিত আছে জনসাধাৰণৰ মঙ্গল, দৰিদ্ৰসকলৰ মঙ্গল, দুৰ্বলৰ মঙ্গল, শোষিত, অৱহেলিত, নিষ্পেষিত আৰু আতুৰৰ মঙ্গল। কিন্তু এই কথা ঠিক যে গান্ধীয়ে শ্ৰেণী-সংগ্ৰামত বিশ্বাস নকৰিছিল। কাৰণ, শ্ৰেণী-সংগ্ৰাম প্ৰতিষ্ঠিত হয় হিংসানীতিৰ ওপৰত। শ্ৰেণী-সংগ্ৰামৰ উদেশ্য সৎ হব পাৰে, কিন্তু ইয়াৰ পন্থা অসৎ, অপৱিত্ৰ। মহাত্মাই শোষকক ঘিণ কৰিবলৈ নকয়, কয় শোষণ কাৰ্যক দূৰ কৰিবলৈ। শোষকক ধ্বংস কৰিবলৈ তেওঁ কেতিয়াও কোৱা নাই। কাৰণ, শোষণৰ কাৰণ দূৰ হলে শোষকো দূৰ হব। শোষক আৰু শোষিত—উভয়ৰে তেওঁ মঙ্গল কামনা কৰে। কাৰো প্ৰতি তেওঁৰ বিদ্বেষ নাই। সেই কাৰণে মহাত্মাৰ নীতি আৰু কাৰ্যত গুণমুগ্ধ হৈ তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল শিল্পপতি ঘনশ্যামদাস বিৰলা আৰু যমুনালাল বাজাজৰ দৰে লোকে; প্ৰতিভাশালী মেধাবী বৈপ্লৱিক ভাবাপন্ন জৱাহৰলাল, মতিলাল, ৰাজাজী, চিত্তৰঞ্জন দাশ, ৰাজেন্দ্ৰপ্ৰসাদ, ভিঠলভাইৰ দৰে ব্যক্তিয়ে; সন্ত বিনোৱাজী, নিৰাশাবাদী সমালোচক কৃপালনীৰ দৰে পুৰুষে; আজাদৰ দৰে শাস্ত্ৰজ্ঞ পণ্ডিতে; আন্‌চাৰি, আজমল খাঁ চাহেবৰ দৰে বিজ্ঞ চিকিৎসকে, সৰোজিনী নাইডু আৰু মীৰা বেনৰ দৰে মহিলা সমাজৰ মুকুটমণিয়ে আৰু চৰ্দাৰ পেটেলৰ দৰে লৌহ মানৱে।

মহাত্মাৰ সকলো কাৰ্যৰ পৰম নীতি অহিংসা। কিন্তু তেওঁৰ ধৰ্ম আছিল মানৱসেৱা। শাস্ত্ৰৰ 'যত জীৱ তত শিৱ' বাণী তেওঁ কাৰ্যত ৰূপায়িত কৰিছিল। গান্ধীজীৰ মতে 'ঈশ্বৰ সত্য' আৰু 'সত্যই ঈশ্বৰ'। ঈশ্বৰক পোৱা যায় মানৱসেৱাত—এয়ে আছিল গান্ধীজীৰ অমোঘ মন্ত্ৰ।

মানুহৰ সমাজখন তেওঁৰ কৰ্মস্থলীয়েই নহয়, বাসস্থানো আছিল। গান্ধীজীৰ বাসস্থানেই আশ্ৰম। দক্ষিণ আফ্ৰিকাত নিজৰ ঘৰখনকে তেওঁ আশ্ৰম কৰি লৈছিল। তাত সকলোৰে স্থান আছিল। তেওঁৰ দৃষ্টিত কোনো ভেদাভেদ নাছিল। কাম কৰা ল'ৰাটো আৰু নিজৰ পুতেককেইটাৰ ভিতৰতে তেওঁ একো প্ৰভেদ ৰখা নাছিল। কাম কৰা ল'ৰাটোৱে পুতেক-কেইটাৰ লগত একেলগে কাম কৰিছিল, খোৱা-লোৱা কৰিছিল, শুইছিল আৰু ফুৰাচকা কৰিছিল। তাকে দেখি গান্ধীজীৰ বন্ধুসকলে কেতিয়াবা কেতিয়াবা সুধিছিল, "গান্ধী, এইটো বাৰু কেনে কথা? তোমাৰ ল'ৰাই কাম কৰা বয়ুৱা ল'ৰাটোৰ লগত একেলগে খায়, একেলগে শোৱে?"

গান্ধীজীয়ে তাৰ উত্তৰত কৈছিল, "কাম কৰা ল'ৰাটো মোৰ 'চাকৰ' নহয়, সি মোৰ সহকৰ্মী।"

গান্ধীজীৰ জীৱনৰ তাৎপৰ্য হ'ল—কোনো মানুহে কেৱল নিজৰ নিমিত্তে জীয়াই থাকিব নালাগে, আনৰ বাবেহে জীয়াই থাকিব লাগে। তাতেই জীৱনৰ সাৰ্থকতা। সেইদৰে ধনীৰ ধন, বিদ্যাৱন্তৰ বিদ্যা, বুদ্ধিমানৰ বুদ্ধিও আনৰ মঙ্গলৰ কাৰণেহে। আনকি নিজৰ শৰীৰটোও পৰৰ সেৱাৰ কাৰণে। সেৱাগ্ৰামত কুষ্ঠৰোগীৰ তেওঁ নিজ হাতে ঘা ধোৱা কাৰ্য, দক্ষিণ আফ্ৰিকাত নীল-বাগানৰ গিৰমিট দিয়া কুলীৰ সেৱা, চম্পাৰণ জিলাৰ কৃষকৰ হকে কৰা যুঁজ, নোৱাখালিত মুছলমান দুৰ্বৃত্তৰ দ্বাৰা নিৰ্যাতিত হোৱা হিন্দু জনসাধাৰণৰ সেৱা, কলিকতাৰ হিন্দু দুৰ্বৃত্তৰ হাতত লাঞ্ছিত হোৱা মুছলমান জনসাধাৰণৰ সেৱা—এইবোৰ তেওঁৰ মানৱসেৱাৰ জ্বলন্ত নিদৰ্শন। মানৱসেৱাত গান্ধীজীয়ে জাতি-কুলৰ বিচাৰ কৰা নাছিল। দুখিতজনৰ দুখত তেওঁৰ হিয়া পমি গৈছিল।

কিন্তু এক শ্ৰেণীৰ সাম্প্ৰদায়িক ভাবাপন্ন লোকে গান্ধীজীক সাম্প্ৰদায়িকতাৰ দৃষ্টিৰে চাবলৈ কুণ্ঠা বোধ কৰা নাছিল। গান্ধীজীৰ হত্যাত সেই সময়ৰ পাকিস্থানৰ গৱৰ্ণৰ জেনেৰেল মহম্মদ আলী জিন্নাই মন্তব্য কৰিছিল, "এজন মহান হিন্দু নেতাৰ অৱসান ঘটিল।" গান্ধীজীৰ সত্যাগ্ৰহ আৰু অহিংসা-নীতিক সমালোচনা কৰি স্বাধীনতা লাভৰ আগেয়ে এজন উগ্ৰ লীগনেতাই এইদৰে লিখিছিল, "গান্ধীৰ অহিংসা-নীতিৰ মূলতে হৈছে মুছলিম বিদ্বেষ। যিহেতু ভাৰতীয় সৈন্যবাহিনীত উচ্চপদস্থ বিষয়াবোৰ মুছলমান, আৰু যিহেতু সৈন্যবাহিনীত হিন্দুতকৈ মুছলমানৰ আধিপত্য বেছি, মুছলমানক দুৰ্বল কৰিবলৈ, পঙ্গু কৰিবলৈ গান্ধীয়ে অহিংসা-নীতি অৱলম্বন কৰিছে।"

এইবিলাক সমালোচনা বিদ্বেষমূলক সাম্প্ৰদায়িক বুলি আইনে প্ৰমাণ কৰাৰ কোনো প্ৰয়োজন নহ'ল। মুছলমানৰ কাৰণেই তথা দুৰ্বলৰ কাৰণেই সাম্প্ৰদায়িক ভাবাপন্ন আততায়ীৰ হাতত প্ৰাণ দি গান্ধীয়ে প্ৰমাণ কৰিলে তেওঁৰ অহিংসা-নীতি মানৱ-প্ৰেমতহে প্ৰতিষ্ঠিত, সাম্প্ৰদায়িকতাত নহয়।

গান্ধীজীয়ে বুজিছিল—অস্পৃশ্যতা আৰু জাতিভেদ হিন্দুসমাজৰ দুটা মহা ব্যাধি আৰু কলঙ্ক। গান্ধীজীৰ পূৰ্বে বহু সমাজ-সংস্কাৰকে এই কলঙ্ক দূৰ কৰিবলৈ যত্ন কৰিছিল, আন্দোলন কৰিছিল। কিন্তু তেওঁলোকে এই ব্যাধিক সমূলঞ্চে দূৰ কৰিব পৰা নাছিল। বহুতো পণ্ডিতে মন্তব্য কৰিছিল:

যে ফৰাচী বিপ্লৱৰ দৰে এটা বিপ্লৱো ভাৰতৰ জাতিভেদ আৰু অস্পৃশ্যতা দূৰ কৰিবলৈ সক্ষম নহব। গান্ধীজীয়েও দেখিলে যে জাতিভেদ আৰু অস্পৃশ্যতা অৱলম্বন কৰি হিন্দুসমাজে এক শ্ৰেণীৰ লোকক পশুতকৈও হেয় কৰি ৰাখিছে। জাতিভেদ আৰু অস্পৃশ্যতা দোষণীয়, ইয়াক নিৰ্মূল কৰিব লাগে—এইবুলি বক্তৃতা দি আৰু কাগজত লিখিয়ে গান্ধীজী ক্ষান্ত নাথাকিল; তেওঁ ভাঙ্গী কল'নিকে নিজৰ বাসস্থান কৰি ললে, হৰিজন ল'ৰাক নিজৰ পুত্ৰ কৰি তুলিলে, পায়খানা চাফা কৰা আদি অস্পৃশ্যই কৰা কামবোৰ নিজহাতে কৰিবলৈ ললে। ১৯১৬ চনত লক্ষ্ণৌ কংগ্ৰেছৰ সময়ত যেতিয়া 'অস্পৃশ্য মেতৰ'সকলে ধৰ্মঘট কৰিছিল, তেতিয়া গান্ধীজীয়ে নিজহাতে শিবিৰৰ পায়খানা পৰিষ্কাৰ কৰিছিল। গান্ধীজীয়ে পৰামৰ্শ দিছিল যে ভাৰতৰ ৰাষ্ট্ৰপতিৰ পদত এজনী হৰিজন ছোৱালীক অধিষ্ঠিত কৰিব লাগে। হিন্দু সমাজৰপৰা অস্পৃশ্যতা দূৰ হ'ল; মন্দিৰৰ দুৱাৰ সকলোৰে কাৰণে মেল খালে।

যঁতৰ আৰু গান্ধীজীৰ শিল্প-নীতিক বৈজ্ঞানিক যুগৰ পৰিপন্থী বুলি সমালোচনা কৰা হয়। বিজ্ঞানৰ অৱদানে বা বৈজ্ঞানিক সভ্যতাই মানুহৰ সম্ভোগৰ কিছু যোগান ধৰিছে, তাত সন্দেহ নাই। কিন্তু গান্ধীজীৰ প্ৰশ্নটো অন্য ধৰণৰ, ই এটা মৌলিক প্ৰশ্ন। জনসাধাৰণৰ দুখ-দুৰ্গতি বোম্বে আৰু আহমদাবাদৰ বিৰাট কল-কাৰখানাবোৰে দূৰ কৰিব পাৰিব নে যঁতৰে দূৰ কৰিব পাৰিব? কল-কাৰখানাই বহুলোকক নিবনুৱা কৰিছে আৰু কৰিব; ই জনসাধাৰণৰ জীৱিকাৰ পথ বন্ধ কৰিব। কল-কাৰখানাই জনচেৰেক লোকৰ জিৰণিৰ ব্যৱস্থা কৰিব, আকৌ জনচেৰেকৰ হাতত প্ৰভূত অৰ্থ থুপ কৰিব; অধিকাংশ লোক কিন্তু দৰিদ্ৰ হব। আনহাতে যঁতৰে ভাৰতৰ কোটি কোটি দৰিদ্ৰ জনসাধাৰণৰ বাবে কামৰ যোগান ধৰিব; তেওঁবিলাকৰ জীৱিকাৰ পথ মুকলি কৰিব। গান্ধীজীৰ অভিমত এয়ে যে পেটৰ ভাত এমুঠি আৰু গাৰ কাপোৰ এডুখৰি নথকা মানুহৰ কাৰণে স্বাধীনতা অৰ্থহীন। যঁতৰে দৰিদ্ৰ জনগণক দৰিদ্ৰতা আৰু অজ্ঞতা ৰোগৰপৰা মুক্ত কৰিব। যি দেশত বছৰৰ ছমাহ কাল শতকৰা আশীজন মানুহেই নিবনুৱা, সেই দেশত কল-কাৰখানাতকৈ যঁতৰৰ প্ৰয়োজন বেছি। গান্ধীজীয়ে কৈছিল, "মই যন্ত্ৰ পৰিত্যাগ নকৰোঁ, কৰিব নোৱাৰোঁ। যঁতৰো এটা যন্ত্ৰ। মানুহক পৰিশ্ৰমৰপৰা ৰক্ষা কৰিবলৈ গৈ হেজাৰ হেজাৰ লোকক নিবনুৱা কৰাটোতহে মোৰ আপত্তি।" যঁতৰৰ উদ্ভাৱন আৰু ব্যৱহাৰৰ আন এটা তাৎপৰ্য এই যে ইয়াৰপৰা যি

কাপোৰ উৎপাদন হয়, সেই কাপোৰ বিলাসিতাৰ পৰিপন্থী। ই দুখীয়াৰ বস্ত্ৰ। মহাত্মাই যঁতৰৰ তৈয়াৰী খদ্দৰ কাপোৰ নিজে পৰিধান কৰি আৰু আনকো পিন্ধিবলৈ উপদেশ দি দুখীয়া জনগণৰ লগত এক হৈ মিলি গৈ মানৱসেৱাৰ পথ মুকলি কৰিছিল।

গান্ধীজীৰ শিক্ষা-নীতিও যঁতৰ-নীতিৰ দৰেই। দেশৰ ল'ৰা-ছোৱালীৰ বাবে গান্ধীজীয়ে সমৰ্থন কৰিছিল বুনিয়াদী শিক্ষা। তেওঁ কৈছিল যে ভাৰতৰ দৰে দুখীয়া দেশ এখনৰ বাবে বুনিয়াদী শিক্ষাহে উপযোগী। এই শিক্ষাৰ মূল কথা এয়ে যে শিক্ষাৰ্থীয়ে কামৰ জৰিয়তে শিক্ষা লাভ কৰিব লাগে। শিক্ষাকাল শেষ হোৱাৰ লগে লগে এই শিক্ষাই ছাত্ৰ ছাত্ৰীক জীৱিকাৰ পথ মুকলি কৰি দিয়ে, অৰ্থাৎ তেওঁলোকে চাকৰি বিচাৰি হাবাথুৰি খাব নালাগে, যিকোনো এটা হাতৰ কামেৰে তেওঁলোকে নিজ জীৱিকাৰ ব্যৱস্থা কৰি লব পাৰে। তদুপৰি এই শিক্ষাই শিক্ষিত লোকক জনগণৰ মাজতে আবদ্ধ কৰি ৰাখে। আনহাতে কিন্তু পছিমীয়া আদৰ্শৰে গঢ়ি উঠা প্ৰচলিত শিক্ষাপদ্ধতিয়ে শিক্ষিত লোকৰ এটা পৃথক শ্ৰেণী ৰচনা কৰে। অকল এয়ে নহয়; এই শিক্ষাপদ্ধতিয়ে ল'ৰা-ছোৱালীক কৰ্মৰ অনুপ্ৰেৰণা যোগাব নোৱাৰে আৰু তাৰ ফলত দেশত নিবনুৱাৰ সৃষ্টি হয়।

মানৱ-জাতিলৈ গান্ধীজীৰ শ্ৰেষ্ঠতম অৱদান হ'ল সত্যাগ্ৰহ। সত্যাগ্ৰহৰ যোগেদি বৃটিছ শাসনৰপৰা ভাৰতৰ স্বাধীনতা লাভ কৰি গান্ধীজীয়ে ইতিহাস ৰচনা কৰাটোৱেই তেওঁৰ বিশেষত্ব নহয়, বিশেষত্ব তেওঁৰ সত্যাগ্ৰহৰ মূল নীতিত। যুদ্ধ কৰি সাম্ৰাজ্যবাদী দেশৰপৰা দেশ স্বাধীন কৰা নিদৰ্শন ইতিহাসত প্ৰচুৰ আছে। কিন্তু যুদ্ধই কোনো দিনেই সমস্যাৰ সমাধান কৰিব পৰা নাই; বৰং সমস্যাৰ বৃদ্ধি কৰিছে। প্ৰথম মহাসমৰ কৰা হৈছিল যুদ্ধৰ অৱসান ঘটোৱাৰ উদ্দেশ্যে। যুদ্ধৰ অৱসান নঘটিল। কুৰি বছৰৰ পিচত আকৌ দ্বিতীয় মহা-সমৰ হ'ল। দ্বিতীয় মহাসমৰৰ পিচতো তৃতীয় মহাসমৰৰ আগন্তুক বিভীষিকাই মানৱৰ টোপনি হৰিলে। যুদ্ধৰ কাৰণবোৰ যদি দূৰ কৰা নহয়, তেন্তে পৃথিৱীৰপৰা যুদ্ধ আঁতৰিব কেনেকৈ? সমাধানৰ পন্থা যদি বিশুদ্ধ নহয়, ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত নহয়, তেন্তে কোনো সমস্যাৰে স্থায়ী সমাধান হব নোৱাৰে। যুদ্ধত এটা জাতিৰ জয় হয়, এটাৰ পৰাজয় হয়। বিজয়ী জাতিটোও আন এটা অধিক শক্তিশালী জাতিৰ হাতত পৰাজিত হয়। ইয়াৰ অন্ত নাই।

যুদ্ধত বহু লোকৰ প্ৰাণ হানি হোৱাৰ উপৰিও যুদ্ধত লিপ্ত হোৱা জাতি দুটাৰ ভিতৰত যুদ্ধই কেতিয়াও বন্ধুতা স্থাপন কৰিব নোৱাৰে। গান্ধীজীৰ মতে হিংসা-নীতিৰে সমস্যা সমাধান কৰিব নোৱাৰি। যুদ্ধ-নীতিয়েই হিংসা-নীতি। ই ভুল নীতি। ই এটা নৈতিকতাহীন নীতি। সেইহেতু ই সৰ্বপ্ৰকাৰে বৰ্জনীয়। যুদ্ধ কৰি ভাৰতে বৃটিছৰপৰা ভাৰতৰ স্বাধীনতা অৰ্জন কৰিব পাৰিলেহেঁতেন নে নাই, ই এটা সন্দেহৰ বিষয়। পৰাহেঁতেনো ই গ্ৰহণযোগ্য নহয়। সত্যাগ্ৰহৰ জৰিয়তে ভাৰতক ইংৰাজৰপৰা স্বাধীন কৰা হ'ল। ইংৰাজো আমাৰ বন্ধু হৈ ৰ'ল। এই নীতি শুদ্ধ নীতি। প্ৰবল প্ৰতাপী সাম্ৰাজ্যবাদী জাতিৰপৰা নিজ দেশ উদ্ধাৰ কৰাৰ বাবে দুৰ্বল জাতিসমূহৰ কাৰণে এই নৈতিক অব্যৰ্থ অস্ত্ৰ বুলি এছিয়া আৰু আফ্ৰিকাৰ দেশসমূহে গ্ৰহণ কৰিলে।

দৰিদ্ৰ ভাৰতবাসীৰ প্ৰতিভূস্বৰূপে গান্ধীজীয়ে দৰিদ্ৰৰ সাজ পিন্ধিলে, 'অস্পৃশ্য'ৰ বাসস্থান ভাঙ্গী কল'নিত নিজে বসতি কৰিলে, ভোগ-বিলাস ত্যাগ কৰিলে, ৰেলৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰিলে; দুখীয়া জনগণৰ কাৰণে জীৱনৰ সকলো ত্যাগ কৰিলে। ভাৰতবাসীয়েও গান্ধীজীক 'মহাত্মা' বুলিয়ে ক্ষান্ত নাথাকিল। ভাৰতবাসীৰ সৰ্বশক্তি তেওঁৰ হাতত অৰ্পণ কৰিলে। গান্ধীজী ভাৰতৰ অপ্ৰতিদ্বন্দ্বী নেতা হ'ল। গান্ধীজীৰ নিৰ্দেশত ভাৰতবাসী যি কোনো কামৰ কাৰণে প্ৰাণ দিবলৈ প্ৰস্তুত হ'ল।

# গান্ধীবাদী সমাজ

## বিশ্ব গোস্বামী

মহাত্মা গান্ধীয়ে ভাৰতৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, নৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত বিপ্লৱৰ সূচনা কৰি এখন শোষণমুক্ত শ্ৰেণীহীন সমাজ ৰচনা কৰাৰ পৰিকল্পনা কৰিছিল। গান্ধীজীৰ দৰে পৃথিৱীৰ আন কোনো বিপ্লৱী নেতাই জনসাধাৰণৰ আধ্যাত্মিক আৰু নৈতিক উৎকৰ্ষ সাধনৰ ওপৰত ইমান গুৰুত্ব দিয়া নাই। গান্ধীজীয়ে বিশ্বাস কৰিছিল যে, অকল সমাজৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক গাঁথনিৰ পৰিৱৰ্তন সাধনৰ দ্বাৰাই আপোনা-আপুনি ব্যক্তিৰ জীৱনৰ পূৰ্ণ বিকাশ হোৱা সম্ভৱ নহয়। ইয়াৰ কাৰণে স্বকীয়া প্ৰচেষ্টাৰ প্ৰয়োজন। নৈতিকতা আৰু আধ্যাত্মিকতাৰ ভিত্তিতহে ব্যক্তিৰ পূৰ্ণ বিকাশ হব পাৰে। সেই কাৰণে তেখেতে সমাজৰ ৰাজনৈতিক আৰু অৰ্থ-নৈতিক গাঁথনিৰ আমূল পৰিৱৰ্তনৰ প্ৰচেষ্টাৰ লগতে জনসাধাৰণৰ নৈতিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধনৰ প্ৰচেষ্টা চলোৱাৰ আৱশ্যকতা উপলব্ধি কৰিছিল। গান্ধীজীয়ে ৰাজনীতি আৰু ধৰ্মৰ মূল নীতিৰ মাজত সমন্বয় স্থাপন কৰি সমাজ বিপ্লৱ কৰিব বিচাৰিছিল। তেখেতৰ আদৰ্শ চিৰন্তন সত্যৰ ওপৰত প্ৰতিষ্ঠিত আৰু মানৱ-জাতিয়ে এই আদৰ্শত চিৰকালৰ কাৰণে পথৰ সন্ধান পাব। সেই কাৰণে তেখেত যুগশ্ৰেষ্ঠ বিপ্লৱী।

গান্ধীজীৰ মহান আদৰ্শসমূহ দেশৰ তথাকথিত প্ৰগতিবাদীসকলে সম্যকভাৱে উপলব্ধি কৰিবলৈ চেষ্টা কৰা নাই। বহুতে তেখেতক সংস্কাৰবাদী, আনকি প্ৰতিক্ৰিয়াশীল বুলিও অভিহিত কৰিছে। গান্ধীজীয়ে তেখেতৰ আদৰ্শসমূহ জনসাধাৰণৰ ভাষাত আৰু ধাৰ্মিক ভাষাত ব্যক্ত কৰিছে তেখেতৰ ভাষাত আধুনিক খণ্ড-বাক্য ( modern phrase ) ব্যৱহাৰ কৰা হোৱা নাই। সেই কাৰণেই বোধহয় তেখেতক এজন 'মহাপুৰুষ' বা 'অৱতাৰ' বুলি স্বীকাৰ কৰি লোৱা হয়; কিন্তু তেখেতক এজন বিপ্লৱী নেতা বুলি স্বীকাৰ কৰি লোৱা নহয়।

গান্ধীজীয়ে কৈছিল, "মোৰ জীৱনেই মোৰ বাণী"। তেখেতৰ মতবাদৰ বিষয়ে উপলব্ধি কৰিবলৈ হলে তেখেতৰ কৰ্মময় জীৱনটো পৰ্যালোচনা কৰি চাব লাগিব। ৰাজনৈতিক আৰু অৰ্থনৈতিক তত্ত্বৰ ( theory ) ওপৰত কিতাপ লিখিবলৈ তেখেতৰ সময় নাছিল। তথাপিও তেখেতে যিখিনি লিখি থৈ গৈছে তাৰপৰা আৰু তেখেতৰ জীৱনৰপৰা এইটো সুস্পষ্টভাৱে প্ৰমাণিত হয় যে, তেখেতে বৰ্তমান জগতৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সমস্যাসমূহৰ স্থায়ী সমাধানৰ কাৰণে বৈপ্লৱিক আৰু বাস্তৱ আঁচনি দাঙি ধৰিছে আৰু ইয়াৰ ভিত্তিতেই গান্ধীবাদক এক আদৰ্শবাদৰ ( ideology ) ৰূপ দিব পাৰি।

## অহিংস সমাজ

গান্ধীজীয়ে তেখেতৰ পৰিকল্পিত সমাজক কেতিয়াবা 'অহিংস সমাজ' আৰু কেতিয়াবা 'ৰাম-ৰাজ্য' আখ্যা দিছে। তেখেতে অহিংসাৰ অৰ্থ এইদৰে কৰিছিল: "কোনো প্ৰাণীকেই বধ নকৰাটো যে অহিংসাৰ এটা অঙ্গ তাত কোনো সন্দেহ নাই। কিন্তু এইটো ইয়াৰ সঙ্কীৰ্ণ অৰ্থ। কোনো মানুহৰ প্ৰতি অন্যায় চিন্তা কৰা, ঘৃণা কৰা, মিছা কথা কোৱা আৰু সকলো প্ৰকাৰৰ বেয়া চিন্তাৰ দ্বাৰা অহিংস নীতি উলঙ্ঘা কৰা হয়। তাৰোপৰি যদি কোনো ব্যক্তিয়ে সমাজৰ প্ৰয়োজনীয় বস্তু নিজে ব্যৱহাৰ কৰি থাকে, তাৰ দ্বাৰাও অহিংস নীতিৰ বিৰুদ্ধে যোৱা হয়।" [ 'ইয়ং ইণ্ডিয়া' ]

গান্ধীজীৰ মতে হিংসাই অকল শাৰীৰিক হিংসাকেই নুবুজায়। ঠগ-প্ৰৱঞ্চনা, কুট-কৌশল, ষড়যন্ত্ৰ আদিত লিপ্ত থকা কাৰ্যও হিংসাৰ ভিতৰত পৰে। মুঠতে সকলো প্ৰকাৰৰ বেয়া আৰু অন্যায় আচৰণেই হিংসাৰ অন্তৰ্ভুক্ত আৰু এইবিলাক দোষ বাদ দিয়াকেই অহিংসা বোলা হয়। তেখেতে আৰু কৈছিল, "মোৰ আদৰ্শৰ অহিংস সমাজখন এনে এখনি সমাজ, য'ত আটাইতকৈ দুৰ্বলজনেও আটাইতকৈ শক্তিশালীজনৰ নিচিনা সমান সুবিধা ভোগ কৰিব পাৰিব।" [ 'হৰিজন', ১৮।৫।৪০ ]

তেখেতে অহিংস সমাজক 'ৰাম-ৰাজ্য' বুলিও আখ্যা দিছিল। ৰাম-ৰাজ্য সম্বন্ধে তেখেতে কৈছে, "ইয়াক পৃথিৱীত ঈশ্বৰৰ ৰাজ্য স্থাপন বুলি ধাৰ্মিকভাৱে অনুবাদ কৰিব পাৰি। ৰাজনৈতিকভাৱে ব্যাখ্যা কৰিলে ই সম্পত্তি থকা

আৰু নথকা, জাতি, ধৰ্ম আৰু পুৰুষ-মহিলাৰ মাজত থকা বৈষম্য নাইকিয়া হোৱা বুজায়। ইয়াত ভূমি আৰু ৰাষ্ট্ৰৰ অধিকাৰী হ'ব ৰাইজ। ইয়াত ন্যায়বিচাৰ হ'ব ত্ৰুটিবিহীন, কম-খৰচী আৰু ক্ষিপ্ৰ গতিৰ আৰু সেইকাৰণে তাত বাক-স্বাধীনতা, বাতৰি-কাকত আৰু উপাসনাৰ স্বাধীনতা ৰক্ষা কৰা হ'ব। এই সকলোবোৰ সম্ভৱপৰ হ'ব নৈতিক সংযমৰ আইনৰ ভেটিত শাসন চলোৱা কাৰণে। এনেকুৱা এখন ৰাষ্ট্ৰ সত্য আৰু অহিংসাৰ ভেটিত গঢ়ি উঠিব লাগিব আৰু ই সুখী, সমৃদ্ধিশালী আৰু স্বাৱলম্বী গাঁওসমূহ আৰু গাঁও পঞ্চায়তসমূহৰ দ্বাৰা গঠিত হ'ব লাগিব।"

[ 'গান্ধীবাদী সংবিধান'—এচ্. এন্. আগৰৱাল ]

ওপৰত উল্লেখ কৰা কথাখিনিৰপৰা অহিংস সমাজৰ অৰ্থ সম্বন্ধে স্পষ্ট ধাৰণা কৰিব পাৰি। প্ৰচলিত ৰাজনৈতিক ভাষাত কবলৈ হলে অহিংস সমাজক শ্ৰেণীহীন আৰু শোষণমুক্ত গণতান্ত্ৰিক সমাজ বুলি কব লাগিব।

## ক্ষমতাৰ বিকেন্দ্ৰীকৰণ

গান্ধীজীয়ে গাঁও-পঞ্চায়তৰ ভেটিত ৰাজনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণ কৰি গাঁৱলীয়া ৰাইজৰ অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক জীৱনৰ প্ৰায়বিলাক বিষয়েই তেওঁলোকৰ ক্ষমতাধীন কৰিবলৈ বিচাৰিছিল। তেখেতৰ মতে কৃষি, জন-স্বাস্থ্য, প্ৰাথমিক শিক্ষা, কুটীৰ শিল্প, গাঁৱৰ স্বাৱলম্বনৰ কাৰণে প্ৰয়োজনীয় বেহা-বেপাৰ, গাঁৱৰ উন্নয়নমূলক কামৰ কাৰণে কৰ লগোৱা আৰু আদায় কৰা আদি গাঁৱলীয়া জনসাধাৰণৰ লগত পোনপটীয়া-ভাৱে জড়িত থকা সকলোবিলাক বিষয় গাঁও-পঞ্চায়তৰ তত্বাৱধানত থাকিব লাগে। ৰাজনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ এই নীতি গণতান্ত্ৰিক শাসন ব্যৱস্থাৰ প্ৰতি মূল্যবান বৰঙণি। দেশৰ শাসন ব্যৱস্থাত ৰাইজে উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিবলৈ হলে ৰাজনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণ কৰিব লাগিব। তাকে নকৰিলে অকল প্ৰাপ্তবয়স্কৰ ভোটাধিকাৰে জনসাধাৰণক দেশৰ দৈনন্দিন শাসন কাৰ্যত অংশ গ্ৰহণ কৰাৰ সুযোগ নিদিয়ে।

"সেই চৰকাৰেই আটাইতকৈ ভাল চৰকাৰ, যি চৰকাৰে আটাইতকৈ কম শাসন কৰে।" থ'ৰোৰ ( Thoreau ) এই মত গান্ধীজীয়ে সমৰ্থন কৰিছিল। ৰাষ্ট্ৰবিহীন সমাজ-স্থাপন গান্ধীজীৰ চূড়ান্ত লক্ষ্য আছিল। এই

লক্ষ্যত উপনীত হবলৈ হলে চৰকাৰৰ হাতত যাতে সকলো ক্ষমতা কেন্দ্ৰীভূত নহয় তাৰ ব্যৱস্থা গ্ৰহণ কৰা আৱশ্যক। গান্ধীজীয়ে এই উদ্দেশ্যেই ৰাজনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ কথা কৈছিল।

মাৰ্ক্সবাদতো ৰাষ্ট্ৰবিহীন সমাজ স্থাপন কৰাটো চূড়ান্ত লক্ষ্য বুলি কোৱা হৈছে। কিন্তু মাৰ্ক্সবাদীসকলে ক্ষমতা দখল কৰাৰ পাচত সৰ্বহাৰাৰ এক-নায়কত্ববাদী চৰকাৰ স্থাপনৰ নামত কমিউনিষ্ট পাৰ্টিৰ একনায়কত্ববাদী শাসন প্ৰৱৰ্তন কৰি ৰাষ্ট্ৰৰ সকলো ক্ষমতা কেন্দ্ৰীভূত কৰা আৱশ্যক বুলি কয়। তেওঁলোকে সম্পূৰ্ণ সাম্যবাদী সমাজ স্থাপিত নোহোৱালৈকে এই ধৰণৰ শাসন ব্যৱস্থা অপৰিহাৰ্য বুলি স্বীকাৰ কৰে। সাম্যবাদী সমাজ স্থাপিত হোৱাৰ পাচত ৰাষ্ট্ৰৰ ক্ষমতা নাইকিয়া হৈ যাব বুলি তেওঁলোকে কয়। কিন্তু বাস্তৱ অৱস্থাই প্ৰমাণ কৰে যে এবাৰ ৰাষ্ট্ৰৰ ক্ষমতা কেন্দ্ৰীভূত কৰি একনায়কত্ববাদী শাসন প্ৰৱৰ্তন কৰিলে পাচত ৰাষ্ট্ৰৰ ক্ষমতা হ্ৰাস কৰা বা নাইকিয়া কৰাৰ কোনো সম্ভাৱনা নাথাকে; বৰং ইয়াৰ দ্বাৰা ৰাষ্ট্ৰৰ ক্ষমতা বৃদ্ধি হোৱাৰহে সম্ভাৱনা থাকে। ছোভিয়েট ৰুছিয়াৰ অভিজ্ঞতাই এই কথা সাব্যস্ত কৰে। সেইকাৰণে মাৰ্ক্সবাদীসকলৰ ৰাষ্ট্ৰৰ ক্ষমতা নাইকিয়া কৰা (withering away of the State) কল্পনা সম্পূৰ্ণ অবাস্তৱ। প্ৰকৃততে পুঁজিবাদ আৰু মাৰ্ক্সবাদ উভয়তেই ৰাজনৈতিক আৰু অৰ্থনৈতিক সকলো ক্ষমতা কেন্দ্ৰীভূত কৰা হয়। পুঁজিবাদত ক্ষমতা কেন্দ্ৰীভূত হয় পুঁজিপতিৰ হাতত আৰু মাৰ্ক্সবাদত ক্ষমতা কেন্দ্ৰীভূত হয় চৰকাৰৰ হাতত। গান্ধীজীৰ মতে এই উভয় শাসন-ব্যৱস্থাই হিংসাৰ ওপৰত প্ৰতিষ্ঠিত আৰু তাৰ দ্বাৰা জনসাধাৰণৰ গণতান্ত্ৰিক অধিকাৰ খৰ্ব কৰা হয়। গণতন্ত্ৰক সাৰ্থক কৰি তুলিবলৈ হলে ক্ষমতাৰ বিকেন্দ্ৰীকৰণ আৱশ্যক। ৰাষ্ট্ৰবিহীন সমাজ স্থাপনৰ কাৰণেও ই কাৰ্যকৰী পদক্ষেপ। গতিকে গান্ধীজীৰ বিকেন্দ্ৰীকৰণৰ নীতি বেছি বিজ্ঞান-সম্মত, গণতান্ত্ৰিক আৰু প্ৰগতিবাদী।

## অৰ্থনীতিৰ ভাৰসাম্য

গান্ধীজীয়ে সমাজৰ আমূল পৰিৱৰ্তনৰ কাৰণে দেশত ব্যাপক সমাজ-বিপ্লৱৰ সূচনা কৰাৰ আঁচনি প্ৰস্তুত কৰিছিল। দেশৰ স্বাধীনতা অৰ্জন নহলে এই সমাজ-বিপ্লৱ কাৰ্যকৰী কৰিব নোৱাৰি আৰু সেইকাৰণে

গান্ধীজীয়ে সর্বপ্রথম ভাৰতৰ স্বাধীনতা অৰ্জনৰ ওপৰত গুৰুত্ব দিছিল আৰু বৃটিছ সাম্ৰাজ্যবাদক উচ্ছেদ কৰিবলৈ অহিংস বিপ্লব চলাইছিল। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ গান্ধীজী অবিসম্বাদী নেতা আছিল আৰু তেখেতৰ সুদক্ষ নেতৃত্বতে ভাৰতৰ স্বাধীনতা অৰ্জন হৈছিল।

স্বাধীনতা সংগ্ৰাম পৰিচালনা কৰা কালছোৱাতো গান্ধীজীয়ে অৰ্থ-নৈতিক ক্ষেত্ৰত পৰিৱৰ্তন সাধন কৰা প্ৰশ্নটো আওকাণ কৰা নাছিল। বৰং চৰখা, খাদী আৰু আন গঠনমূলক কামৰ আঁচনিক স্বাধীনতা আন্দোলনৰ অঙ্গ হিচাবে মুখ্য স্থান দিয়া হৈছিল। এই গঠনমূলক কামৰ আঁচনিৰ জৰিয়তে তেখেতে নতুন ভাৰতৰ অৰ্থনৈতিক গাঁথনিৰ বুনিয়াদ ৰচনা কৰিব বিচাৰিছিল। তেখেতে কৃষিপ্ৰধান ভাৰতৰ আৰ্থিক প্ৰগতিৰ কাৰণে শিল্প বিস্তাৰৰ আৱশ্যকতা উপলব্ধি কৰিছিল। তেখেতে খাদী আৰু গ্ৰামোদ্যোগ আন্দোলনৰ দ্বাৰা ভাৰতৰ গাঁও অঞ্চলৰ পিচ পৰা অৰ্থনীতিৰ পুনৰ্গঠন কৰিব বিচাৰিছিল। অকল কৃষিৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতৰ আৰ্থিক বিকাশ হ'ব নোৱাৰে আৰু সেইকাৰণে গান্ধীজীয়ে কৃষি আৰু কুটীৰ-শিল্পৰ মাজত সমন্বয় ৰক্ষা কৰি নতুন ভাৰসাম্যেৰে অৰ্থনীতি গঢ়ি তোলাৰ পৰিকল্পনা কৰিছিল।

## উদ্যোগীকৰণ

গান্ধীজীয়ে ভাৰতৰ নিচিনা এখন জনবহুল দেশত পাশ্চাত্য দেশৰ আৰ্হিত উদ্যোগ স্থাপন কৰা নীতি সমৰ্থন কৰা নাছিল। পাশ্চাত্য দেশৰ আৰ্হিত ভাৰতৰ উদ্যোগীকৰণ কৰিবলৈ হ'লে যিমান মূলধনৰ আৱশ্যক হ'ব, সেই মূলধন ভাৰতৰ নিচিনা এখন দুখীয়া দেশে যোগান ধৰিব নোৱাৰে। তাৰোপৰি লাখ লাখ নিবনুৱা লোকক কামত নিয়োগ কৰিবলৈ হ'লে উদ্যোগীকৰণৰ ক্ষেত্ৰত ভাৰতত বেলেগ বাস্তৱ নীতি গ্ৰহণ কৰিব লাগিব। কাৰণ, উদ্যোগ স্থাপনৰ দ্বাৰা নিবনুৱা সমস্যাৰ সমাধান নহৈ যদি বৃদ্ধিহে হয় তেনেহ'লে সেই উদ্যোগীকৰণে দেশৰ আৰ্থিক প্ৰগতিত সহায় কৰাৰ পৰিৱৰ্তে নতুন নতুন জটিল সমস্যাৰহে সৃষ্টি কৰিব।

গান্ধীজীয়ে দেশৰ বাস্তৱ পৰিস্থিতি উপলব্ধি কৰি বৃহৎ উদ্যোগৰ পৰিৱৰ্তে কুটীৰ-শিল্পৰ ওপৰত গুৰুত্ব দিছিল। কল-কাৰখানাৰ অবাধ বৃদ্ধিৰ তেখেতে বিৰোধিতা কৰিছিল। কল-কাৰখানাৰ ব্যৱহাৰ সম্বন্ধে তেখেতে

কৈছিল, "যেতিয়া দেশত প্ৰয়োজনৰ অনুপাতে কাম কৰা মানুহৰ সংখ্যা কম থাকে, তেতিয়া কল-কাৰখানাৰ প্ৰয়োজন আছে। কিন্তু ভাৰতবৰ্ষৰ নিচিনা দেশত, য'ত কামৰ অনুপাতত বহুত বেছি সংখ্যক কাম কৰা মানুহ আছে, তাত কল-কাৰখানাৰ অবাধ বৃদ্ধিত অপকাৰ হয়।" [ হৰিজন, ১৬।১১।৩৪ ]

গান্ধীজী যন্ত্ৰ-শিল্পৰ বিৰোধী নাছিল। তেখেতে এই সম্বন্ধে কৈছিল, "এইটো কথা সঁচা নহয় যে, মই যন্ত্ৰৰ ব্যৱহাৰ সমূলি নাইকিয়া কৰিব খুজিছোঁ বা সেই উদ্দেশ্যে কাম কৰি আছোঁ। মোৰ উদ্দেশ্য যন্ত্ৰক ধ্বংস কৰা নহয়, ইয়াৰ প্ৰসাৰৰ সীমা বান্ধি দিয়াহে।" [ 'ইয়ং ইণ্ডিয়া', ১৩।১১।২৪ ]

তেখেতে আকৌ কৈছিল, "যন্ত্ৰৰ অবাধ প্ৰয়োগৰ প্ৰতি থকা দুৰ্বলতাৰহে মই বিৰোধিতা কৰোঁ। হাজাৰ হাজাৰ মানুহ নিবনুৱা হৈ অনাহাৰত মৃত্যু বৰণ কৰিবলগীয়া হোৱালৈকে মানুহে শ্ৰম কমোৱাৰ প্ৰচেষ্টা চলাই থাকে। মই সময় আৰু শ্ৰম কমাব বিচাৰোঁ, মানৱ সমাজৰ এটা অংশৰ কাৰণে নহয়, সকলোৰে কাৰণে। আজি যন্ত্ৰই মুষ্টিমেয় লোকক লাখ লাখ মানুহৰ পিঠিত উঠি প্ৰভুত্ব কৰিবলৈ সুযোগ দিছে।"

[ 'মহাত্মা'—টেণ্ডুলকাৰ, ২য় খণ্ড—২১২ পৃঃ ]

বৰ্তমান ভাৰতৰ অৰ্থনৈতিক পৰিস্থিতি ক্ৰমে বেয়াৰ ফালে গৈছে। দেশত উদ্যোগ স্থাপনৰ চেষ্টা চলিছে; কিন্তু নিবনুৱা সমস্যা সমাধানৰ কাৰণে কাৰ্যকৰী ব্যৱস্থা হাতত লোৱা হোৱা নাই। নিবনুৱা সমস্যা দ্ৰুত গতিত যিদৰে বৃদ্ধি হৈছে তাৰ সমাধানৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা গ্ৰহণ নকৰিলে দেশত ডাঙৰ অৰ্থনৈতিক বিপৰ্যয়ে দেখা দিব। এনেস্থলতো স্বয়ংক্ৰিয় যন্ত্ৰৰ ( automation ) প্ৰয়োগৰ ওপৰতহে গুৰুত্ব দিয়া দেখা গৈছে। স্বয়ংক্ৰিয় যন্ত্ৰৰ প্ৰয়োগৰ দ্বাৰা নিবনুৱা সমস্যাক যে আৰু বেছি ভয়াবহ কৰি তুলিব তাত কোনো সন্দেহ নাই। দেশৰ বৰ্তমান অৰ্থনৈতিক পৰিস্থিতিয়ে গান্ধীজীয়ে কৈ যোৱা কথাবোৰৰ সত্যতা ভালকৈ প্ৰমাণ কৰিছে। গান্ধীজীৰ পৰিকল্পিত অৰ্থনৈতিক আঁচনি পলম নকৰাকৈ কাৰ্যকৰী কৰাৰ চেষ্টা কৰিলেহে দেশক দুৰ্যোগৰপৰা বচাব পৰা হব।

দেশৰ উদ্যোগীকৰণ কুটীৰ-শিল্প আৰু মজলীয়া শিল্পক ভিত্তি কৰি কৰিব লাগিব আৰু তেতিয়াহে নিবনুৱা সমস্যা সমাধান কৰিব পৰা হব। ইয়াৰ অৰ্থ এই নহয় যে, বৃহৎ শিল্পৰ কোনো প্ৰয়োজন নাই। দেশৰ অৰ্থনৈতিক বিকাশৰ কাৰণে বৃহৎ শিল্পৰো আৱশ্যকতা আছে। গান্ধীজীয়েও

বৃহৎ শিল্পৰ প্ৰয়োজনীয়তাৰ কথা অস্বীকাৰ কৰা নাই। বৰং তেখেতে যিবিলাক শিল্পৰ বিকেন্দ্ৰীকৰণ কৰা সম্ভৱপৰ নহয় তেনেকুৱা মূল আৰু বৃহৎ শিল্পসমূহ ব্যক্তিগত পুঁজিপতিৰ হাতত নাৰাখি সমাজৰ সম্পত্তিত পৰিণত কৰাৰ কথা কৈছে।

## আৰ্থিক সমতা

দেশৰ দৰিদ্ৰতা নাইকিয়া কৰি এখন সুখী সমাজ ৰচনা কৰা গান্ধীজীৰ লক্ষ্য আছিল। অৰ্থনৈতিক ক্ষেত্ৰত থকা বৈষম্যত তেখেতে গভীৰ উদ্বেগ প্ৰকাশ কৰিছিল আৰু এই বৈষম্য দূৰ কৰিবলৈ সংগ্ৰাম কৰিছিল। গান্ধীজী আছিল গৰিব আৰু পদদলিত জনসাধাৰণৰ প্ৰকৃত প্ৰতিনিধি। তেখেতৰ নিচিনাকৈ পদদলিত জনসাধাৰণৰ স্বাৰ্থৰ লগত নিজকে বিলাই দিয়া নেতা বিৰল। তেখেতে আবেগময়ী ভাষাত কৈছিল যে অনাহাৰী আৰু অৰ্ধাহাৰী জনসাধাৰণৰ সন্মুখত স্বয়ং ভগৱান ৰুটিৰ আকাৰতহে আবিৰ্ভাৱ হব পাৰে। অৰ্থাৎ অনাহাৰী আৰু অৰ্ধাহাৰী জনতাই ভাত-কাপোৰৰ সমস্যা সমাধান নহলে আনকি ভগবানকো চিন্তা কৰিব নোৱাৰে।

গান্ধীজীয়ে অৰ্থনৈতিক ক্ষেত্ৰত "প্ৰত্যেককে প্ৰয়োজন অনুসৰি আৰু প্ৰত্যেকৰপৰা সাধ্য অনুপাতে" ( each according to his need and from each according to his capacity )—এই নীতি প্ৰয়োগ কৰিব বিচাৰিছিল। তেখেতে পৰিচালনা কৰা আশ্ৰম আৰু আন অনুষ্ঠানত এই নীতি প্ৰয়োগ কৰা হৈছিল। এই ক্ষেত্ৰত গান্ধীজীৰ আৰ্থিক সমতাৰ আদৰ্শৰ লগত কাৰ্ল মাৰ্ক্সৰ মিল আছে।

গান্ধীজীয়ে 'অপৰিগ্ৰহ' ( non-possession ) নীতিৰ দ্বাৰা কোনো ব্যক্তিকেই নিজৰ প্ৰয়োজনতকৈ বেছি গ্ৰহণ কৰাত বাধা আৰোপ কৰিছিল। আনহাতেদি নিজৰ ইচ্ছা অনুযায়ী প্ৰয়োজন বঢ়াই নিয়াটোও তেখেতে সমৰ্থন নকৰিছিল। তেখেতে জাতীয় আয়ৰ লগত সামঞ্জস্য ৰাখিহে এজন ব্যক্তিৰ জীৱনৰ মান নিৰ্ণয় কৰিব বিচাৰিছিল। তদুপৰি উপাৰ্জনৰ ক্ষেত্ৰত বৰ্তমানে চলি থকা বিৰাট পাৰ্থক্যৰ অৱসান ঘটাই আটাইতকৈ বেছি উপাৰ্জনৰ এটা নিৰিখ বান্ধি দি, নিম্ন থাপৰ উপাৰ্জনকাৰীসকলৰ উপাৰ্জন বৃদ্ধি কৰি, এটা সামঞ্জস্যৰ মাজলৈ আনিব বিচাৰিছিল। তেখেতে কৈছিল, "অহিংস স্বাধীনতাৰ আৰ্থিক সমতা মূল চাবি। আৰ্থিক সমতা স্থাপনৰ

কাৰণে কাম কৰাৰ অৰ্থ পুঁজি আৰু শ্ৰমৰ মাজত চিৰদিন থকা সজ্ঘৰ্ষ নাইকিয়া কৰা। ইয়াৰ অৰ্থ হৈছে এই যে, এহাতেদি জাতিৰ বেছিভাগ সম্পদৰ গৰাকী মুষ্টিমেয় ধনিক শ্ৰেণীটোক তললৈ নমাই অনা আৰু আন-হাতেদি অৰ্ধাহাৰী আৰু নগ্ন জনসাধাৰণৰ জীৱনৰ মান উন্নত কৰা। যেতিয়ালৈকে ধনী আৰু ক্ষুধাতুৰ জনসাধাৰণৰ মাজত বিৰাট বৈষম্য চলি থাকে, তেতিয়ালৈকে অহিংসাৰ ওপৰত ভিত্তি কৰি চৰকাৰ গঠন কৰা স্পষ্টভাৱে অসম্ভৱ।......" [ 'গঠনমূলক কামৰ আঁচনি', ২০-২১ পৃষ্ঠা, ১৯৪৮ ]

গান্ধীজীয়ে জাতীয় সম্পদৰ সম-বিতৰণৰ প্ৰয়োজনীয়তাৰ উল্লেখ কৰি সৰ্বসাধাৰণৰ স্বাৰ্থৰ বিনিময়ত সংগ্ৰহ কৰা ব্যক্তিগত সম্পত্তিৰ মালিকসকলক চোৰ আখ্যা দি এইদৰে কৈছিল, "মই কওঁ আমি একপ্ৰকাৰ চোৰ। যদি মই মোৰ বৰ্তমান প্ৰয়োজনতকৈ বেছি সংগ্ৰহ কৰি জমা কৰি ৰাখোঁ, তেনেহলে মই আনৰপৰা তাক চুৰি কৰি আনো। প্ৰকৃতিৰ এইটো মূল নিয়ম যে, প্ৰকৃতিয়ে আমাৰ দৈনন্দিন অভাৱ দূৰ কৰিবৰ বাবে যথেষ্ট বস্তু উৎপাদন কৰে; আৰু যদি সকলোৱে তাৰপৰা নিজৰ নিজৰ প্ৰয়োজনতকৈ অলপো বেছি গ্ৰহণ নকৰিলেহেঁতেন, তেনেহলে পৃথিৱীত দৰিদ্ৰতা নাইকিয়া হ'লহেঁতেন আৰু কোনো মানুহৰ অনাহাৰত মৃত্যু নঘটিলহেঁতেন। ধনীসকলৰ তেওঁলোকৰ প্ৰয়োজনতকৈ অতিৰিক্ত জমা বস্তু থাকে, সিবিলাক অপব্যয় হয়; অথচ লাখ লাখ মানুহ অভাৱত পৰি অনাহাৰ আৰু মৃত্যুৰ মুখত পৰে। যদি প্ৰত্যেকেই নিজক যিখিনি প্ৰয়োজন, সেই অনুপাতেহে গ্ৰহণ কৰে, তেনেহলে কোনো মানুহ অভাৱত পৰিব নালাগে আৰু সকলোৱে সুখ-শান্তিত বাস কৰিব পাৰিব।" [ 'মোৰ সপোনৰ ভাৰত'—মহাত্মা গান্ধী ]

## কৃষকৰ অধিকাৰ

গান্ধীজীয়ে প্ৰকৃত খেতিয়কক খেতিৰ মাটিৰ গৰাকী কৰিব বিচাৰিছিল আৰু জমিদাৰী আৰু আন মধ্যস্বত্বভোগীসকলৰ মাটিৰ ওপৰত থকা স্বত্ব নাইকিয়া কৰিব বিচাৰিছিল। তেখেতে কৃষক সমাজৰ উন্নতিৰ কাৰণেই প্ৰধানতঃ আত্মনিয়োগ কৰিছিল। কৃষক সমাজৰ সমস্যাসমূহ তেখেতে যেনেকৈ উপলব্ধি কৰিব পাৰিছিল, তেনেকৈ আন কোনোৱে উপলব্ধি কৰিব পৰা নাছিল। কৃষকসকলৰ আৰ্থিক উন্নতিৰ কাৰণে খেতিৰ মাটিৰ প্ৰকৃত

গৰাকী কৃষক হব লাগিব। জমিদাৰ আৰু আন মধ্যস্বত্বভোগীসকলে কৃষকৰ ওপৰত কৰা অন্যায় দূৰ কৰা অতি আৱশ্যকীয় বুলি গান্ধীজীয়ে বিশ্বাস কৰিছিল। এই অন্যায় দূৰ কৰাৰ কাৰণে কৃষকসকলক অহিংস অসহযোগ আন্দোলন কৰাৰ পৰামৰ্শ দিছিল। এই সম্বন্ধে তেখেতে কৈছিল, "যি মুহূৰ্ততে কৃষকসকল তেওঁলোকৰ শক্তি সম্বন্ধে সজাগ হ'ব, সেই মুহূৰ্ততে অন্যায় জমিদাৰী প্ৰথা অকাৰ্যকৰী হব। কৃষকসকলে তেওঁলোকৰ আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ ভালদৰে খোৱা, পিন্ধা আৰু শিক্ষাৰ কাৰণে আৱশ্যকীয় ধন নিদিলে খেতি নকৰোঁ বুলি ক'লে জমিদাৰসকলে কি কৰিব পাৰে? প্ৰকৃততে কৃষকে যি উৎপাদন কৰে তাৰ সম্পূৰ্ণ গৰাকী কৃষকেই।" [ 'হৰিজন', ৩৩৮-৩৯ : ৫।১২।৩৬ ]

১৯৪২ চনৰ স্বাধীনতা আন্দোলনৰ আগে আগে লুই ফিছাৰ ( Louis Fischer ) আৰু গান্ধীজীৰ মাজত হোৱা আলোচনাত গান্ধীজীয়ে কৃষকসকলে গণ-আন্দোলন কৰি জমিদাৰৰ মাটি দখল কৰাৰ কথা উল্লেখ কৰিছিল। এই সম্বন্ধে তেখেতসকলৰ মাজত হোৱা আলোচনা তলত উল্লেখ কৰা হ'ল।

লুই ফিছাৰ—হিংসাৰ জৰিয়তে?

গান্ধীজী—হিংসা হব পাৰে; কিন্তু মাটিৰ গৰাকীসকলে সহযোগিতা কৰিব পাৰে।

ফিছাৰ—আপুনি আশাবাদী।

গান্ধীজী—তেওঁলোকে পলাই গৈ সহযোগিতা কৰিব পাৰে।

ফিছাৰ—নাইবা তেওঁলোকে হিংসাত্মক প্ৰতিৰোধ আন্দোলন কৰিব পাৰে।

গান্ধীজী—পোন্ধৰ দিনৰ কাৰণে অৰাজকতা হ'ব পাৰে; কিন্তু মই ভাবোঁ যে আমি সোনকালে সেই পৰিস্থিতি নিয়ন্ত্ৰণাধীন কৰিব পাৰিম।

উপৰোক্ত কথোপকথনৰ দ্বাৰা কৃষকৰ মাটিৰ সমস্যা সমাধানৰ কাৰণে গান্ধীজী কেনেকৈ ব্যাকুল হৈছিল সেইটো প্ৰমাণিত হয়। গান্ধীজীয়ে কৃষকৰ দাবী সাব্যস্ত কৰিবলৈ জমিদাৰসকলৰ অন্তৰ পৰিৱৰ্তনৰ ওপৰতেই অকল নিৰ্ভৰ কৰি বিৰত থাকিব বিচৰা নাছিল, কৃষকসকলে আন্দোলন কৰাৰ প্ৰয়োজনীয়তাও স্বীকাৰ কৰিছিল।

## কথা আৰু কামৰ সামঞ্জস্য

গান্ধীজীয়ে তেখেতৰ আদৰ্শসমূহ নিজৰ জীৱনত প্ৰতিফলিত কৰিছিল। তেখেতে নিজে কৰিব নোৱাৰা বা নকৰা কোনো কাম আনক কৰিবলৈ উপদেশ নিদিছিল। গান্ধীজীয়ে কৈছিল, “সমাজ পৰিৱৰ্তন কৰিবলৈ যোৱাৰ আগতে নিজক পৰিৱৰ্তন কৰি লোৱা।” কোনো আদৰ্শবাদৰ ভিত্তিত সমাজ গঢ়িবলৈ হ’লে সেই আদৰ্শবাদ প্ৰচাৰ কৰা কৰ্মীসকলে সৰ্বপ্ৰথম নিজৰ ব্যক্তিগত জীৱনত প্ৰচাৰিত আদৰ্শবাদ প্ৰতিফলিত কৰিব লাগিব। ইয়াৰ কাৰণে সমাজ-কৰ্মীসকলৰ আত্মশুদ্ধি আৰু নৈতিক বিকাশ অপৰিহাৰ্য। গান্ধীজীয়ে কৈছিল, “এইটো কোৱা বাহুল্য যে মই যদি পঞ্চাশখন মটৰ গাড়ীৰ বা আনকি দহ বিঘা মাটিৰ গৰাকী হওঁ, তেনেহলে মই মোৰ আদৰ্শৰ আৰ্থিক সমতা স্থাপন কৰিব নোৱাৰোঁ। তাৰ কাৰণে মই গৰিবজনতকৈও গৰিবজনৰ অৱস্থালৈ মোক নমাই আনিব লাগিব।” [ হৰিজন, ৩১।৩।৪৬ ] নিজৰ জীৱনটো আদৰ্শৰ প্ৰতীক হিচাবে গঢ়ি তুলিবলৈ যিসকল লোক সক্ষম হয়, তেওঁলোকেহে সেই আদৰ্শৰ দ্বাৰা জনসাধাৰণক উদ্বুদ্ধ কৰি বিপ্লৱৰ সৃষ্টি কৰিব পাৰে। সমাজকৰ্মী-সকলৰ কাৰণে এই আচৰণবিধি অতি প্ৰয়োজন। যুগে যুগে বিপ্লৱীসকলে এই সত্যক দোহাৰি গৈছে। গান্ধীজী আছিল আদৰ্শৰ প্ৰতীক আৰু সৰ্বহাৰাৰ প্ৰকৃত প্ৰতিনিধি আৰু সেইকাৰণেই তেখেত আছিল প্ৰকৃত বিপ্লৱী।

## অহিংস সমাজবাদ

সমাজবাদৰ মূল লক্ষ্যৰ লগত গান্ধীজীৰ আদৰ্শৰ মিল আছে। সমাজ-বাদী সমাজত কোনো প্ৰকাৰৰ শোষণ নাথাকে আৰু আৰ্থিক সমতা স্থাপন কৰা হয়। গান্ধীজীৰ আদৰ্শৰ সমাজতো শোষণৰ স্থান নাই। কিন্তু বস্তুবাদী দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত সমাজবাদৰ লগত গান্ধীজীৰ আদৰ্শৰ মূলগত পাৰ্থক্য আছে। আগা খাঁৰ প্ৰাসাদত বন্দী হৈ থকা কালছোৱাত গান্ধীজীয়ে মাৰ্ক্সৰ ‘দাছ কেপিটেল’ আৰু লেনিন আৰু ষ্টেলিনে সাম্যবাদী আদৰ্শৰ ওপৰত লিখা কিছুমান কিতাপ অধ্যয়ন কৰি কৈছিল যে সৰ্বহাৰা জনসাধাৰণৰ মুক্তি একমাত্ৰ তেখেতৰ ( গান্ধীজীৰ ) পৰিকল্পনাৰ সাম্যবাদৰ জৰিয়তেহে হব পাৰে। অকল হিংসাৰ প্ৰশ্নতেই মাৰ্ক্সবাদী সাম্যবাদৰ লগত গান্ধীজীৰ বিৰোধ নাছিল। মাৰ্ক্সবাদী সাম্যবাদ বস্তুবাদী দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত আৰু তাত নৈতিকতা আৰু আধ্যাত্মিকতাৰ স্থান নাই। নৈতিকতা আৰু আধ্যাত্মিকতা বাদ দিলে

মানুহক সত্‍ আচৰণৰ কাৰণে প্ৰেৰণা যোগাবলৈ একো নাথাকে। অকল অৰ্থনৈতিক আৰু সামাজিক বৈষম্য দূৰ কৰিলেই সকলো মানুহ আপোনা-আপুনি সৎ হৈ যাব বুলি ভবাটো ভুল। তাৰ কাৰণে ব্যক্তিৰ আধ্যাত্মিক আৰু নৈতিক উৎকৰ্ষ সাধনৰ কাৰণেও প্ৰচেষ্টাৰ প্ৰয়োজন। ব্যক্তিৰ আত্মশুদ্ধিৰ ওপৰত গান্ধীজীয়ে যি গুৰুত্ব দিছে, তাৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি।

গান্ধীজীৰ মতে অসৎ উপায়েৰে কোনো সৎ উদ্দেশ্য সাধন কৰিব নোৱাৰি। সত্‍ উদ্দেশ্য সাধন কৰিবলৈ হলে সেই উদ্দেশ্য সাধনৰ উপায়ো সত্‍ হব লাগিব। মাৰ্ক্সবাদী সাম্যবাদীসকলে সৎ উদ্দেশ্য সাধনৰ কাৰণে যি কোনো উপায় অৱলম্বন কৰাৰ সমৰ্থন কৰে। গান্ধীজীয়ে কৈছিল যে সত্য আচৰণৰ দ্বাৰাহে সত্যক উপলব্ধি কৰিব পাৰি আৰু সেইকাৰণে সত্‍ উপায়ৰ দ্বাৰাহে সত্‍ লক্ষ্যত উপনীত হোৱা সম্ভৱপৰ।

১৯৪৬ চনৰ জুলাই মাহৰ শেষ সপ্তাহত লুই ফিছাৰ আৰু গান্ধীজীৰ মাজত হোৱা আলোচনা প্ৰসঙ্গত গান্ধীজীয়ে ছ'চিয়েলিষ্টসকলৰ লগত তেখেতৰ পাৰ্থক্যৰ কথা উল্লেখ কৰি কৈছিল যে তেখেতহে প্ৰকৃত ছ'চিয়েলিষ্ট। ইয়াৰ আগতেও গান্ধীজীয়ে নিজক ছ'চিয়েলিষ্ট বুলি ঘোষণা কৰিছিল। গান্ধীজীৰ সমাজবাদ বস্তুবাদী দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত সমাজবাদ নহয়; ই নৈতিকতা আৰু আধ্যাত্মিকতাৰ চিৰন্তন মূল্যৰ ওপৰত প্ৰতিষ্ঠিত সমাজবাদ। গান্ধীজীৰ সমাজবাদক অহিংস সমাজবাদ আখ্যা দিব পাৰি।

ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণ আৰু অহিংসাৰ নীতি ভাৰতৰ গণতান্ত্ৰিক সমাজবাদীসকলে মানি লৈছে। তাৰোপৰি তেওঁলোকে নৈতিকতা আৰু আধ্যাত্মিকতাক অস্বীকাৰ নকৰে। গান্ধীজীৰ মহান আদৰ্শসমূহৰ দ্বাৰা গণতান্ত্ৰিক সমাজবাদৰ আদৰ্শ অধিক সমৃদ্ধ কৰিব পাৰি। পৃথিৱীত আজি মাৰ্ক্সবাদী দৰ্শনৰ অসম্পূৰ্ণতা ক্ৰমে স্বীকৃত হৈ আহিব ধৰিছে। গান্ধীবাদী আদৰ্শই মানৱ-জাতিক এক নতুন পোহৰৰ পথ দেখুৱাইছে, যি পথ অনুসৰণ কৰিলে মানৱ-সমাজৰ সমস্যাসমূহৰ স্থায়ী সমাধান হব পাৰে। গান্ধীজীয়ে তেখেতৰ আদৰ্শসমূহক গান্ধীবাদ আখ্যা দিয়াৰ নিজেই বিৰোধিতা কৰি গৈছে। কিন্তু তেখেতৰ আদৰ্শসমূহ এক মতবাদৰ ( ideology ) আহিত দাঙি ধৰিলে ই শিক্ষিত শ্ৰেণীটোৰ দৃষ্টি আকৰ্ষণ কৰাত সহায় কৰিব আৰু গান্ধীজীৰ আদৰ্শসমূহৰ বিজ্ঞানসম্মত আৰু শুদ্ধ ব্যাখ্যা দিয়াত সহজ হব।

# মহাত্মা গান্ধীক যেনেদৰে দেখিছিলোঁ

## চন্দ্ৰপ্ৰভা শইকীয়ানী

ভাৰতৰ গোলামী জীৱনৰ অৱসান ঘটাই যিজনে এই দেশক এক মহৎ সত্তা দান কৰি গ'ল তেৱেঁই হৈছে যুগপুৰুষ মহাত্মা গান্ধী। তেতিয়া ১৯২১ চন। পঞ্জাৱৰ অমৃতসৰ নগৰৰ জালিৱানৱালাবাগ হত্যাকাণ্ডৰ মাজেৰে এই উত্থান আৰম্ভ হ'ল। মহাত্মা গান্ধীয়ে ১৯১৫ চনত দক্ষিণ আফ্ৰিকাৰ জীৱনৰপৰা নিজক আঁতৰাই আনি ভাৰতমাতাৰ স্বাধীনতাৰ কাৰণে বিক্ষিপ্ত-ভাৱে আন্দোলন কৰিছিল। জালিৱানৱালাবাগৰ হত্যাকাণ্ডৰ পিচত তেওঁ মহাভৈৰৱকণ্ঠে ঘোষণা কৰিলে, "স্বাধীনতা আমাৰ জন্মস্বত্ব। এবছৰৰ ভিতৰতে আমাক স্বাধীনতা লাগে।" সমগ্ৰ ভাৰতবৰ্ষ এই বজ্ৰগম্ভীৰ স্বৰত জাগি উঠিল। কোটি কোটি নৰ-নাৰীৰ কণ্ঠেৰে উত্থিত হ'ল—'ভাৰত মাতা কী জয়', 'বন্দে মাতৰম্', 'মহাত্মা গান্ধীজী কী জয়'! ই এক অভিনৱ ধ্বনি। ইয়াৰ শক্তি অসীম। এই ধ্বনিয়ে গগন-পৱন মুখৰিত কৰিলে, বগা বৃটিছ সন্ত্ৰাসিত হ'ল, জেনেৰেল ডায়াৰক বৰলাটে ততালিকে বিলাতলৈ অপসাৰণ কৰিলে। কিন্তু ভাৰতৰ ঋষিপুত্ৰ মহাত্মা গান্ধী ক্ষান্ত নহ'ল। তেওঁ অসহযোগ আন্দোলন ঘোষণা কৰিলে; স্কুল-কলেজৰ ছাত্ৰক স্কুল-কলেজ, হাকিম-উকীল-কেৰাণী-সকলক অফিচ-আদালত ত্যাগ কৰি ওলাই আহিবলৈ ক'লে আৰু দেশবাসীক বিদেশী দ্ৰব্য বৰ্জন কৰি স্বদেশী বস্তু লবলৈ আৰু মদ, ভাং, কানি ত্যাগ কৰিবলৈ আদেশ কৰিলে। জুইৰ ফিৰিঙতিৰ দৰে এই ঘোষণা, এই আহ্বান, এই আদেশৰ পিচত লক্ষ লক্ষ নৰ-নাৰী অসহযোগ আন্দোলনত অৱগাহন কৰি হেজাৰে হেজাৰে জেললৈ যাবলৈ ধৰিলে।

ভাৰতৰ এই মহা-উত্থানৰ দিনটোতে আমি বাস কৰিছিলোঁ। আমাৰ ঘৰে-বাহিৰে, আমাৰ পিতৃ-মাতৃ, আমাৰ ভাই-ভনী, ছাত্ৰ-ছাত্ৰী, উকীল আৰু কৰ্মচাৰীসকলে জয়ধ্বনি দি ত্ৰিৰঙ্গ জাতীয় পতাকা লৈ মেল-মিটিং কৰি ফুৰা দেখিছিলোঁ। সেইসকল অবিসম্বাদীৰূপে ধন্য পুৰুষ-মহিলা! দেশখন যেন প্ৰস্তুত হৈয়ে আছিল। এই বিস্ময়কৰ বিৰাট বিপ্লৱে ভাৰতক ঢৌৱাই

পেলালে; 'কংগ্ৰেছ' শব্দটো আমি তেতিয়াহে শুনিলোঁ, ভলণ্টিয়াৰ টুপী, খদ্দৰ কাপোৰ দেখিলোঁ আৰু ত্ৰিৰঙ্গ জাতীয় পতাকা প্ৰথম উত্থিত হ'ল।

বাতৰি পালোঁ যে মহাত্মা গান্ধী গুৱাহাটী পাইছেহি; তাৰপৰাই তেজপুৰ পাবহি। তেতিয়া মই তেজপুৰৰ ছাত্ৰবৃত্তি ছোৱালী স্কুলখনৰ প্ৰধান শিক্ষয়িত্ৰী। স্কুলৰ বোৰ্ডিঙত থাকি স্কুলত কাম কৰোঁ। তেজপুৰ নগৰত উখল-মাখল লাগিল। শ্ৰীপৰমানন্দ আগৰৱালাৰ ঘৰত গান্ধীজী উঠিলহি। তেওঁক চাবলৈ গোটেই গাঁও-ভূঁই ভাগি আহিছিল। বহুত তিৰোতাৰে সৈতে ময়ো আহিছিলোঁ। শুধ বগা খাদী কাপোৰেৰে সজাই থোৱা হলটোত নিৰ্দিষ্ট কৰি থোৱা গালিচাৰ ওপৰত খাদী পৰা ঠাইখিনিতে গান্ধীজী বহিলহি।

দেশৰ দেৱতা, জ্ঞানৰ দেৱতা, পৌৰাণিক কালৰ কোনোবা অগ্নিমন্ত্ৰৰ ঋষিহে আহি যেন বহিল। দেখিলোঁ চুটি-চাপৰ পুৰুষজন, উজ্জ্বল শ্যামবৰ্ণ, আজানুলম্বিত বাহু, এক দিব্য জ্যোতিৰ্ময় পুৰুষ; মুণ্ডিত মস্তক, পিন্ধনত আঁঠুলৈকে পৰা এটুকুৰা শুধ বগা খদ্দৰ, উদং গাত আছে আন এটুকুৰা কাপোৰ, ভৰিত ফটাৰ লেখীয়া এযোৰ চেন্দেল। চেইন লগাই থোৱা গোলাকাৰ এটি ঘড়ী কঁকালত খুচি থোৱা, চকুত ডাঙৰ চশমা এযোৰা। পূৰ্ণ ব্ৰহ্মচাৰীৰ বেশ। সহাস্য মুখ-মণ্ডলত শ্ৰীকান্তিৰ মধুৰ এক দিব্য জ্যোতি, হস্ত-পদ-অবয়বত শ্ৰীকৃষ্ণৰ ৰাতুল চৰণ বুলি ভ্ৰম হয়। সকলোৰে মনত হ'ল যেন তেওঁ ঈশ্বৰৰ এক অৱতাৰ। ভক্তি-শ্ৰদ্ধাত মূৰবোৰ আনত হৈ পৰিল। কিন্তু, গান্ধীজীক সেৱা কৰা মানা। সমুখৰ পিনে বৈ থকা অজস্ৰ জনতাই দূৰৰপৰাই দুই হাত যুৰি সেৱা জনাইছে। আমি তিৰোতাবোৰে দূৰতে এজনী এজনীকৈ আঠু লৈ সেৱা জনালোঁ। কিন্তু তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। আহি পাই বহিয়েই নোটবুকৰ নিচিনা এখন বহি উলিয়াই লিখাতে তেওঁ ব্যস্ত আছিল। গান্ধীজীৰ লগত মহম্মদ আলি, চৌকত আলি দুই ককাই-ভাই আৰু বেগম মহম্মদ আলিও আহিছিল। তেখেতসকলকো দেখিলোঁ, গদাধাৰী যেন দুজন তেজস্বী পুৰুষ আৰু বোৰ্খা পৰিহিতা তেজস্বিনী সুন্দৰী নাৰী।

গান্ধীজীয়ে বহা ঠাইতে বাটি এটাত কিবা খালে। দুপৰীয়া আঢ়ৈ বজাত মহিলা সভা। বেঙ্গলী থিয়েটাৰ হলত বহিব। তিৰোতাৰে হলটো ঠাহ খাই পৰিছে। ময়ো তালৈ গলোঁ।

এক অপূৰ্ব জলদ-গম্ভীৰ কণ্ঠস্বৰেৰে গান্ধীজীয়ে মহিলাসকললৈ চাই সৰল হিন্দীতে ক'লে, "মোৰ ভনীসকল, স্বৰাজ আমাৰ জন্মস্বত্ব। আমি যদি

ঐক্যবদ্ধ হওঁ, বৃটিছৰ লগত অসহযোগ কৰোঁ, এবছৰৰ ভিতৰতে আমি স্বৰাজ পাম।" তাৰ পিচত হাত দুখন দেখুৱাই ক'লে, "এয়া আমাৰ দহোটা আঙুলি, ই আমাৰ শলা হব নালাগে। ইয়াৰে আমি সূতা কাটি, কাপোৰ বৈ সহজে বিদেশী বস্ত্র বর্জন কৰিব পাৰোঁ। দেশবাসীয়ে প্ৰথমে এই বিদেশী বস্ত্র বর্জন কৰক।" প্ৰতিটো শব্দই যেন অন্তৰত কাঁড়ৰ দৰে সোমাল। সকলোৱে যেন স্বৰাজ মন্ত্ৰৰ দীক্ষা গ্ৰহণ কৰিলে। বেগম আলিয়ে ইয়াৰ পিচত মুখৰ বোৰ্খা গুচাই বক্তৃতা দিলে, "তিৰোতাসকলে কেৱল চৰখাৰ দ্বাৰাই স্বৰাজ আনিব পাৰে। যি তিৰোতাই সূতা নাকাটে, তেওঁলোকৰ আঙুলি কেইটা লোহাৰ শলাহে।" ইয়াৰ পিচত গান্ধীজী প'লো গ্ৰাউণ্ডত বহা ৰাজহুৱা সভালৈ গ'ল। তিৰোতাবোৰ নগ'ল।

আবেলি বেলি ডুবোঁ ডুবোঁ। গান্ধীজীয়ে সদলবলে বাহৰ পায়েই বস্ত্র-যজ্ঞৰ সন্মুখত থিয় দিলেহি। কোনোবা ভাগ্যৱানে জুইৰ জোৰ এডাল গান্ধীজীৰ হাতত দিলেহি। গান্ধীজীয়ে যজ্ঞৰ চাৰিওপিনে এবাৰ ঘূৰি বস্ত্র-যজ্ঞত জুই লগাই দিলে। 'বন্দে মাতৰম', 'ভাৰত মাতা কী জয়', 'গান্ধীজী কী জয়' ধ্বনিৰে গগন-পৱন মুখৰিত হ'ল। চাৰিও পিনৰপৰা মানুহে গাৰ কাপোৰ খুলি দলিয়াবলৈ ধৰিলে। গান্ধীজীয়ে কলে, "বিদেশী বস্ত্র ভস্ম হোৱাৰ লগে লগে মানুহৰ মনৰ ময়লাও ভস্ম হব। পৰাধীনতাৰ পাপ আমি ধুই পেলাব লাগে।"

এবছৰতে দেশ স্বাধীন নহ'ল। কিয় নহ'ল? গান্ধীজীয়ে কৈছিল, "ভাৰতবাসীয়ে ঐক্যবদ্ধ হৈ পূর্ণ অসহযোগ কৰিব নোৱাৰিলে।" তদুপৰি চৌৰিচৌৰা নামে ঠাইত জনতাই পুলিচ এদলক জীয়াই জীয়াই পুৰি মৰাৰ বাবে গান্ধীজীয়ে আন্দোলন স্থগিত ৰাখিলে। কাৰণ, তেওঁৰ আন্দোলন আছিল সম্পূর্ণ অহিংস।

১৯২২ চনত মই শিক্ষয়িত্রীৰ কাম এৰি আহি আন্দোলনত যোগ দিলোঁ।

১৯২৬ চনত পাণ্ডুত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন বহিল। দ্বিতীয়বাৰ গান্ধীজীক মাতা কস্তুৰবাৰ সৈতে মোৰ দেখাৰ সৌভাগ্য ঘটিল। পাণ্ডুৰ ব্ৰহ্মপুত্ৰৰ পাৰত সজা গান্ধীজীৰ খেৰী ঘৰৰ শিবিৰত দূৰৰপৰাই আমি তিৰোতা কিছুমানে তেখেত দুজনাক দর্শন কৰিলোঁ। মাতা কস্তুৰবা শুধ বগা খদ্দৰৰ ৰঙা পাৰীৰ শাৰী পিন্ধি, কপালত ডাঙৰ সেন্দুৰৰ ফোট লৈ থিয়

হৈ আছিল। তেওঁক দেৱীৰ দৰে লাগিল। মুখমণ্ডলত এক জ্যোতি উদ্ভাসিত হৈ আছে। ওখ-পাখয়ো বাপুৰ সমানেই।

মই পাণ্ডু কংগ্ৰেছৰ এগৰাকী ভলণ্টিয়াৰ আছিলোঁ। ৱৰ্কিং কমিটিৰ পেণ্ডেলৰ দুৱাৰ-মুখত পহৰা দিয়াৰ ভাৰ পালোঁ। সমস্ত নেতৃবৰ্গৰে সৈতে গান্ধীজীক দেখাৰ সৌভাগ্য ঘটিল। বাপু মঞ্চত বহিল। মহিলাৰ ভিতৰত একমাত্ৰ সৰোজিনী নাইডু। বাপুৱে বক্তাৰ নাম কৈ আছিল। এবাৰ কলে, "এতিয়া ভাৰত-কোকিলা সৰোজিনী নাইডুৱে ক'ব।" মই দেখিলোঁ, শকত-আৱত মানুহজনী ভাৰত-কোকিলা নহয়। বক্তৃতাও দিলে ভীষণ তৰ্জন-গৰ্জনেৰে। মোৰ ভুল শুধৰাই কোনোবা এজনে কলে, "বাপুৱে নাইডুক 'ভাৰত-কোকিলা' বোলে; কাৰণ তেওঁ এগৰাকী বিখ্যাত কৱি।" কৱিৰ কৱিত্বৰ তেন্তে ভীষণ তেজ।

গান্ধীজীয়ে ১৯২৯ চনত আইন অমান্য আন্দোলন ঘোষণা কৰিলে। বোম্বাইৰ সাগৰ-পাৰৰ দাণ্ডীলৈ ৱাৰ্ধাৰপৰা হেজাৰ হেজাৰ জনতাৰে বাপুৱে পদযাত্ৰা কৰিলে। এইবেলি ভাৰত-কোকিলা বীৰাঙ্গনা নাইডুক প্ৰথম ডিক্টেটৰ পাতি 'নিমখ আইন' ভঙ্গ কৰি নিমখ তৈয়াৰ কাৰ্য উদ্বোধন কৰিবলৈ দিলে। বাপুৱে কৈছিল, "ভাৰতীয় গৰিব জনসাধাৰণৰ নিত্য ব্যৱহাৰ্য বস্তু লোণৰ ওপৰত বৃটিছৰ কৰ থাকিব নালাগে। লোণ ভাৰতৰে সমুদ্ৰৰ পানীৰপৰা তৈয়াৰ হয়।" গান্ধীজী সদলবলে কাৰাৰুদ্ধ হ'ল। জনতাৰ ওপৰত ভয়াবহ নিৰ্যাতন চলিল।

অসমত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ কৰি স্কুল-কলেজৰ ল'ৰাসকলে স্কুল-কলেজ বৰ্জন কৰিলে। এই চাৰ্কুলাৰৰ মতে ছাত্ৰই আন্দোলনত যোগ দিলে পিতৃৰ চাকৰি যাব আৰু ছমাহ জেল হব। তেতিয়াৰ হাইস্কুলীয়া ছাত্ৰই স্কুল বয়কট কৰি আৰু আন্দোলনত যোগদান কৰি ইয়াৰ জবাব দিলে। মোকো ছাত্ৰসকলে টানিলে। নগাঁও জিলাত মদ-ভাং-কানিৰ মহলবোৰত পিকেটিং চলিল। শই শই ল'ৰা জেললৈ গ'ল, পুলিচৰ বেতৰ কোব খালে। মোৰ ওপৰত সাতবাৰ ১৪৪ ধাৰা জাৰি কৰিও ধৰিব নোৱাৰিলে। অৱশেষত গোৱালপাৰাৰ দৰংগিৰিত ফৰেষ্ট ৰিজাৰ্ভৰ শালগছ কাটি বন আইন ভঙ্গ কৰিবলৈ ওলোৱাত দলেবলে আমাক গ্ৰেপ্তাৰ কৰিলে। মোৰ ডেৰ বছৰ জেল হ'ল। কিন্তু বৃটিছ বৰলাট লৰ্ড আৰউইনে গান্ধীজীৰ লগত চুক্তি কৰিলে। আমি সকলোৱে খালাচ পালোঁ। বৃটিছে প্ৰথম পৰাজয়

স্বীকাৰ কৰি গান্ধীজীৰ লগত চুক্তি কৰা এই ঘটনাই এক ইতিহাস ৰচনা কৰিলে।

১৯৩২ চনত তৃতীয়বাৰ গান্ধীজীক কৰাচী কংগ্ৰেছত দেখা পোৱাৰ সৌভাগ্য ঘটিল। অসমৰ নেতা শ্ৰীবিষ্ণুৰাম মেধিৰ লগত অসমৰ দলটোৱে তেখেতক দৰ্শন কৰিবলৈ বাহৰলৈ গলোঁ। বাপুৱে শিলৰ বাটি এটাত চামুচেৰে কিবা খাই আছিল। বেনাৰচ বিশ্ববিদ্যালয়ৰ আচাৰ্য মদনমোহন মালব্য ওচৰতে আঁঠুত ভৰ দি বহি আছিল। মই বিস্ময় মানিলোঁ, হিন্দু বিশ্ববিদ্যালয়ৰ গুৰু বিদগ্ধ পণ্ডিত মালব্যজী এইদৰে বহি আছে! এনেতে সীমান্ত-গান্ধী খাঁ আব্দুল গফুৰ খাঁ সোমাই আহিল। তেওঁৰ সু-উচ্চ তপ্তবৰ্ণ সৌম্যকান্তি দেহ; সুদৰ্শন, তেজস্বী পুৰুষ। বাপুৱে উল্লাসিত হৈ সোঁহাতখন আগবঢ়াই দি কৈ উঠিল, "আহক, আহক, ইমানপৰে আপোনালৈকে বাট চাই আছিলোঁ।" সীমান্ত-গান্ধী ওচৰ চাপি বহিল। বাপুৱে ডিঙিত সাৱট মাৰি ধৰি আলিঙ্গন কৰিলে। দুয়ো অনুচ্চ স্বৰে কিবা কথা হ'ল।

তাৰ পিচত শ্ৰীমেধিলৈ চাই কুশল-বাৰ্তা লৈ আমি কিমান প্ৰতিনিধি গৈছোঁ সুধিলে। শ্ৰীমেধিয়ে ইংৰাজীত উত্তৰ দিয়াত ক'লে, "হিন্দী নোকোৱা কেলেই?" শ্ৰীমেধিয়ে ক'লে, "ভুল হয় বুলি লাজতে নকওঁ।" বাপুৱে গদ্‌গদস্বৰে কৈ গ'ল, "মানুহৰ জীৱনটোৱেই ভুলেৰে ভৰা। ভুল হ'ল কি হ'ল? ভুল কৰি কৰি গৈহে শুদ্ধটো পাব পাৰি। হিন্দী কৰা।" বাপুৰ এই মহান শিক্ষা মূৰত লৈ আমি ওলাই আহিলোঁ।

১৯৩৪ চনত বাপুজী অসমলৈ আহি গুৱাহাটীৰ পাণবজাৰৰ সেই সময়ৰ ডাঙৰ সেৱক, গঠনমূলক কৰ্মী ডাঃ হৰেকৃষ্ণ দাসদেৱৰ ঘৰত থাকিবলৈ লৈছিল। তেতিয়া গুৱাহাটীৰ হৰিজন বস্তিখন কামৰূপ একাডেমিৰপৰা দক্ষিণৰ চাৰিআলিলৈ আছিল। আঠুৱনীয়া বোকাৰে দুৰ্গন্ধময় আছিল এই বস্তি। জৰ্জ পথাৰত ৰাজহুৱা সভা আৰু নবীন বৰদলৈ হলৰ আগত মহিলাৰ সভা বহিল। আমি গাভৰু কিছুমানে হাতত পাত্ৰ লৈ পুৰুষ-মহিলাৰপৰা পইচা তুলিবলৈ ধৰিলোঁ। পইচা তোলা পাত্ৰবোৰ বাপুজীৰ লগতে অনা পাত্ৰ আছিল। বাপুৱে কিন্তু টকা-পইচা নোছোৱে, হিচাপ মাত্ৰ লয়। তেখেতে ক'লে, "হৰিজনসকলো দেশৰ শ্ৰেষ্ঠ সেৱক। তেওঁলোকো হৰিৰপৰা আহিছে। তেওঁলোকৰ উন্নতিৰ কাৰণে যেয়ে যি পাৰে দিব লাগে।" মহিলাসকলৰপৰা কিছু সোণৰ গহনাও পোৱা হ'ল। ডাঃ শ্ৰীমতী

তিলোত্তমা দাসে ( এতিয়া ৰায়চৌধুৰী ) এপাত সোণৰ গোটা খাৰু দিলে। কিন্তু বাপুৱে সেইবেলি অভ্যৰ্থনা সভাৰ হিচাপৰ খাতা-পত্ৰ নিজে চাইছিল। শ্ৰদ্ধেয় ডাক্তৰ দাসৰ তেখেত থকা কোঠাতে বহা অভ্যৰ্থনা সমিতিৰ বৈঠকত তেখেতে ক'লে, "ৰাজহুৱা ধনৰ হিচাপৰ হেৰফেৰ হব নালাগে। এইবেলি মোৰ কাণত এনে অভিযোগ পৰিছে। সেইবাবে মই য'লৈ গৈছোঁ ত'তে নিজে হিচাপ পৰীক্ষা কৰি চাইছোঁ। কোনো গৃহস্থই মোক ৰাখিলে তেওঁ খৰচ বহন কৰিব লাগে। ৰাজহুৱা ধনেৰে ৰাখিলে ৰাজহুৱা ঠাইত ব্যৱস্থা হব লাগে। নহলে মই গছৰ তলতো থাকিব পাৰোঁ। ইয়াত দিয়া ধনখিনি এতিয়াই আনি মোক জমা দিব লাগে।" ডাক্তৰ দাসে ধনখিনি আনি বাপুৰ আগত শৰাইত থলে। বাপুৱে উল্লেখ কৰি কলে, "মোৰ বন্ধু শ্ৰীপৰমা আগৰৱালাকো তেজপুৰত ৰাইজে পইচা যাচিছিল। তেখেতে নললে। তেনে হব লাগে।"

বাপুৰ এই শিক্ষাৰ আজি আমি মহত্ত্ব ৰক্ষা কৰিব পৰা নাই। ৰাজহুৱা ধনৰ বিৰাট বিভ্ৰাট সদায় ঘটিব লাগিছে। ই সমাজক তললৈ নমাই নিছে; ব্যক্তি নিজে খালত পৰিছে। কিন্তু তেতিয়াও আমি বাপুৰ এই নিৰ্ভীক উক্তিত তবধ মানিছিলোঁ। বাপুৱে কণা-কড়ি এটাৰো হিচাপ ৰাখে।

মহাত্মা গান্ধী গুৱাহাটী ৰেল ষ্টেশ্যনতে ৰেলত উঠি যাবগৈ। মোৰ মনত এটা বুদ্ধি খেলালে। বাপুজীৰ লগত ময়ো পাণ্ডুলৈ যাওঁ। কোনোবা এগৰাকী গাভৰুক লগত লৈ বাপুলৈ সজাই থোৱা তৃতীয় শ্ৰেণীৰ ডবাটোত উঠি চুক এটাত আগতে বহি থাকিলোঁগৈ। লোকে লোকাৰণ্য, মানুহৰ মাজেৰে বাপুজী কোঠাত ভৰি দিয়েই আমাক দেখি কলে, "তোমালোক ইয়াত কেলৈ যোৱা?" মই কলোঁ, "বাপু, আপোনাৰ লগত পাণ্ডুলৈ যাম।" বাপুৱে কলে, "কেলৈ যাবা? নামি যোৱা।" মই সাহ কৰি কলোঁ, "নহয় বাপু, আপোনাৰ লগতে গলে পুণ্য হব। যাবলৈ দিয়ক।" বাপু তিমান পৰে গাড়ীত উঠি বহিল। কলে, "কোনে কৈছে পুণ্য হব?"

বাপুৱে ৰেলৰ ডবাটোৰ খিৰিকীৰ ওচৰত বহি, বাহিৰলৈ পাত্ৰ এটা উলিয়াই ধৰি কবলৈ ধৰিলে, "দো, দো, হৰিজনকে লিয়ে দো পইচা দো।" বেছি নহয়, মাত্ৰ দুপইচা! তেতিয়া নোট নাছিল। জনতাৰপৰা সিকি-আধলি, টকা-পইচা বৰ্ষণ হবলৈ ধৰিলে। ৰেল এৰি দিলে। বাপুৱে ৰাৰ্ধা-যঁতৰটো খুলি লৈ সূতা কাটিবলৈ ধৰিলে।

অলপ পিচতে পাণ্ডু পালোঁগৈ। বাপুৰ কাপোৰৰ জোলোঙাটো এইবেলি মই থাপ মাৰি ল'লোঁ। বাপুৱে জোলোঙাৰ ইটো মূৰ টানি কবলৈ ধৰিলে, "মোৰ জোলোঙা কেলৈ লৈছা? এৰি দিয়া।" আকৌ মোৰ কাতৰোক্তি, "বাপু, পুণ্য হব, নিবলৈ দিয়ক।" বাপুৱে কলে, "চোৱা, মই কেতিয়াও মোৰ জোলোঙা কাকো নিদিওঁ। জোলোঙাখন এৰি দিয়া।" মই জোলোঙাখন এৰি দিলোঁ। বুজিলোঁ, বাপুজীৰ মানুহৰ প্ৰতি ই এটা ডাঙৰ শিক্ষা। নিজৰ ভাৰ নিজে বহন কৰিব লাগে। কিন্তু বাপুৰ আজি এই মহৎ শিক্ষাৰো বিপৰীত হৈছে। নিজৰ বোজা পৰক ব'ব দি, নিজৰ ভাৰ পৰত অৰ্পণ কৰিহে আজি মানুহে ভাল পোৱা হৈছে। পৰনিৰ্ভৰশীল গোলামী জীৱন এটাৰ সোঁত বৈছে। তাৰ পিচত বাপুজীয়ে থিয় হৈ থাকি ক'লে, "তেতিয়াই তোমালোকক নামিবলৈ কৈছিলোঁ। এতিয়া ভীৰৰ হেঁচাত পৰি মৰা পৰিবা। মই খোজ লোৱামাত্ৰেই পিচৰপৰা জনতাই ঠেলি আনিব। যোৱা, যোৱা, দৌৰি যোৱা, ষ্টীমাৰত উঠাগৈ। মই ইয়াতে থিয় হৈ আছোঁ।" আমি দুই পিনে থকা লোকাৰণ্য জনতাৰ মাজেৰে ভলন্টিয়াৰে লাইন দি শাৰী পাতি বাট উলিয়াই থোৱা বাটটোৰে প্ৰাণটাকি দৌৰি দৌৰি জাহাজত উঠিলোঁগৈ। গান্ধীজীৰ অসহায়া নাৰীৰ প্ৰতি কি অপৰিসীম স্নেহ! গান্ধীজী জাহাজৰ সজাই থোৱা খোলা ঠাইখিনিতে বহিলগৈ। মোৰ মুখত কথা আছিল। ছেগ চাই বাপুজীৰ ওচৰ চাপি বহি অস্পৃশ্যতা সম্পৰ্কে কথা হলোঁ আৰু কলোঁ, "বাপু! ময়ো অনুন্নত শ্ৰেণীৰ।" বাপুৱে কৈ উঠিল, "তোমাৰ দৰে অনুন্নত হলে ভালেই। কোনে কয় তুমি অনুন্নত? তুমি অস্পৃশ্যতা নিবাৰণৰ কাম কৰাগৈ।" বাপুৰ সেই মহান আদেশ কিঞ্চিৎভাৱে হলেও জীৱনত পালন কৰি গৈছোঁ। বাপুক সুধিছিলোঁ, "বাপু, আপুনি কেৱল অস্পৃশ্যতা দূৰ কৰিব কৈছে নে জাতিভেদো দূৰ কৰিবলৈ কৈছে?" বাপুৱে ক'লে, "জাতিৰ নামত অস্পৃশ্যতা দূৰ হলেই জাতিভেদো দূৰ হব।"

আমিনগাঁৱত মজদুৰসকলৰ এখন সভা বহিছিল। কিন্তু মজদুৰসকলে বাপুৰ ভাষণ শুনাতকৈ থপিওৱাথপি কৰি বাপুজীক ভৰি চুই সেৱা কৰাতহে লাগিল। বাপুজীয়ে চিঞৰি কলে, "তোমালোকে মোক মাৰি পেলাবা নেকি? তোমালোকৰ নখত লাগি যে মোৰ ভৰি ছিৰাছিৰ হ'ল। মই যি বেয়া পাওঁ তোমালোকে তাকেই কৰিছা।" মজদুৰসকলক আঁতৰি গ'ল।

চাই দেখোঁ সঁচাকৈ বাপুৰ ভৰিৰপৰা তেজ বাগৰি পৰিছে। মজদুৰসকলে লাজ পালে। কিন্তু তেওঁলোকে যে বাপুক অৱতাৰী পুৰুষ বুলি ভাবে! সভা ভাগিল। গান্ধীজী ৰেলত উঠি গুচি গ'লগৈ।

ইয়াৰ পিচত ১৯৩৯ চনত সত্যাগ্ৰহ আন্দোলন—"ধনে-জনে বৃটিছক সহায় নকৰিবা।" তাৰ পিচত ১৯৪২ চনত গণ আন্দোলন "কৰা কিম্বা মৰা"—এই মন্ত্ৰেৰে গণ আন্দোলন আৰম্ভ হ'ল। বৃটিছক কলে, "ভাৰত ত্যাগ কৰা।" এই শব্দ কেইটিৰ শক্তি আছিল অসীম আৰু সুদূৰপ্ৰসাৰী। শেষবাৰ ভাৰতবৰ্ষ কঁপি উঠিল "কৰা কিম্বা মৰা" পণেৰে। লক্ষ লক্ষ যুৱক-যুৱতী, পুৰুষ-মহিলা গণ-যুদ্ধত জপিয়াই পৰিল। বহুতৰ লগতে মোৰো এই আন্দোলনত ভাগ লোৱাৰ সৌভাগ্য ঘটিছিল। মই মোৰ একমাত্ৰ পুত্ৰ শ্ৰীমান অতুলৰে সৈতে গুৱাহাটী জেলত বন্দী হলোঁ।

১৯৪৫ চনত বাপুজীয়ে নাইনিতালৰপৰা আহোঁতে উত্তৰ প্ৰদেশৰ দেৰাডুনত এখন ৰাজহুৱা সভাত প্ৰাৰ্থনা কৰি ভাষণ দিয়াৰ কথা আছিল। সৌভাগ্যবশতঃ আমি কেইজনমানে দেৰাডুনত বহা সমাজবাদী চেমিনাৰত যোগ দিবলৈ গৈছিলোঁ। আমিও সেই সভা চাবলৈ গলোঁ। গান্ধীজীক আকৌ এই সভাত দেখাৰ সৌভাগ্য হ'ল। মই তেনেই ওচৰতে বহিছিলোঁ। গান্ধীজীয়ে মানুহবিলাকক অলপ ওচৰ চাপি আহিবলৈ ক'লে। লগে লগে আগুৱাই অহাৰ ঠেলাঠেলি, গুণগুণনি ইমান উঠিল যে, গান্ধীজীয়ে কেবাবাৰো তেখেতৰ ক্ষীণ কণ্ঠেৰে মাইকত ৰাইজক নিস্তব্ধ হবলৈ কোৱাতো নিস্তব্ধতা নহ'ল। বাপুৱে মাইকত কলে, "পাঁচ মিনিট সময় দিয়া হ'ল, যদি ইয়াৰ ভিতৰত গোলমাল নাথামে মই প্ৰাৰ্থনা মুলতবী ৰাখিম। প্ৰাৰ্থনাৰ সময়ত মানুহে শান্তি ৰাখিব লাগে।" কিন্তু ইমান ডাঙৰ সভাখনৰ মানুহে বোধকৰোঁ বাপুজীৰ এই কথা শুনিবলৈ নাপালে। গোলমাল নাথামিল আৰু বাপুজী মঞ্চৰপৰা নামি গুচি গ'ল। কেৱলমাত্ৰ হৰিজনৰ কাৰণে ৰাইজৰ মাজত পইচা তোলা কাম চলি থাকিল। ৰাইজ হতাশ আৰু ক্ষুণ্ণ হ'ল। তেওঁলোকে কবলৈ ধৰিলে, "দেৰাডুন অভিশপ্ত হ'ল, বাপুজীয়ে প্ৰাৰ্থনা নকৰাকৈ গুচি গ'ল।"

১৯৪৫ চনত শেষবাৰ মহাত্মা গান্ধী অসমলৈ আহি আমিনগাঁৱৰপৰাই গুৱালকুছিলৈ যাবলৈ জাহাজত উঠিল। তাত তালিকাৰ মানুহখিনিহে যাব পাৰিব। মোৰ নাম আছিলনে নাই নাজানো, মই কিন্তু উঠিলোঁ। সেই সময়ত মুখুৰীবাই নামে স্বৰাজ পতাকা বহন কৰি ফুৰা এগৰাকী সৰ্বহাৰা

তিৰোতা আছিল। তেওঁ য'তে কংগ্ৰেছ মহাসভা হয়, ত'তে গৈ ওলাইছিল আৰু দিল্লী, বোম্বাই, কাশ্মীৰ আদিত অসমীয়া ভাষাকে কৈ কৈ ভ্ৰমণ কৰি আহিছিল। মুখুৰীবাই ফেৰীখনত বাপুজীৰ লগত যোৱাৰ হেপাহেৰে উঠিল। কিন্তু ভলণ্টিয়াৰে তেওঁক নমাই দিলে। ফেৰী এৰি দিলে। মুখুৰীবায়ে হুৰাওৰাৱে পাৰত থিয় হৈ কান্দিবলৈ ধৰিলে। ঘটনাটো বাপুৰ কাণতো পৰিল। ডিঙি মেলি চাই ক'লে, "উসকো আনে দো।" ফেৰীখন আকৌ ঘাট চপাই দিলে, চিৰি লগালে। মুখুৰীবায়েও হয়তো মোৰ দৰে ভাবিছিল— "বাপুজীৰ লগত গ'লে পুণ্য হব।" তুচ্ছাতিতুচ্ছ আৰু অৱহেলিতজনলৈ বাপুজীৰ কি অসীম কৰুণা! মুখুৰীবায়েও বাপুজীৰ কৰুণা লাভ কৰিলে।

গুঁৱালকুছিৰ বিপুল জনতাৰ সভাত বাপুজীয়ে ভাষণ দিলেঃ "স্বৰাজ এতিয়া আমাৰ হাতৰ মুঠিত। বৃটিছে ভাৰত ত্যাগ কৰি যাবলৈ টালি-টোপোলা বান্ধিছে। কিন্তু মোৰ ভয় হৈছে, স্বৰাজ পোৱাৰ পিচত দেশলৈ আহিব এক বিৰাট বিশৃঙ্খলা। আমাৰ মানুহৰ শৃঙ্খলাবোধৰ অভাৱ। যোৱা ৰাতি মই শান্তিৰে শুব পৰা নাই। বাটে বাটে ৰেল ৰখাই জয়ধ্বনি দিছে। মই ১২৫ বছৰ জীয়াই থাকি দেশখন সংগঠন কৰি যাব খোজোঁ। এনেকুৱা হলে মই ১২৫ বছৰ বাচিম নে নাই কব নোৱাৰোঁ। স্বৰাজৰ কাৰণে যুঁজ দিয়াতকৈয়ো টান কাম হৈছে স্বৰাজ পোৱাৰ পিচত স্বাধীনতা ৰক্ষা কৰা। বৃটিছে দেশখন চুৰমাৰ কৰি পেলাইছে। স্বৰাজ পোৱাৰ কুৰি-পঁচিশ বছৰলৈ দেশত ভয়ঙ্কৰ মৰা-কটা, চুৰি-ডকাইতি আদি নানা বিশৃঙ্খলা চলিব। সেইবাবে মই ১২৫ বছৰ জীয়াই থাকি দেশখনৰ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক সংগঠন কৰি যাব খোজোঁ। কিন্তু জনতাই মোক বিশ্ৰাম নিদিলে ১২৫ বছৰ জীয়াই থকাৰ আশা এৰি দিম। নিস্তব্ধতা এক শান্তিময় প্ৰাৰ্থনা। বেজী এটা পৰিলেও যেন শুনা যায়, এনে নিস্তব্ধতা আপোনালোকে ইয়াত ৰক্ষা কৰিব। মই দেখি সুখ পাইছোঁ যে ইয়াৰ জনতাই নিস্তব্ধতা ৰক্ষা কৰিছে।" আজি বাপুৰ এই কথাই বাৰে বাৰে মনত পৰিছে। স্বৰাজ পোৱাৰ কুৰি বছৰৰ পিচতো দেশ বিশৃঙ্খলাৰে ভৰি পৰিছে।

বাপুজী সেইদিনাই গুৱাহাটীলৈ ফেৰীৰে উলটি শৰণীয়া আশ্ৰমত উঠিল। তেতিয়ালৈ এইখন শ্ৰদ্ধেয় ডাঃ হৰেকৃষ্ণ দাসদেৱৰহে এখন ঘৰ আছিল। ইয়াতে বাপুৱে মাতা কস্তুৰবাৰ নামত 'কস্তুৰবা আশ্ৰম' স্থাপন কৰিলে। গোটে খোৱা মহিলা সভাত ভাষণ দি কলে, "কস্তুৰবা নিৰক্ষৰা আছিল; সেইবাবে

কস্তুৰবাৰ স্মৃতিত দেশৰ নিৰক্ষৰ ছোৱালীসকলৰ নিৰক্ষৰতা দূৰ কৰিব লাগে। এগৰাকী শিক্ষিতা মহিলাই ওচৰ-চুবুৰীয়া দহ গৰাকীক শিক্ষা দিব লাগে।"

গান্ধীজী চাৰিদিন শৰণীয়াতে থাকিল। তেওঁ পৰ্ণকুটীৰতহে বাস কৰে। সেইবাবে তেওঁৰ কাৰণে সৰু খেৰৰ ঘৰৰ একোঠালী সজোৱা হৈছিল। সেই পৱিত্ৰ পঁজাটি এতিয়াও আছে। পঁজাৰ গাতে লাগি থকা নিমগছ জোপাতে আউজি বাপুজীয়ে মহিলাৰ মাজত সূতা কাটি কাটি প্ৰত্যেকৰেপৰা পাঁচ টকাকৈ লৈ চহী দিছিল। এই টকা হৰিজন পুঁজিৰ বাবে আছিল। মোৰ বন্ধু শ্ৰীমতী যোগমায়া ভূঞাই টকা দহোটা দিয়াত বাপুৰে মূৰ নোতোলাকৈয়ে কলে, "তুমি মোক ফাঁকি দিছা, তুমি আৰু দিব পাৰা, উলিওৱা।" তেওঁ হাঁহি কলে, "বাপুজী, সঁচাকৈ আৰু লগত নাই।" বাপুজীয়ে কলে, "বাৰু পিচত দিবা।"

এই সময়তে ডুপৰীয়া এদিন দেখা কৰিবলৈ অহা ডিঙিত মোনা বন্ধা গাঁৱলীয়া অত্যন্ত বৃদ্ধা এগৰাকীয়ে সুমথিৰা এটা বাপুক দিলে। বৃদ্ধালৈ চকু তুলি চাই বাপুৰে টেঙাটো হাতেৰে তুলি বৃদ্ধাক দি কলে, "তুমি খোৱা, তুমি দূৰৈৰপৰা আহিছা।" কিন্তু বৃদ্ধাগৰাকীয়ে কান্দিবলৈ ধৰিলে, "তুমি মোৰ বস্তুটো গ্ৰহণ নকৰিলা, ঘিণ কৰিলা!" বাপুৰে বুঢ়ীক আশ্বাস দিলে, "নহয়, মই তোমাৰ সুমথিৰাটো গ্ৰহণ কৰিছোঁ, কিন্তু মোতকৈ তোমাৰহে প্ৰয়োজন বেছি আছে। দূৰৰপৰা আহিছা। তোমাৰ পিয়াহ লাগিছে, খোৱা।" এই বুলি বাপুৰে টেঙাটোৰ বাকলি গুচাই বুঢ়ীক দিলে। বাপুৰে নিজৰ প্ৰয়োজনতকৈ দুঃস্থজনৰ প্ৰয়োজনহে বেছি বুলি ভাবিছিল।

বাপুজীয়ে অতি প্ৰত্যুষতে উঠি প্ৰাতঃভ্ৰমণ কৰে। বহুত মানুহ আহি তেওঁৰ সঙ্গী হয়। আমি তিৰোতাসকলো যাওঁ, কিন্তু পুৰুষৰ ঠেলাত বহুত পিচ পৰোঁ। এদিন সৰোজাৰে সৈতে (শ্ৰীমান মাখন দেৱানৰ মাক, এতিয়া স্বৰ্গীয়া) এটা বুধি সাজিলোঁ, পিচদিনা এই কথাৰ বাপুজীক গোচৰ দিম। যেনে ভাব, তেনে কাম। পিচদিনা বাপুজী সদলবলে শৰণীয়াৰপৰা নামি আহোঁতে দুয়ো বাট আগচি ধৰি গোচৰ দিলোঁ, "বাপু, সদায় পুৰুষবিলাক আপোনাৰ লগে লগে যায়, আজি আমি যাম।" বাপুৰে হাঁহিলে। পিচফালে থকা পুৰুষৰ জুমটোলৈ চাই কলে, "আজি কোনো পুৰুষ মোৰ লগত যাব নোৱাৰে। মহিলা যাব।" পুৰুষসকল পিচলৈ উভতি গ'ল আৰু তেওঁৰ দুই কাষেৰে গৈ থাকিল।

মই ওচৰ চাপি প্ৰশ্ন কৰিলোঁ, "বাপু, নেতাসকলেই দেখোন আপোনাৰ কথা নামানে। এওঁলোকৰ ঘৰত অস্পৃশ্যতা নিবাৰণ হোৱা নাই।" বাপুৱে কলে, "তেওঁলোকে নামানে নামানক, কিন্তু তোমালোকে মোৰ কিতাপবিলাক ভালকৈ পঢ়িবা। মোৰ লিখাবিলাক হিন্দীতেই পাবা। তাৰপৰা মাতৃভাষাত অনুবাদ কৰি সৰু সৰু পুস্তিকা আকাৰে আৰু হেণ্ডবিল আকাৰে ৰাইজৰ মাজত বিক্ৰী-বিতৰণ কৰাৰ দিহা কৰা; দেখিবা, মোৰ কথাবিলাক ৰাইজৰ মাজত প্ৰচাৰ হ'লে ৰাইজেই নেতাৰ বিচাৰ কৰিব আৰু ব্যৱস্থা লব।" এনেতে শ্ৰীলীলাধৰ বৰুৱাই কলে, "বাপুজী, শইকীয়ানীয়ে ৰাছিয়াৰ কিতাপহে পঢ়ে। ৰাছিয়াৰ কিতাপবিলাকহে বোলে ভাল।" বাপুৱে ততালিকে উত্তৰ দিলে, "ৰাছিয়াৰ কিতাপো পঢ়ক, কিন্তু মোৰ কিতাপ ভালকৈ পঢ়িবা।" উলটি আহোঁতে তেখেতে হৰিজনসকলক শাৰী পাতি থকা দেখিলে। তেখেতে হৰিজনসকলক শৰণীয়াৰ ওপৰত গৈ বহিবলৈ কলে। হৰিজনসকলৰ যে কি আনন্দ! বাপু তেওঁলোকৰ মাজত বহিল। হৰিজনৰ হৈ কোনে কব বোলাত শ্ৰীধৰণীধৰ দাস উঠিল। বাপুৱে সুধিলে, "তুমি হৰিজননে?" শ্ৰীদাসৰ মুখত ওলাল, "মই হৰিজন নহয়।" "তেন্তে তোমাৰ কবৰ হক নাই।" হৰিজনসকলক মহাত্মাই কলে, "তোমালোক দেশৰ উত্তম সেৱক; কিন্তু তোমালোকো আত্মনিৰ্ভৰশীল হব লাগে। নিজৰ ঠাই নিজে চাফ্‌চিকণ কৰি ৰাখিবা।" এইদৰে বাপুজীয়ে সৰু শব্দ এটাৰ ভুলো শুদ্ধ কৰিছিল আৰু মানুহক আৱশ্যকীয় উপদেশ দিছিল।

এতিয়া য'ত পানীকলৰ পাইপ বহিছে, সেই জুবিলী পাৰ্কতে গুৱাহাটীৰ ৰাজহুৱা সভাত অগণিত জনতাৰ মাজত প্ৰথমে প্ৰাৰ্থনা আৰু পিচত বাপুৱে ভাষণ দিলে। "ৰঘুপতি ৰাঘৱ ৰাজা ৰাম" এই ভজনটো শেষত গাওঁতে সকলোৱে সমানে হাততালি দি গাব লাগিছিল। বহুতে এই তালি লাজতে দিব খোজা নাছিল আৰু বহুতৰ তালি একেলগে নপৰিছিল। বাপুৱে বাৰে বাৰে আখৰা শিকোৱাৰ দৰে নিজে হাত তালি দি শিকাইছিল। ভাষণত বাপুৱে কলে, "স্বাধীন জাতি এটাৰ শৃঙ্খলা, নিয়ম, আনুগত্য থাকিব লাগে।" প্ৰায় আধা ঘণ্টা তেখেতে ভাষণ দিছিল। গুৱাহাটীত বাপুজীৰ এয়ে শেষ ভাষণ আৰু শেষ দৰ্শন। বাপুজী উঠি অহাত সভা ভগাত বহুত তিৰোতাক দেখিলোঁ, মাটিৰপৰা কিবা বুটলি কোচত লৈছে। মই জুমি চাই সুধিলোঁ, "কি বুটলিছে আপোনালোকে?" মহিলাবোৰে উত্তৰ দিলে, "বাপুজীৰ

পদৰেণু”।—“বাপুৰ পদৰেণু? এই ছুবৰি বনৰ ওপৰত বাপুৰ পদৰেণু ক'ত পালে? আৰু তেওঁতো চেন্দেল পিন্ধি থাকে। ৰেণু ক'ৰপৰা পাব?” মহিলাসকলে কলে, “নহয়, বাপু যোৱা পথৰ চিন আছিল। সেই চিনৰ ছুবৰি বনেই পদৰেণু। ইয়াকোয়ে পাবলৈ নাই!”

খুব সম্ভৱ সেই দিনাই বাপু উজানবজাৰতে জাহাজত উঠি আমিনগাঁৱলৈ গৈ ৰেলেৰে যাত্ৰা কৰিলে। মোক বাপুৰ পিচে পিচে চুম্বকৰ দৰে কিহবাই টানি আছিল। আগবঢ়াবলৈ লোৱা জনতাৰ লগতে ময়ো খোজ ললোঁ। জনতা লাহে লাহে আঁতৰিল। ব্ৰহ্মপুত্ৰৰ পাৰতে থিয় হৈ থাকিল। আন-সকল নেতাৰ লগত ময়ো গৈ জাহাজত উঠিছিলোঁ আৰু বাপু বহা কেবিনটোৰ সমুখতে বৈ থাকি এসময়ত কোনো মানুহ নোহোৱাত কেবিনলৈ সোমাই গৈ বাপুৰ ভৰিৰ তলতে ধপচকৈ বহিলোঁ। বাপুৱে বোধহয় এই কেইদিন দেখি দেখি মনত ৰাখিছিল। শৰণীয়াত এবাৰ বাপুৰ লগত তৰ্ক কৰাত কৈছিল— “তুম লড়নেৱালী লড়কী হো, তোমাৰ দৰে ছোৱালী লাগে। তোমাক মোৰ পছন্দ হৈছে।” বাপুৱে কিবা লিখাৰপৰা মূৰ দাঙি চালে। মই মিনতিৰ সুৰেৰে ক'লোঁ, “বাপু, আপোনাক কিয় সেৱা কৰিব নাপায়?” বাপুৱে ক'লে, “চোৱা, সেৱা কৰাৰ মূল্য থাকিব লাগে। অসংখ্য মানুহে যদি থপিওৱাথপি কৰি মোক সেৱা কৰে, সেই সেৱাৰ কিবা মূল্য আছেনে? তেওঁলোকৰ নখত লাগি মোৰ ভৰি ছুখন ক্ষত-বিক্ষত হয়, সেইবাবে মোক সেৱা কৰা মানা। কিন্তু কোনোৱে যদি পুত্ৰই পিতৃক সেৱা কৰাৰ দৰে সেৱা কৰে, শিষ্যই গুৰুক সেৱা কৰাৰ দৰে সেৱা কৰে, সেই সেৱাত বাধা নাই। চোৱা, হিন্দু শাস্ত্ৰত পুত্ৰ-কন্যাই পিতৃ-মাতৃক, ভাৰ্যাই স্বামীক আৰু শিষ্যই গুৰুক সেৱা কৰাৰহে নিয়ম দি গৈছে। সেই সেৱা খুব ভক্তিৰ, নম্ৰতাৰ আৰু অন্তৰৰ হব লাগে।” মোৰ গোটেই অভিসন্ধিটোৱে আছিল বাপুক এটি সেৱা কৰাৰ। মই কলোঁ, “তেন্তে আপোনাক মই ভৰি ছুই সেৱা কৰোঁ।” বাপুৱে কলে, “কৰা।” বাপুৱে ভৰি ছুখন কিছু আগবঢ়াই দিয়া যেন পালোঁ। ভক্তৰ মনোবাঞ্ছা সিদ্ধ হ'ল। মই লাহেকৈ আঁতৰি আহিলোঁ। কোনে জানিছিল, সেই সেৱাই শেষ সেৱা আৰু সেই দেখাই শেষ দেখা হব। জাহাজখন এৰি দিলে। বাপুৱে কেবিনৰপৰা ওলাই আহি জাহাজৰ ৰেলিঙত ধৰি হাতযোৰকৈ জনতালৈ চাই থাকিল। জনতায়ো মূৰ নত কৰি হাতযুৰি সেৱা জনালে।

এয়ে আছিল জনতাৰ গান্ধীজী আৰু গান্ধীজীৰ জনতা।

# গান্ধীবাদ-বনাম-মাৰ্ক্স্‌বাদ

**গৌৰীশঙ্কৰ ভট্টাচাৰ্য**

মাৰ্ক্স্‌বাদীসকলে গান্ধীজীক সমাজবাদী বুলি স্বীকাৰ নকৰে; অৱশ্যে মানৱতাবাদী বুলি শ্ৰদ্ধা আৰু সন্মান কৰে। তেওঁলোকৰ মতে গান্ধীজী আছিল দাৰ্শনিক ভাৱবাদৰ কল্পলোকৰ মহাত্মা। গান্ধীজীয়ে কিন্তু নিজকে সমাজবাদী বুলি কৈছিল। কি অৰ্থত কৈছিল তাৰ ব্যাখ্যাও তেখেতে নিজে নিম্নৰূপভাৱে দি গৈছে:—

"সমাজবাদ বৰ ভাল কথা। মই যিমানদূৰ বুজোঁ সমাজবাদত সমাজৰ সকলো লোক সমান, কোনো উচ্চ নহয় আৰু কোনো নীচ নহয়। মানুহৰ অবয়ৱত শৰীৰৰ ওপৰ ভাগত থকা বাবে মূৰটো উচ্চ নহয় আৰু ভৰিৰ পতা দুখন মাটি চুই থাকে কাৰণে নীচ নহয়; শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ হিচাপে সকলো সমান। সেইদৰে সমাজ-অবয়ৱৰ সকলো লোক সমান। মোৰ মতে এয়ে সমাজবাদ।

"এই ব্যৱস্থাত ভূস্বামী আৰু ৰায়ত, ধনী আৰু দুখীয়া, নিয়োগকাৰী আৰু নিযুক্ত, সকলো সম-পৰ্যায়ৰ। ধৰ্মৰ ভাষাত কবলৈ হ'লে সমাজবাদত কোনো দ্বৈতবোধ থাকিব নোৱাৰে। ইয়াত বিৰাজ কৰে সৰ্বাঙ্গীন ঐক্য।

"সমগ্ৰ বিশ্বৰ সমাজ ব্যৱস্থালৈ লক্ষ্য কৰিলে দেখা যায় যে তাত কেৱল অনৈক্য আৰু অসাম্য। এইজন উচ্চ, সেইজন নীচ, এইজন হিন্দু, সেইজন মুছলমান, তৃতীয়জন খৃষ্টিয়ান, চতুৰ্থজন পাৰ্চি, পঞ্চমজন শিখ, ষষ্ঠজন ইহুদী ইত্যাদি; আনকি এইবিলাকৰ প্ৰত্যেকৰ ভিতৰতো নানা শাখা-উপশাখা। কোনো এখন চিত্ৰত নানা ৰং থকা সত্বেও যেনেকৈ চিত্ৰখনৰ ঐক্য আছে, সমাজৰ ঐক্য সম্পৰ্কেও মোৰ ধাৰণা এই যে ই বহুত্বৰ মাজত এক। বৈচিত্ৰ্যৰ মাজত পূৰ্ণ-ঐক্য।

"এই অৱস্থা পাবলৈ আমি দাৰ্শনিক সাজি জগতখনলৈ চাই হাত সাবটি বহি থাকিলে নচলিব। নাইবা এতিয়াই আমাৰ কাম আৰম্ভ নকৰি

সকলো লোক সমাজবাদলৈ অহালৈ বাট চাই থাকিলেও নচলিব। আমাৰ জীৱনধাৰাৰ কোনো পৰিবৰ্তন নকৰাকৈও আমি বক্তৃতা দি ফুৰিব পাৰোঁ, নতুন নতুন দল সংগঠন কৰি ফুৰিব পাৰোঁ আৰু চেগ চাই চৰাইৰ দৰে চিকাৰৰ ওপৰত জপিয়াই পৰিব পাৰোঁ। কিন্তু ই সমাজবাদ নহয়। আমি যিমানেই সমাজবাদক আমাৰ চিকাৰ হিচাবে গণ্য কৰিবলৈ যাওঁ, সিমানেই সি আমাৰপৰা আঁতৰি যাব।

"সমাজবাদ আৰম্ভ হয় প্ৰথমজন সমাজবাদীৰপৰা। যদি তেনে এজন প্ৰকৃত সমাজবাদী ওলায় তেন্তে সেই একৰ পিছত শূন্য বহুৱাই দহকত পৰিণত কৰিব পৰা হব আৰু পৰৱৰ্তী প্ৰতিটো শূন্য তাৰ পিছত বহুৱাই গৈ প্ৰত্যেকবাৰতে আগৰ সংখ্যাৰ দহগুণ বৃদ্ধি পোৱা যাব। কিন্তু যদি প্ৰথম আৰম্ভকাৰীজন এক নহৈ শূন্য হয় অৰ্থাৎ যদি আৰম্ভকাৰীজন প্ৰকৃত সমাজবাদী নহয়, নাইবা সমাজবাদৰ কাৰণে যদি কোনো আগৰণুৱা হৈ ওলাই নাহে, তেন্তে পিছত যিমান শূন্যই বহুৱা নহওক লাগিলে, গুণফলবোৰ শূন্যহে হব। এই শূন্য লিখা কাগজ আৰু সময়খিনিৰ অপব্যয়হে হব।

"এই সমাজবাদ ফটিকৰ দৰে নিৰ্মল। সেইকাৰণে ইয়াক লাভ কৰিবলৈ প্ৰয়োগ কৰা উপায়ো ফটিকৰ দৰে হব লাগিব। অপৱিত্ৰ বা অশুদ্ধ উপায়ৰ ফলাফলো অপৱিত্ৰ হব। ৰজা আৰু ৰায়তক সমান কৰিবলৈ ৰজাৰ মূৰটো কাটি সমান কৰিব নোৱাৰি। নিয়োগকাৰীক কাটিও নিযুক্তসকলক সমান কৰিব নোৱাৰি। অসত্যৰ সহায়েৰে সত্যক পাব নোৱাৰি। সৎ আচৰণৰ দ্বাৰাহে সত্যক উপলব্ধি কৰিব পৰা যায়। অহিংসা আৰু সত্য যমজ নেকি বুলি কেতিয়াবা কেতিয়াবা মোক প্ৰশ্ন কৰা হয়। মই দৃঢ়ভাৱে উত্তৰ দিওঁ, সিহঁত যমজ নহয়—একাত্ম। অহিংসা সত্যত নিহিত হৈ আছে আৰু সেইদৰে সত্যও অহিংসাত নিহিত হৈ আছে। সেইবাবে এই দুটাক একেটা মুদ্ৰাৰ দুটা পিঠি বুলি কোৱা হয়। ইটোৰপৰা সিটো অভিন্ন। মুদ্ৰাটো যিকোনো পিঠিৰপৰা চোৱা নহওক লাগে তাৰ মূল্য আৰু অৰ্থ একে।...

"সত্য আৰু অহিংসাক মূৰ্তিমান কৰি ৰাখিব পাৰিলেহে আচল সমাজবাদ পোৱা যাব। সত্য আৰু অহিংসাক সমাজবাদত মূৰ্তিমান ৰাখিবলৈ সমাজবাদী পৰম ঈশ্বৰ-বিশ্বাসী হব লাগিব। সত্য আৰু অহিংসাত মাত্ৰ মৌখিক, আনুষ্ঠানিক বা যান্ত্ৰিক আসক্তি থাকিলে সংকট-মুহূৰ্তত সি খণ্ড-বিখণ্ড হৈ যাব। সেইবাবেই মই কওঁ যে সত্যই পৰমেশ্বৰ। পৰমেশ্বৰ প্ৰাণৱন্ত শক্তি।

এই শক্তিৰপৰাই আমাৰ জীৱন ওলাইছে। এই শক্তি আমাৰ অন্তৰাত্মাত থাকে। যেয়ে এই মহান শক্তিৰ সত্ত্বাত অবিশ্বাস কৰে তেৱেঁ এই মহান শক্তিৰ প্ৰয়োগৰপৰা নিজক বঞ্চিত কৰে আৰু ফলত শক্তিহীন হৈ পৰে। তেওঁ গুৰি-ব'ঠা নোহোৱা নাৱৰ দৰে হয়। ইফালে-সিফালে তলৌ-তপৌ কৰি কোনোপিনে আগবাঢ়িব নোৱাৰি ধ্বংসপ্ৰাপ্ত হয়। এনেধৰণৰ সমাজবাদে তেওঁলোকক সুপথ দেখুৱা দূৰৰ কথা কোনোফালে অকণো আগবঢ়াই নিব নোৱাৰে।

"কোনোৱে হয়তো প্ৰশ্ন কৰিব পাৰে যে কোনো সমাজবাদীয়েই তেনেহলে ঈশ্বৰত বিশ্বাস নকৰে নেকি? যদিহে দুই-চাৰিজনে কৰি থাকেও তেন্তে তেওঁলোকে কিয় কোনো চকুত পৰা অগ্ৰগতি কৰিব পৰা নাই? আনহাতে, ঈশ্বৰ-বিশ্বাসী বহু সাধুপুৰুষ ইতিপূৰ্বে সংসাৰত বাস কৰিছিল। ঈশ্বৰ-বিশ্বাসী হোৱা সত্ত্বেও তেওঁলোক কি কাৰণে সমাজবাদ প্ৰতিষ্ঠাত সফল-কাম নহ'ল? এই প্ৰশ্ন দুটাৰ সম্পূৰ্ণ সঠিক উত্তৰ দিয়াটো টান। ঠোৰতে কব পাৰি যে সমাজবাদ-বিশ্বাসী ব্যক্তিয়ে তেওঁৰ সমাজবাদৰ লগত ঈশ্বৰ-বিশ্বাসৰ সম্বন্ধ স্থাপন কৰিবলৈ মনোনিবেশ কৰা নাই। দ্বিতীয়তে, ঈশ্বৰ-বিশ্বাসী ধাৰ্মিক লোকে জনসমাজত সমাজবাদ প্ৰচাৰ কৰাৰ চেষ্টা চলোৱা নাই।..."

এইখিনিতে লক্ষ্য কৰিব পৰা যায় যে মাৰ্ক্‌সবাদ ঈশ্বৰ-নিৰপেক্ষ, গান্ধীবাদ ঈশ্বৰ-সৰ্বস্ব। হিংসা-অহিংসাৰ প্ৰশ্নত মাৰ্ক্‌সে তেওঁৰ সমাজতন্ত্ৰৰ কোনো পূৰ্ব-চৰ্ত আৰোপ কৰা নাই। মাৰ্ক্‌স্ হিংসাৰ পক্ষপাতী, সেই কথা কিন্তু মাৰ্ক্‌সীয় ঐতিহাসিক দৃষ্টিয়ে দেখুৱাই দিয়ে যে ক্ষমতাত অধিষ্ঠিত শ্ৰেণীয়েহে হিংস্ৰভাৱে জনতাক শোষণ কৰি থাকে আৰু এই শোষণৰপৰা মুক্তি পাবৰ কাৰণে আনকি অতি অহিংসভাৱে চেষ্টা কৰিলেও শাসক-শোষক শ্ৰেণী জঘন্যতম হিংসাৰ আশ্ৰয় লৈ শাসিত-শোষিত শ্ৰেণীক পদানত কৰি ৰাখে। তেনে অৱস্থাত হুলেৰে হুল বিন্ধাটো একো অন্যায় কথা নহয়। কিন্তু গান্ধীজীৰ মতে হিংসা যেনেকৈ পাপ, প্ৰতিহিংসাও পাপ; আনকি ন্যায্য মুক্তিৰ কাৰণেও হিংসাৰ আশ্ৰয় লোৱাৰ গান্ধীজী ঘোৰ বিৰোধী।

সম্পত্তি, উৎপাদন-পদ্ধতি, উৎপাদনৰ উপায় আৰু তাৰ বিকাশ আৰু বিৱৰ্তন সম্পৰ্কেও গান্ধীজীৰ মত ভাৱবাদী বা আধ্যাত্মবাদী আদৰ্শমূলক। গান্ধীজীৰ মতে সম্পত্তি মানুহৰ আনুষঙ্গিক আহিলা মাত্ৰ। তেখেতে অৱশ্যে 'অৰ্থম্ অনৰ্থম্' বুলি সন্ন্যাস প্ৰচাৰ কৰা নাই। কিন্তু তেখেতৰ মতে মানুহৰ

পৰমাৰ্থ লাভ হয় সকলো প্ৰকাৰৰ সাংসাৰিক বন্ধন বা সীমাবদ্ধতাৰপৰা নিজক মুক্ত কৰি ৰখাৰ ভিতৰেদি। মানুহ সম্পত্তিৰ বাবে নহয়, সম্পত্তিহে মানুহৰ বাবে। মানুহৰ হাতলৈ যি সম্পত্তি আহে সি তেওঁৰ নিজৰ বা আত্ম-উপভোগৰ কাৰণে নহয়; সমাজৰ স্বাৰ্থত ব্যৱহাৰৰ কাৰণে সেই সম্পত্তিৰ তেওঁ ন্যাসৰক্ষী মাত্ৰ। সম্পত্তি আৰু উৎপাদন-সম্পৰ্ক সম্বন্ধে এই গান্ধীবাদী দাৰ্শনিক ভাৱবাদৰ বৈশিষ্ট্য নিম্নৰূপ :—

(১) মানুহৰ সামাজিক জীৱনত উৎপাদন-সম্পৰ্ক আৰু উৎপাদিত সম্পত্তিৰ স্থান গৌণ। আধ্যাত্মিক, মানসিক আৰু কায়িক উৎকৰ্ষ-সাধনেই মানৱ-জীৱনৰ মুখ্য কথা, পৰমাৰ্থ।

(২) উক্ত উদ্দেশ্য সাধনৰ বাবে সম্পত্তিৰ প্ৰয়োজন আছে সঁচা; কিন্তু এই প্ৰয়োজনৰ লগত সম্পত্তিৰ স্বত্ব-স্বামিত্ব, ভোগ-দখল, অধিকাৰ-নিয়ন্ত্ৰণ আদি ধাৰণাৰ কোনো সম্পৰ্ক নাই।

(৩) সম্পত্তিৰ প্ৰয়োজন, উদ্দেশ্য আৰু ভোগ বা প্ৰয়োগ-পদ্ধতি নিৰ্ধাৰিত আৰু নিয়ন্ত্ৰিত হব লাগে মানুহৰ পাৰমাৰ্থিক সুখ-শান্তি আৰু ব্যক্তিত্বৰ পৰিপুষ্টিৰ কাৰণে। ই মানুহৰ আদিম প্ৰবৃত্তি বা সহজাত প্ৰাথমিক সংগ্ৰহণ, সংৰক্ষণ বা সংবৰ্ধন প্ৰবৃত্তিৰপৰা নিয়ন্ত্ৰিত হব নালাগে।

যিহেতু মানুহৰ আধ্যাত্মিক সমৃদ্ধি আৰু সুখ-শান্তিৰ কাৰণেহে সম্পত্তিৰ প্ৰয়োজন, গতিকে গান্ধীজীৰ দৃষ্টি-ভঙ্গীত বজাৰ-দৰৰ দ্বাৰা বস্তুৰ প্ৰকৃত মূল্য নিৰাকৰণ হব নোৱাৰে। ইয়াৰ মূল্যাঙ্কন হব মানুহৰ প্ৰয়োজন পৰিপূৰণৰ ভিত্তিত। যি মানুহজন গান্ধীবাদী আঁচনিৰ কেন্দ্ৰ তেওঁ আদাম-স্মিথৰ 'অৰ্থনৈতিক মানুহজন' মাথোন নহয়। অৰ্থনীতি তেওঁৰ জীৱনৰ নানা দিশৰ এটা দিশ মাথোন। গান্ধীজীৰ নিজৰ ভাষাত :—

"ব্যক্তি অতি গুৰুত্বপূৰ্ণ প্ৰতিপাদ্য বিষয়। ব্যক্তিয়ে যদি মূল্যহীন হৈ পৰিল তেন্তে সমাজত আৰু থাকিল কি? ব্যক্তি-স্বাধীনতাৰ কাৰণেহে মানুহে একানপতীয়াভাৱে আৰু স্বেচ্ছাই সমাজসেৱাত আত্মনিয়োগ কৰিব পাৰে। ব্যক্তি-স্বাধীনতাৰ অবিহনে ব্যক্তি যন্ত্ৰ-বিশেষত পৰিণত হয় আৰু সমাজ-ব্যৱস্থা ভাগি পৰে। ব্যক্তি-স্বাধীনতাক অস্বীকাৰ কৰি কোনো সমাজ-ব্যৱস্থা স্থায়ীভাবে গঢ়ি উঠিব নোৱাৰে। ই মানুহৰ স্বভাৱ-বিৰুদ্ধ কথা। মানুহে যেনেকৈ নিজৰ শৰীৰত শিং বা নেজ গজাব নোৱাৰে, তেনেকৈ মানুহৰ নিজস্ব মানসিক সত্তা নাথাকিলে তেওঁ মানুহ হিচাপে পৰিগণিত হব

নোৱাৰে। যিবিলাক মানুহে সামাজিক সূত্ৰ হিচাপে ব্যক্তি-স্বাধীনতাত বিশ্বাস নকৰে, আনকি সেইবিলাক মানুহেও নিজৰ ব্যক্তিত্বত আৰু নিজৰ ব্যক্তি-স্বাধীনতাত হলে বিশ্বাস কৰে।

"ঋষি-মুনিসকলে উচ্চস্বৰে ঘোষণা কৰি গৈছে যে মানুহ নিজে নিজৰ নির্মম শত্রু আৰু পৰম বন্ধু। মুক্তি আৰু দাসত্ব নিজৰ হাততেই আছে। ব্যক্তিৰ বাবে যি সত্য, সমষ্টি বা সমাজৰ বাবেও সি সত্য।

"ব্যক্তি তেওঁৰ নিজৰ শাসনতন্ত্ৰ বা চৰকাৰ গঠনৰ শিল্পী। মই চৰকাৰৰ ক্ষমতা বৃদ্ধিক সদায় ভয়-সন্দেহৰ চকুৰে চাওঁ। চৰকাৰৰ ক্ষমতা-বৃদ্ধিয়ে দেখাত শোষণৰ মাত্ৰা আৰু পৰিসৰ কমাই দেশৰ মঙ্গল কৰা যেন লাগিলেও ই আচলতে দেশৰ আৰু মানৱ সমাজৰ মহৎ অন্যায় কৰে, কিয়নো যি ব্যক্তিত্ব সকলো প্ৰগতিৰ উৎস সেই ব্যক্তিৰ বিশেষত্ব চৰকাৰী ক্ষমতাই নাশ কৰে।

"সম্পূর্ণ মানসিক আৰু নৈতিক সমৃদ্ধি-যুক্ত সুখ-শান্তিয়েই মানৱৰ লক্ষ্য। মই নৈতিক বিশেষণটো আধ্যাত্মিক অৰ্থত ব্যৱহাৰ কৰিছোঁ। ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ জৰিয়তেহে এই উদ্দেশ্য সাধন হব। কেন্দ্ৰীভূত ক্ষমতা অহিংস সমাজ-ব্যৱস্থাৰ পৰিপন্থী। অগণন গাঁওবিলাকেৰে গঠিত ভাৰতীয় সমাজ-ব্যৱস্থাত এইটো অসম্ভৱ যে তলৰ অংশক পিৰামিডৰ দৰে ওপৰৰ অংশৰ ভাৰ সহিবলৈ দিয়া হব। ভাৰতৰ নতুন সমাজ-ব্যৱস্থা হব লাগিব মহাসমুদ্ৰৰ ঢউবোৰৰ বৃত্তৰ দৰে। ইয়াৰ কেন্দ্ৰস্থল বা মধ্যমণি হব ব্যক্তি। কিন্তু গাওঁখনৰ হিতৰ বাবে এই ব্যক্তি আত্মবিলুপ্তিৰ বাবে প্ৰস্তুত থাকিব। সেইদৰে আকৌ দেশৰ স্বাৰ্থত প্ৰত্যেক গাঁৱে আত্মবলিদান দিবলৈ সাজু থাকিব। (গ্ৰামাৰ্থমাত্মানং ত্যজেৎ, দেশাৰ্থং গ্ৰামমুৎসৃজেৎ)। এইদৰে সকলো ব্যক্তি মিলি অৱশেষত এটা সামূহিক জীৱনত পৰিণতি লাভ কৰিব আৰু কোনো অৱস্থাতে উদ্ধত হৈ অত্যাচাৰী নহব, বৰং বিনয়ী হৈ মহাসমুদ্ৰৰ ঢৌসমূহৰ প্ৰত্যেকটো আনটোৰ অঙ্গস্বৰূপ হোৱাৰ দৰে আটায়ে অঙ্গাঙ্গীভাৱে তাৰ মহানতাৰ ভাগ পাব। বহিৰ্বৃত্তৰ পৰিধি অন্তৰ্বৃত্তবোৰত নাশ কৰিবলৈ ক্ষমতা আয়ত্ত নকৰিব, বৰং সকলো অন্তৰ্বৃত্তক শক্তি যোগাব আৰু নিজেও সিবিলাকৰপৰা শক্তি আহৰণ কৰিব। যদি কোনো কালত ভাৰতবৰ্ষত প্ৰত্যেক গাঁও মিলি এখন যুক্তৰাষ্ট্ৰ গঠিত হয়, তেন্তে মই দাণ্ডি ধৰা এই চিত্ৰৰ সত্যতা উপলব্ধি কৰিবলৈ দাবী থাকিব আৰু তেনে যুক্তৰাষ্ট্ৰত শেষৰ

জনো প্ৰথম জনৰ সমান হব। নাইবা আন প্ৰকাৰে কৰলৈ গলে তাত কোনো প্ৰথম বা শেষ স্থানত নাথাকিব।

"নিৰ্ভেজাল অহিংস ব্যৱস্থাৰ মাজতহে ব্যক্তি-স্বাধীনতাই পূৰ্ণ সুযোগ পাব পাৰে। জনসাধাৰণৰ প্ৰকৃত গণতন্ত্ৰ বা স্বৰাজ কেতিয়াও অসত্য আৰু হিংস উপায়ে আহিব নোৱাৰে, কিয়নো অসত্য আৰু হিংস উপায় প্ৰয়োগৰ সৰল আৰু স্বাভাৱিক অনুশীলন হব সকলো ৰকমৰ বিৰোধ মষিমূৰ কৰা আৰু তাকে কৰিবলৈ বিৰোধী ভাৱাপন্নসকলক হয় দমন নাইবা নিৰ্মূল কৰি যি কোনো উপায়ে আঁতৰ কৰাৰ চেষ্টা কৰা। এনে অৱস্থাত ব্যক্তি-স্বাধীনতাৰ স্থান নাই।

"সচেতন ভাৱেই হওক বা অৱচেতন ভাৱেই হওক, আমাৰ দৈনন্দিন জীৱনত পৰম্পৰৰ সম্বন্ধত আমি অহিংস ভাৱেই চলোঁ। সকলো সংগঠিত সমাজ অহিংস নীতিৰ ওপৰত প্ৰতিষ্ঠিত। বৈজ্ঞানিকসকলে কয় যে এই বিশ্বৰ উপাদান অণু-পৰমাণুবিলাকৰ মাজত সংহতিৰ বান্ধ নাথাকিলে মুহূৰ্তৰ ভিতৰতে এই বিশ্ব খণ্ড-বিখণ্ড হৈ যাব আৰু আমাৰো অস্তিত্ব লোপ পাব। অচেতন নিৰ্জীৱ জড় পদাৰ্থৰ মাজতো সংহতিৰ বান্ধ এটা আছে। গতিকে, সকলো সজীৱ বস্তুত এই সংহতি নিশ্চয় থাকিব লাগিব। সজীৱ প্ৰাণীৰ মাজত থকা এই সংহতি-শক্তিয়েই প্ৰেম। এই শক্তি আমি পিতা-পুত্ৰৰ মাজত, ভাই-ভনীৰ মাজত, বন্ধু-বান্ধৱৰ মাজত দেখা পাওঁ। কিন্তু আমি এই শক্তি সকলো প্ৰাণীৰ মাজত প্ৰয়োগ কৰিবলৈ শিকিব লাগিব। এই শক্তিৰ এনেকুৱা প্ৰয়োগতে পোৱা যায় ঈশ্বৰৰ জ্ঞান। য'তে প্ৰেম ত'তে জীৱন য'তে বিদ্বেষ আৰু ঘৃণা ত'তেই বিনাশ।......

"মই ব্যক্তিৰ স্বাধীনতাৰ ওপৰত যথেষ্ট মূল্য দিওঁ। কিন্তু এই কথা পাহৰিলে নচলিব যে মানুহ সামাজিক জীৱ। সমাজৰ প্ৰগতিৰ প্ৰয়োজনীয়তাত নিজৰ ব্যক্তিগত জীৱনক সম্পূৰ্ণৰূপে খাপ খুৱাইহে ব্যক্তি-বিশেষে বৰ্তমানত পাই থকা প্ৰতিষ্ঠা বা প্ৰতিপত্তি লাভ কৰে। অনিয়ন্ত্ৰিত ব্যক্তিবাদ, পশুবাদ বা জঙ্গলৰ ৰীতি। অবাধ ব্যক্তি-স্বাধীনতা আৰু সম্পূৰ্ণ সামাজিক নিয়ন্ত্ৰণ এই দুয়োৰে মাজত এটা পথ বাচি লবলৈ আমি শিকিছোঁ। সমগ্ৰ সমাজৰ হিতৰ বাবে স্বেচ্ছাই সামাজিক বাধা-নিষেধ মানি চলাত সমাজ আৰু ব্যক্তি উভয়ৰে লাভ হয়; কাৰণ, ব্যক্তি সমাজৰ অংশ-বিশেষ।"

গান্ধীজীৰ আদৰ্শ আৰু আচৰণত অভিভূত হৈ মহাবিজ্ঞানী আইনষ্টাইনে কৈছিল :

"মহাত্মা গান্ধী তেখেতৰ দেশৰ জনগণৰ অবিসম্বাদী নেতা; কিন্তু তেখেতৰ বাহ্যিক কোনো ক্ষমতা নাই। তেখেত ৰাজনীতিৰ লোক; কিন্তু তেখেতৰ ৰাজনৈতিক কৃতকাৰ্যতা কোনো কৌশল বা কাৰিগৰীবিদ্যাৰ ওপৰত নিৰ্ভৰশীল নহয়। তেখেতৰ কৃতকাৰ্যতাৰ কাৰণ হ'ল তেখেতৰ ব্যক্তিত্বৰ প্ৰভাৱ। তেখেত এজন বিজয়ী যোদ্ধা; কিন্তু এই যুদ্ধত বল-প্ৰয়োগক তেখেতে দূৰতে বিদূৰ কৰি ৰাখিছিল। তেখেত জ্ঞান আৰু নম্ৰতাৰ প্ৰতীক। তেখেতৰ প্ৰতিজ্ঞা অবিচল, সংকল্প সুদৃঢ়। তেখেতে তেখেতৰ সকলো শক্তি জনগণৰ উদ্ধাৰ আৰু উন্নতিৰ কাৰণে নিয়োগ কৰিছিল। তেখেতে য়ুৰোপীয় পাশৱিক শক্তিৰ লগত সৰল মানৱতাবোধৰ দ্বাৰা মোকাবিলা কৰিছিল আৰু এইদৰে সকলো সময়তে নিজৰ উৎকৰ্ষতা প্ৰতিপন্ন কৰিছিল। বোধহয় ভৱিষ্যতৰ লোকসকলে এই কথা বিশ্বাস কৰিবলৈকে টান পাব যে এনেকুৱা এজন লোক সশৰীৰে পৃথিৱীত বিচৰণ কৰিছিল।"

ফৰাছী মনীষী ৰোঁমা ৰোঁলাও গান্ধীজীৰ গুণত মুগ্ধ হৈছিল। কিন্তু তেখেতৰ ঐতিহাসিক জ্ঞানে তেখেতক মাৰ্ক্‌সবাদৰ পথলৈহে লৈ গৈছিল। তেখেতে গান্ধীজী সম্পৰ্কে কৈছিল যে ভাৰতৰ বাস্তৱ পৰিস্থিতিত তেখেতৰ চিন্তা আৰু জীৱনধাৰা যিমানেই মহৎ আৰু প্ৰশংসনীয় নহওক লাগিলে, বিশ্ব-পুঁজিবাদৰ চৰম অৱস্থাত, বিশেষকৈ পুঁজিবাদে সাম্ৰাজ্যবাদী আৰু ফ্যাছিবাদী ৰূপ লোৱাৰ যুগত বিশ্বৰ জনগণৰ মুক্তিৰ পথ পোৱা যাব একমাত্ৰ বৈজ্ঞানিক সমাজবাদত অৰ্থাৎ মাৰ্ক্‌সবাদত।

মাৰ্ক্‌সীয় সমাজবাদৰ মূল ভিত্তি হৈছে দ্বন্দ্বমূলক আৰু ঐতিহাসিক বস্তুবাদ। সেই মতবাদ এই প্ৰতিজ্ঞাৰ ওপৰত নিৰ্ভৰশীল যে মনুষ্য জীৱনৰ ভৰণ-পোষণৰ উপায় উৎপাদন আৰু উৎপাদিত বস্তুৰ বিনিময় পদ্ধতিয়ে হ'ল সকলো ৰকমৰ সামাজিক গাঁঠনিৰ মূল কথা। এই দৃষ্টিভঙ্গী মতে মানুহৰ মন, আধ্যাত্ম চিন্তা, উন্নততৰ অন্তৰ্দৃষ্টি বা কোনো চিৰন্তন সত্যৰ মাজত সামাজিক পৰিৱৰ্তন বা বিৱৰ্তনৰ কাৰণ নিহিত নাথাকে। প্ৰতি যুগৰ অৰ্থনীতি আৰু সামাজিক ব্যৱস্থাৰ ভিতৰতহে ইয়াক পোৱা যায়। উৎপাদনৰ আহিলাবোৰ কাৰ হাতত আছে, ৰাষ্ট্ৰীয় ক্ষমতা কোনে দখল কৰি আছে আৰু কাৰ স্বাৰ্থত ইয়াক চলোৱা আছে, সেয়ে কোনো এটা সমাজ-ব্যৱস্থাৰ নিৰ্ণয়ক।

বিখ্যাত জাৰ্মান কবি আৰু দাৰ্শনিক গ্যেটেৰ অমৰ গ্ৰন্থ 'ফাউষ্ট'ৰ

অন্যতম চৰিত্ৰ মেফিষ্টোফিলিছৰ জৰিয়তে এটা মৌলিক প্ৰশ্ন উত্থাপন কৰা হৈছিল যে প্ৰচলিত সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানবিলাক অন্যায় আৰু অযৌক্তিক হিচাপে ওলাই পৰিছে। প্ৰচলিত যুক্তিবোৰ হৈ পৰিছে দৰাচলতে অযুক্তি বা অন্ধবিশ্বাস আৰু প্ৰচলিত ন্যায় হৈ পৰিছে দৰাচলতে অ-ন্যায়। ইয়াৰ ঐতিহাসিক আৰু বাস্তৱ কাৰণ কি ?

কোনো ভাৱবাদী দৰ্শনে এই সামাজিক স্ব-বিৰোধিতাৰ সন্তোষজনক ব্যাখ্যা দিব নোৱাৰে। কিন্তু ঐতিহাসিক বস্তুবাদৰ সূত্ৰ অনুসৰি এই স্ব-বিৰোধিতাই ইয়াকে প্ৰমাণ কৰি দেখুৱায় যে উৎপাদন পদ্ধতিত আৰু বিনিময়ৰ ধৰণত অলক্ষ্যে আৰু সূক্ষ্মভাৱে এনেকুৱা বিৱৰ্তন ঘটি গৈছে যে পূৰ্বতন অৰ্থনৈতিক অৱস্থাৰ উপযোগী সমাজ-ব্যৱস্থাটো বৰ্তমানৰ বিৱৰ্তিত অৰ্থনৈতিক ব্যৱস্থাৰ লগত খাপ নোখোৱা হৈছে। তাৰপৰা এই সিদ্ধান্তত উপনীত হোৱা যায় যে উদ্ঘাটিত বৈষম্যৰপৰা ত্ৰাণ পাবৰ উপায়ো এই পৰিৱৰ্তিত উৎপাদন-পদ্ধতিৰ ভিতৰতে ক্ৰমে ক্ৰমে কম-বেছি পৰিমাণে বিকশিত হবলৈ বাধ্য। মূল নীতিসমূহৰপৰা অৱৰোহ পদ্ধতিত সেই উপায়বিলাক উদ্ভাবনীয় নহয়। সিহঁতক আৱিষ্কাৰ কৰিব লাগিব উৎপাদন-ব্যৱস্থাৰ কঠোৰ সত্যবিলাকৰ ভিতৰতে। এই বিশ্লেষণত স্বাভাৱিকতে সমাজ আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ তুলনাত ব্যক্তিৰ স্থান গৌণ। মাৰ্ক্সৰ মতে মানুহ প্ৰধানতঃ পাৰিপাৰ্শ্বিক অৱস্থাৰ স্ৰষ্টা হোৱাৰ আগতে তাৰ দ্বাৰা সৃষ্টহে হয়। কিন্তু সেইবুলি মাৰ্ক্সীয় দৰ্শনে মানুহক ইতিহাসৰ ধাৰাৰ নীৰৱ দৰ্শক বা নিষ্কৰ্মা বিশ্লেষক হবলৈ নিশিকায়। এই দৰ্শনে কেবল শুদ্ধ বিশ্লেষক বুলিয়ে দাবী নকৰে। ই মানুহক ইতিহাসৰ ৰথৰ চকৰি সঠিক-ভাৱে আৰু তৰিৎ গতিত চলাবলৈকো শিক্ষা আৰু উৎসাহ দিয়ে। বস্তুবাদী দৰ্শন আদৰ্শবিহীন নহয় ; বৰং ইয়াৰ আদৰ্শ সুমহান। ই মানুহক এনেকুৱা এখন সমাজ গঢ়িবৰ কাৰণে চেতনা, প্ৰেৰণা আৰু পথ-নিৰ্দেশ দিয়ে যি সমাজত কোনো মানুহক আন মানুহে যি কোনো ভাৱে শোষণ আৰু নিষ্পেষণ কৰিব নোৱাৰিব—যি সমাজত মানৱ ভ্ৰাতৃত্ব আৰু বন্ধুত্বৰ সহ-যোগিতাৰ জৰিয়তে কাম কৰি প্ৰকৃতিৰ ওপৰত মানৱৰ কৰ্তৃত্ব স্থাপন কৰি সকলোৰে কাৰণে সুখ আৰু সংস্কৃতিৰ ব্যৱস্থা কৰিব। হিংসা মাৰ্ক্সবাদৰ আনুষঙ্গিক নহয়। গান্ধীজীয়ে কোৱাৰ দৰে মাৰ্ক্সেও দঢ়াই দঢ়াই কৈ গৈছে যে মানুহৰ সহজাত প্ৰকৃতি হৈছে অহিংসা আৰু প্ৰেম। শ্ৰেণী-সমাজ

আৰু শ্ৰেণী-শোষণেহে মানুহক হিংস্ৰ কৰে আৰু হিংসাৰ আশ্ৰয় লয় শোষক শ্ৰেণীয়ে। হিংসাৰ প্ৰয়োগৰ বিষয়ত গান্ধীজী আৰু মাৰ্ক্স্‌ৰ পাৰ্থক্য এই-খিনিতে যে গান্ধীজীয়ে আনকি হিংস্ৰ শোষকৰ বিৰুদ্ধেও কেৱল অহিংসাৰ শক্তিহে প্ৰয়োগ কৰিব। মাৰ্ক্সৰ মতে হুলেৰে হুল বিন্ধাত কোনো দোষ নাই ; বৰং সেইটো সম্পূৰ্ণ স্বাভাৱিক কথা।

নিম্নৰূপভাৱে ঐতিহাসিক যুগৰ বিৱৰ্তনৰ সংক্ষেপ ৰূপৰেখা অঙ্কন কৰিব পৰা যায় ঃ

## (১) মধ্যযুগীয় সমাজ

এই ব্যৱস্থাত উৎপাদন ক্ষুদ্ৰাকাৰ আৰু ব্যক্তিগত। উৎপাদনৰ উপায় ব্যক্তিগত ব্যৱহাৰৰ উপযোগী। বিনিময় ক্ৰিয়া আদিম আৰু নগণ্য। উৎপাদিত বস্তু হয় উৎপাদকে নিজে ভোগ কৰে, নাইবা উৎপাদকৰ সামন্ত প্ৰভুৰ আশু-ভোগৰ নিমিত্তে ব্যৱহৃত হয়। যদি এই ভোগৰ পিচত কিবা উদ্বৃত্ত থাকে, তেন্তে সেই উদ্বৃত্ত ফেৰাহে বিনিময়ৰ ক্ষেত্ৰলৈ আহে। গতিকে 'পণ্য' আৰু 'বজাৰ' শৈশৱ অৱস্থাত। কিন্তু এই আদিম ক্ৰিয়াৰ ভিতৰতে সামাজিক উৎপাদনৰ অৰাজকতা ভ্ৰূণাৱস্থাত নিহিত থাকে।

## (২) পুঁজিবাদী বিপ্লৱ

প্ৰথম অৱস্থাত সৰল সমবায় আৰু সৰু সৰু কাৰখানাৰ সাহায্যত শিল্পৰ ৰূপান্তৰ হয়। এই পৰ্যন্ত বিচ্ছিন্ন হৈ থকা উৎপাদনৰ উপায়বিলাক ডাঙৰ ডাঙৰ কাৰখানাৰ ভিতৰত কেন্দ্ৰীভূত হবলৈ ধৰে। তাৰ ফলত উৎপাদনৰ উপায়সমূহ ব্যক্তিগত প্ৰকৃতিৰপৰা সামাজিক প্ৰকৃতিলৈ ৰূপান্তৰিত হয়। প্ৰথম অৱস্থাত এই ৰূপান্তৰ সত্ত্বেও বিনিময়ৰ ধৰণ মূঠৰ ওপৰত অপ্ৰভাৱিত হৈ থাকে। ক্ৰমে পুঁজিপতি শ্ৰেণীৰ উদয় হয়। এই শ্ৰেণীয়ে উৎপাদনৰ উপায়সমূহৰ মালিক হিচাপে উৎপাদিত বস্তুৰো মালিক হবলৈ ধৰে আৰু তাক 'পণ্য' অৰ্থাৎ বিক্ৰিৰ মাললৈ ৰূপান্তৰিত কৰে। এইদৰে যদিও উৎপাদনে সামাজিক ৰূপ লয়, মালিকানা আৰু বিনিময় কিন্তু ব্যক্তিগত হৈয়ে থাকে। অৰ্থাৎ 'সামাজিক' উৎপন্ন দখল কৰি লয় 'ব্যক্তি' পুঁজিপতিয়ে। এয়ে মৌলিক বিৰোধ। বাকী বিৰোধবিলাক এই মৌলিক বিৰোধৰ ঠাল-ঠেঙুলি মাত্ৰ। এই অৱস্থাত সমাজত কিছুমান নতুন কথাই দেখা দিয়ে ঃ

(ক) উৎপাদনৰ উপায়ৰপৰা উৎপাদকৰ বিচ্ছেদ। উৎপাদক অর্থাৎ শ্রমিকৰ কাৰণে মজুৰি-শ্রমৰ ব্যৱস্থা। তাৰ অব্যৱহিত ফলত যিজন আচল স্রষ্টা তেৱেঁই হৈ পৰে মজুৰি-দাস। এই ব্যৱস্থাটোৰ গর্ভত পুঁজিপতি আৰু শ্রমিক এই দুটা যমজ অথচ পৰস্পৰ সংঘর্ষলিপ্ত জাত-বৈৰী শ্রেণীৰ উদ্ভৱ হয়।

(খ) পণ্য-উৎপাদন যিবিলাক নিয়মৰ অধীন সেই নিয়মবিলাকৰ আধিপত্য আৰু কর্মক্ষমতা ক্রমাৎ বৃদ্ধি পায়। দুৰন্ত প্রতিযোগিতাৰ উদ্ভৱ হয়। একেটা কাৰখানাতে সমাজীকৃত সংগঠন আৰু সামগ্রিক উৎপাদনৰ সামাজিক অৰাজকতাৰ ভিতৰত বিৰোধৰ সূত্রপাত হয়।

(গ) পুঁজিপতি শ্রেণীৰ ভিতৰত পাৰস্পৰিক প্রতিযোগিতাৰ ফলত যন্ত্র-শিল্পৰ ক্রমোন্নতি হয় আৰু লগে লগে শ্রমিকসকলৰ মাজত বৃদ্ধি পায় ছাঁটাই, বর্খাস্ত, নিবনুৱা সমস্যা, শ্রমিকৰ মজুত-বাহিনী ইত্যাদি। আনফালে দেখা দিয়ে উৎপাদনৰ সীমাহীন প্রসাৰ, উৎপাদনী শক্তিৰ অভূতপূর্ব বিকাশ, চাহিদাৰ তুলনাত জোগানৰ আধিক্য, অতি-উৎপাদন, মন্দা-বজাৰ আৰু অর্থনৈতিক সংকটৰ পাপ-চক্র। এফালে উৎপাদনৰ উপায় আৰু উৎপন্নৰ প্রাচুর্য; আন ফালে কর্মহীন আৰু জীৱিকাহীন শ্রমিকৰ আধিক্য। কিন্তু উৎপাদন আৰু সামাজিক সমৃদ্ধিৰ কাৰিকা দুটি সমানে সক্রিয় থাকিবলৈ অক্ষম; কাৰণ, উৎপাদনৰ পুঁজিবাদী পদ্ধতিয়ে উৎপাদিকা শক্তিৰ কামত বাধা দিয়ে আৰু যদি উৎপন্ন বস্তু পুঁজিত পৰিণত কৰিব নোৱাৰে তেন্তে উৎপন্ন বস্তুকো সঞ্চালন বা গতিৰপৰা অৱৰুদ্ধ কৰি ৰাখে। অত্যধিক উৎপাদনৰ মাজত ক্রমবর্ধমান পুঁজি-সৃষ্টিও স্ববিৰোধিতাৰ কাৰণে অসম্ভৱ হৈ উঠে। বিনিময়ৰ ধৰণৰ বিৰুদ্ধে বিদ্রোহ কৰে উৎপাদন-পদ্ধতিয়ে।

(ঘ) ব্যক্তিগত পুঁজিপতিবিলাকৰ এই স্ববিৰোধিতা সুন্দ-উপসুন্দৰ যুদ্ধত পৰিণত হয়। উৎপাদন-শক্তিৰ সামাজিক চৰিত্রক আংশিকভাৱে হলেও পুঁজিপতি শ্রেণীয়ে নিজে স্বীকৃতি দিবলৈ বাধ্য হয়। স্ব-বিৰোধ আৰু অর্থনৈতিক নৈৰাজ্য দূৰীকৰণার্থে উৎপাদন আৰু যোগাযোগৰ ডাঙৰ ডাঙৰ প্রতিষ্ঠানবিলাকক জয়েণ্ট ষ্টক কোম্পানী, ট্রাষ্ট, কার্টেল আৰু অৱশেষত ৰাষ্ট্রই নিজৰ হাতলৈ নিবলৈ বাধ্য হয়। কিন্তু তাতো ৰক্ষা নাই। বজাৰ বা বিনিময়-ক্ষেত্র, অর্থাৎ সস্তাত কেঁচামাল কিনিবৰ কাৰণে আৰু অতিৰিক্ত মুনাফাত পণ্য বিক্রিৰ কাৰণে একচেতীয়া ক্ষেত্রৰ বাবে পুঁজিবাদী ৰাষ্ট্রবিলাকৰ

ভিতৰত সংঘৰ্ষ আৰম্ভ হয়। পুঁজিবাদে সাম্রাজ্যবাদ আৰু ফ্যাছিবাদৰ উৎকট ৰূপ লবলৈ বাধ্য হয়। ইতিহাসত পুঁজিপতি শ্রেণী সামাজিকভাৱে অনাৱশ্যক ৰঘুমলা শ্রেণী হিচাপে ওলাই পৰে। ট্রাষ্টি বা ন্যাসৰক্ষী শ্রেণী হিচাপেও সিহঁতৰ অপ্রয়োজনীয়তা স্পষ্ট হৈ উঠে। উৎকট সাম্রাজ্যবাদী ৰূপত পুঁজিপতি শ্রেণীৰ সাধাৰণ শালীনতা আৰু মানৱতাবোধো এনেভাৱে বিলুপ্ত হৈ যায় যে আনকি সবল আৰু বিশ্বস্ত বন্ধুসকলো সিহঁতৰ বিৰোধী হৈ উঠিবলৈ বাধ্য হয়। বৃটিছৰ পৰম আৰু সবল বন্ধু স্বয়ং গান্ধীজী কেনেকৈ বৃটিছ সাম্রাজ্যবাদৰ দুৰ্ঘোৰ বিৰোধী হৈ পৰিল আৰু দক্ষিণ আফ্রিকাত ২৪৯ দিন আৰু ভাৰতত ২০৮৯ দিন ফাটেকত কটাবলগীয়া হল সেইটোৱেই ইয়াৰ এটা জ্বলন্ত প্রমাণ। ভাৰতত প্রথমবাৰৰ বাবে ৰাজদ্রোহৰ অপৰাধত অভিযুক্ত হিচাপে দিয়া গান্ধীজীৰ বিবৃতি এই প্রসঙ্গত প্রণিধানযোগ্য। তেখেতৰ সেই বিবৃতিৰ ভিতৰত পোৱা যায়ঃ—

"মই ৰাজভক্ত সহযোগীৰপৰা কেনেকৈ আপোছ-বিৰোধী অসহযোগী আৰু চৰকাৰৰ বিৰুদ্ধে যুজাৰু হলোঁ, সেই কথা বুজাই কোৱা প্রয়োজন। আইনমতে প্রতিষ্ঠিত চৰকাৰৰ বিৰুদ্ধে অসন্তোষ প্রচাৰ কৰি কিয় নিজক দোষী বুলি কৈছোঁ তাকো আদালতত বুজাই দিম।

"১৮৯৩ চনত দক্ষিণ আফ্রিকাত দুৰ্যোগৰ মাজত মই ৰাজহুৱা জীৱন আৰম্ভ কৰোঁ। তাত বৃটিছ শাসনৰ লগত মোৰ যি প্রথম সম্পৰ্ক হৈছিল সি বৰ সন্তোষজনক নাছিল। মই আৱিষ্কাৰ কৰিছিলোঁ যে ভাৰতবাসী হিচাপে বা মানুহ হিচাপে মোৰ কোনো অধিকাৰ নাই।......তথাপিও মই নিৰাশ নহলোঁ। মই ভাবিলোঁ যে ভাৰতবাসীৰ প্রতি তাত যি ব্যৱহাৰ কৰা হৈছে সেইটো আন সকলো ফালে সুস্থ শৰীৰত এটা সামান্য খহুৰ দৰে। মই স্বেচ্ছাই আৰু আন্তৰিকতাৰে সৈতে চৰকাৰলৈ সহযোগিতা আগ বঢ়ালোঁ। দোষ দেখিলে সমালোচনা কৰিছিলোঁ সঁচা, কিন্তু মই চৰকাৰৰ ধ্বংস বিচৰা নাছিলোঁ।

"১৮৯৯ চনত বুয়ৰসকলৰ প্রত্যাহ্বানত যেতিয়া সাম্রাজ্যৰ অস্তিত্ব বিপন্ন হৈছিল, তেতিয়া মোৰ সেৱা আগবঢ়ালোঁ আৰু এম্বুলেঞ্চ বাহিনী এটা গঠন কৰিলোঁ। লেডী-স্মিথ নামৰ ঠাইখন বিপন্ন হোৱাত তাত সহায় কৰিবলৈ কেইবাটাও যুদ্ধক্ষেত্রত কাম কৰিছিলোঁ। সেইদৰে ১৯০৬ চনত জুলু বিদ্রোহৰ সময়ত আহতসকলক কঢ়িয়াই আনিবলৈ ষ্ট্রেচাৰ কঢ়িওৱা দল

এটা সংগঠন কৰি সেই বিদ্ৰোহৰ অন্তলৈকে কাম কৰিলোঁ। এই দুয়োটা ক্ষেত্ৰত মোক পদক পুৰস্কাৰ দিয়া হৈছিল আৰু 'ডিস্পাচ্'বিলাকত মোৰ নাম উল্লেখ কৰা হৈছিল। দক্ষিণ আফ্ৰিকাত মোৰ কামৰ কাৰণে লৰ্ড হাৰ্ডিঞ্জে মোক 'কাইজাৰ-ই-হিন্দ্' পদক দিছিল। ১৯১৪ চনত জাৰ্মানীৰ সৈতে যুদ্ধ লগাত লণ্ডনত থকা ভাৰতীয়সকলক, ঘাইকৈ লণ্ডনত থকা ভাৰতীয় ছাত্ৰসকলক লৈ এটা এম্বুলেঞ্চ বাহিনী গঠন কৰিছিলোঁ। এই কামো মূল্যবান বুলি কৰ্তৃপক্ষই স্বীকাৰ কৰিছিল। অৱশেষত ১৯১৮ চনত দিল্লীত বহা যুদ্ধ-সম্মিলনত লৰ্ড চেমছ্ফোৰ্ডে চিপাহী সংগ্ৰহ কৰিবলৈ যেতিয়া বিশেষভাৱে গোহাৰি জনালে, তেতিয়া মই ভগ্ন-স্বাস্থ্য লৈও গুজৰাটৰ খেদা তালুকত এটা বাহিনীৰ বাবে চিপাহী সংগ্ৰহ কৰাত লাগিলোঁ। ৰাইজৰ পৰাও ভাল সঁহাৰি পোৱা গৈছিল। কিন্তু ইতিমধ্যে যুদ্ধ বন্ধ হ'লত চিপাহী সংগ্ৰহ কৰিব নালাগে বুলি আদেশ জাৰি হ'ল। সাম্ৰাজ্যত আন সকলোৰে লগত ভাৰতবাসীসকলেও সমান ঠাই পাব এনে এটা সৰল বিশ্বাসেই এই সকলোবোৰ প্ৰচেষ্টাত মোক প্ৰেৰণা যোগাইছিল।

"ৰাওলাট আইনতেই মই প্ৰথম আঘাত পালোঁ। ৰাইজৰ স্বাধীনতা কাঢ়ি লবলৈ এই আইন ৰচনা কৰা হৈছিল। ইয়াৰ বিৰুদ্ধে এটা শক্তিশালী আন্দোলন গঢ়ি তুলিবলৈ মই দৃঢ়-সংকল্প হলোঁ। ইয়াৰ পিচতেই জালিয়ান-ৱালাবাগৰ হত্যাকাণ্ড, পেট চোঁচৰাবলৈ দিয়া আদেশ, ৰাজহুৱাভাৱে বেত্ৰাঘাত ইত্যাদি পঞ্জাবৰ মানুহৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ আৰু অপমান আৰম্ভ হ'ল। প্ৰধান মন্ত্ৰীয়ে তুৰস্কৰ সংহতি আৰু খিলাফত সম্পৰ্কে ভাৰতৰ মুছলমানসকলক যি প্ৰতিশ্ৰুতি দিছিল সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰাৰ কোনো সম্ভাৱনা নথকা হ'ল। এইবিলাক দেখি-শুনি বন্ধুসকলে সতৰ্ক কৰা সত্ত্বেও ১৯১৯ চনত অমৃতচৰত বহা কংগ্ৰেছৰ অধিৱেশনত সহযোগ কৰি মণ্টেগু-চেমছফোৰ্ড শাসন সংস্কাৰৰ আঁচনি মতে কাম কৰিবলৈ যুঁজ দিলোঁ। মোৰ আশা আছিল যে প্ৰধান মন্ত্ৰীয়ে ভাৰতৰ মুছলমানসকললৈ দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিব, পঞ্জাবৰ ঘা শুকুৱাবলৈ চেষ্টা কৰিব আৰু অপৰ্যাপ্ত আৰু অসন্তোষজনক হোৱা সত্ত্বেও শাসন-সংস্কাৰৰপৰা ভাৰতৰ জীৱনত এটা নতুন আশাৰ যুগ আৰম্ভ হ'ব।

"কিন্তু সকলো আশা চূৰ্ণ হ'ল। খিলাফতৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰা নহ'ল। পঞ্জাবত ঘটোৱা সাম্ৰাজ্যবাদী অপৰাধ ঢাকি ৰাখি সৰহভাগ

জগৰীয়াকেই শাস্তি দিয়া দূৰৰ কথা, বহাল-তবিয়তে কামত ৰখা হ'ল। কিছুমানক ভাৰতীয় ৰাজহৰপৰা পেঞ্চন আৰু আন কিছুমানক পুৰস্কাৰ দিয়া হ'ল। মই দেখিলোঁ যে হৃদয়-পৰিৱৰ্তন দূৰৰ কথা, শাসন-সংস্কাৰ ভাৰতৰ সম্পদ শোষণ কৰিবলৈ আৰু ভাৰতৰ দাসত্ব দীঘলীয়া কৰিবলৈ এটা কৌশল হে হ'ল।

"বৃটিছৰ লগত হোৱা সম্পৰ্কই ভাৰতক ৰাজনৈতিক আৰু অৰ্থনৈতিক-ভাৱে আগতকৈও বেছি অসহায় কৰিলে। মই এই সিদ্ধান্তলৈ আহিলোঁ যে আক্ৰমণকাৰীক অস্ত্ৰ-শস্ত্ৰেৰে প্ৰতিৰোধ কৰোঁ বুলিলেও নিৰস্ত্ৰ ভাৰতে প্ৰতিৰোধ কৰিব নোৱাৰে। ইয়াতকৈও ডাঙৰ কথা হ'ল যে 'ডমিনিয়ন'ৰ পদ পাবলৈ আৰু কেইবা যুগো লাগিব। ভাৰত ইমান দুখীয়া হৈ পৰিছে যে দুৰ্ভিক্ষ প্ৰতিৰোধ কৰিবলৈকো শক্তি নাইকিয়া হৈছে। বৃটিছ ভাৰতলৈ অহাৰ আগতে কোটি কোটি ভাৰতবাসীয়ে ঘৰতে সূতা কাটি কাপোৰ বৈ লৈছিল। খেতিৰপৰা পোৱা সামান্য আয়ৰ পৰিপূৰক হিচাপে এইদৰে অলপ আয় কৰিছিল। ভাৰতৰ অস্তিত্বৰ বাবে ইমান লাগতিয়াল ঘৰুৱা শিল্পটো কিছুমান ইংৰাজ পুঁজিপতিৰ স্বাৰ্থত নিৰ্দয় আৰু অমানৱীয়ভাৱে ধ্বংস কৰি অৰ্ধাহাৰে থকা কোটি কোটি লোকক কিদৰে নিষ্প্ৰাণ কৰিব ধৰিছে সেই কথা নগৰীয়া লোকসকলে বুজি নাপায়।......

"নগৰবাসীসকলে যি সামান্য সুখ-স্বাচ্ছন্দ্য পায়, সেই সুখ-স্বাচ্ছন্দ্য কোটি কোটি নৰ-নাৰীৰ শোষণৰ ওপৰত নিৰ্ভৰ কৰা বিদেশী শোষণকাৰীৰ লাভৰ এটা সামান্য অংশ দালাল হিচাপেহে পায় বুলি তেওঁলোকে নাজানে। তেওঁলোকে উপলব্ধি কৰিব পৰা নাই যে আইনৰ ওপৰত প্ৰতিষ্ঠিত চৰকাৰ এটা কোটি কোটি মানুহৰ শোষণৰ বাবে পৰিচালিত হৈছে। যুক্তিহীন তৰ্ক-বিতৰ্কৰ কোনো ভেল্কি-বাজিয়ে চকুৰ আগত থকা জীৱন্ত নৰকঙ্কাল-বিলাকৰ সাক্ষ্য মিছা বুলি উৰাই দিব নোৱাৰে। মানৱতাৰ বিৰুদ্ধে এনেকুৱা অভূতপূৰ্ব অপৰাধৰ বাবে ইংলণ্ড আৰু নগৰবাসীসকলে ভগৱানৰ ওচৰত —যদিহে ভগবান আছে—কৈফিয়ৎ দিব লাগিব। এই দেশৰ আইনো বিদেশী শোষকক সহায় কৰিবৰ কাৰণেহে ৰচনা কৰা হৈছে। পঞ্জাবৰ সামৰিক আইনৰ মোকৰ্দমাসমূহ নিৰপেক্ষভাৱে পৰীক্ষা কৰাত মোৰ বিশ্বাস হৈছে যে শতকৰা ৯৫টা মোকৰ্দমাৰ ৰায় সম্পূৰ্ণ অন্যায়। ভাৰতত ৰাজনৈতিক মোকৰ্দমাৰ মোৰ যি অভিজ্ঞতা হৈছে তাৰ পৰা মই এই সিদ্ধান্ত লৈছোঁ যে

প্ৰতি দহজন দণ্ডিত লোকৰ ভিতৰত নজন লোকেই সম্পূৰ্ণ নিৰ্দোষী। তেওঁলোকৰ একমাত্ৰ দোষ হৈছে এই যে তেওঁলোকে নিজৰ দেশখনক ভাল পায়। য়ুৰোপীয়ৰ বিৰুদ্ধে হোৱা ১০০টাৰ ভিতৰত ৯৯টা মোকৰ্দমাত ভাৰতৰ আদালতত ভাৰতীয়ই ন্যায় বিচাৰ পোৱাৰপৰা বঞ্চিত হৈছে। এই-খন অতিৰঞ্জিত ছবি নহয়। যিসকল ভাৰতীয় এনেবিধৰ মোকৰ্দমাত পৰিব-লগীয়া হৈছে, তেওঁলোকৰ প্ৰায় সকলোৰেই এনে অভিজ্ঞতা হৈছে। মোৰ মনেৰে আইনৰ প্ৰয়োগত আইনৰ অপব্যৱহাৰ হৈছে। শোষকক সুবিধা দিবলৈ এইটো জ্ঞাতসাৰে বা অজ্ঞাতসাৰে হৈছে। ডাঙৰ দুৰ্ভাগ্যৰ কথা যে ইংৰাজে আৰু দেশ-শাসনত লগ হোৱা তেওঁলোকৰ ভাৰতীয় সহকৰ্মীসকলে নাজানে যে মই বৰ্ণনা কৰিবলৈ চেষ্টা কৰা এই অপৰাধত তেওঁলোক লিপ্ত হৈছে। বহুতো ইংৰাজ আৰু ভাৰতীয় কৰ্মচাৰীয়ে সৰলভাৱে বিশ্বাস কৰে যে পৃথিৱীত ৰচিত হোৱা শাসনৰ ভিতৰত সৰ্বোৎকৃষ্ট পদ্ধতি মতে তেওঁলোকে শাসন চলাই আছে আৰু তেওঁলোকৰ সৌজন্যত ভাৰতেও অলপ লেহেম গতিত হলেও দৃঢ়-পদক্ষেপত উন্নতিৰ পথত আগ বাঢ়ি আছে। তেওঁলোকে নাজানে যে এফালে মানুহৰ অলক্ষ্যে অথচ খুব কাৰ্যকৰীভাৱে ভীতি-প্ৰদৰ্শন আৰু বল-প্ৰয়োগ আৰু আনফালে আত্মৰক্ষা বা প্ৰতিশোধৰ কাৰণেও হীনবল কৰি ৰাইজৰ কঁকাল ভাঙি দিয়া হৈছে আৰু ভণ্ডামিক প্ৰশ্ৰয় দিয়া হৈছে।...”

সাম্ৰাজ্যবাদৰ তলত পৰাধীন আৰু ঔপনিৱেশিক দেশ এখনৰ কেনেকুৱা দুৰ্গতি হয়, গান্ধীজীৰ ওপৰৰ বিবৃতি তাৰ এটা অতি সৎ আৰু সৰল বিৱৰণ। পৰাধীন আৰু ঔপনিৱেশিক দেশৰ জনসাধাৰণৰ পক্ষৰ এনেকুৱা উপলব্ধিক মাৰ্ক্‌সবাদে ওলগ জনায়; কিন্তু ইয়াৰ সমাধানৰ বাবে দিয়া গান্ধীজীৰ নেতৃত্বক অবাস্তৱ ভাৱবাদ বুলি কয়। মাৰ্ক্‌সবাদৰ মতে বৃটিছ জাতিৰ কোনো জাতিগত দোষৰ কাৰণে, নাইবা ভাৰতবাসীৰ কোনো বিশেষ দুৰ্বলতা বা দোষৰ কাৰণে, নাইবা বৃটিছ বা ভাৰতীয় কৰ্মচাৰীসকলৰ ভ্ৰষ্টাচাৰৰ কাৰণে এনেকুৱা অসহ্য অৱস্থা হোৱা নাই। এই অৱস্থাৰ বাবে দায়ী সাম্ৰাজ্যবাদী পদ্ধতি—যি সাম্ৰাজ্যবাদ পুঁজিবাদৰে উৎকট ৰূপ মাত্ৰ। ইয়াৰ সমাধান পোৱা যাব মানৱ সভ্যতাৰ পৰৱৰ্তী স্তৰত উত্তৰণৰ ভিতৰেদি। সেই স্তৰ হৈছে সৰ্বহাৰাৰ বিপ্লৱ আৰু বৈজ্ঞানিক সমাজবাদ।

## (৩) সৰ্বহাৰাৰ বিপ্লৱ

পুঁজিবাদৰ চৰম অৱস্থাত চূড়ান্ত অন্তৰ্দ্বন্দ্ব আৰু দুৰ্দান্ত সংঘৰ্ষ ইয়াৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হয়। প্ৰথম সংঘৰ্ষ উৎপাদনকাৰী শ্ৰমিক আৰু উৎপাদনৰ উপায় আৰু বিনিময় ব্যৱস্থাৰ মালিক পুঁজিপতি শ্ৰেণীৰ ভিতৰত। দ্বিতীয় সংঘৰ্ষ হয় সাম্ৰাজ্যবাদী ৰাষ্ট্ৰ আৰু তাৰ অধীন দেশ আৰু উপনিৱেশ-বিলাকৰ ভিতৰত। বজাৰৰ কাৰণে সাম্ৰাজ্যবাদী-পুঁজিবাদী দেশবিলাকৰ ভিতৰৰ অন্তৰ্দ্বন্দ্বও দিনে দিনে তীব্ৰতৰ হয়। মাৰ্ক্‌সবাদৰ মতে এই বিৰোধ বা অন্তৰ্দ্বন্দ্বসমূহৰ সমাধানৰ একমাত্ৰ উপায় পুঁজিপতি শ্ৰেণীৰ হাতৰপৰা শ্ৰমিক শ্ৰেণীয়ে সামাজিক ক্ষমতা দখল কৰি সমাজীকৃত উৎপাদনৰ উপায়-বিলাকক সাধাৰণ সম্পত্তিত পৰিণত কৰাৰ ভিতৰত। এইদৰে উৎপাদনৰ উপায়বিলাকক মুক্ত কৰি পূৰ্ব-নিৰ্দিষ্ট আৰু পৰিকল্পিত উপায়ৰ দ্বাৰা উৎপাদনৰ সমাজীকৰণ সম্ভৱ হয় আৰু ক্ৰমে ক্ৰমে সামাজিক উৎপাদনৰপৰা অৰাজকতা আঁতৰিবলৈ ধৰে আৰু ৰাষ্ট্ৰ-যন্ত্ৰৰো প্ৰয়োজনীয়তা নাইকিয়া হবলৈ ধৰে। অৱশেষত জনগণ নিজেই সমাজৰ সংগঠক আৰু মালিক হয় আৰু লগে লগে হয় প্ৰকৃতিৰ প্ৰভু—মুক্ত মানৱ। মাৰ্ক্‌সৰ মতে শ্ৰেণী-সংগ্ৰামৰ মাজেদিহে শ্ৰেণীহীন সমাজ আৰু মানৱৰ প্ৰকৃত মুক্তি সম্ভৱপৰ।

কিছুমানে ভাবে যে গান্ধীজীয়ে শ্ৰেণী-সংগ্ৰাম আৰু শ্ৰেণীহীন সমাজত বিশ্বাস নকৰিছিল। এই ধাৰণা ঠিক নহয়। এনেকুৱা ধাৰণাৰ কাৰণ বোধহয় এয়ে যে এই লোকসকলে শ্ৰেণী-সংগ্ৰামৰ লগত 'হিংসা'ক ওতঃপ্ৰোতভাৱে জড়িত বুলি ভাবে। অথচ, গান্ধীজীৰ কাৰণে 'অহিংসা' এটা উপায় মাথোন নাছিল; ই আছিল তেখেতৰ মূল-মন্ত্ৰ আৰু আদিম বিশ্বাস। দ্বিতীয়তে বাস্তৱ পৰিস্থিতি—বিশেষকৈ উন্নত পুঁজিবাদী পশ্চিম য়ুৰোপৰ পৰিপ্ৰেক্ষিতত মাৰ্ক্‌সবাদী শ্ৰেণী-সংগ্ৰাম গঢ়ি উঠাৰ কাৰণে আৰু তুলনামূলকভাৱে অনুন্নত পৰাধীন আৰু ঔপনিৱেশিক ভাৰতবৰ্ষত গান্ধীবাদী প্ৰতিৰোধ-সংগ্ৰাম গঢ়ি উঠাৰ কাৰণে কিছুমান লোকে শ্ৰেণী-সংগ্ৰাম তত্ত্বৰ গভীৰলৈ প্ৰৱেশ কৰিব পৰা নাছিল। কিন্তু অলপ দকৈ গমি চালেই দেখা যায় যে মাৰ্ক্‌স্ আৰু গান্ধীজী উভয়েই নিপীড়িত নিষ্পেষিত সাধাৰণ মানুহৰ মুক্তি আৰু বিকাশৰ কাৰণে সপোন দেখিছিল আৰু সংগ্ৰাম কৰিছিল। মাৰ্ক্‌সৰ মতে সেই মুক্তিৰ ভিত্তি আৰু আধাৰ অৰ্থনৈতিক। কিন্তু গান্ধীজীৰ মতে ই প্ৰধানতঃ মানসিক, নৈতিক

আৰু আধ্যাত্মিক। তাৰ মানে অৱশ্যে এই নহয় যে গান্ধীজীয়ে ৰাজনৈতিক আৰু অৰ্থনৈতিক মুক্তিৰ ওপৰত গুৰুত্ব দিয়া নাছিল। বৰং বাস্তৱ জীৱনত গান্ধীজীৰ অধিকাংশ কৰ্ম-প্ৰচেষ্টাই আছিল মূলতঃ ৰাজনৈতিক আৰু অৰ্থনৈতিক। শ্ৰেণী-সংগ্ৰামৰ প্ৰসঙ্গত গান্ধীজীয়ে কৈছিল, "ভাৰতবাসীৰ মাজত যিজন আটাইতকৈ তলত, আটাইতকৈ দৰিদ্ৰ, যদি তেওঁলৈকো স্বৰাজৰ অমৃতধাৰা বৈ নাযায়, তেন্তে সেই স্বৰাজৰ প্ৰয়োজন নাই। মোৰ লক্ষ্য হৈছে যিসকল ৰিক্ত, যিসকল সৰ্বহাৰা আৰু যিসকল আজিলৈকে সভ্যতাৰ পোহৰৰপৰা বঞ্চিত হৈ আছে, প্ৰধানতঃ তেওঁলোকৰ কল্যাণ, তেওঁলোকৰ মুক্তি।" গান্ধীজীৰ উদ্যোগতে কৰাচী কংগ্ৰেছৰ মূল-লক্ষ্য সম্পৰ্কীয় প্ৰস্তাৱত সন্নিবিষ্ট হৈছিল যে "জনসাধাৰণক শোষণৰ মুঠিৰপৰা মুক্ত কৰিবলৈ, লক্ষ লক্ষ অনশন-ক্লিষ্ট মানুহক ৰক্ষা কৰিবলৈ আৰু শ্ৰেণীহীন সমাজ গঠন কৰিবলৈ হলে কেৱল ৰাজনৈতিক মুক্তিয়েই নহয়, অৰ্থনৈতিক মুক্তিৰো প্ৰয়োজন।" গতিকে শোষণহীন, শ্ৰেণীহীন মুক্ত মানৱৰ সপোন যে গান্ধীজীয়েও দেখিছিল তাত কোনো সন্দেহ নাই। গান্ধীজীক মাৰ্ক্সৰ লগত তুলনা কৰিবলৈ যোৱাৰ আগতে মনত ৰাখিব লাগিব যে এই দুজন মহান পুৰুষে দুটা সম্পূৰ্ণ বেলেগ পৰিৱেশত, আনকি দুটা বেলেগ সভ্যতাৰ মাজত অধ্যয়ন আৰু কৰ্ম কৰিছিল।

যি পৰিৱেশ আৰু পৰিস্থিতিত মাৰ্ক্সে কাম আৰু অধ্যয়ন কৰিছিল তাত মাৰ্ক্সৰ দৃষ্টিত স্পষ্টভাৱে ধৰা পৰিছিল যে মানুহ মূলতঃ দুটা শ্ৰেণীত বিভক্ত। এটা শ্ৰেণী হৈছে উৎপাদনৰ উপায়সমূহ আৰু উৎপন্ন বস্তুবোৰৰ বিতৰণ ব্যৱস্থাৰ মালিক। ফলত, জীৱন ধাৰণৰ বাবে, বিলাসৰ বাবে, জীৱনক উপভোগ কৰিবৰ বাবে তেওঁলোকৰ অৰ্থসম্পদ উভৈনদী। মাটিৰ খাজনা, বেঙ্কত লগ্নী কৰা টকাৰ সুদ, কাৰখানাৰ আয় ইত্যাদিৰে তেওঁলোকে জীৱনক বাগিচাৰ ফুলৰ দৰে সজাব পাৰে। আন শ্ৰেণীটো হৈছে সৰ্বহাৰা শ্ৰেণী। তেওঁলোকৰ জমিও নাই, জমাও নাই। মালিকৰ তলত তেওঁলোকে তেওঁলোকৰ শ্ৰম বিক্ৰি কৰি কোনোমতে জীয়াই থাকিবলৈ চেষ্টা কৰে। কাৰখানাত উদয়াস্ত পৰিশ্ৰম কৰি বেলি মাৰ যোৱাত কালিমালিপ্ত দেহ আৰু অবসন্ন মন লৈ এন্ধাৰ, অপৰিষ্কাৰ, দুৰ্গন্ধময় বস্তিৰ পোহৰ-বতাহ নাইকিয়া পঁজা বা কুঠৰীটোলৈ ৰাতিটোৰ বাবে আশ্ৰয় বিচাৰি আহে আৰু তাত পায়হি জীৰ্ণ-শীৰ্ণ, ৰুগ্ন অভাৱগ্ৰস্ত পৰিয়াল। মাৰ্ক্সৰ মতে, এতিয়ালৈকে

চলি অহা ইতিহাসৰ প্ৰত্যেকটো স্তৰ শোষক আৰু শোষিত এই দুই শ্ৰেণীৰ পাৰস্পৰিক সংঘৰ্ষৰ কাহিনী। মানৱ সমাজৰ ইতিহাসত যেতিয়াই কোনো যুগ-পৰিৱৰ্তনৰ ৰিঙিয়নি শুনা গৈছে, তেতিয়াই তীব্ৰ শ্ৰেণী-সংগ্ৰামৰ সূচনা হৈছে। সংগ্ৰামৰ শক্তি পৰীক্ষাৰ মাজেদিহে শাসন ক্ষমতাৰ হাত-বদল হয়। ইতিহাসৰ এই গতিত বৰ্তমান যুগত শাসন ক্ষমতাৰ কাৰণে পুঁজিপতি শ্ৰেণীৰ বিৰুদ্ধে সৰ্বহাৰা শ্ৰেণী তীব্ৰ সংগ্ৰামত লিপ্ত। আজিৰ যুগৰ মানুহে এই সত্য উপলব্ধি কৰিছে যে শ্ৰেণী-সংগ্ৰাম ইতিহাসৰ বিচাৰবোধ।

যদিও গান্ধীজী আৰু মাৰ্ক্‌স্ উভয়ে ঐতিহাসিক সত্য হিচাপে শ্ৰেণী-সংগ্ৰাম স্বীকাৰ কৰে, তাৰ প্ৰতি দৃষ্টিভঙ্গী দুয়োৰো বেলেগ। মাৰ্ক্‌স্‌ৰ মতে দ্বন্দ্ব বা সংঘাতেই গতি আৰু প্ৰগতিৰ মূল। এই দ্বন্দ্ব শত্ৰু-ভাৱাপন্নও হব পাৰে, অ-শত্ৰুভাৱাপন্নও হব পাৰে। সমাজতান্ত্ৰিক সমাজতো দ্বন্দ্ব থাকিব। কিন্তু যিহেতু সমাজবাদী সমাজত শ্ৰেণী নাথাকিব, গতিকে সেই দ্বন্দ্ব হব অ-শত্ৰুভাৱাপন্ন। গান্ধীজীয়ে স্বীকাৰ কৰিছিল যে ধনী আৰু ধনহীন এই দুটা শ্ৰেণীৰ মাজত সংগ্ৰাম চলিছে আৰু এই দ্বন্দ্ব আৰু সংগ্ৰামৰ ফলত পৃথিৱীত বিদ্বেষ আৰু হিংসাৰ ফলত কোনো শ্ৰেণীয়েই উপকৃত নহয়। বিজয়ী বা বিজিত যি শ্ৰেণীয়েই নহওক লাগিলে এজনৰ কল্যাণ আন জনৰ দ্বাৰা আচ্ছন্ন হৈ থাকে। ফলত বৰ্তমান সমাজৰ ৰচিত আৱেষ্টনীৰ মাজত মানৱতাৰ পূৰ্ণ বিকাশৰ তোৰণ-দ্বাৰ অবৰুদ্ধ হৈ থাকে।

আন এটা বিষয়ত গান্ধীবাদ আৰু মাৰ্ক্‌স্‌বাদৰ ভিতৰত গুৰুত্বপূৰ্ণ পাৰ্থক্য আছে। মাৰ্ক্‌স্‌বাদৰ মতে সৰ্বহাৰা শ্ৰেণীৰ পৰিষদীয় আৰু 'গণতান্ত্ৰিক' পদ্ধতিৰে পুঁজিপতি শ্ৰেণীক ক্ষমতাচ্যুত কৰি নিজে ক্ষমতা দখল কৰিব নোৱাৰে। শাসনত অধিষ্ঠিত শোষক পুঁজিপতি শ্ৰেণীয়ে সেই পৰিমাণ আৰু কাল পৰ্যন্তহে পৰিষদীয় গণতন্ত্ৰ সমৰ্থন বা সহ্য কৰিব যি পৰ্যন্ত তেওঁলোক ক্ষমতাচ্যুত হোৱাৰ আশঙ্কা নাথাকে। যি মুহূৰ্ততে ক্ষমতাচ্যুত হোৱাৰ আশঙ্কাই দেখা দিব, সেই মুহূৰ্ততে সকলো ৰকমৰ গণতান্ত্ৰিক পৰিষদীয় পদ্ধতিক ভৰিৰে মোহাৰি আৰু প্ৰয়োজন বোধ কৰিলে জনগণৰ তপত তেজেৰে ধৰণী ৰঞ্জিত কৰি হলেও পুঁজিপতি শ্ৰেণীয়ে ক্ষমতা ৰক্ষা কৰিব। গতিকে পৰিষদীয় গণতন্ত্ৰত অত্যধিক গুৰুত্ব বা আস্থা আৰোপ নকৰি মাৰ্ক্‌স্‌বাদে সশস্ত্ৰ বিপ্লৱৰ জৰিয়তে হলেও ৰাষ্ট্ৰীয় ক্ষমতা দখল কৰি সৰ্বহাৰাৰ একনায়কত্ব প্ৰতিষ্ঠা কৰাৰ পোষকতা কৰে। এই একনায়কত্বৰ

জৰিয়তে ৰাষ্ট্ৰই উৎপাদনৰ উপায়বোৰৰ ৰাষ্ট্ৰীয়কৰণ কৰি লব আৰু তেতিয়া ধনী-নিৰ্ধনীৰ ব্যৱধান নাইকিয়া হব।

কিন্তু এই বিষয়ত গান্ধীজীৰ দৃষ্টিভঙ্গী সম্পূৰ্ণ বেলেগ। শ্ৰেণীহীন আৰু শোষণহীন সমাজ সৃষ্টি কৰিবলৈ তেখেতে যি বিপ্লৱৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিছিল সি সম্পূৰ্ণৰূপে অহিংস বিপ্লৱ। গতিকে, তেখেতৰ 'শ্ৰেণী-সংগ্ৰাম' দৰাচলতে শ্ৰেণী-সমন্বয় বা শ্ৰেণী-সহযোগিতা। তেখেতে কৈছিল যে শ্ৰেণী-সহযোগিতাৰ জৰিয়তে শ্ৰেণী-পৰিৱৰ্তন অৰ্থাৎ ধনিক শ্ৰেণী সৰ্বহাৰাৰ মাজত বিলীন হৈ যাব। সত্যাগ্ৰহই ধনিক শ্ৰেণীৰ এই মানসিক ৰূপান্তৰ সৃষ্টি কৰিব। শ্ৰেণী-সংগ্ৰামৰ প্ৰসঙ্গত গান্ধীজীয়ে কৈছিল যে সশস্ত্ৰ বিপ্লৱৰ জৰিয়তে যি ক্ষমতা আহিব, সেই ক্ষমতা কেতিয়াও সৰ্বহাৰাৰ হাতলৈ নাহে। সেই ক্ষমতা আহিব সৰ্বহাৰাৰ প্ৰতিনিধিসকলৰ হাতলৈ। সেই ক্ষেত্ৰত কেৱল শাসকৰ পৰিৱৰ্তন আৰু অলপ-অচৰপ সামাজিক পৰিৱৰ্তন হব; কিন্তু কোনো স্থায়ী উন্নতি বা মানুহৰ সৰ্বাঙ্গীন মুক্তি সম্ভৱপৰ নহব। কেন্দ্ৰীভূত শাসন আৰু অৰ্থনৈতিক ব্যৱস্থাই নতুন নতুন সমস্যাৰ সৃষ্টি কৰিব আৰু সমস্যাৰ বিষাক্ত বতাহে মানুহৰ মুক্তিৰ সাধনাক ব্যৰ্থ কৰি দিব। গান্ধীজীয়ে সেইকাৰণে বিকেন্দ্ৰীকৰণৰ ওপৰত খুব গুৰুত্ব আৰোপ কৰিছিল আৰু তাৰ আনুসঙ্গিক হিচাপে বৰ্ণ-ধৰ্ম, ন্যাসবাদ আদি ব্যৱস্থাৰ উল্লেখ কৰিছিল আৰু ওঠৰ বিধ গঠনমূলক কৰ্মৰ জৰিয়তে বিকেন্দ্ৰীকৃত সমাজ ৰচনাৰ কথা কৈছিল।

মহাত্মা গান্ধী আমাৰ যুগৰ এটা পৰম বিস্ময়। কি ধৰ্ম, কি ৰাজনীতি, কি সমাজ-সংস্কাৰ—যিফালেই চোৱা যায়, ভাৰতবৰ্ষৰ জীৱনত তেখেতৰ প্ৰবল চাপ আৰু প্ৰভাৱ অনুভূত হয়। এই মহাপুৰুষজনক আমি কিমান ৰূপত আৰু কিমানভাৱে পাইছিলোঁ, ভাবিলে আচৰিত হব লাগে। ভাৰতৰ জীৱনত তেখেত এনেকুৱা এজন প্ৰবল পুৰুষ যে তেখেতক আকাশৰপৰা গঙ্গা নমাই অনা ভগীৰথৰ লগতহে তুলনা কৰিব পাৰি। ভগীৰথে এটা নতুন আৰু চিৰন্তন জীৱন-স্ৰোত ভাৰতবৰ্ষত বোৱাই দিয়াৰ দৰে গান্ধীজীয়েও এটা নতুন সোঁত বোৱাই দিছিল। তেখেতৰ জন্ম শত-বাৰ্ষিকী পালন কৰিবলৈ পোৱাটো আমাৰ কাৰণে এটা ডাঙৰ সৌভাগ্য; কিন্তু তেখেতৰ চাপ আৰু প্ৰভাৱ আমাৰ ওপৰত ইমান জীৱন্ত আৰু ভাৱাবেগপূৰ্ণ যে তেখেতৰ সম্পৰ্কে এটা সম্পূৰ্ণ আৰু নিৰপেক্ষ মূল্যায়নৰ চেষ্টা কৰাটোও আমাৰ পক্ষে দুঃসাধ্য। সেই কাম আমাৰ ভৱিষ্যৎ বংশধৰসকলেহে কৰিব লাগিব।

# মহাত্মা গান্ধী

**ফণী বৰা**

১৯৬৮ চনৰ যোৱা ২ অক্টোবৰৰ পৰা ১৯৬৯ চনৰ অহা ২ অক্টোবৰলৈ মহাত্মা গান্ধীৰ শতবাৰ্ষিকী উৎযাপন কৰা হৈছে। শতবাৰ্ষিকী উপলক্ষে গান্ধীজীৰ জীৱনৰ মাত্ৰ কেইটামান দিশ আলোচনা কৰাই এই প্ৰবন্ধৰ লক্ষ্য। গান্ধীজীৰ জীৱনৰ বিশাল আৰু বহুমুখী প্ৰতিভা এটি প্ৰবন্ধত লিখা কোনো পধ্যেই সম্ভৱপৰ নহয়।

মহাত্মা গান্ধী আছিল এজন মহান মানৱতাবাদী, মহান দেশপ্ৰেমিক। নিজস্ব দৃষ্টিকোণৰপৰা সাম্ৰাজ্যবাদৰ বিৰুদ্ধে দেশৰ স্বাধীনতাৰ কাৰণে গান্ধীজী আছিল এজন নিৰৱচ্ছিন্ন সংগ্ৰামী মহামানৱ। দেশৰ জনগণৰ লগত নিবিড় যোগাযোগ আৰু দীৰ্ঘদিন গণ-আন্দোলন সংগঠনৰ অভিজ্ঞতাই মহাত্মাজীক জনসাধাৰণৰ নাড়ীৰ স্পন্দন সতকাই অনুভৱ কৰাত সহায় কৰিছিল আৰু জাতীয় মুক্তি অন্দোলনৰ যি লক্ষ্য তেখেতে নিৰ্ধাৰণ কৰিছিল সেই লক্ষ্যত উপনীত হোৱাৰ কৌশল দক্ষতাৰে প্ৰয়োগ কৰিব পাৰিছিল। গান্ধীজীৰ সময়ৰ সোঁতৰ লগত সাঁতুৰিব পৰা অসাধাৰণ শক্তি আছিল আৰু নতুনকৈ উদ্ভৱ হোৱা শক্তিৰ লগত একেলগে কাম কৰি উমৈহতীয়া লক্ষ্য-পথলৈ অগ্ৰসৰ হোৱাৰ কৌশল দক্ষতাৰে প্ৰয়োগ কৰিছিল। মহাত্মা গান্ধী এই মহান গুণৰাজিৰ অধিকাৰী আছিল আৰু মহাত্মা গান্ধীয়েই আমাৰ দেশৰ স্বাধীনতা ৰণৰ শেষ পৰ্যন্ত প্ৰধান সেনাধ্যক্ষ আছিল আৰু সেই কাৰণেই আজি ভাৰতৰ চহৰে-নগৰে গাঁৱে-ভূঞে কোটি কোটি জনসাধাৰণে মহাত্মা গান্ধীক জাতিৰ জনক বুলি স্বীকাৰ কৰে।

মহাত্মা গান্ধীৰ জন্ম হৈছিল এনে এটা সময়ত যি সময়ত ১৮৫৭ চনৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ পৰাজয়ৰ চিন মাৰ যোৱা নাই। তেখেতৰ জন্ম হৈছিল এটা অৱস্থাপন্ন নিষ্ঠাবান পৰিয়ালত। এহাতে অৱস্থাপন্ন ৰাজ-বিষয়া হিচাপে তেওঁলোক আছিল চৰকাৰৰ প্ৰতি অনুগত আৰু আনহাতে চাৰিওফালে

বুভুক্ষা। মৃতপ্ৰায় দাৰিদ্ৰ্য-পীড়িত হাজাৰ হাজাৰ মানুহৰ ছবিয়ে চাৰিওফাল আচ্ছন্ন কৰিছিল। অৱস্থাপন্ন হোৱাৰ কাৰণেই গান্ধীজীয়ে ইংলণ্ডত আটাইতকৈ উচ্চ খাপৰ শিক্ষা লাভৰ সুযোগ পালে। ইংৰাজৰ আইন পাছ কৰি গান্ধী উপস্থিত হ'ল দক্ষিণ আফ্ৰিকাত আৰু তাত তেওঁ ওকালতি আৰম্ভ কৰিলে।

নিষ্পেষিত ভাৰতীয়সকলৰ পক্ষে আফ্ৰিকাত ইংৰাজৰ আইন মতে ওকালতি কৰিবলৈ গৈ গান্ধীজীয়ে দেখা পালে যে বৃটিছ আইনৰ যতবোৰ ডাঙৰ ডাঙৰ সমাস্যাসিক আদিৰ কথা বগা ইংৰাজ চাহাবৰ আত্মম্ভৰিতা আৰু লাঠিৰ কোবত বতাহৰ লগত মিলি গ'ল। মানুহৰ মৰ্য্যাদাৰ কাৰণে "জাতি বিদ্বেষৰ বিৰুদ্ধে সংগ্ৰামৰ প্ৰথম সোৱাদ তেখেতে তাতেই পালে। তথাপিও তেওঁ ৰাজ-শাসনৰ প্ৰতি আছিল অনুগত। কাৰণ, সেই সময়ত গান্ধীজীয়ে বৃটিছ সাম্ৰাজ্যক সভ্যতা, ন্যায় আৰু প্ৰগতিৰ প্ৰতীক বুলি জ্ঞান কৰিছিল। সেই কাৰণেই তেওঁ ১৯১৪ চনৰ মহা সমৰত বৃটিছ চৰকাৰক ধনে জনে সংগ্ৰহ কৰি সহায় কৰিছিল। তাৰ কাৰণে লোকমান্য তিলকৰ লগত গান্ধীজীৰ মতানৈক্য হৈছিল; কাৰণ, তিলক আছিল বৃটিছক সহায় কৰাৰ তীব্ৰ বিৰোধী।

বিশ্ব-বিশ্ৰুত মনীষী ৰোমাঁ ৰোলাঁই মহাত্মা গান্ধীৰ জীৱনী লিখোঁতে গান্ধী আৰু তিলক সম্বন্ধে এইবুলি মন্তব্য কৰিছিল: "জীৱনৰ শেষ পৰ্যন্ত তিলক আছিল ভাৰতৰ অবিসম্বাদী নায়ক। ১৯২০ চনত অকালতে তেওঁ মৃত্যুৰ গৰাহত পৰিব নলগীয়াহেঁতেন ভাৰতৰ যে আৰু বহুতো কাম নহ'লহেঁতেন তাক কোনে ক'ব পাৰে?

"নীতি আৰু পদ্ধতি সম্পৰ্কে তিলক আৰু গান্ধীৰ মাজত মৌলিক পাৰ্থক্য আছিল হয়, কিন্তু গান্ধীয়ে তিলকৰ প্ৰতিভা আৰু পাণ্ডিত্যক সদায় শ্ৰদ্ধা কৰিছিল। তিলক জীয়াই থকাহেঁতেন গান্ধীয়ে নিঃসন্দেহে সেই সময়ৰ ধৰ্মৰ নেতৃত্ব বহন কৰি যাব পাৰিলেহেঁতেন। এই কাম যদি সম্ভৱ হ'লহেঁতেন তেনেহলে ভাৰতীয় জনতাই এই দুগৰাকী নায়কৰ পৰিচালনাত কেনেদৰে মহাগৌৰৱেৰে আগবাঢ়ি যাব পাৰিলেহেঁতেন!" ৰোমাঁ ৰোলাঁই আৰু লিখি গৈছে, "তিলক আছিল কৰ্মৰ গুৰু আৰু গান্ধী আছিল ধৰ্মৰ গুৰু।"

বৃটিছ সাম্ৰাজ্যৰ প্ৰতি অনুগত থাকি ইংৰাজৰ কাৰণে প্ৰথম মহাযুদ্ধত ভাৰতীয় যুৱকক বৃটিছ সাম্ৰাজ্য ৰক্ষাৰ কাৰণে সৈন্যবাহিনীত ভুক্ত কৰি ফুৰা মহাত্মা গান্ধী যুদ্ধৰ শেষত ৰূপান্তৰিত হ'ল এজন বিদ্ৰোহীৰ ভূমিকা লৈ।

যুদ্ধান্তৰত ভাৰতৰ জনগণে স্বাধীনতাৰ কাৰণে আন্দোলনৰ জোৱাৰ তুলিবলৈ ধৰিলে। ইংৰাজে সেই আন্দোলনক পাশৱিক দমন নীতিৰে দমাবলৈ যত্ন কৰিলে। কুখ্যাত ৰাওলট আইন পাছ কৰি আৰু পিচত জালিৱানৱালাবাগত ৰক্তাক্ত হত্যাকাণ্ডৰ তাণ্ডৱ চলাই ভাৰতৰ জনগণৰ স্বাধীনতাৰ স্পৃহা দমনৰ ঘটনাসমূহে বৃটিছৰ অনুগত গান্ধী, বৃটিছ আইনৰ আইন ব্যৱসায়ী, ইংৰাজৰ ন্যায় বিচাৰত বিশ্বাসী গান্ধীৰ অন্তৰত জ্বলাই দিলে ক্রোধ আৰু বিদ্রোহৰ দাবানল। তেতিয়াৰপৰাই গান্ধীজী হ'ল স্বাধীনতা সংগ্ৰামৰ প্ৰধান সংগঠক আৰু সাম্রাজ্যবাদৰ বিৰুদ্ধে স্বাধীনতাৰ কাৰণে বিপ্লৱৰ জননেতা।

অত্যাচাৰীৰ বিৰুদ্ধে ক্রোধ আৰু সাহসেৰে আৰু পৰিষ্কাৰ দূৰদর্শিতা-সম্পন্ন চিন্তাশক্তিৰ দ্বাৰা জনগণৰ নেতৃত্ব লৈ গান্ধীজী সাম্রাজ্যবাদ-বিৰোধী সংগ্ৰামৰ মহান সেনাপতি ৰূপে প্ৰতিষ্ঠিত হ'ল। গান্ধীজীয়ে ইংৰাজ শাসনৰ নাম দিছিল চয়তানৰ ৰাজ ( satanic government ) আৰু ইয়াক সম্পূর্ণ ধ্বংস কৰিবলৈ তেখেতে আহ্বান জনাইছিল। তেখেতে কৈছিল,—"চয়তান আৰু অন্যায়ৰ লগত কোনোকালে আপোচ হব নোৱাৰে।"

গান্ধীজীয়ে জনগণৰ বিৰাট অংশক সাম্রাজ্যবাদ-বিৰোধী আন্দোলনত অংশ গ্ৰহণ কৰোৱাৰ উদ্দেশ্যেৰে সৰ্বভাৰতীয় হৰতালৰ কৌশল গ্ৰহণ কৰিছিল। বিদেশী বস্তু বর্জন, কানিৰ দোকানত পিকেটিং আদি কৌশল অৱলম্বন কৰিছিল লক্ষ লক্ষ নৰ-নাৰীক ৰাজপথত নামি আন্দোলনৰ অংশীদাৰত পৰিণত কৰাৰ কাৰণে। কাৰণ, গান্ধীজীয়ে বুজিছিল যে ব্যাপক জনতাক বাদ দি স্বাধীনতাৰ সংগ্ৰাম আগ নাবাঢ়ে।

১৯২১ চন। ভাৰতৰ চহৰে চহৰে শ্রমিকৰ ধৰ্মঘটৰ জোৱাৰ উঠিল বস্তুৰ উচ্চ মূল্যৰ বিৰুদ্ধে, উপযুক্ত মজুৰীৰ কাৰণে। সমগ্ৰ দেশতে ব্যাপক কৃষক সংগ্রামে মূৰ দাঙি উঠিল। উত্তৰ ভাৰত খিলাফত আন্দোলনে মুছলমান জনগণক স্বাধীনতাৰ সংগ্ৰামৰ মজিয়ালৈ লৈ আহিল আৰু কংগ্রেছে খিলাফত আন্দোলনৰ লগত সহযোগ কৰি স্বাধীনতাৰ যুদ্ধত হিন্দু-মুছলিম ঐক্যৰ বিৰাট জোৱাৰৰ সৃষ্টি কৰিলে। ঠিক সেই সময়তে শিখসকলৰ গুৰুদ্বাৰ সংস্কাৰৰ আন্দোলনেও ৰাজনৈতিক ৰূপ পৰিগ্ৰহণ কৰে।

এই পৰিপ্রেক্ষিততে মহাত্মা গান্ধীয়ে তেখেতৰ প্ৰথম অসহযোগ আন্দোলন আৰম্ভ কৰিলে। ইংৰাজৰ দমন নীতিৰ 'ষ্টীম ৰোলাৰ' চলা সত্ত্বেও

এই অসহযোগ আন্দোলন ব্যাহত নহ'ল। যদিও আন্দোলন অহিংস থাকিব বুলি গান্ধীজীয়ে ধাৰণা কৰিছিল তথাপিও আন্দোলন অহিংসাৰ চাৰি সীমাৰ মাজতে আৱদ্ধ থকা নাছিল আৰু সি সম্ভৱো নহয়। গতিকেই বিদেশী বস্ত্র বৰ্জন, কানিৰ দোকানত পিকেটিং আৰু আন আন শান্তিপূৰ্ণ আন্দোলনত ইংৰাজ পুলিচৰ হিংসাত্মক দমন নীতিয়ে মানুহক অনেক ক্ষেত্রত সংঘৰ্ষৰ পথ লবলৈ বাধ্য কৰাইছিল। মহাত্মাই এফালে আন্দোলনত হিংস্রতাক বন্ধ কৰাৰ কাৰণে যত্ন কৰিছিল আৰু আনহাতে সেই একেই আন্দোলনকে ব্যৱহাৰ কৰিছিল জনগণক জাগৰিত কৰি তোলাৰ কাৰণে। তেওঁৰ নেতৃত্বত ক্রমবৰ্ধমান এই জনজাগৰণ আৰু গণসংগ্ৰামৰ অগ্ৰগতি দেখি পুৰণা (লিবাৰেল আৰু মডাৰেট) নেতাসকলে বৰ ভাল পোৱা নাছিল। ফলত, বিপিনচন্দ্ৰ পালে গান্ধীৰ লগ এৰিলে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত গান্ধীজীৰ ঐতিহাসিক মতানৈক্য সেই সময়তেই ঘটিছিল।

ৰবীন্দ্ৰনাথ ঠাকুৰে সেই সময়ত (অক্টোবৰ, ১৯২১) 'মডাৰ্ণ ৰিভিউ' কাকতত গান্ধীজীৰ প্রতি অগাধ শ্ৰদ্ধা আৰু ভক্তি প্রকাশ কৰি লিখিছিল: "জোৰপুৰি হাতত লগা দেশৰ অৱস্থা। এটাৰ পিচত আন এটাকৈ থুপ খাই স্তূপীকৃত হোৱা সমস্যাই দেশ-মাতৃৰ আগত দেখা দিছে। নিজৰ অন্তঃসাৰ-শূন্যতাত দেশমাতৃ নিজেই লজ্জিতা।......সেই যাদুকৰী সূত্রৰ ইয়ো জানো এক পটন্তৰ নহয়?......দেশৰ অৰ্থনীতিক অপসাৰিত কৰি তাৰ ঠাইত এক কল্পনাপ্ৰসূত নৈতিকতাৰ বাণী (dogma) সুমুৱাই লোৱা হৈছে।

"যি দাসত্ব-মনোবৃত্তিয়ে আমাৰ দেশৰ দাৰিদ্ৰ্য আৰু উপহাসৰ মূল কাৰণ সেই ভ্ৰমাত্মক মনোবৃত্তিক গ্ৰহণ কৰিবলৈ আমি কেতিয়াও সাজু নহওঁ। সময় সন্নিকট, এই সময়ত আমি আৰু এটা নতুন কথাৰ চিন্তা কৰিব লাগিব: ভাৰতৰ এই জাগৰণ সমগ্ৰ বিশ্বৰে জাগৰণৰ এটা বিশিষ্ট অংশ হ'ব; কিয়নো এই জাগৰণ কোনো ক্ষণস্থায়ী জাগৰণ নহয়, কোনো অঞ্চল বা দেশবিশেষৰ জাগৰণো নহয়।"

গান্ধীজীয়ে তাৰ এক ঐতিহাসিক উত্তৰত 'ইয়ং ইণ্ডিয়া' কাকতৰ ১৯২১ চনৰ তেৰ অক্টোবৰৰ সংখ্যাত লিখিছিল: "যেতিয়া যুদ্ধৰ অৱতাৰণা হয় তেতিয়া কবিয়ে হাতৰপৰা কবিতা-বীণখনি নমাই থয়, আইনজীৱীসকলে আইন সম্পৰ্কীয় নথি-পত্ৰ এৰি পেলায়, পঢ়াশলীয়া ছাত্ৰই বহী-কিতাপ নোছোৱে। যুদ্ধ-অৱসানৰ পিচতহে কবিয়ে কবিতাৰ ছন্দত প্ৰকৃত সুৰৰ ঝঙ্কাৰ তোলে।

"ঘৰত যেতিয়া জুই লাগে সেই মুহূৰ্তত ঘৰৰ আটায়ে বাহিৰলৈ দৌৰ দিয়ে আৰু অগ্নি নিৰ্বাপিত কৰিবলৈ প্ৰতিজনেই একো কলহ পানী আনে। মোৰ চৌপাশে থকা সকলোৱে যেতিয়া অন্নাভাবত মৰিব ধৰে তেতিয়া এমুঠি অন্নেৰে তেওঁলোকক পৰিত্ৰাণ কৰাই মোৰ একমাত্ৰ ধৰ্ম। মোৰ মতে ভাৰতবৰ্ষখনেই এখন ঘৰ কিয়নো এই ঘৰৰ প্ৰতিটো প্ৰাণীয়ে দগ্ধ হ'ব ধৰিছে, এমুঠি অন্নৰ সংস্থান কৰিবলৈ অৰ্থৰ অভাৱ হেতু অনাহাৰত প্ৰাণবিসৰ্জন দিব ধৰিছে।

"বিদেশী বস্ত্ৰৰ দাহনত মই মোৰ লাজ-চৰম পুৰি পেলাইছোঁ।......"

গণ-আন্দোলনৰ নীতি আৰু কৌশলৰ জোৰত গান্ধীজীয়ে স্কুলৰ ছাত্ৰ-ছাত্ৰীৰপৰা, গৰীব কৃষক, দৰিদ্ৰ মজুৰৰপৰা ধনী পুঁজিপতিলৈকে প্ৰত্যেকজন স্বাধীনতাকামী ভাৰতীয়ক জগাই তুলিছিল আৰু আন্দোলনত যিকোনো প্ৰকাৰে অংশ লবলৈ বাধ্য কৰিছিল।

গান্ধীজীয়ে কংগ্ৰেছখন দেশৰ সকলো অংশ, সকলো শ্ৰেণীৰ স্বাধীনতাকামী জনগণৰ জাতীয় ফ্ৰণ্ট হিচাপে গঢ়ি তুলিছিল।

গান্ধীৰ এক সংখ্যক ভক্তই গান্ধী-দৰ্শনৰ আদৰ্শবাদী দিশটোকে দেখুৱাই তেখেতক প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি অনুগত কৰি তাৰ মাজতে হৃদয় পৰিৱৰ্তনৰ যোগেদি যথাসম্ভৱ সংস্কাৰ সাধনৰ প্ৰতীক হিচাপে প্ৰতিপন্ন কৰি ৰখাৰ অহোপুৰুষাৰ্থ কৰি থাকে। আধুনিক ধনতন্ত্ৰবাদৰ প্ৰধান পুৰোহিত, জনগণৰ ৰক্তশোষণৰ প্ৰধান নেতা কিছুমানেও গান্ধীজীৰ দৰ্শন তেওঁলোকৰ শ্ৰেণী-শোষণ আৰু শ্ৰেণী-শাসনৰ স্বাৰ্থত ব্যৱহাৰ কৰি থাকিব খোজে। সেই কাৰণে তেওঁবিলাকে গান্ধীজীৰ জীৱনৰ সকলো দিশ পৰ্যালোচনা কৰি জনগণৰ সন্মুখত সমগ্ৰ সত্য দাঙি ধৰিবলৈ ভয় কৰে।

গান্ধীজীৰ দৰ্শন যিয়েই থাকক লাগিলে কাৰ্যক্ষেত্ৰত গান্ধীজীৰ বিপ্লৱী ভূমিকাইহে কোটি কোটি ভাৰতীয়ৰ হৃদয়ত স্পন্দন তুলিব পাৰিছিল। কাৰণ তেখেত আছিল জনতাৰ নেতা—জনতাৰ সেৱক। দেশৰ জনসাধাৰণৰ নাড়ীৰ লগত আছিল তেখেতৰ গভীৰতম যোগাযোগ। সেই কাৰণেই জনগণৰ মানসিক চেতনাৰ অগ্ৰগতিৰ লগে লগে তেখেতৰ নীতি-কৌশলৰো সাল-সলনি ঘটাই বাস্তৱৰ দাবী পূৰণ কৰাৰ উদাহৰণ বহুত পোৱা যায়।

গান্ধীজীৰ ভাৰতৰ ৰাজনৈতিক জীৱনৰ প্ৰথম আৰম্ভণি হয়, প্ৰথম বিশ্ব-যুদ্ধত বৃটিছৰ সাম্ৰাজ্যবাদী যুদ্ধত সকলো প্ৰকাৰে সহায় কৰাৰ মাজেদি বৃটিছ

সাম্রাজ্যবাদৰ মন জয় কৰি ভাৰতৰ জাতীয় আশা-আকাঙ্ক্ষা পূৰণ কৰাৰ আশাৰে। কিন্তু তেখেতৰ সেই আশা অচিৰেই মৰিমূৰ হ'ল। প্ৰথম বিশ্ব-যুদ্ধত অন্ততঃ সাম্ৰাজ্যবাদে কৰা বিশ্বাসঘাতকতা গান্ধীজীৰ বুজিবলৈ পলম নালাগিছিল। দেশে দেশে আৰম্ভ হৈছিল বিদ্ৰোহ আৰু বিপ্লৱৰ জোৱাৰ। ১৯১৭ চনত লেনিনৰ নেতৃত্বত কমিউনিষ্ট পাৰ্টিয়ে পৰিচালনা কৰা মহান ৰুছ অক্টোবৰ বিপ্লৱৰ জয় হয়। তাৰ প্ৰভাৱ পৰে ভাৰতৰ জনগণৰ স্বাধীনতাকামী বিদ্ৰোহী মনোভাবৰ ওপৰত। জনগণৰ মাজত বিপ্লৱী চেতনা জাগি উঠে। বৃটিছ সাম্ৰাজ্যবাদে জালিৱানৱালাবাগত নৃশংস হত্যাকাণ্ড সৃষ্টি কৰে।

গান্ধীজীৰ মতৰ পৰিৱৰ্তন হয়। ইংৰাজৰ ওপৰত থকা গভীৰ আস্থা লোপ পায়। তেখেতেই ১৯২১ চনৰ ভাৰতজোৰা হৰতাল সংগঠন কৰে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে। ভাৰতৰ গণতান্ত্ৰিক আন্দোলনৰ বুৰঞ্জীত এই সৰ্বভাৰতীয় হৰতালেই আছিল প্ৰথম আৰু তাৰ ঐতিহ্য আজিও বহন কৰি আছে ভাৰতৰ জনগণে। এই হৰতালৰ জনক আছিল গান্ধীজী।

প্ৰথম মহাযুদ্ধত বৃটিছক সহায় কৰি স্বাধীনতা আদায় কৰাৰ স্বপ্নত আচ্ছন্ন মহাত্মাৰ চৰম পৰিৱৰ্তন ঘটে মহাযুদ্ধত বৃটিছৰ বিৰোধিতা আৰু বৃটিছ সাম্ৰাজ্যবাদক ভাৰতৰপৰা বাহিৰ হৈ যোৱাৰ নিৰ্দেশসূচক 'ভাৰত ত্যাগ' প্ৰস্তাৱৰ যোগেদি।

## হিংসা আৰু অহিংসা

এই কথা সত্য যে মহাত্মা গান্ধীয়ে অহিংসাৰ সংকল্প লৈয়েই আৰম্ভ কৰিছিল তেখেতৰ আন্দোলন। ১৯২২ চনত গোটেই ভাৰত ব্যাপি চলা বিপ্লৱী আন্দোলনকো তেখেতে চৌৰিচৌৰাৰ এটা সাধাৰণ হিংসাৰ ঘটনাটোকে কেন্দ্ৰ কৰি বন্ধ কৰি দিছিল। কিন্তু ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অগ্ৰগতি আৰু গণ-চেতনাৰ ব্যাপকতাৰ লগে লগে তেখেতৰ সেই সংকল্প কেনেদৰে সলনি হৈছিল তাৰ প্ৰমাণ পিচলৈ তেখেতে ঘোষণা কৰা কথাৰ মাজেদি পোৱা যায়। তেখেতে অহিংসা নিজৰ কাৰণে মূলনীতি ( creed ) আৰু কংগ্ৰেছৰ কাৰণে কৌশল নীতি ( policy ) বুলি ঘোষণা কৰিছিল। তদুপৰি ১৯৪২ চনৰ গণ-আন্দোলনৰ সময়ত ১৯২২ চনৰ চৌৰিচৌৰাৰ ঘটনাতকৈ বহুত ব্যাপকভাৱে অহিংস কাৰ্য্য-কলাপ অনুষ্ঠিত হোৱাতো আৰু সাম্ৰাজ্যবাদী বা তথাকথিত অহিংসবাদীসকলে সেই হিংস কাৰ্যাৱলীক গৰিহণা দিবলৈ

গান্ধীজীক বাৰে বাৰে অনুৰোধ কৰাৰ পিচতো তেখেতে তাক গৰিহণা দিয়া দূৰৈত থাকক, জাতীয় মুক্তি সংগ্ৰামত তেনেবোৰ ঘটনা অপৰিহাৰ্য বুলি গণ্য কৰা দেখা গৈছিল। গান্ধীজীৰ বাস্তৱবাদী আৰু জনগণৰ নাড়ী-নক্ষত্ৰৰ নিবিড় যোগাযোগৰ এই হৈছে প্ৰমাণ।

## সমাজ পৰিৱৰ্তন সম্পৰ্কে

প্ৰথম অৱস্থাত গান্ধীজীয়ে স্বাধীন ভাৰতৰ যি সপোন দেখিছিল সি আছিল মধ্যযুগীয় ধাৰণা—ভাৰতক কৃষি আৰু কুটিৰ শিল্পৰ যুগলৈ ঘূৰাই নিয়াৰ ধাৰণা। তেখেতৰ 'হিন্দ স্বৰাজ' নামৰ কিতাপত সেই আঁচনিয়েই প্ৰকাশ পাইছিল। যন্ত্ৰ-শিল্পৰ তেখেত যে ঘোৰ বিৰোধী আছিল সেই কথা সত্য। কিন্তু ইতিহাসৰ অৱধাৰিত অগ্ৰগতিয়ে গান্ধীজীৰ চেতনাবো পৰিৱৰ্তন সাধন কৰিছিল। শেষত সেই কাৰণেই গান্ধীজীয়ে আহমেদাবাদত নিজহাতে দেশীয় পুঁজিপতিৰ বস্ত্ৰ-শিল্পৰ কাৰখানা উদ্বোধন কৰিছিল আৰু যান্ত্ৰিক উৎপাদন ব্যৱস্থা অৱধাৰিত বুলি মানি লৈছিল। কেৱল সেয়ে নহয়, আধুনিক যন্ত্ৰ-যুগৰ আগমনৰ লগে লগে সৃষ্টি হোৱা যন্ত্ৰৰ চালক শ্ৰমিকবাহিনীকো তেখেতে পাহৰা নাছিল আৰু 'মজদুৰ মহাজন' সংঘ স্থাপন কৰি শ্ৰমিকৰ ভূমিকা আৰু সংগঠনৰ ৰূপ দিয়াৰ কামো হাতত লৈছিল। তেখেতে বিদেশী যন্ত্ৰ-শিল্পৰ প্ৰতিযোগিতাৰপৰা দেশীয় যন্ত্ৰ-শিল্পক ৰক্ষাৰ কাৰণে দৃঢ় মত পোষণ কৰিছিল। ১৯২৯ চনত **'স্বৰাজৰ সাৰাংশ'** নামৰ প্ৰবন্ধত মহাত্মাজীৰ এই মত প্ৰকাশ পাইছিল।

গান্ধীজীয়ে ন্যায় ৰক্ষানীতি ( trusteeship theory ) অৰ্থাৎ ভাৰতৰ স্বাৰ্থ ভাৰতৰ পুঁজিপতি শ্ৰেণীয়ে ৰক্ষা কৰিব বুলি বিশ্বাস কৰিছিল। কিন্তু তেখেতৰ জীৱন কালতে নিজেই আহমেদাবাদত মালিক গোষ্ঠীৰ বিৰুদ্ধে বিক্ষুব্ধ মজদুৰসকলৰ অভিযান চলাই নিজৰ সূত্ৰৰ বিৰুদ্ধে নিজেই বিদ্ৰোহ কৰাৰ উদাহৰণ থৈ গৈছে।

গান্ধীজীয়ে অস্পৃশ্যতা দূৰীকৰণ কৰাৰ কাৰণেও প্ৰথমে যিভাৱে চিন্তা কৰিছিল পিচত তাৰ পৰিৱৰ্তন ঘটে। প্ৰথমতে তেখেতে মদ, ভোজন, বৈবাহিক সম্পৰ্ক স্থাপন আদি আদৰ্শবাদী দৃষ্টিভঙ্গী পোষণ কৰিছিল আৰু সেই আদৰ্শকে লৈ ধন সংগ্ৰহ আদি কৰি আদৰ্শ আশ্ৰম আদি পাতিছিল। কিন্তু অস্পৃশ্যতা যে এইদৰে দূৰ কৰা সম্ভৱ নহয়; ভাৰতীয় সমাজৰপৰা

অস্পৃশ্যতা দূৰীকৰণৰ কাৰণে যে প্ৰয়োজন ব্যাপক শিক্ষা, শিল্প বিকাশ, আৰ্থিক আৰু সাংস্কৃতিক বিকাশ সেইকথা গান্ধীজীয়ে উপলব্ধি কৰিছিল আৰু লগে লগে গান্ধীজীয়ে হৰিজন আন্দোলনৰ ওপৰত জোৰ দিছিল। ১৯৩২ চনৰ পিচত তেখেতে সকলো শক্তি নিয়োগ কৰিছিল এই আন্দোলনৰ ওপৰত আৰু আশ্ৰম আদি তুলি দি চৰকাৰী ব্যৱস্থাৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰিছিল; হৰিজনসকলৰ শিক্ষা, অৰ্থনীতি আৰু সাংস্কৃতিক মানদণ্ড উন্নত কৰাৰ আন্দোলন তীব্ৰতৰ কৰি তুলিছিল।

সময়ৰ লগে লগে বাস্তৱ অভিজ্ঞতাৰপৰা শিক্ষালাভ কৰি প্ৰয়োজন অনুসাৰে তেখেতে আন্দোলনৰ নেতৃত্ব দিব পাৰিছিল কাৰণেই তেখেত জাতীয় নেতা আৰু জাতিৰ পিতা বুলি পৰিগণিত হৈছিল; আৰু হৈছিল স্বাধীনতা সংগ্ৰামৰ বিপ্লৱী জনক।

গান্ধীজীৰ জীৱন দৰ্শন প্ৰতিপন্ন কৰাতকৈ দেশৰ স্বাধীনতা লাভ কৰাটোহে যে তেখেতৰ মূল লক্ষ্য আছিল সেই কথা প্ৰমাণিত হয় তেখেতৰ বাস্তৱ কামৰ দ্বাৰা। সেই কাৰণেই অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ আগতে গান্ধীজীয়ে লিখিছিল, "The lion shapes the mane." আৰু বৰডুলিলৈ যাত্ৰা কৰি এই যাত্ৰাক কৈছিল, "The dance of death."

গান্ধীজীৰ নেতৃত্বৰ এটা বৈশিষ্ট্য আছিল যে আন্দোলন তেখেতৰ পৰিচালনাৰ পৰিসৰৰ বাহিৰলৈ গলেই গান্ধীজীয়ে তৎক্ষণাত সেই বিষয়ত তৎপৰ হৈ উঠিছিল সেই আন্দোলনক নিজ নেতৃত্বৰ গণ্ডীৰ ভিতৰত ৰাখিবলৈ। চৌৰিচৌৰাত কৃষকসকলৰ ওপৰত পুলিচৰ গুলী চালনাৰ ফলত যি হত্যা-কাণ্ডৰ সৃষ্টি হয় তাতে ক্ষিপ্ত হৈ আন্দোলনকাৰী কৃষকসকলেও কেইজনমান পুলিচকো হত্যা কৰিলে। এই ঘটনাত মহাত্মাজীয়ে সশস্ত্ৰ বিদ্ৰোহৰ গোন্ধ অনুভব কৰিয়েই হওক বা নিজৰ নিৰ্দেশিত পথৰ বাহিৰলৈ আন্দোলন গুচি যোৱাৰ সন্দেহতেই হওক গোটেই আন্দোলন বন্ধ কৰি দিলে আৰু ছয় বছৰৰ কাৰণে 'সিংহ' জেলত সোমাল।

কিন্তু গান্ধীজীৰ দৰে বুদ্ধিমান আৰু অৱস্থাৰ লগত খাপ খুৱাব পৰা নেতা দ্বিতীয়জন নাছিল। গতিকে যেতিয়া তেখেতে দেখিলে যে অহিংসাৰ কাৰণে এইদৰে গণ-আন্দোলনক সীমাবদ্ধ কৰিবলৈ গলে আন্দোলনৰ লক্ষ্যত উপনীত হোৱাটো কঠিন হব, তেতিয়া তেখেতে ১৯২১ চনত আন্দোলনে সামান্যভাৱে হিংসাৰ আশ্ৰয় লোৱাত আন্দোলনকে বন্ধ কৰি দিছিল যদিও

১৯৩০, ১৯৪২ আৰু ১৯৪৫ চনৰ জাতীয় মুক্তি আন্দোলনৰ সময়ত গান্ধীজীয়ে আৰু সেই ভুল কৰা নাছিল; যদিও ১৯২২ চনৰ চৌৰিচৌৰাৰ হিংসাত্মক কাৰ্যৰ তুলনাত পৰৱৰ্তী আন্দোলনসমূহৰ সময়ত হিংসাত্মক কাৰ্য-কলাপে বহুত ব্যাপক আকাৰ ধাৰণ কৰিছিল। এই আন্দোলনসমূহৰ, বিশেষকৈ ১৯৪৫।৪৬ চনৰ সশস্ত্ৰ নৌ-বিদ্ৰোহ, কৃষক-বিদ্ৰোহ, শ্ৰমিক-ধৰ্মঘট, ছাত্ৰ-অভ্যুত্থান আদি অহিংসাৰ গণ্ডীৰ একেবাৰে বাহিৰত আছিল আৰু কাৰ্যতঃ এই আন্দোলন-সমূহৰ কাৰণে বৃটিছে ভাৰতৰ স্বাধীনতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল।

মহাত্মা গান্ধী অহিংসাত বিশ্বাসী। কিন্তু পৰৱৰ্তী কালছোৱাত হিংসাত্মক আন্দোলনসমূহক গৰিহণা দিবৰ কাৰণে ইংৰাজে মহাত্মা গান্ধীক বহুবাৰ অনুৰোধ কৰাত গান্ধীজীয়ে গৰিহণা দিবলৈ অমান্তি হৈছিল—যদিও ইংৰাজৰ অমানুষিক হিংস্ৰ অত্যাচাৰৰ বিৰুদ্ধে ভাৰতীয় জনগণে হিংসাৰে দিয়া প্ৰত্যুত্তৰ অনুমোদন কৰা নাছিল।

মহাত্মা গান্ধীৰ শিষ্য বুলি জাহিৰ কৰা, এই সংখ্যক লোকে এতিয়া তেখেতৰ মহান সংগ্ৰামৰ মাত্ৰ অহিংস, বিৰলা গোষ্ঠীৰ প্ৰতি থকা কোমলতা, যঁতৰ, ভগৱান বিশ্বাস আৰু ধৰ্মৰ প্ৰতি আনুগত্য আদি কেইটামান বিষয়ৰ ওপৰতহে গুৰুত্ব দিব খোজা দেখা পাওঁ। তেওঁবিলাকে তেখেতৰ মহান সংগ্ৰামী-নীতি, জাতীয় মুক্তি-আন্দোলনৰ ব্যাপক গণ-আন্দোলনৰ নেতৃত্ব আৰু অন্যান্য সুদূৰপ্ৰসাৰী বিপ্লৱী ভূমিকাসমূহক তল পেলাই ৰাখিবৰ চেষ্টা কৰে। তাৰ মূল লক্ষ্য হ'ল প্ৰচলিত ব্যৱস্থাৰ পৰিৱৰ্তনৰ সংগ্ৰামক বাধা দিয়াৰ কাৰণে গান্ধীজীৰ নাম আৰু দৰ্শনক বিকৃত কৰি তাক ব্যৱহাৰ কৰা।

মহাত্মা গান্ধীৰ শতবাৰ্ষিকীত ভাৰতৰ জনগণে জাতিৰ পিতাৰ বহুমুখী প্ৰতিভা আৰু বিশাল বিপ্লৱী কৰ্মকাৰ্যৰ পৰ্যালোচনা কৰা নিতান্ত প্ৰয়োজন।

মহাত্মাৰ মহত্ব ভাৰতৰ নিপীড়িত জনগণে দেখা পাইছিল তেখেতৰ তীব্ৰ সাম্ৰাজ্যবাদ বিৰোধিতা, জনগণৰ প্ৰত্যক্ষ প্ৰতিৰোধ আন্দোলন পৰিচালনা আৰু সংগঠন, অমানুষিকতা আৰু নিৰ্যাতনৰ বিৰুদ্ধে তীব্ৰ ঘৃণাৰ মাজত। অন্যায়ক প্ৰত্যক্ষভাৱে প্ৰতিৰোধ কৰিব লাগিব—তাক মনে মনে মানি লোৱাটো কাপুৰুষালি—এয়েই আছিল গান্ধীজীৰ দৰ্শনৰ মূলমন্ত্ৰ। ইয়াতেই নিহিত আছিল গান্ধীজীৰ মহত্ব।

## সাম্প্রদায়িক ঐক্যৰ সংগ্ৰামত গান্ধীজী

সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰামত ৰাজনৈতিক আৰু সামাজিক ঐক্যৰ ভিত্তি হিচাপে মহাত্মা গান্ধীয়ে হিন্দু-মুছলমান ঐক্যৰ ওপৰত আটাইতকৈ বেছি গুৰুত্ব আৰোপ কৰিছিল। তেখেতৰ দূৰদৰ্শিতা এই ক্ষেত্ৰত পৰিষ্কাৰ-ভাৱে প্ৰকাশ পাইছিল। পৰৱৰ্তী ঘটনাসমূহে গান্ধীজীৰ এই সুদূৰপ্ৰসাৰী দূৰদৰ্শিতাৰ মূল্য কি তাক প্ৰমাণ কৰিছিল। ইংৰাজ সাম্ৰাজ্যবাদী-বিলাকে ভাৰতত তেওঁলোকৰ শাসন আৰু শোষণ জীয়াই ৰখাৰ আন এটা উপায় হিচাপে হিন্দু-মুছলমানৰ মাজত অনৈক্য আৰু সংঘাত সৃষ্টিকেই মূল কৌশল হিচাপে গ্ৰহণ কৰিছিল। গান্ধীজীৰ হিন্দু-মুছলমান ঐক্যৰ নীতি যদি সমগ্ৰ জাতীয় আন্দোলনে মনে-প্ৰাণে গ্ৰহণ কৰিব পাৰিলেহেঁতেন আৰু যদি সেই নীতি কাৰ্যত পৰিণত কৰা হ'লহেঁতেন তেন্তে ভাৰতৰ জাতীয় আন্দোলনক বিভক্ত কৰা ইংৰাজৰ কৌশল ব্যৰ্থ কৰা সম্ভৱ হ'লহেঁতেন আৰু ভাৰতবৰ্ষক খণ্ডিত কৰি ভাৰত আৰু পাকিস্তান কৰাত বাধা দিব পৰা গ'লহেঁতেন। তেখেতে জীৱনৰ শেষ দিনালৈকে হিন্দু-মুছলমান ঐক্যৰ কাৰণে সংগ্ৰাম চলাই গ'ল, জীৱন বলিদান দি শ্বহীদ হ'ল—হিন্দু-মুছলমান ঐক্যৰ মহান সংগ্ৰামত, হিন্দু সাম্প্ৰদায়িকতাবাদী গদ্‌চেৰ গুলীৰ আঘাতত। এই কথা সকলোৱেই জানে যে তেখেত আছিল বৃটিছৰ ভাৰতক খণ্ডিত কৰা পৰিকল্পনাৰ শেষ পৰ্যন্ত বিৰোধী।

মহাত্মাই এইকথা বুজাইছিল যে পূৰ্ণ স্বাধীনতা লাভ আৰু স্বাধীন ভাৰতৰ সমাজ গঠনৰ মহান কৰ্মকাণ্ডত সাম্প্ৰদায়িক ঐক্য আৰু সংহতিৰ ভূমিকা কিমান বেছি। ক্ষমতা লাভৰ কাৰণে পাগল আৰু সংকীৰ্ণ লক্ষ্যৰ উদ্দেশ্যে পৰিচালিত হিন্দু আৰু মুছলমান সাম্প্ৰদায়িক নেতৃত্বৰ সৰহ অংশই বৃটিছ সাম্ৰাজ্যবাদৰ চক্ৰান্তৰ বেৰাজালত ভৰি দি ভাৰতৰ ভাগ্যত বিপৰ্যয়ৰ সৃষ্টি কৰিলে।

আমাৰ মনত আছে কেনেকৈ মহাত্মা গান্ধী, মৌলানা আজাদ, আব্দুল গফৰ খান আদি নেতাসকল কেনে অৱস্থাত বাধ্য হৈয়েই খণ্ডিত ভাৰতৰ দাবী মানি লব লগা হয়। অৱশেষত আনসকলেও তাকেই মানি লৈছিল; কাৰণ আন উপায় আৰু নাছিল।

## সমাজ সংস্কাৰক গান্ধী

এজন মহান মানৱতাবাদী হিচাপে মহাত্মা গান্ধী ভাৰত তথা সমগ্র পৃথিৱীত পৰিগণিত হৈছিল। আফ্রিকাৰ বগা চাহাবৰ বর্ণ-বৈষম্যৰ বিৰুদ্ধে Passive Resistanceৰ নেতা মহাত্মা গান্ধীয়ে ভাৰতৰ জাতীয় মুক্তি আন্দোলনৰ অংশ হিচাপে ভাৰতীয় সমাজ ব্যৱস্থাত থকা বর্ণ-বৈষম্য বা অস্পৃশ্যতা আদি দূৰীকৰণৰ আন্দোলনকো অন্তর্ভুক্ত কৰি লৈছিল। গান্ধীজীৰ 'হৰিজন'ৰ পৃষ্ঠাই পৃষ্ঠাই আমাৰ সমাজত সামাজিকভাৱে অস্পৃশ্য লাঞ্ছিত আৰু নির্যাতিতসকলৰ মুক্তি আৰু সমানাধিকাৰৰ কাৰণে তীক্ষ্ণ লিখনিৰে লিখি নতুন আলোড়নৰ সৃষ্টি কৰিছিল সমাজৰ তলখাপৰ মানুহৰ কাৰণে ; তাৰ দ্বাৰা শক্তিশালী হৈছিল জাতীয় আন্দোলনৰ শক্তি।

অসমত শ্রীশঙ্কৰদেৱে ধার্মিক হৈও বা হিন্দুধর্মৰ শ্রেণীভেদ স্বীকাৰ কৰিও বর্ণ-বৈষম্যৰ বিৰুদ্ধে যুঁজিবলৈ গৈ সমাজত লাঞ্ছিত-অপমানিত হৈ দেশ এৰিব লগাত পৰিছিল। তেনেকৈয়ে দেশে দেশে সমাজ-সংস্কাৰক-সকলৰ এনে দশা হোৱাৰ দৰে মহাত্মা গান্ধীয়েও অস্পৃশ্যতা বর্জনৰ আন্দোলন চলাবলৈ গৈ সমাজৰ সনাতনী অংশৰপৰা কম বাধা পোৱা নাছিল। কিন্তু তেখেত এজন ধর্মভীৰু, ভগৱানত অগাধ বিশ্বাসী আৰু হিন্দুধর্মৰ বর্ণ-বিভাগ মানি লোৱা ব্যক্তি হৈও যে সমাজ সংস্কাৰৰ কাৰণে এনে সাহসী নেতৃত্ব দিব পাৰিছিল আৰু ৰাজনীতিৰ লগত খাপ খুৱাই সমাজ সংস্কাৰৰ এই অধ্যায়ৰ সংযোগ কৰি সংগ্রাম চলাইছিল তাতেই তেখেতৰ মানৱতাবাদী বহল হিয়াৰ মানৱ-প্রেমিক উচ্চ মনৰ পৰিচয় পাইছিল সকলোৱেই।

## মধ্যযুগীয় চিন্তাধাৰাৰপৰা আধুনিক যুগলৈ

এই কথা সত্য যে মহাত্মা গান্ধীয়ে প্রথম অৱস্থাত ভাৰতক পৌৰাণিক কালৰ হস্তশিল্পৰ যুগলৈ ফিৰাই নিয়াৰ সপোন দেখিছিল। তেখেতৰ ধাৰণা আছিল যে ঔপনিৱেশিক পিচপৰা ভাৰতবর্ষত কোটি কোটি মানুহক আধুনিক প্রণালীৰ সভ্যতাৰে কাম দিয়া আৰু নিবনুৱা সমস্যা দূৰীকৰণ অসম্ভৱ। গতিকেই তেখেতে মেচিনৰ পৰিৱর্তে যঁতৰত সূতা কটা, হাতৰ কাম কৰা আদি পৌৰাণিক অর্থনীতিৰ আশ্রয় লোৱাৰ কথা চিন্তা কৰিছিল।

গান্ধীজীৰ এই দৃষ্টিভঙ্গীৰ লগত বহুতৰেই অমিল ঘটিছিল। কমিউনিষ্ট-সকলৰ বাহিৰেও শিক্ষিত সমাজৰ মাজত গান্ধীজীৰ এই প্ৰশ্নক কেন্দ্ৰ কৰি বিৰাট মতানৈক্যই দেখা দিছিল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰেও গান্ধীজীৰ এই সপোনৰ বিৰুদ্ধাচৰণ কৰি লিখিছিল।

লগতে ৰোমা ৰোলাঁই মহাত্মা গান্ধীৰ ১৯২০ চনত আধুনিক যন্ত্ৰৰ প্ৰতি থকা অৱজ্ঞাৰ কথা লক্ষ্য কৰি কৈছে যে গান্ধীৰ ধাৰণা 'মধ্যযুগীয়' আৰু সেই সময়ত কোনেও তেখেতৰ দৃষ্টিভঙ্গী পৰিৱৰ্তন কৰিবপৰা নাছিল। সেই কাৰণেই ৰবীন্দ্ৰনাথ ঠাকুৰলৈ গান্ধীজীয়ে যঁতৰ লৈ সূতা কাটিবলৈ উপদেশ দিছিল।

কিন্তু সেই মহাত্মা গান্ধীয়েই পিচৰ ফালে অতীতলৈ ফিৰি যোৱাৰ সপোন ত্যাগ কৰিলে আৰু নিজেই আধুনিক যন্ত্ৰ-পাতি আৰু শিল্প-কাৰখানা গঢ়াত সহায় কৰাত লাগিল। শিল্পপতিসকলে যদি স্বাধীনতাৰ সংগ্ৰামত সহায় কৰে তেন্তে তেওঁলোকক ভাল লাভ আৰু মুদ্ৰা বিনিময়ৰ সুবিধা আৰু শিল্পপতিৰ স্বাৰ্থৰক্ষা কৰাত নিজেই সহায় কৰি দিবলৈ তেওঁ ৰাজি হ'ল। বাস্তৱ জীৱনৰ অভিজ্ঞতাৰপৰা শিক্ষা লৈ আগবঢ়া মহাত্মা গান্ধী—যাৰ সমাজ বিপ্লৱ সম্বন্ধে বৈজ্ঞানিক আদৰ্শত কোনো দিনেই বিশ্বাস হোৱা নাছিল বা দীক্ষা লোৱা নাছিল—পৌৰাণিক যুগলৈ উভতি যোৱাৰ সপোনৰ পৰিৱৰ্তে সোমাই পৰিল আধুনিক শিল্প-সভ্যতাৰ মেৰপাকত। শিল্পপতি-সকলক যে গান্ধীজীয়ে মহান কৰিয়েই ক্ষান্ত থাকিব পাৰিলে সেয়ে নহয়, শিল্পপতিসকলে যৎপৰোনাস্তি চেষ্টাও কৰিলে মহাত্মাজীক নিজ পক্ষত লগাবৰ কাৰণে। গান্ধীজীৰ নেতৃত্বত আন্দোলনৰ শক্তি বঢ়াৰ লগে লগে শিল্পপতি বুৰ্জোৱা শ্ৰেণীয়ে সেই আন্দোলনক নিজৰ শ্ৰেণীস্বাৰ্থৰ পক্ষে ৰখাৰ কাৰণে গোটেই আন্দোলনৰ খৰচ বহন কৰাৰ ভাৰ তেওঁলোকে গ্ৰহণ কৰিলে।

মতৰ পাৰ্থক্য জাতীয় মুক্তি-সংগ্ৰামৰ সৈনিকসকলৰ মাজত কম হোৱা নাছিল। কংগ্ৰেছৰ ভিতৰত কমিউনিষ্ট, কংগ্ৰেছ, ছচিয়েলিষ্ট আদি বিভিন্ন মতবাদৰ সংগ্ৰামী শক্তিবিলাক সমবেত হৈছিল। সংগ্ৰামৰ নীতি আৰু কৌশল লৈ অনেক সময়ত মতানৈক্য ঘটিছিল। কিন্তু মহাত্মা গান্ধীৰ সফল নেতৃত্বত মতানৈক্য থাকিলেও কংগ্ৰেছ হৈ আছিল সকলো মুক্তিকামী শক্তিৰ যুক্ত কৰ্মস্থল আৰু সংগঠন।

গান্ধীজীৰ প্ৰধান সেনাপতি জৱাহৰলাল নেহৰুৰ লগতো অনেক ক্ষেত্ৰত মতানৈক্য নোহোৱাকৈ নাছিল। এসময়ত নেহৰুজীয়ে গান্ধীজীক

কৈছিল যে ধনীবোৰ যিভাৱে কংগ্ৰেছৰ ভিতৰত সোমাই পৰিছে তাৰ দ্বাৰা আন্দোলনৰ সীমাবদ্ধতা অস্বীকাৰ কৰাৰ উপায় নাই।

সেই ধৰণৰ আন্দোলন অৱশ্যে গান্ধীজীৰ জীৱন কালত তেখেতে আৰম্ভ কৰিব নোৱাৰিলে। আনকি ১৯৪৫।১৯৪৬ চনত যেতিয়া দেশত ইমূৰৰপৰা সিমূৰলৈ বিদ্ৰোহৰ জোৱাৰ উঠিছিল, গান্ধীজীয়ে অলপমান আগভাগ ললেই এটা বিৰাট গণ-বিপ্লৱৰ ধুমুহাৰ সৃষ্টি হ'লহেঁতেন আৰু তেতিয়া ১৯৪৭ চনত ইংৰাজৰ লগত ভাৰত ভাগ কৰাৰ ভিত্তিত আপোচ কৰিব লগা নহ'লহেঁতেন।

সি যি কি নহওক, গান্ধীজীয়ে কংগ্ৰেছখন সাম্ৰাজ্যবাদ-বিৰোধী আন্দোলনৰ এখন উমৈহতীয়া প্লেটফৰ্ম হিচাপে ৰক্ষা কৰি জাতীয় আন্দোলনৰ ঐক্য ৰাখি আহিছিল।

১৯১৭ চনৰ ৰুছ বিপ্লৱৰ পিচত ভাৰততো বিপ্লৱী দৃষ্টিভঙ্গী আৰু বিপ্লৱী শক্তিবোৰে মূৰ দাঙি উঠে। কংগ্ৰেছৰ মাজৰপৰাই সৃষ্টি হয় কমিউনিষ্ট পাৰ্টি। আন্দোলনৰ নীতি-পদ্ধতি আৰু কৌশলৰ প্ৰশ্নত নানান মতানৈক্যই দেখা দিব ধৰিলে। কেৱল কমিউনিষ্ট বা ছচিয়েলিষ্টসকলৰ লগতেই নহয়, নেহৰু, সুভাষচন্দ্ৰ বসু আদি নতুন নেতৃমণ্ডলীৰ লগতো পুৰণা নেতৃত্বৰ মতানৈক্য হবলৈ ধৰিলে। পুৰণা নেতৃত্বৰ সনাতনী অংশই নতুন চিন্তাধাৰা আৰু নতুন নীতিবোৰক কংগ্ৰেছৰপৰা বাহিৰ কৰাৰ কাৰণে যত্নপৰ হ'ল। কিন্তু মহাত্মা গান্ধীয়ে নতুন চিন্তাধাৰাৰ লগত আপোচ কৰাৰ মনোভাব লৈ সাম্ৰাজ্যভাব-বিৰোধী সংগ্ৰামৰ ঐক্য ৰক্ষা কৰি নেতৃত্বৰ বলিষ্ঠতা প্ৰমাণ কৰিলে।

## মহাত্মা আৰু ৰুছিয়া

মহাত্মা গান্ধী আছিল ৰুছদেশৰ মহান মানৱতাবাদী সাম্ৰাজ্যবাদী বিৰোধী আৰু গণতন্ত্ৰত বিশ্বাসী টলষ্টয়ৰ বন্ধু। তেখেতে কমিউনিষ্ট বা বলছেভিকসকলৰ দৰ্শন সমৰ্থন কৰা নাছিল; তথাপি ১৯০৫ চনৰ ৰুছ বিপ্লৱৰ কথা শুনি ৰুছিয়াৰ শুভ কামনা কৰিছিল টলষ্টয়ৰ যোগেদি। ১৯১৭ চনৰ ৰুছিয়াত কমিউনিষ্টৰ নেতৃত্বত হোৱা পৃথিৱীৰ প্ৰথম সফল শ্ৰমিক-কৃষকৰ বিপ্লৱে সমগ্ৰ বিশ্ব কঁপাই তুলিছিল। পৃথিৱীৰ সাম্ৰাজ্যবাদীবোৰে বিপ্লৱী ছোভিয়েট ৰুছিয়াক গৰিহণা দিয়াৰ কাৰণে যাকে য'তে পাইছিল সকলোকে

লগাইছিল। কিন্তু মহাত্মা গান্ধীয়ে সাম্রাজ্যবাদীবোৰৰ লগত লগ লাগি মহান ৰুছ বিপ্লৱক গৰিহণা দিবলৈ মান্তি নহ'ল।

মহাত্মা গান্ধী আছিল সমাজতান্ত্রিক ৰুছিয়াৰ এজন মহান বন্ধু।

গান্ধীজী আছিল জনগণৰ শিৰা-উপশিৰা অনুভৱ কৰিবপৰা নেতা। তেওঁ যদিও মানুহৰ অন্তৰ পৰিৱৰ্তনত বিশ্বাসী আছিল তথাপি ১৯৪২ চনৰ ২২ জুলাইৰ 'হৰিজন'ত তেওঁ নিজেই এই কথা স্বীকাৰ কৰিছিল যে অন্তৰ পৰিৱৰ্তনৰ নীতি জনসাধাৰণে মানি লোৱা নাছিল। গান্ধী মহাত্মা আছিল কাৰণেই এই কথা স্বীকাৰ কৰিব পাৰিছিল। সেই কাৰণেই গান্ধী হৈ পৰিছিল ভাৰতীয় মানুহৰ তেজৰ তেজ আৰু মঙহৰ মঙহ। সেই কাৰণেই গান্ধী ভাৰতৰ ঘৰে ঘৰে মানুহৰ মনত উপস্থিত থাকিব পাৰিছিল।

গান্ধীজীৰ জন্ম শতবাৰ্ষিকীত আমি সকলো ভাৰতীয়ই তেখেতৰ এই বিপ্লৱী কাৰ্যাৱলী, গণতন্ত্ৰ, প্ৰগতিৰ কাৰণে থৈ যোৱা উদাহৰণসমূহক আজিও আগবঢ়াই নিয়াৰ দায়িত্ব বহন কৰিব লাগিব। গান্ধীজীয়ে যেনেকৈ দেশৰ বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ মাজত ঐক্য ৰক্ষাৰ কাৰণে সংগ্ৰাম কৰিছিল আৰু পৰৱৰ্ত্তী কালত সেই ঐক্য আৰু সংহতি বিনষ্ট কৰিছে আজি সেই গান্ধীজীৰ ঐতিহ্যক আকৌ দাঙি ধৰি তাক আগবঢ়াই নিব লাগিব। গান্ধীয়ে যেনেকৈ ইংৰাজৰ ৰাষ্ট্ৰ-ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহী হৈ বেপৰোৱাভাৱে থিয় দিছিল আৰু লক্ষ লক্ষ ভাৰতবাসীক থিয় কৰাইছিল সেই কথা আজিও ভাৰতীয় প্ৰতিজন ৰাষ্ট্ৰ-যন্ত্ৰৰ হেঁচাত উশাহ বন্ধ হৈ যোৱা অৱস্থাত গান্ধীজীৰ অকুতোভয় আৰু সাহসী বিদ্ৰোহীৰ ভূমিকাৰ কথা স্মৰণ কৰি অন্যায়ৰ বিৰুদ্ধে থিয় হবলৈ সংকল্প গ্ৰহণ কৰা উচিত।

গান্ধীজীৰ ঐতিহ্যৰ দেশ ভাৰতবৰ্ষত গান্ধীৰ মৃত্যু হলেও গান্ধীৰ শিক্ষা জীৱিত আছে—আৰু কোটি কোটি জনতাক প্ৰেৰণা দিছে। আমি গান্ধীজীৰ শতবাৰ্ষিকীত শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছোঁ।

গান্ধীজীৰ দৃষ্টিভঙ্গী, কল্পনা আৰু সংগ্ৰাম কৌশলৰ লগত মতৰ পাৰ্থক্য থাকিলেও আজি তেখেতৰ জন্ম শতবাৰ্ষিকীত প্ৰতিজন ভাৰতীয়ই তেখেতক স্মৰণ কৰিব লাগিব। উৎসাহ-উদ্দীপনা আহৰণ কৰিব লাগিব গান্ধীজীৰ জীৱন আৰু কৰ্মৰপৰা। কাৰণ, গান্ধী আছিল পৃথিৱীৰ এজন মহান সাম্ৰাজ্যবাদ-বিৰোধী বীৰ, এজন মহান মানৱতাবাদী আৰু ভাৰতৰ সমাজ বিপ্লৱৰ নেতা। আজি গান্ধীজীৰ জন্ম শতবাৰ্ষিকীত মনত পেলোৱা উচিত সেইসকল

শ্বহীদক যিসকলে প্ৰাণ দিলে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জাতীয় মুক্তি সংগ্ৰামত, যিসকলে প্ৰাণ দিলে বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে, অস্পৃশ্যতাৰ বিৰুদ্ধে আৰু সামাজিক অত্যাচাৰৰ বিৰুদ্ধে অনুষ্ঠিত সংগ্ৰামত, যিসকলে প্ৰাণ দিলে জাতীয় ঐক্যৰ কাৰণে, সাম্প্ৰদায়িক বিভাজনৰ বিৰুদ্ধে। গান্ধীজী আছিল এই সকলো সংগ্ৰামৰ নেতা, প্ৰেৰণাদায়ক, সংগঠক আৰু এজন সৈনিক।

মহাত্মা গান্ধীৰ দানৱীয় ( satanic ) ৰাষ্ট্ৰ শক্তিৰ বিৰুদ্ধে কৰা বিদ্ৰোহৰ উদাহৰণ প্ৰতিজন ভাৰতবাসীয়ে আজিও অন্তৰত জগাই তোলা উচিত।

আজিও যেই কোনো সময়তে যেই কোনো অত্যাচাৰী ৰাষ্ট্ৰ শক্তিৰ বিৰুদ্ধে সাহসেৰে থিয় হোৱাটোৱেই গান্ধীজীৰ জীৱনৰপৰা শিক্ষা লাভ কৰা বুজায়। ধন আৰু দৌলতৰ শক্তিৰ বিৰুদ্ধে মানুহৰ সন্মান আৰু ন্যায্য অধিকাৰৰ কাৰণে সাহসেৰে থিয় হোৱাটো গান্ধীজীৰ শিক্ষা। তৃতীয়া, দ্ৰৰিদ্ৰ নাৰায়ণৰ পক্ষে থিয় হৈ সাহসেৰে দ্ৰৰিদ্ৰ নাৰায়ণৰ কাৰণে সংগ্ৰাম কৰাটো গান্ধীজীৰ শিক্ষা গ্ৰহণ কৰা। গান্ধীজীয়ে শ্ৰমৰ মূল্য দিছিল। শ্ৰম আৰু শ্ৰমিকক সমাজত উচ্চ স্থান দিয়াৰ কাৰণেই নিজেই শ্ৰম কৰিছিল। যঁতৰত সূতা কটিছিল; চাফাই কাম কৰিছিল।

গান্ধীজীৰ ঐতিহ্যৰ দেশ ভাৰতবৰ্ষত গান্ধীৰ মৃত্যু হলেও গান্ধীৰ শিক্ষা জীৱিত আছে—আৰু সেই শিক্ষাই কোটি কোটি জনতাক প্ৰেৰণা দিছে। আমি গান্ধীজীৰ শতবাৰ্ষিকীত শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছো।

# গান্ধীজী আৰু সমাজবাদ

**লক্ষ্যধৰ চৌধুৰী**

গান্ধীজী সমাজবাদীনে?—দৰিদ্ৰ জনসাধাৰণৰ হক ৰক্ষাৰ্থে জীৱন উছৰ্গা কৰা গান্ধীজীৰ বিষয়ে সাধাৰণতে এই ধৰণৰ প্ৰশ্নৰ উদয় হয়। কিন্তু এই প্ৰশ্নৰ উত্তৰ কথা আৰু কামৰ যোগেদি গান্ধীজীয়ে নিজেই দি গৈছে। গান্ধীজীৰ স্বকীয়া জীৱন-দৰ্শন আছিল। এই জীৱন-দৰ্শনৰ আলমতে গান্ধীজীয়ে সমাজবাদক সমৰ্থন জনাইছিল। ৰামগড় কংগ্ৰেছৰ সময়ত কংগ্ৰেছ ছচিয়েলিষ্ট দলৰ অন্যতম নেতা শ্ৰীজয়প্ৰকাশ নাৰায়ণে ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচত দেশত ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক ব্যৱস্থাই কি ৰূপ ল'ব এই বিষয়ে এটি খচৰা প্ৰস্তাৱ লিখি গান্ধীজীৰ হাতত দিছিল। এই প্ৰস্তাৱত সমাজবাদৰ আঁচনি সম্পূৰ্ণভাৱে দাঙি ধৰা হৈছিল। এই প্ৰস্তাৱটি তেওঁৰ মনঃপুত হ'লে কংগ্ৰেছ ৱাৰ্কিং কমিটিত উত্থাপন কৰিবলৈ শ্ৰীজয়প্ৰকাশ নাৰায়ণে জনাইছিল। গান্ধীজীয়ে এই প্ৰস্তাৱটিৰ প্ৰতি অকুণ্ঠ সমৰ্থন জনাই ৱাৰ্কিং কমিটিৰ বৈঠকত প্ৰস্তাৱটো গ্ৰহণৰ বাবে পঢ়ি শুনাইছিল। কিন্তু সেইবাৰ ৱাৰ্কিং কমিটিত মাথোন এটি ৰাজনৈতিক প্ৰস্তাৱহে গ্ৰহণ কৰাৰ আগতীয়া সিদ্ধান্ত লোৱা হৈছিল। তদুপৰি এই প্ৰস্তাৱৰ খচৰাটো পাটনা নগৰত আগতেই যুগুত কৰা আছিল। সেয়েহে শ্ৰীজয়প্ৰকাশৰ এই প্ৰস্তাৱ গান্ধীজীৰ ইচ্ছা সত্ত্বেও ৱাৰ্কিং কমিটিৰ বৈঠকত আলোচনা কৰা নহ'ল।

শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ এই খচৰা প্ৰস্তাৱটিয়ে গান্ধীজীৰ মন বিশেষভাৱে আকৰ্ষণ কৰিছিল। এই প্ৰস্তাৱটিত বিভিন্ন দফাৰ বিষয়ে তেওঁ শ্ৰীজয়প্ৰকাশৰ লগত খৰচি মাৰি আলোচনা কৰিছিল। এই প্ৰস্তাৱৰ এটি দফাৰ বাহিৰে প্ৰতিটো শব্দকে তেওঁ সমৰ্থন জনাইছিল। তদুপৰি তেওঁৰ 'হৰিজন' কাকতৰ 'জয়প্ৰকাশৰ ছবি' শিতানেৰে এই খচৰা প্ৰস্তাৱটি প্ৰকাশ কৰিছিল। লগতে ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচত এই ব্যৱস্থা যিমান সোনকালে প্ৰৱৰ্তন

কৰিব পাৰি দেশৰ সিমানেই মঙ্গল বুলি গান্ধীজীয়ে মন্তব্যও কৰিছিল। [ 'হৰিজন' : ২০—৪—৪০, পৃষ্ঠা ৯৬ ]

এই প্ৰসঙ্গতে গান্ধীজীয়ে লিখিছিল, "ভাৰতত সমাজবাদত দীক্ষা লোৱা-সকলৰ বহুত আগৰপৰাই মই সমাজবাদী। কিন্তু মোৰ সমাজবাদ স্বকীয়া। ই আপোনা-আপুনি গঢ় লোৱা ; কোনো পুথিৰপৰা গ্ৰহণ কৰা নহয়। প্ৰকৃততে ই মোৰ অহিংসাত প্ৰগাঢ় বিশ্বাসৰপৰাই হৈছে। অহিংসাত বিশ্বাস নাথাকিলে মোৰ বোধেৰে কেতিয়াও প্ৰকৃত সমাজবাদী হ'ব নোৱাৰি। দুখৰ কথা যে পাশ্চাত্য সমাজবাদীসকলে হিংসাৰে সমাজবাদ প্ৰতিষ্ঠা কৰিব বিচাৰে।"

'জয়প্ৰকাশৰ ছবি'ত ভূমি-সংস্কাৰৰ বাবে এনেদৰে পৰামৰ্শ আগবঢ়োৱা হৈছিল : "দেশৰ ভূমি-নীতিৰ আমূল সংস্কাৰ সাধিব লাগিব। প্ৰকৃত খেতিয়কহে মাটিৰ গৰাকী হ'ব পাৰিব। তদুপৰি কোনো খেতিয়কে নিজ পৰিয়ালৰ উন্নত জীৱন ধাৰণৰ বাবে আৱশ্যকীয় মাটিতকৈ বেছি মাটি ৰাখিব নোৱাৰিব। ইয়াৰ জৰিয়তে জমিদাৰী উচ্ছেদৰ লগতে খেতিয়কৰো বন্ধনমুক্তি হ'ব।"

শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ উক্ত প্ৰস্তাৱত সঁহাৰি জনাই গান্ধীজীয়ে লিখিছিল, "বহুতে হয়তো জয়প্ৰকাশৰ এই প্ৰস্তাৱত চক খাই উঠিব। কিন্তু দৰাচলতে সেইটো নহয়। কোনো খেতিয়কেই নিজৰ প্ৰয়োজনতকৈ বেছি মাটি ৰখাটো উচিত নহয়। আজি ভাৰতৰ দুখীয়া জনসাধাৰণৰ পানীত হাঁহ নচৰা অৱস্থা। ই মাটিৰ কাৰণেই নহয় জানো ?"

গান্ধীজীৰ জীৱনদৰ্শনৰ মূল ভেটি আছিল সত্য আৰু অহিংসা। তেওঁ ফলাফলতকৈ ফলাফল আহৰণ-পন্থাৰ পৱিত্ৰতাৰ ওপৰতহে বেছি গুৰুত্ব দিছিল। এই সম্পৰ্কে শ্ৰীপিয়াৰীলালৰ 'গান্ধীজীৰ সাম্যবাদ'ত বহল আৰু নিয়াৰিকৈ বৰ্ণোৱা আছে। "অৰ্থনৈতিক সমতা স্থাপনৰ কাৰণে সাম্যবাদী আৰু সমাজবাদীসকলৰ লগত আপোনাৰ নীতিৰ প্ৰাৰ্থক্য কি ?"—এই বুলি গান্ধীজীক প্ৰশ্ন কৰা হৈছিল। গান্ধীজীয়ে পোনপটীয়াভাৱে উত্তৰ দিছিল, "মই সাম্যবাদী আৰু সমাজবাদীসকলতকৈ বেছি উগ্ৰ সাম্যবাদী বা সমাজ-বাদী। সমাজবাদী আৰু সাম্যবাদীসকলে কয় যে আজিয়েই তেওঁলোকে অৰ্থনৈতিক সমতা থাপিব নোৱাৰে। তেওঁলোকে এতিয়া এই বিষয়ে প্ৰচাৰহে কৰিব আৰু এই প্ৰচাৰৰ যোগেদি সমাজৰ বিভিন্ন শ্ৰেণীৰ মাজত হিংসাৰ

উদ্ভৱ কৰাব। যেতিয়া শাসনৰ ক্ষমতা তেওঁলোকৰ হাতলৈ আহিব তেতিয়াহে তেওঁলোকে অৰ্থনৈতিক সমতা স্থাপন কৰিব পাৰিব। কিন্তু মোৰ পন্থা সুকীয়া। ক্ষমতাৰ যোগেদি নহয়, অহিংসাৰ যোগেদি মই অৰ্থনৈতিক সমতা স্থাপন কৰিব বিচাৰোঁ। হিংসাৰে নহয়, প্ৰেমেৰে মই সাম্যবাদ বা সমাজবাদ স্থাপন কৰিব বিচাৰোঁ। ইয়াৰ বাবে মই গোটেই সমাজখনকে মোৰ মতলৈ আনিব নিবিচাৰি মই মোৰ নিজৰ ক্ষেত্ৰতে এই নীতি অৱলম্বন কৰিছোঁ। মই নিজে পঞ্চাশখন মটৰ গাড়ীৰ গৰাকী হৈ বা দহবিঘা মাটিৰ অধিকাৰী হৈ অৰ্থনৈতিক সমতাৰ বিষয়ে চিঞৰিলে নহ'ব। তাৰ কাৰণে মই নিজে অতি দুখীয়াজনৰ শাৰীলৈ নামিব লাগিব। তাকেই মই আজিকোপতি চেষ্টা কৰি আছোঁ। যদিও আঢ্যৱন্তসকলে দিয়া মটৰ গাড়ী বা তেনে কোনো সুবিধাৰ মই সুযোগ লৈ আহিছোঁ, তথাপি তেওঁলোকৰ মোৰ ওপৰত কোনো কৰ্তৃত্ব নাই। তেওঁলোকৰপৰা পোৱা সুযোগ-সুবিধাবোৰ জনসাধাৰণৰ স্বাৰ্থৰ কাৰণে প্ৰয়োজন হ'লে মই মুহূৰ্ততে জলাঞ্জলি দিম।" [ 'হৰিজন' : ৩১. ৩. ৪৬ ]

সমাজবাদীসকলৰ প্ৰতি গান্ধীজীৰ অহৈতুকী চেনেহ আছিল। কাৰণ তেওঁ বিচৰাৰ দৰে সমাজবাদীসকলেও দৰিদ্ৰ জনসাধাৰণৰ মঙ্গল কামনা কৰে। এঠাইত এইবিষয়ে তেওঁ মন্তব্য কৰিছে, "সমাজবাদী বন্ধু-সকলৰ ত্যাগৰ প্ৰতি মোৰ অগাধ শ্ৰদ্ধা আছে। কিন্তু তেওঁলোকে হিংসাত বিশ্বাস কৰে আৰু মই হৈছোঁ অহিংসাৰ পূজাৰী। সমাজবাদীসকল আৰু মোৰ মাজত এইটোৱেই প্ৰাৰ্থক্য।" ইয়াৰপৰাই ঠিৰাং কৰিব পাৰি যে গণতান্ত্ৰিক পদ্ধতিৰে সমাজবাদ বিচৰাসকলৰ লগত তেওঁৰ মতৰ পাৰ্থক্য নিচেই কম। অৱশ্যে গান্ধীজীয়ে বিচৰাৰ দৰে অহিংসাৰেই সকলো সমস্যা সমাধান কৰিবলৈ সমাজবাদীসকল সম্পূৰ্ণ সজাগনে? এই সম্পৰ্কে মিঃ লুই ফিচাৰৰ লগত হোৱা গান্ধীজীৰ আলোচনা প্ৰতিধানযোগ্য। এই আলোচনা প্ৰসঙ্গতে মিঃ লুই ফিচাৰে কৈছিল, "আপুনিও সমাজবাদী, তেওঁলোকো সমাজবাদী।"

এই মন্তব্যত গান্ধীজীয়ে টপৰাই উত্তৰ দিছিল, "মই, তেওঁলোক নহয়। তেওঁলোক বহুতৰ জন্মৰ আগৰপৰাই মই সমাজবাদী। মোৰ এই দাবী চিৰদিন থাকিব, কিন্তু তেওঁলোকৰ নাথাকে।"

ফিচাৰ : আপোনাৰ সমাজবাদ বোলোতে আপুনি কি অৰ্থ কৰিছে?

গান্ধী : মোৰ সমাজবাদে সমাজৰ নিকৃষ্টতম জনলৈকো চিন্তা কৰে।

মই তেওঁলোকৰ চিতা-ভস্মৰ ওপৰত গজি উঠিব নিবিচাৰোঁ। কিন্তু তেওঁলোকে বিচৰা সমাজবাদত এইবোৰৰ বোধকৰোঁ কোনো স্থান নাই। তেওঁলোকৰ যাই লক্ষ্য হৈছে আৰ্থিক উন্নতি। যেনে, আমেৰিকাই সকলোজন নাগৰিকৰ কাৰণেই একোখন স্বকীয়া মটৰ গাড়ী হোৱাটো বিচাৰে। মই নিবিচাৰোঁ। মই মোৰ ব্যক্তিত্বৰ সম্পূৰ্ণ বিকাশৰ কাৰণে স্বাধীনতা বিচাৰোঁ। আনপক্ষৰ সমাজবাদত ব্যক্তিগত কোনো স্বাধীনতা নাই। আপোনাৰ নিজস্ব একো নাই; আনকি নিজৰ দেহাটোও আপোনাৰ নহয়।

ফিচাৰ: এইটো অৱশ্যে হয়। কিন্তু বহুত পাৰ্থক্যও আছে। আমি বিচৰা সমাজবাদত সকলো বস্তুৱেই চৰকাৰৰ নহয়। এইটো ৰাচিয়াতহে হৈছে। সঁচা, তাত আপুনি নিজৰ শৰীৰটোৰো অধিকাৰী নহয়। দোষ নকৰিলেও যি কোনো সময়তে আপোনাক আটক কৰিব পাৰে। তেওঁলোকৰ ইচ্ছা অনুযায়ী আপোনাক য'লৈকে ত'লৈকে পঠিয়াই দিবও পাৰে।......আপোনাৰ সমাজবাদতো চৰকাৰেই আপোনাৰ ল'ৰা-ছোৱালীৰ অধিকাৰী নহয়নে? চৰকাৰে যি শিক্ষাকে তেওঁলোকক দিব বিচাৰে—নিদিয়েনে?

গান্ধী: সকলো চৰকাৰেই সেইটো কৰে। আমেৰিকায়ো কৰিছে।

ফিচাৰ: তেন্তে আমেৰিকা আৰু ৰাচিয়াৰ মাজত বেছি পাৰ্থক্য নাই? আপুনি দৰাচলতে একনায়কত্ববাদৰ বিৰোধিতা কৰে?

গান্ধী: কিন্তু সমাজবাদো একনায়কত্ববাদ। মই নিজকে সাম্যবাদী বুলিও কওঁ।

ফিচাৰ: অ নক'ব। সেইটো বৰ ভয়াবহ। আপুনি বিচাৰে: জয়প্ৰকাশে যি বিচাৰে আমিও তাকেই বিচাৰোঁ। আমাৰ আটাইৰে কাম্য হ'ল এখন স্বাধীন পৃথিৱী। কিন্তু সাম্যবাদীসকলে নিবিচাৰে। তেওঁলোকে এনে এটি ব্যৱস্থা বিচাৰে যিয়ে শৰীৰ আৰু মন দুয়োকে পৰাধীন কৰে। আপুনি মাৰ্ক্সৰ ক্ষেত্ৰতো তাকেই ক'বনে?

গান্ধী: সাম্যবাদীসকলে নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে মাৰ্ক্সৰ শিক্ষাত দুৰ্নীতি বিয়পাইছে।

ফিচাৰ: লেনিনে কি কৰিছিল? লেনিনে সেইটো আৰম্ভ কৰিছিল—ষ্টেলিনে তাক সম্পূৰ্ণ কৰিছে। সাম্যবাদীসকলে আপোনাৰ ওচৰলৈ আহি কংগ্ৰেছত সোমাব বিচাৰে। কংগ্ৰেছত ক্ষমতা লৈ তেওঁলোকৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে তাক ব্যৱহাৰ কৰিব বিচাৰে।

গান্ধী : সমাজবাদীসকলেও তাকেই বিচাৰে। মোৰ সমাজবাদ আৰু সাম্যবাদৰ বেছি পাৰ্থক্য নাই। ই দুয়োটাৰে সমন্বয় মাথোন। সাম্যবাদ সমাজবাদৰ ইপিঠি সিপিঠি মাথোন।

ফিচাৰ : আপুনি কব খোজে যে ষ্টেলিনে বিচৰাৰ দৰে আপুনি সাম্যবাদ নিবিচাৰে? কিন্তু ভাৰতীয় সাম্যবাদীসকলে ভাৰতত ষ্টেলিনে বিচৰা সাম্যবাদকে বিচাৰে। তাৰবাবে আপোনাৰ নাম ব্যৱহাৰো কৰিব বিচাৰে। তেওঁলোক কেতিয়াও কৃতকাৰ্য নহয়।

গান্ধীজীৰ এই বিশ্বাস অতি গভীৰ আছিল। ভাৰতীয় জনসাধাৰণৰ ওপৰত তেওঁৰ অসীম বিশ্বাসেই ইয়াৰ মূল কাৰণ আছিল। ভাৰতীয় জন-সাধাৰণৰ আধ্যাত্মিকতাৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অটুট আছিল। সেইগুণে গান্ধীজীয়ে ভাৰতত সাম্যবাদৰ ঠাঁই নাই বুলি দৃঢ়তাৰে ঘোষণা কৰিছিল।

গান্ধীজীয়ে সমাজবাদৰ বিষয়ে তেওঁৰ শেষ মন্তব্য ১৯৪৭ চনৰ 'হৰিজন' কাকতত বহলাই লিখি গৈছে। এই সম্পৰ্কে 'হৰিজন' কাকতত দুটি প্ৰবন্ধ লিখিছিল। এই দুয়োটা প্ৰবন্ধতে গান্ধীজীয়ে ভাৰতীয় সমাজত খাপ খোৱা সমাজবাদ আৰু তাৰ প্ৰতিষ্ঠাৰ পথ আঙুলি নলগাকৈ দেখুৱাই গৈছে। সমাজবাদীসকলৰ আচৰণ সম্পৰ্কেও তেওঁ এই প্ৰবন্ধত ফঁহিয়াই আলচ কৰি গৈছে। ১৯৪৭ চনৰ জুলাই মাহৰ 'হৰিজন' কাকতত এই প্ৰবন্ধ দুটি ধাৰাবাহিক-ভাৱে প্ৰকাশ হৈছিল। গান্ধীজীয়ে এই প্ৰবন্ধত এনেদৰে লিখিছিল :

"সমাজবাদ এটি বৰ শুৱলা শব্দ। মই যিমানদূৰ বুজোঁ সমাজবাদী সমাজত সকলোৱে সমান। কোনো ডাঙৰ নহয়, কোনো সৰুও নহয়। মানুহৰ মূৰটো আটাইতকৈ ওপৰত থাকে বুলিয়েই ই নিচেই তলত থকা ভৰিৰ তলুৱাতকৈ দৰাচলতে উচ্চ নহয়। শৰীৰ সম্পৰ্কে এই কথা যেনে-দৰে প্ৰযোজ্য সমাজৰ লোকৰ বাবেই সেইকথা তেনেদৰে প্ৰযোজ্য। এয়েই সমাজবাদ।

"এই সমাজত কৃষক আৰু ৰাজকোঁৱৰ, ধনী আৰু দুখীয়া, মালিক আৰু বনুৱা সকলোৱেই সমান। সমাজবাদত ধৰ্মৰ ক্ষেত্ৰতো কোনো পাৰ্থক্য নাই। সকলো ধৰ্মই সমান। কিন্তু আমি সমাজলৈ লক্ষ্য কৰিলে কি দেখোঁ? সকলোতে প্ৰভেদ, ক'তো ঐক্য নাই।

"এই লক্ষ্যত উপনীত হ'বলৈ হ'লে আমি ইয়াৰ দৰ্শন আলোচনা কৰি থাকিলেই নহ'ব। তদুপৰি সমাজৰ সকলো লোক এই নীতিলৈ পৰিবৰ্তন

হোৱাৰ আশাৰে আমি অপেক্ষা কৰি থাকিলেও নহ'ব। আমি আমাৰ জীৱন ধাৰণৰ নীতি সম্পূৰ্ণ সলনি নকৰাকৈ সমাজবাদৰ বিষয়ে বহুতো বক্তৃতা দিব পাৰোঁ, দল সংগঠন কৰিব পাৰোঁ। কিন্তু সেয়েই যথেষ্ট নহয়।

"প্ৰথমে দীক্ষা লোৱা জনৰপৰাই সমাজবাদৰ কাম আৰম্ভ হ'ব। সমাজবাদ এটি নিকা স্বচ্ছ বস্তুৰ দৰে। সেয়ে ইয়াক প্ৰতিষ্ঠা কৰিবলৈ হ'লে এটি নিকা স্বচ্ছ পথ লব লাগিব। অশুচি পন্থাৰে পৱিত্ৰ ফল লাভ কৰিব নোৱাৰি। সেই কাৰণে ৰজা আৰু এজন সাধাৰণ প্ৰজাক সমান কৰিবলৈ হ'লে—ৰজাৰ মূৰ কাটি সমান কৰিব বিচাৰিলে নহ'ব নাইবা মালিকৰ মূৰ কাটি বনুৱাৰে সৈতে সমান কৰিব বিচাৰিলেও নহ'ব। এনে কথা হ'ব নোৱাৰে। সত্য পথেৰেহে সত্যক পাব পাৰি। অহিংসা আৰু সত্য যমজ নহয়। ই এটি মুদ্ৰাৰ দুপিঠি। ইয়াত খোদিত কৰা কথাখিনি দুয়োফালৰ-পৰা পঢ়িব নোৱাৰি। এফালে আখৰবোৰ ওলোটা দেখিব। তথাপি কিন্তু মুদ্ৰাৰ মূল্য একেই থাকিব। কল্যাণকামী ৰাষ্ট্ৰ এখন অন্যায়-অশুচি পন্থাৰে থাপিব নোৱাৰি। মন কলুষিত হোৱাৰ লগে লগে হিংসা আৰু অসত্যয়ো ইয়াক অশুচি কৰিব।"

"সেয়েহে কেৱল সত্যবাদী, অহিংস আৰু পৱিত্ৰ সমাজবাদীয়েহে ভাৰতত তথা পৃথিৱীত সমাজবাদ প্ৰতিষ্ঠা কৰিব পাৰিব।"

ইয়াৰপৰাই সহজে অনুমান কৰিব পাৰি যে গান্ধীজীয়ে প্ৰকৃততে এখন গণতান্ত্ৰিক সমাজবাদী সমাজকে প্ৰতিষ্ঠা কৰিব বিচাৰিছিল। কিন্তু তেওঁ এই লক্ষ্যত উপনীত হ'বলৈ মাথো এটি পথ অৱলম্বন কৰিছিল। সেইটো হৈছে সত্য আৰু অহিংসাৰ পথ। তাৰ কাৰণেই তেওঁ শ্ৰেণী-সংগ্ৰামৰ পৰিৱৰ্তে সমাজত ন্যাসনিধি ( Trusteeship ) প্ৰৱৰ্তন কৰি সমাজবাদ প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। তেওঁ এই লক্ষ্যত উপনীত হ'ব বিচাৰিছিল হিংসাৰে নহয়, অহিংসাৰে ; অসত্যৰে নহয়, সত্যৰে ; বলেৰে নহয়, বুজনিৰে।

# মহাত্মা গান্ধীক এবাৰ স্মৰণ কৰোঁ

শ্ৰীমান প্ৰফুল্ল গোস্বামী

গান্ধী শতবাৰ্ষিকীৰ সময়ত আমি মাথোন এবাৰ স্মৰণ কৰিব পাৰোঁ জাতিৰ পিতা মহাত্মা গান্ধীক। তেওঁৰ বিয়োগৰ পিচৰপৰা ইমানদিনে আৰু জানো কিবা কৰিছোঁ? আৰু জানো কিবা তেওঁৰ আশা আদৰ্শমতে কৰিম বুলি আগবাঢ়িছোঁ?

তথাপি জন্ম শতবাৰ্ষিকী উপলক্ষে আমি তেওঁক আকৌ এবাৰ স্মৰণ কৰিব পাৰোঁ। স্মৰণ কৰাৰো সাৰ্থকতা আছে। হয়তো আমাক নতুন প্ৰেৰণা, নতুন সাহস, নতুন বল দিব তেওঁৰ সোঁৱৰণে, আমাৰ সমুখলৈ অহা কৰ্তব্য পালনৰ বাবে।

সমগ্ৰ পৃথিৱীৰ বিভিন্ন দেশতেই গান্ধী শতবাৰ্ষিকী পালন কৰা হ'ব। এইটো ভাৰতবৰ্ষৰ যশস্যা আৰু আমি ভাৰতবাসীৰ কাৰণেও গৌৰৱৰ কথা। ভাৰতৰ মানুহৰ বাহিৰেও প্ৰাচ্য-পাশ্চাত্য অন্যান্য দেশবিলাকৰ অজস্ৰ মানুহে আজি মহাত্মা গান্ধীৰ বাণীৰ, মহাত্মা গান্ধীৰ আদৰ্শৰ প্ৰতি আগ্ৰহশীল হৈছে। পৃথিৱীৰ চিন্তাশীল মনীষীসকলে পৃথিৱীৰ শান্তি আৰু মানৱ জাতিৰ ৰক্ষাৰ যেন এটা কৱচ পাইছে—মহাত্মা গান্ধীৰ দৰ্শন আৰু উদাহৰণত। সেই কাৰণেই পৃথিৱীৰ মানুহে মহাত্মা গান্ধী শতবাৰ্ষিকী পালনত ইমানখিনি আগ্ৰহ কৰিছে।

জীৱিত কালতেই গান্ধীয়ে মহাত্মা নাম পাইছিল আৰু কোটি কোটি জনতাৰ কণ্ঠৰ 'মহাত্মা গান্ধী কী জয়' ধ্বনিয়ে আকাশ পাতাল কঁপাই তুলিছিল। পৃথিৱীৰ ইতিহাসত কোনো মহাপুৰুষে তেওঁৰ জীৱিত কালতে এনে সন্মান আৰু এনে উৎসাহ-উদ্দীপনা দেখা পাইছিল নে নাই সন্দেহ।

আমি আমাৰ জীৱিত কালতেই তেওঁৰ অপূৰ্ব, অলৌকিক, নৈতিক আৰু আধ্যাত্মিক শক্তি দেখা পাইছিলোঁ। অকল সেয়ে নহয়, তেওঁৰ মহান নেতৃত্বত হোৱা ভাৰতবৰ্ষৰ স্বাধীনতাৰ সংগ্ৰামত, সাধাৰণ সৈনিক বা

অনুসৰণকাৰী হিচাপেও যোগ দিবৰ সৌভাগ্য আমাৰ জীৱনত পাইছিলোঁ। মহাত্মা গান্ধীৰ নেতৃত্বতে আমি আমাৰ জীৱনতে ভাৰতবৰ্ষৰ স্বাধীনতা দেখা পালোঁ আৰু তেৱোঁ তাক লাভ কৰি দি গ'ল আমাক—ভাৰতীয়সকলক।

মহাত্মাৰ নেতৃত্বত আৰু সাধনাত ভাৰতবৰ্ষই বিনা ৰক্তপাতে এক অভূতপূৰ্ব অহিংস-অসহযোগ পন্থাৰে শান্তিপূৰ্ণ অৱস্থাৰে স্বাধীনতা লাভ কৰিলে; আমাৰ সপোন দিঠকত পৰিণত হোৱা আমি দেখা পালোঁ আৰু আজি অত বছৰে স্বাধীনতা ভোগ কৰিও আছিছোঁ। সাম্ৰাজ্যবাদী প্ৰবল শক্তি এটাৰ হাতৰপৰা স্বাধীনতা হস্তান্তৰ যি শান্তিপূৰ্ণ অৱস্থাৰে হ'ল—সেইটোৱে অসম্ভৱক সম্ভৱ কৰি দেখুৱালে। এনে হেন স্বাধীনতা লাভৰ সংগ্ৰাম আমাৰ নিম্নতম ত্যাগ, নিম্নতম কষ্ট আৰু নিম্নতম সংগ্ৰামতে যাদুকৰৰ যাদুৰ নিচিনাকৈয়ে অহা বুলি ক'ব লাগিব—পৃথিৱীৰ বুৰঞ্জীৰ অন্যান্য স্বাধীনতা সংগ্ৰামৰ তুলনা কৰিলে।

মহাত্মা গান্ধীয়ে ভাৰতবৰ্ষৰ স্বাধীনতা লাভ যেনেদৰে কৃতকাৰ্য কৰিলে তাৰ দ্বাৰা পৃথিৱীৰ বুৰঞ্জীত এটা নতুন যুগ, এটা নতুন অধ্যায় আৰু এটা নতুন সূত্ৰৰ সূচনা হ'ল। পৃথিৱীৰ বুৰঞ্জীৰ সুঁতিয়ে যেন এটা নতুন বাট ল'লে। আমি শুনিছিলোঁ শ্ৰেণী সংগ্ৰামৰ সূত্ৰ; আমি ভাবিছিলোঁ বিনা যুদ্ধে, বিনা বলপ্ৰয়োগে স্বাধীনতা লাভ নহ'ব। কাৰণ, স্বাধীনতা লাভ কৰিবলৈ হ'লে শাসক শ্ৰেণীৰ সাম্ৰাজ্যবাদৰপৰা ক্ষমতা কাঢ়ি আনিব লাগিব; কিন্তু বল প্ৰয়োগ নকৰাকৈ ক্ষমতা হস্তান্তৰ সম্ভৱ নহ'ব। কিন্তু মহাত্মা গান্ধীয়ে যি অহিংস আৰু সত্যাগ্ৰহ নীতিৰ বিৰাট আন্দোলন স্তৰে স্তৰে আগবঢ়াই নিছিল আৰু যি শান্তিপূৰ্ণ অৱস্থাৰে বৃটিছ সাম্ৰাজ্যবাদৰপৰা ক্ষমতা হস্তান্তৰ লাভ কৰিছিল তাৰ দ্বাৰা পৃথিৱীৰ বুৰঞ্জীৰ এটা নতুন সূত্ৰ, এটা নতুন বাট তেওঁ দেখুৱাই গ'ল। পৃথিৱীৰ মানৱ সভ্যতাৰ ইতিহাসত এটা নতুন অধ্যায়ৰ সূচনা হ'ল।

পৃথিৱীত আজিৰ যি এটা আনবিক অস্ত্ৰৰ ভয়াবহ পৰিণতি—এফালে যুদ্ধ প্ৰস্তুতি, আনফালে শান্তিৰ আলোচনা আৰু সকলোৰে মনত অবিশ্বাস সন্দেহৰ ভাৱ—এনে সংকটৰ সময়ত আমি আশাৰ ৰেঙণি দেখা পাইছোঁ মাহাত্মা গান্ধীৰ দৰ্শনত—বাণীত। মহাত্মাই দেখুৱাই যোৱা শিক্ষা আৰু দৰ্শনৰে মানৱজাতিৰ আজি বেছি প্ৰয়োজন। অন্য কোনো উপায় নাই যাৰ দ্বাৰা মানৱজাতি আনবিক অস্ত্ৰৰ ভয়াবহ ধ্বংসৰপৰা ৰক্ষা পৰিব পাৰিব। আমেৰিকা

আৰু ৰুচিয়াই আনবিক অস্ত্ৰৰ আবিষ্কাৰ কৰিলে, সম্প্ৰতি দুয়োখন দেশে এই মাৰণাস্ত্ৰ প্ৰস্তুত কৰি ৰাখিছে, কিন্তু তেওঁলোকেও ভালদৰে জানিছে যে এই অস্ত্ৰ প্ৰয়োগ কৰিলে যুদ্ধ জয়তকৈও দুয়োপক্ষ বা পৃথিৱীৰেই ধ্বংসৰ সম্ভাৱনাহে বেছি। বোধকৰোঁ সেইবাবেই আজি আমেৰিকা আৰু ৰুচিয়াইও মহাত্মা গান্ধীৰ শতবাৰ্ষিকী পালন কৰিবলৈ প্ৰস্তুত হৈছে। মানৱজাতি ভৱিষ্যতে আত্মঘাতী আনবিক যুদ্ধৰপৰা ৰক্ষা পৰিবলৈ হলে পৃথিৱীত যুদ্ধৰ অৱসান ঘটাব লাগিব ; আৰু যুদ্ধ বন্ধ কৰিবলৈ হ'লে, যুদ্ধৰ সামৰণি পেলাবলৈ হ'লে, মানুহে নিজস্ব প্ৰতিভা ধ্বংসাত্মক অস্ত্ৰৰ আৱিষ্কাৰত নিয়োগ কৰাৰ পৰিৱৰ্তে মানুহৰ দুখ দূৰ কৰাত খটুৱাব লাগিব। তাৰ কাৰণেই গান্ধী-দৰ্শনৰ চৰ্চা আৰু অনুসৰণ কৰাৰ আমাৰ বেছি দৰকাৰ। সেই ফালৰপৰাও মানৱজাতিয়ে আনবিক যুদ্ধৰ ভয়াবহ পৰিণতিৰপৰা ৰক্ষা পৰাৰ কাৰণে গান্ধীজীৰ জন্ম শতবাৰ্ষিকী উৎসৱ এপালি অমোঘ ঔষধ।

মহাত্মা গান্ধীৰ দৰ্শন আৰু তেওঁৰ দৈনন্দিন ব্যক্তিগত জীৱনত পালন কৰা বহুতো নীতি, অভ্যাস, আচৰণ দুটা বিভিন্ন স্তৰৰ কথা, যদিও তেওঁ নিজৰ জীৱনধাৰাত দুইটাৰে এটা সমন্বয় স্থাপন কৰিছিল। মহাত্মাই নিজৰ জীৱনটোকে সত্য অন্বেষণৰ যাত্ৰা হিচাপে গ্ৰহণ কৰিছিল।

তেওঁৰ এটা ডাঙৰ কথা, তেওঁ যি কৈছিল তাক আখৰে আখৰে তেওঁ নিজে পালন কৰি সৰ্বসাধাৰণ জনতাক দেখুৱাই গৈছিল। বিভিন্ন ধৰ্মৰ সকলো মহাপুৰুষেই যি কয় তাক তেওঁলোকে নিজৰ জীৱনত পালনো কৰে। মহাত্মা গান্ধী যদিও কোনো ধৰ্ম-প্ৰৱৰ্তক মহাপুৰুষ নাছিল, তথাপি তেওঁ সকলো ধৰ্মৰ মহাপুৰুষৰ দৰেই ধাৰ্মিক আছিল। মহাত্মাক ধাৰ্মিক বোলোতে প্ৰচলিত অৰ্থত 'ধাৰ্মিক' শব্দৰ ব্যাখ্যা কৰিলে ভুল হ'ব। সেই কাৰণে 'আধ্যাত্মিক' বুলি ক'লেহে কিজানি ইয়াৰ অৰ্থটো পৰিষ্কাৰ হ'ব। মহাত্মা গান্ধীৰ বিশেষত্ব আছিল এয়ে যে তেওঁ ৰাজনীতিত নৈতিকতা আৰু আধ্যাত্মিকতা আনিছিল। তেওঁৰ অসাধাৰণ বিশেষত্ব হ'ল এই যে ভাৰতবৰ্ষৰ স্বাধীনতাৰ আন্দোলন কৰাৰ লগে-লগে বিশ্বপ্ৰেম আৰু মানৱ ঐক্যতাৰ বাণীও প্ৰচাৰ কৰিছিল। তেওঁৰ আৰু এটা ডাঙৰ বিশেষত্ব হ'ল, তেওঁ স্বাধীনতাৰ ৰাজনৈতিক সংগ্ৰাম পৰিচালনাৰ লগতে জাতিৰ সামাজিক, অৰ্থ-নৈতিক, নৈতিক, মানসিক জীৱনৰ প্ৰস্তুতি আৰু স্বাৱলম্বনৰ আন্দোলনো চলাইছিল। আটাইতকৈ ডাঙৰ কথা যে তেওঁ নিজে স্বাধীনতা আন্দোলন

কৃতকাৰ্য কৰি ক্ষমতা হস্তান্তৰৰ পিচত নিজে ৰাষ্ট্ৰৰ কোনো পদ বা দায়িত্ব নলৈ জনসাধাৰণৰ মাজত আত্মনিয়োগ আৰু প্ৰচাৰ ব্ৰতত জীৱন কটাইছিল। পৃথিৱীৰ ইতিহাসত কোনো ৰাজনৈতিক নেতাই সফল হৈ ৰাষ্ট্ৰৰ দায়িত্ব নোলোৱাকৈ থকা দেখা নাযায়। আজি চৰকাৰী ক্ষমতা বা পদৰ মায়া আৰু লোভ ইমান বেছি হৈছে যে তাৰপৰা অব্যাহতি পাবলৈ মহাত্মাৰ এই আদৰ্শলৈ সকলোৰে দৃষ্টি অনা উচিত। তেওঁ নিজৰ বাবে বা নিজৰ পৰিয়ালৰ বাবে কোনো সম্পত্তি, আনকি এটা থকা ঘৰকে নকৰিলে— গোটেই দেশেই তেওঁৰ ঘৰ, গোটেই দেশৰ জনতাই তেওঁৰ পৰিয়াল। "বসুধৈৱ কুটুম্বকম্!"

ভাৰতবৰ্ষৰ সমাজত থকা অস্পৃশ্যতা, সামাজিক বৈষম্য তথা অন্যান্য কু-সংস্কাৰবোৰৰ বিৰুদ্ধেও সমানে আন্দোলন কৰি পৰাধীন জাতি এটাক লগে লগে প্ৰস্তুত কৰিবলৈ তেওঁ চেষ্টা কৰিছিল। ৰাজনীতিৰ লগত আধ্যাত্মিকতা খাপ খুৱাই ভাৰতীয় মানুহৰ নৈতিক উন্নয়নৰ কাৰণেও তেওঁ ৰাজনৈতিক সংগ্ৰামৰ লগে লগে একেলগে কাম কৰি গৈছিল। স্বাধীনতা সংগ্ৰামৰ লগত মহাত্মা গান্ধীয়ে ওঠৰ-দফীয়া গঠনমূলক কামৰ আঁচনি সমানে প্ৰচাৰ কৰিছিল আৰু সেইবোৰ কামত নিয়োগ কৰি ভাৰতৰ জনগণৰ কল্যাণজনক কাম আৰু সমাজ সংস্কাৰ চলাই নিবলৈ তেওঁ তেওঁৰ বহুতো অনুসৰণকাৰীক উপদেশ দিছিল। স্বাধীনতা লাভৰ পিচলৈকে সেইবোৰ পেলাই থোৱা হোৱা নাছিল।

আজি আমি তেওঁৰ শতবাৰ্ষিকীত কি কৰিব পাৰোঁ? বহুত কৰিব পাৰোঁ। আমাৰ প্ৰতিশ্ৰুতিবো বহুখিনি বাকী আছে। এতিয়াও বহুত বাকী আছে আমাৰ কল্পিত স্বাধীন ভাৰত বা মহাত্মাৰ প্ৰচাৰিত 'স্বৰাজ'ৰ।

আমাৰ এই শতবাৰ্ষিকী উদ্‌যাপন সাৰ্থক হ'ব, যদিহে আমি আমাৰ জাতিৰ পিতাৰ নাম লৈ আমাৰ মুখেৰেই কোৱা প্ৰতিশ্ৰুতিবিলাক পালন কৰিবলৈ আগবাঢ়ো। দেশৰ জনসাধাৰণে দ্ৰুত গতিত আগবাঢ়ি যাব খোজে; আমি এতিয়া সেই গতিত খোজ মিলাই মহাত্মাৰ ইচ্ছা আৰু আশা সফল কৰাৰ বাটত আগবাঢ়ি যাব লাগিব।

আমি ভাৰতবৰ্ষৰ ৰাজনৈতিক কৰ্মীসকলে বৰ বেছিকৈ মূৰ্তিপূজাৰ ভাৱতে বেছিকৈ মানুহক উদ্বুদ্ধ কৰিব খোজোঁ—মহাত্মাৰ দৰ্শন আৰু তেওঁ আৰম্ভ কৰি থোৱা বৈপ্লৱিক কামবিলাক বা বাণীবিলাক বা তেওঁৰ ইচ্ছাক

পালন কৰাতকৈও। মহাত্মাই নিজে তেওঁৰ প্ৰস্তৰ মূৰ্তি স্থাপন কৰা বা তেওঁৰ ব্যক্তিপূজাৰ বিৰুদ্ধে দঢ়াই দঢ়াই বাধা দিছিল। তেওঁ বৰং কৈছিল যে এইবিলাকৰ পৰিৱৰ্তে তেওঁ কোৱা কথাবিলাক পালন কৰাৰ, বিশেষকৈ শেষৰফালে সামাজিক ঐক্য আৰু পিচ পৰি থকাসকলৰ উন্নয়নৰ ব্ৰততহে গ্ৰহণ কৰিব লাগে। হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক কলহৰ বিৰুদ্ধে থিয় দি দেশৰ সংহতি আৰু ঐক্য ৰক্ষাৰ কাৰণেই মহাত্মাজী শ্বহীদ হ'ব লগা হৈছিল।

অৰ্থনৈতিক অসমতা তথা শোষণ আৰু সামাজিক বৈষম্যবিলাকৰ বিৰুদ্ধে তেওঁ আপ্ৰাণ চেষ্টা কৰি গ'ল। আমি কোনে কিমানবাৰ মহাত্মা গান্ধীৰ নাম লৈ বক্তৃতা দিলোঁ বা কিমানটা গান্ধী মন্দিৰ সাজিলোঁ তাৰ হিচাপৰ দ্বাৰা আমাৰ গান্ধী শতবাৰ্ষিকীৰ সাফল্য নিৰ্ণয় নহ'ব।

নিৰ্ণয় হ'ব—আমি তেওঁৰ বাণী বা দৰ্শন কিমানখিনি পালন কৰোঁ, দেশৰ কোটি কোটি দৰিদ্ৰ জনসাধাৰণক, শোষিত জনসাধাৰণক মুক্ত কৰি মহাত্মাই দেখুৱাই যোৱা আদৰ্শত নতুন ভাৰত গঢ়াৰ পথত কিমানখিনি আগবঢ়াই নিব পাৰোঁ—তাৰ ওপৰতহে। আৰু তেতিয়াহে মহাত্মালৈ আমি প্ৰকৃত শ্ৰদ্ধা দেখুউৱা হ'ব।

# উপায় আৰু লক্ষ্য

**জয়ভদ্ৰ হাগজেৰ**

উপায় আৰু লক্ষ্য। কাৰণ আৰু প্ৰতিক্ৰিয়া। ক্ৰিয়া আৰু তাৰ পৰিণাম। এটা লক্ষ্য চকুৰ আগত ৰাখি সেই লক্ষ্যত উপনীত হবৰ বাবে অবলম্বন হিচাপে লোৱা উপায়। ধৰি ল'লো, আমাৰ লক্ষ্যটো সজ হব লাগিব। এতিয়া প্ৰশ্ন হ'ব: সেই লক্ষ্যত উপনীত হবৰ বাবে যি কোনো উপায়কে ল'লে হব নেকি? ভাল বা বেয়া যি কোনো উপায়কে?

এই প্ৰশ্নটোৱেই সৃষ্টিৰ আদিৰেপৰা মানুহৰ মনত চিৰদিন হেন্দোলনি তুলি আহিছে। যুগ যুগ অতিবাহিত হ'ল। দাৰ্শনিক আৰু ঋষিসকলে সেই প্ৰশ্নৰ উত্তৰ দিবলৈ আজীৱন চেষ্টা কৰিলে। সমাজৰ পৰিৱৰ্তন সধা মনীষীসকলে এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ বিপাঙত পৰিল। সকলোৱে গ্ৰহণযোগ্য কোনো উত্তৰ পোৱা নগ'ল। প্ৰত্যেক ব্যক্তিয়ে সময় আৰু সুযোগলৈ চাই নিজস্ব বুদ্ধি-চিন্তাৰে এই প্ৰশ্নৰ সদায় সমাধান কৰি আহিল।

মহাত্মা গান্ধীয়ে তেওঁৰ সমগ্ৰ জীৱনব্যাপি এই কথা ঘোষণা কৰিছিল যে "মোৰ জীৱন-দৰ্শনত উপায় আৰু লক্ষ্য দুয়োটাই অৰ্থবাচক শব্দ।" তেওঁ চিৰদিন সত্যৰ অন্বেষণত বাট বুলিছিল আৰু সেইবাবে উপায়েই হওক বা লক্ষ্যই হওক ক'তো সামান্যভাৱেও অসত্য আৰু অন্যায়ৰ স্পৰ্শ তেওঁ সহ্য কৰিব নোৱাৰিছিল।

উপায় আৰু লক্ষ্য সম্পৰ্কে তেওঁ ঘোষণা কৰা কথাখিনিৰ সাৰাংশ হ'ল: উপায়েই হৈছে সকলো: উপায় যিটো, লক্ষ্যও সেই একেটাই। উপায় আৰু লক্ষ্যৰ মাজত কোনো ব্যৱধান থাকিব নোৱাৰে।...অহিংসাই হৈছে উপায় আৰু সত্যই হৈছে লক্ষ্য। কৃতকাৰ্যতাৰ বাবে হিংসাৰ বাট চমু হ'লেও তাত মোৰ বিশ্বাস নাই; এটা মহৎ লক্ষ্য সিদ্ধিৰ বাবে হিংসাৰ উপায় গ্ৰহণ কৰাৰ মই সম্পূৰ্ণ বিৰোধী।...এজোপা বনৰীয়া অলাগতীয়াল গছ পুলি কই তাৰপৰা মনোমোহা গোলাপ ফুল আশা কৰাটো যিদৰে বৃথা,

সেইদৰে অসৎ উপায়েৰে সৎ ফল পাবলৈ আশা কৰাটোও বৃথা। মই মহাসাগৰ পাৰ হবলৈ জাহাজ এখনহে ল'ম; গৰু গাড়ীৰে সাগৰ পাৰ হবলৈ মই আশা কৰিব নোৱাৰো।...উপায়ক গছৰ গুটিৰ লগত বিজাৰ পাৰি। গুটিয়েই হৈছে গছজোপাৰ মূল। গছ আৰু গুটিৰ লগত যিদৰে অভেদ্য সম্পৰ্ক আছে সেইদৰে উপায় আৰু লক্ষ্যৰ মাজত অভেদ্য সম্পৰ্ক আছে। ভগৱানৰ পূজা কৰিবলৈ লৈ চয়তানৰ সাহায্য বিচৰাটো অজ্ঞতা আৰু নিৰ্বুদ্ধিতাৰ পৰিচায়ক। আমি যি গুটি সিচোঁ, তাৰেইহে গুটি পাওঁ।...

মহাত্মাৰ এনে ধৰণৰ যুক্তিৰ মহত্ত্ব সকলোৱেই স্বীকাৰ কৰিব লাগিব। শৈশৱৰপৰা মৃত্যু পৰ্যন্ত নিৰবচ্ছিন্নভাৱে সাধনা কৰি কৰি তেওঁ তেনে এক জীৱন-দৰ্শনৰ ৰূপ দিব পাৰিছিল।

কিন্তু সত্যৰ খাটিৰত কবলৈ গ'লে তেওঁৰ এই আকাশলজ্ঘা ধাৰণা আৰু বিশ্বাসক কেৱল তেওঁৰ দৰে মহৎ ব্যক্তিয়েহে ৰূপ দিব পাৰে বা কাৰ্যকৰী কৰিব পাৰে। সাধাৰণ লোকৰ বাবে এইটো সদায় সম্ভৱপৰ নহয়। পৃথিৱীৰ সকলো লোক তেনে এক উচ্চ আদৰ্শৰ দ্বাৰা নিয়ন্ত্ৰিত হ'ব নোৱাৰে। এই ক্ষেত্ৰত মহাত্মা অতি বেছি আদৰ্শবাদী বুলি মোৰ ধাৰণা হয়।

তাৰ উপৰি, ইতিহাসে দেখুৱায় যে হিংস উপায় অৱলম্বন কৰিলেও লক্ষ্য সদায় ৰক্তাক্ত নহবও পাৰে। যীশু খৃষ্টৰ উদাহৰণকে দিব পাৰি। হিংস উপায়েৰে তেওঁক হত্যা কৰা হৈছিল, কিন্তু সেই হত্যাৰ পৰিণাম মাৰাত্মক নহৈ পৃথিৱীত অহিংসা আৰু শান্তিৰ বাণীহে প্ৰচাৰ হ'ল। পৃথিৱীত আজিলৈকে৷ বহুতো ৰক্তাক্ত বিপ্লৱ সংঘটিত হ'ল, তাৰ ভালেমানে শোষিত আৰু বঞ্চিত অগণন সাধাৰণ লোকৰ বাবে ভালদৰে জীয়াই থকাৰ প্ৰতিশ্ৰুতি জানো দি যোৱা নাই?

উপায় আৰু লক্ষ্যৰ সমস্যা মোৰ মনত উদয় হ'লেই সদায় শ্ৰীকৃষ্ণৰ কথা আৰু বাণীলৈ মনত পৰে। আমি মহাভাৰতক ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ মহত্তম প্ৰতীক হিচাপে গ্ৰহণ কৰো। অথচ সেই মহাভাৰততে উপায় আৰু লক্ষ্য এই সমস্যাটোৰ এক সমাধান দি থোৱা আছে। নিজৰ সৰ্বপ্ৰকাৰ অধিকাৰ বিসৰ্জন দি পাণ্ডৱে মাত্ৰ পাঁচখন গাওঁ লাভ কৰাৰ পৰাও যেতিয়া বঞ্চিত হ'ল, তেতিয়া শ্ৰীকৃষ্ণই যুদ্ধৰ শঙ্খত ফু দিবলৈ বাধ্য হৈছিল। আৰু এক ডাঙৰ কথা হ'ল যে শ্ৰীকৃষ্ণই কৌৰৱৰ বিৰুদ্ধে যুদ্ধ নকৰি পঞ্চ-পাণ্ডৱক শেষবাৰৰ বাবে বনলৈ যাবলৈ নিৰ্দেশ দিয়াহেঁতেন আমি

মহাভাৰত নামৰ মহাকাব্যখন নেপালোহেঁতেন। সেই একেদৰেই ৰাৱণে সীতাক হৰণ কৰাৰ পিচত ৰামচন্দ্ৰই যুদ্ধ নকৰো বুলি অযোধ্যালৈ উভতি যোৱাহেঁতেন আমি ৰামায়ণ নামৰ মহাকাব্যখন লাভ কৰাৰপৰা বঞ্চিত হ'লোহেঁতেন।

উপায় আৰু লক্ষ্যৰ সমস্যাটো আমাৰ বাবে মহাত্মা গান্ধীৰ জীৱনৰ বিশাল কৰ্মসূচীৰ এটা মাত্ৰ সৰু অংশহে। ভাৰতীয় লোকক ধূলিৰ মাজৰপৰা তুলি জগত সভাৰ যোগ্য আসনত বহুৱাৰ বাবেহে তেওঁ আমাৰ জাতিৰ পিতা হিচাপে পৰিগণিত হ'ল। তেওঁৰ জীৱন-দৰ্শন আলোচনা কৰোতে বৰ্তমান পৃথিৱীৰ বাস্তৱতাৰ প্ৰতি লক্ষ্য ৰখাটো আমাৰ মানসিক সততাৰ বাবেই একান্ত প্ৰয়োজনীয়। তেওঁক ভালদৰে জানিবৰ বাবেই আমি ভাৱাবেগৰ উৰ্ধলৈ উঠিব পাৰিব লাগিব।

# গান্ধীজীৰ আদৰ্শ আৰু আমাৰ দায়িত্ব

**বিমলা প্ৰসাদ চলিহা**

প্ৰায় ত্ৰিশ বছৰ কাল মহাত্মা গান্ধীয়ে ৰাজনৈতিক ভাৰতবৰ্ষৰে নেতৃত্ব কৰি ক্ষান্ত থকা নাছিল ; তেওঁ ভাৰতবাসীৰ বৌদ্ধিক, মানসিক আৰু সামাজিক জীৱনৰো নেতৃত্ব দান কৰিছিল। কেৱল ৰাজনৈতিক নেতৃত্ব দি ক্ষান্ত থকাহেঁতেন তেওঁ মহাত্মা হিচাপে আমাৰ আগত থিয় হ'ব নোৱাৰিলেহেঁতেন ঃ পৃথিবীৰ কোনো ৰাজনৈতিক নেতাক কোনেও আজিলৈকে মহাত্মা আখ্যা দিয়া নাই। ভাৰতবাসীৰ হৃদয় আৰু মনত তেওঁ যি অভূতপূৰ্ব বিপ্লৱৰ সৃষ্টি কৰিছিল, তাৰ বাবেহে তেওঁ আমাৰ দেশৰ মহাত্মা আৰু জাতিৰ পিতা হিচাপে পৰিগণিত হব পাৰিলে।

এইখিনিতে 'দি ষ্টৰী অৱ চিভিলাইজেশ্যন্' গ্ৰন্থসমূহৰ বিখ্যাত লিখক উইল্ ডুৰাণ্টৰ অলপতে প্ৰকাশ পোৱা 'দি লেচন্‌ছ্ অৱ হিষ্টৰী' নামৰ গ্ৰন্থখনৰ এটা কথা প্ৰণিধানযোগ্য। তেওঁ লিখিছে যে, পৃথিবীত বহুত ৰাজনৈতিক বিপ্লৱ আজিলৈকে সংঘটিত হ'ল। কিন্তু মানুহৰ মনৰ বিকাশ সাধন আৰু মানৱ-চৰিত্ৰৰ উন্নতি সাধনৰ অৰ্থে পৃথিবীত যি বিপ্লৱ সংঘটিত হ'ল, সেই বিপ্লৱহে প্ৰকৃত বিপ্লৱ। দাৰ্শনিক, ঋষি আৰু মহাত্মাসকলহে প্ৰকৃত বিপ্লৱী।

উইল ডুৰাণ্টৰ উপৰোক্ত কথাখিনি মহাত্মা গান্ধীৰ জীৱনৰ লগত সম্পূৰ্ণভাৱে খাটে। এইটো কথা ভাবিলে ভুল হব যে কেৱল ভাৰতৰ ৰাজনৈতিক স্বাধীনতা ৰণৰ নেতৃত্ব কৰিবলৈকে বা স্বাধীনতা লাভ কৰি ক্ষান্ত থাকিবলৈকে গান্ধীজীৰ জন্ম হৈছিল। ভাৰতৰ স্বাধীনতা তেওঁৰ জীৱনৰ বিশাল কাৰ্যসূচীৰ এক অংশ মাথোন। তেওঁৰ সৰ্ববৃহৎ লক্ষ্য আছিল মানুহৰ হৃদয়ত থকা অহিংসা, সত্য, প্ৰেম, ক্ষমা আৰু সততা ভাৱৰ উৎকৰ্ষ সাধন কৰি মানৱ সমাজৰ গৰিমা বৃদ্ধি কৰা। এই মহৎ প্ৰচেষ্টাত তেওঁ লক্ষ্য কৰিছিল যে ভাৰতবাসীৰ স্বাধীনতা লাভৰ কামনাও অহিংসা আৰু সত্যনিহিত

এটা ঘটনা আৰু সেই কাৰণেই তেওঁ তাৰ বাবে প্ৰাণপণে সংগ্ৰাম কৰি গ'ল। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা স্বাধীনতা লাভৰ আনন্দত সমগ্ৰ দেশবাসী যেতিয়া আনন্দোৎসৱত উন্মত্ত, তেতিয়া মহাত্মা গান্ধীয়ে নীৰৱে প্ৰাৰ্থনা কৰি সেই দিনটো কটাইছিল আৰু কৈছিল যে দেশখনক দুভাগ কৰিবলৈ আৰু সাম্প্ৰদায়িক সঙ্ঘৰ্ষৰে দেশখন ৰক্তাক্ত কৰিবলৈকে তেওঁ দেশৰ স্বাধীনতা বিচৰা নাছিল। কেৱল ৰাজনৈতিক স্বাধীনতাই তেওঁৰ একমাত্ৰ কাম্য হোৱাহেঁতেন দেশে স্বাধীনতা লাভ কৰাৰ দিনা তেওঁ তেনেদৰে শোকত অভিভূত নহ'লহেঁতেন।

"মোৰ ধাৰণাৰে, মহাত্মা গান্ধীৰ ভাৰতবাসীলৈ দিয়া সৰ্বশ্ৰেষ্ঠ দান হ'ল অভয় দান। এই অভয় দানৰ মাজতেই নিহিত আছে স্বাধীনতা লাভৰ অমোঘ মন্ত্ৰ। ভাৰতবৰ্ষৰ মানুহ শ শ বছৰ ধৰি সকলো প্ৰকাৰৰ ভয় আৰু ত্ৰাসৰ দ্বাৰা আক্ৰান্ত হৈ জীৱন অতিবাহিত কৰিছিল। বিদেশী শাসকৰ উৎপীড়ন-অত্যাচাৰৰ ভয়, জমিদাৰ-মৌজাদাৰৰ ভয়, সমাজৰ উচ্চ-শ্ৰেণীৰ লোকৰ ভয়, বেমাৰ-আজাৰ-কুসংস্কাৰৰ ভয়, ধনীৰ দ্বাৰা দুখীয়াৰ শোষণ-অত্যাচাৰৰ ভয় আদি সীমাহীন ভয়ৰ মাজত ভাৰতৰ জনসাধাৰণ জীয়াই থাকিব লগা হৈছিল। এই ত্ৰাসিত আৰু ভয়-সংশয়ৰ দ্বাৰা জৰ্জৰিত ভাৰতীয় ৰাইজক সকলো অত্যাচাৰৰ বিৰুদ্ধে মূৰ দাঙি থিয় দিবলৈ মহাত্মা গান্ধীয়েই সৰ্বপ্ৰথমতে অভয় বা ভয়শূন্যতাৰ বাণী প্ৰদান কৰিলে। ভাৰতবাসীক স্বাধীনতাৰ বাবে সাজু কৰাৰ ক্ষেত্ৰত এইটো হ'ল প্ৰথম পদক্ষেপ আৰু মোৰ ধাৰণাৰে এইটোৱেই হ'ল তেওঁৰ ভাৰতবাসীক দিব পৰা সৰ্বশ্ৰেষ্ঠ দান। দান বহুত প্ৰকাৰৰ আছে, কিন্তু দুখ-দুৰ্দশাগ্ৰস্ত লোকৰ মনত অভয় দান কৰাতকৈ ডাঙৰ দান একো নাই। বৃটিছ চৰকাৰৰ প্ৰতিনিধি ( যিমানেই সাধাৰণ নহওক লাগিলে সেই প্ৰতিনিধি ) এজনৰ আগত থিয় দিবলৈ যি আমাৰ মানুহৰ এদিন সামান্য সাহো নাছিল, মৌজাদাৰৰ টেকেলা এজনৰ আগত থিয় দিওঁতে যি মানুহে ভয়ত কঁপিবলৈ ধৰিছিল, সেই মানুহেই মহাত্মাৰ নেতৃত্বত বীৰদৰ্পে গৈ পুলিচ থানা আৰু বৃটিছৰ আদালত ঘৰৰ ওপৰত আমাৰ জাতীয় পতাকা উকৱাইছিলগৈ। সেই অভয়দানৰ বাণীয়ে সমগ্ৰ ভাৰতবৰ্ষক বিদেশী শাসন আৰু অন্যায়ৰ বিৰুদ্ধে বিদ্ৰোহাগাৰত পৰিণত কৰিছিল আৰু তাৰ স্বাভাৱিত পৰিণতি স্বৰূপেই আমি আজি স্বাধীন জাতিৰ লোক হিচাপে বাস কৰিব পাৰিছো।

ভাৰতবাসীৰ হৃদয়-মন-মনোবৃত্তি-অভ্যাস সকলো ক্ষেত্ৰতে এক বৈপ্লৱিক পৰিবৰ্তন আনিবলৈ মহাত্মা গান্ধীয়ে সংগ্ৰাম আৰম্ভ কৰিছিল আৰু সেই কাৰণেই দক্ষিণ আফ্ৰিকাৰপৰা উভতি অহাৰ লগে লগেই তেওঁক ভাৰতীয় ৰাইজে নিজৰ সৰ্বশ্ৰেষ্ঠ নেতা বুলি গ্ৰহণ কৰিছিল। ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে আধ্যাত্মিক পুৰুষেও প্ৰথমৰেপৰা গান্ধীজীৰ লগত ভালেমান ৰাজনৈতিক কথাত একমত নহ'লেও তেওঁৰ নেতৃত্ব মানি লোৱাটো এই ক্ষেত্ৰত বিশেষ তৎপৰ্যপূৰ্ণ কথা। স্মৰণত ৰখা প্ৰয়োজন যে গান্ধীজীক 'মহাত্মা' উপাধিৰে ৰবীন্দ্ৰনাথেই ভূষিত কৰিছিল আৰু ৰবীন্দ্ৰনাথক 'গুৰুদেৱ' বুলি মহাত্মা গান্ধীয়েই প্ৰথমতে সম্বোধন কৰিছিল।

মহাত্মা গান্ধীৰ এই শতবাৰ্ষিকী জন্মোৎসৱ পালন কালত এই প্ৰশ্নই বাৰে বাৰে মোৰ মনত উত্থাপিত হয়—বৰ্তমান যুগত গান্ধীজীৰ আদৰ্শৰ প্ৰয়োজনীয়তা কিমান? প্ৰকৃতপক্ষে আমাৰ জীৱনকালত আমি গান্ধীজীৰ বাণী কিমান দূৰ মানি চলিব পাৰিছো? মোৰ ধাৰণাৰে, বিশ্বৰ শান্তি প্ৰতিষ্ঠাত ব্ৰতী বৃহৎ অনুষ্ঠানসমূহে ধীৰে ধীৰে গান্ধীজীৰ অহিংসা আৰু শান্তিৰ নীতি হৃদয়ঙ্গম কৰিবলৈ বদ্ধপৰিকৰ হৈছে আৰু উপলব্ধি কৰিছে যে মানৱজাতিক নিৰ্মূলকৰণৰপৰা বচাবৰ বাবে তেওঁৰ নিৰ্দেশিত পথেই একমাত্ৰ পথ। মনত ৰাখিব লাগিব যে আজিৰ দিনত বৃহৎ ৰাষ্ট্ৰসমূহৰ মাজত আণবিক যুদ্ধৰ কথা বৰ বেছিকৈ হৈ আছে যদিও পৃথিবীত মাত্ৰ আজিলৈকে দুটা ক্ষুদ্ৰ আণবিক বোমাহে নিক্ষেপ কৰা হ'ল। তাৰ মানে, অজস্ৰ আণবিক বোমা তৈয়াৰী কৰি ৰাখিছে যদিও কোনো এখন বৃহৎ দেশেই সেই বোমা আজি নিক্ষেপ কৰিবলৈ সাহস আৰু ইচ্ছা কৰা নাই। ইয়াৰ মূলতে আছে সকলোৰে অন্তৰত বিশ্বশান্তিৰ প্ৰতি এক ঐকান্তিক আগ্ৰহ আৰু অহিংসাৰ প্ৰতি এক জীৱন্ত বিশ্বাস। এই মনোভাৱ গান্ধীজীৰ আদৰ্শৰ দ্বাৰাই বিশেষভাৱে অনুপ্ৰাণিত বুলি মই দৃঢ়ভাৱে বিশ্বাস কৰো। তাকে নোহোৱাহেঁতেন যুদ্ধ আৰু হিংসা কাৰ্যত বিশ্বাস থকা পৃথিবীৰ অনেক দেশে আজি মহাপয়োভৰেৰে তেওঁৰ শতবাৰ্ষিকী জন্মোৎসৱ পালন নকৰিলেহেঁতেন। বিশ্বৰ সামগ্ৰিক চিন্তাত এক স্থায়ী মূল্য দিব পৰা লোকৰ পূজাহে বিশ্বত সদায় চলি আহিছে। মহাত্মা গান্ধীৰ দ্বাৰা বিশেষ ভাৱে অনুপ্ৰাণিত হৈ নিগ্ৰো

নেতা মাৰ্টিন লুথাৰ কিঙে নিগ্ৰোসকলৰ মুক্তিৰ বাবে কৰা অহিংস অসহযোগ আন্দোলনৰ কথা এই ক্ষেত্ৰত আমি বিশেষ ভাৱে স্মৰণ কৰিব লাগিব।

মাৰ্টিন লুথাৰ কিঙৰ নেতৃত্বত আমেৰিকাৰ নিগ্ৰোসকলে অহিংস উপায়েৰে নিজৰ অধিকাৰ পাবলৈ অগ্ৰসৰ হোৱাৰ কথাই আমাক গান্ধীজীৰ আদৰ্শৰ কথা সোঁৱৰাই দিয়ে। কিঙে ঘোষণা কৰিছিল যে যীশু খ্ৰীষ্টই তেওঁলোকক অহিংসাৰ বাণী দিলে আৰু মহাত্মা গান্ধীয়ে সেই অহিংসা নীতিক কাৰ্যকৰী কৰাৰ উপায় দান কৰিলে। 'Why We Can't Wait' নামৰ গ্ৰন্থত কিঙে লিখিছে, "অহিংসা এক শক্তিশালী আৰু ন্যায় অস্ত্ৰ। ইতিহাসত এই অস্ত্ৰৰ তুলনা নাই। এই অস্ত্ৰই ঘা নলগোৱাকৈ আঘাত কৰে আৰু ই ইয়াৰ ধাৰণ কৰোতাজনক মহত্ত্ব দান কৰে। এই তৰোৱালে আঘাতৰ উপসমহে ঘটায়। নিগ্ৰোসকলৰ ন্যায়ৰ বাবে কৰা সংগ্ৰামৰ বাবে অহিংসা হ'ল এক কাৰ্যকৰী আৰু নৈতিক উপায়। অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত প্ৰত্যক্ষ সংগ্ৰামে প্ৰমাণ কৰি দেখুৱালে যে ইয়াৰ দ্বাৰা পৰাস্ত নোহোৱাকৈ যুদ্ধত জয়ী হব পাৰি। ১৯৬৩ চনৰ নিগ্ৰো বিপ্লবৰ এইটোৱেই আছিল নীতি।" (পৃষ্ঠা—২৬)। তেওঁ সেইখন কিতাপতে পুনৰ লিখিছে, "American history had taught him (the Negro) that non-violence in the form of boycotts and protests had confounded the British monarchy and laid the basis for freeing the colonies from unjust domination. Within his own century, the non-violent ethics of Mahatma Ganndhi and his followers had muzzled the guns of the British Empire in India and freed more than three hundred and fifty million from colonialism." (পৃষ্ঠা—৩৭)। কিঙে কিতাপখনৰ একেবাৰে শেষত লিখিছে, "বৰ্বৰ অৱস্থাত মানুহৰ এদিন জন্ম হৈছিল আৰু তেতিয়া মানুহে মানুহক হত্যা কৰাটো জীয়াই থকাৰ এক সাধাৰণ নিয়মত পৰিণত হৈছিল। লাহে লাহে মানুহ বিবেকৰ দ্বাৰা নিয়ন্ত্ৰিত হবলৈ ধৰিলে আৰু এতিয়া মানুহ এনেকুৱা এটা অৱস্থাত উপনীত হ'ল যেতিয়া এজন মানুহে আন এজন মানুহৰ প্ৰতি হিংসা প্ৰয়োগ কৰাটো মানুহে মানুহৰ মাংস ভক্ষণ কৰাৰ দৰেই পাপ বুলি পৰিগণিত কৰিব লাগিব। (পৃষ্ঠা—১৫২)

এইদৰে দেখা গৈছে যে পৃথিৱীৰ শ্ৰেষ্ঠ মনীষীসকলে হিংসা-বিদ্বেষৰ

পন্থা পৰিত্যাগ কৰি মানুহক এক শ্ৰেষ্ঠতৰ স্থানলৈ তুলিবৰ বাবে অহিংসা আৰু শান্তিৰ নীতি প্ৰয়োগ কৰি পৃথিৱীৰ বৃহৎ সমস্যাসমূহ সমাধানৰ বাবে অগ্ৰসৰ হৈছে। মহাত্মা গান্ধীৰ সমগ্ৰ জীৱনৰ সাধনাৰ তাৎপৰ্য ইয়াতে নিহিত আছে। তেওঁৰ বাণী আৰু আশা অথলে যোৱা নাই।

ভাৰতবৰ্ষই মহাত্মা গান্ধীক জন্ম দিছিল আৰু মহত্ত্বৰ দৃষ্টিৰপৰা বুদ্ধ আৰু অশোকৰ পিচতেই ভাৰতত তেওঁৰ স্থান। এনে এজন মহৎ পুৰুষৰ আদৰ্শ প্ৰতিফলিত কৰি সেই আদৰ্শমতে বৰ্তমান ভাৰতবৰ্ষ পৰিচালিত হৈছেনে নাই, সেই কথাৰ প্ৰতি এই পৱিত্ৰ বছৰত পৃথিৱীয়ে সতৰ্ক দৃষ্টি নিক্ষেপ কৰিছে। গান্ধীজীয়ে জন্মগ্ৰহণ কৰা দেশতে তেওঁৰ আদৰ্শ ম্লান হোৱা মানে বিশ্বসভাত আমি নিন্দিত হব লাগিব। বাৰে বাৰে আমি তেওঁৰ কথা কওঁ, তেওঁৰ আদৰ্শৰ উদাহৰণ দাঙি ধৰোঁ, তেওঁক আমাৰ জাতিৰ পিতা আখ্যা দিওঁ আৰু তেওঁ ভাৰতক ধূলিৰপৰা তুলি আনি জগৎ সভাত যোগ্য আসনত বহুৱালে বুলি কওঁ। কিন্তু তেওঁৰ আদৰ্শ দীপ্তিমান কৰি সেইমতে আমাৰ দেশখন আগবাঢ়িছে নে নাই, তাকে এই চিৰ পৱিত্ৰ বছৰত আমি সকলোৱে গভীৰভাৱে চিন্তা কৰি চাব লাগিব। আমাৰ তেনে এক আত্ম-বিশ্লেষণ আৰু আত্ম-জিজ্ঞাসাৰ ভাব জাগ্ৰত হোৱাৰ ওপৰতে গান্ধী শতবাৰ্ষিকী জন্মোৎসৱ পালনৰ মহত্ত্ব নিৰ্ভৰ কৰিব।

মোৰ মতেৰে, দেশৰ একোটা একোটা বিশেষ সমস্যা লৈ সেই সমস্যা গান্ধীজীৰ আদৰ্শৰে সমাধান কৰিবলৈ বদ্ধপৰিকৰ হোৱাটো বৰ্তমান আমাৰ অতি প্ৰয়োজনীয় কৰ্তব্য। তেনে একোটা সমস্যাৰ মাজত নিহিত থকা প্ৰকৃত সত্যটো উদ্ঘাটন কৰি লোৱাটো প্ৰথম দায়িত্ব, কাৰণ মহাত্মাৰ মতে যি কথা আৰু সমস্যাৰ সমাধান সত্যৰ আলোকেৰে ধৌত নহয়, তেনে কথা আৰু সমস্যাৰ দ্বাৰা মানৱৰ কোনো উপকাৰ নহয়। ভাৰতৰ যিকোনো ঠাইৰ একোটা সাধাৰণ বা বৃহৎ সমস্যা লৈয়েই আমি এই পৰীক্ষা চলাব পাৰো আৰু মোৰ সম্পূৰ্ণ বিশ্বাস যে সত্য আৰু ন্যায়ৰ ওপৰত অগাধ বিশ্বাস থাকিলে আমি যি কোনো সমস্যাকে সমাধান কৰিব পাৰিম। এনে কাৰ্যত ব্ৰতী হওঁতে সমস্যাৰ লগত জড়িতসকলৰ মনৰপৰা হিংসা-বিদ্বেষ-ঘৃণাৰ ভাব সম্পূৰ্ণভাৱে পৰিহাৰ কৰিব পাৰিব লাগিব আৰু প্ৰত্যেকেই দয়াৰ দৃষ্টিৰে আগবাঢ়িব লাগিব। সাধাৰণ একোটা সমস্যা সমাধানত আমি এইদৰে কৃতকাৰ্য হ'লে সেই আগ্ৰহ আৰু মনোভাৱ বৃহত্তৰ সমস্যাৰ প্ৰতি আমি

নিয়োগ কৰিবলৈ উৎসাহ পাম। বৃহৎ সমস্যাসমূহ সমাধানৰ ক্ষেত্ৰত আমি সততে ডঃ ৰাধাকৃষ্ণণৰ এটা কথা মনত ৰাখিব লাগিব। তেওঁৰ মতে, আমি পৃথিৱীৰ বৃহৎ ঘটনাসমূহৰ পৰিবৰ্তন সদায় কৰিব নোৱাৰিব পাৰো, কিন্তু সেই ঘটনাসমূৰ প্ৰতি থকা আমাৰ মনোভাৱৰ পৰিবৰ্তন আমি কৰিব পাৰো।

মহাত্মা গান্ধীৰ সত্য আৰু অহিংসাৰ আদৰ্শ মানৱ-সমাজত মৃত্যুহীন কৰিবৰ বাবে সেই সমাজত বিনা সন্দেহে এক অনুকূল পৰিবেশৰ প্ৰয়োজন হব। মোৰ ধাৰণাৰে, এনে এক অনুকূল পৰিবেশ ভাৰতৰ বাহিৰে অন্য দেশত বেছি নাই। অতীজৰে পৰা ভাৰতৰ আদৰ্শ, সভ্যতা, সংস্কৃতি আৰু পৰম্পৰা এক আধ্যাত্মিক ভিত্তিৰ ওপৰত গঢ় লৈ আহিছে আৰু ভাৰতবাসীৰ মনত এই সংস্কাৰে চিৰদিন কাম কৰি আহিছে। ভাৰতৰ লোকে সত্য, শান্তি আৰু অহিংসাৰ আদৰ্শ যিমান উৎসাহ আৰু সোনকালে গ্ৰহণ কৰিব পাৰিব আন দেশৰ লোকে নিশ্চয় নোৱাৰিব। এই ভিত্তিৰ ওপৰত থিয় হৈয়েই স্বাধীনতা লাভৰ লগে লগে এক বৃজন সংখ্যক বিশ্বাসযোগ্য আৰু কৰ্মপৰায়ণ সত্যাগ্ৰহীৰ সহায়ত মহাত্মাৰ পৰিকল্পিত সামাজিক আদৰ্শৰ ৰূপায়নৰ যথেষ্ট সুযোগ আৰু সুবিধা আছিল। আমাৰ স্বাধীনতাৰ সংগ্ৰাম অজস্ৰ মানুহৰ ত্যাগ আৰু আদৰ্শ-নিষ্ঠাৰ ভিত্তিত গঢ় লৈছিল আৰু সেই আদৰ্শ-নিষ্ঠা, ত্যাগ আৰু সমাজ-কল্যাণকামী মনোভাৱক স্বাধীন ভাৰতবৰ্ষত স্থায়ী কৰিবৰ বাবে আৰু তাৰ দ্বাৰা এখন কল্যাণমুখী সমাজ গঠন কৰাৰ সুযোগ গ্ৰহণ নকৰি আমি মহাত্মা গান্ধীৰ প্ৰতি বৰ ডাঙৰ অন্যায় কৰিলো।

কিন্তু মোৰ সম্পূৰ্ণ বিশ্বাস যে মহাত্মা গান্ধীৰ আদৰ্শ মতে আমি এতিয়াও আমাৰ সমাজক গঢ় দিয়াৰ মহান দায়িত্ব গ্ৰহণ কৰিব পাৰো। ওপৰত উল্লেখ কৰা অনুকূল পৰিবেশ এটা সৃষ্টি কৰাটোৱেই বৰ্তমান আমাৰ প্ৰথম কৰ্তব্য। তেনে এক পৰিবেশ আৰু পৰিস্থিতি সৃষ্টি কৰাটো নানা কাৰণত চৰকাৰৰ পক্ষে সম্ভৱ নহব পাৰে আৰু দেশৰ সমূহ ৰাইজৰ পক্ষেও সেইটো সম্ভৱপৰ নহয়। সেই কাৰণে, মই ভাবো, গান্ধীজীৰ আদৰ্শক ক্লান্তিহীনভাৱে কাৰ্যকৰী কৰিবৰ বাবে দেশত এটা তৃতীয় বাহিনী বা শক্তিক গঢ় দিয়াটো অত্যাৱশ্যকীয়। সেই বাহিনী বা শক্তিৰ কৰ্মীসকলৰ নাম সত্যাগ্ৰহীও থব পাৰি। এই সত্যাগ্ৰহীসকলে দৈনন্দিন ঘটি থকা আইন-শৃঙ্খলাজনিত আৰু সমাজৰ ক্ষুদ্ৰ কথাবোৰৰ উৰ্ধত উঠি মানুহৰ প্ৰকৃত সেৱাৰ

বাবে উদাৰ চিত্তেৰে দৃঢ়বদ্ধ ভাবে কাৰ্যত অগ্ৰসৰ হব পাৰিব লাগিব। তেওঁলোকৰ কাম হ'ব :

১। সত্য আৰু অহিংসাৰ পথেৰে আমাৰ সমাজৰ পৰিবৰ্তন সম্ভৱপৰ বুলি তেওঁলোক প্ৰথমতে মনেৰে দৃঢ়সঙ্কল্প হব লাগিব আৰু এই বাণী শিৰোগত কৰি লব লাগিব যে হিংসা-অবিশ্বাস-অশান্তিৰ মাজত মানৱ-সমাজ বাচি থাকিব নোৱাৰে।

২। একোটা সমস্যা বাছি লৈ গান্ধীজীৰ আদৰ্শেৰে তাৰ সমাধানৰ চেষ্টা কৰিব লাগিব আৰু তাৰ বাবে প্ৰয়োজন মতে তেওঁলোকে চৰকাৰ আৰু ৰাইজ উভয়ৰে সক্ৰিয় সহযোগ বিচাৰিব। কঠিন সত্যাগ্ৰহৰ আশ্ৰয় লৈয়ো তেওঁলোকে তেনে সহযোগ লাভ কৰিব পাৰিব লাগিব।

৩। দুটা পক্ষৰ ভিতৰত বিবদমান এটা সমস্যাৰ সৃষ্টি হ'লে তেওঁলোকে ( সত্যাগ্ৰহীসকলে ) দুয়ো পক্ষৰ মাজত থকা অসূয়া-ঘৃণা-বিদ্বেষ-প্ৰতিহিংসাৰ ভাৱ প্ৰথমতে দূৰ কৰিবলৈ কঠোৰ পৰিশ্ৰম কৰিব লাগিব আৰু এই ক্ষেত্ৰত তেওঁলোকৰ ত্যাগ আৰু সহিষ্ণুতাই সকলোৰে হৃদয় স্পৰ্শ কৰিব পাৰিব লাগিব। দুয়ো পক্ষৰ লোকৰ হৃদয়ৰ পৰিবৰ্তন ঘটাই ক্ষমাৰ গুণেৰে সেই সমস্যাৰ সমাধান তেওঁলোকে কৰিব লাগিব। এই ক্ষেত্ৰত ৰাইজ আৰু চৰকাৰৰ সাহায্য তেওঁলোকে বিচাৰিব পাৰিব।

৪। শান্তি আৰু সংভাৱৰ য'ত অভাৱ তাত তেওঁলোকে শান্তি আৰু সংভাৱৰ সৃষ্টি কৰিব পাৰিব লাগিব আৰু য'ত শান্তি আৰু সংভাৱৰ সম্ভাৱনা আছে তাত সেই শান্তি আৰু সংভাৱৰ পৰিসীমা ব্যাপক কৰিব লাগিব।

৫। এনে কাৰ্যত প্ৰথম অৱস্থাত তেওঁলোক ব্যৰ্থ হ'ব পাৰে, কিন্তু সেই ব্যৰ্থতাকে তেওঁলোকে জয়লাভৰ প্ৰথম পদক্ষেপ বুলি দুগুণ উৎসাহেৰে কৰ্তব্যত আগুৱাই যাব লাগিব। তেওঁলোকে মনত ৰাখিব লাগিব যে হিংসাত উন্মত্ত এই সমাজত অহিংসা আৰু শান্তিৰ পথ মুকলি কৰাটো এটা অতি কষ্টকৰ অধ্যায় আৰু অহিংসা আৰু শান্তিৰ বাবে কৰা কোনো সংগ্ৰামেই আজিলৈকে প্ৰকৃত অৰ্থত ব্যৰ্থ হোৱা নাই। যীশু খ্ৰীষ্টক হত্যা কৰাৰ পিচতহে তেওঁৰ আদৰ্শ আৰু বাণী পৃথিৱীত বিয়পি পৰিছিল।

আনহাতেদি, চৰকাৰ আৰু ৰাইজৰ পৱিত্ৰ দায়িত্ব হ'ব সেই সত্যাগ্ৰহী-সকলক পাৰ্যমানে সহায় কৰা। তেওঁলোকৰ যোগেদিয়েইস মাজত গান্ধীজীৰ আদৰ্শ কাৰ্যকৰী কৰাৰ এক আৰম্ভণি হব বুলি ৰাইজ আৰু চৰকাৰে উপলব্ধি কৰিব লাগিব।

তেনে এক সত্যাগ্ৰহী দলৰ গঠনৰ দায়িত্ব গান্ধী জন্ম-শতবাৰ্ষিকীৰ এই বছৰতে আমি গ্ৰহণ কৰিব পাৰিলে আমাৰ সকলো আয়োজন সাৰ্থক হব বুলি মই হৃদয়েৰে উপলব্ধি কৰিছো।

# মহাত্মা গান্ধীৰ নন্‌কোপাৰেছন্

লক্ষ্মীনাথ বেজবৰুৱা

মহাত্মা গান্ধীয়ে প্ৰচাৰ কৰা নন্‌কোপাৰেছন্ হেনো মৰিল। হেনো বুলিছো এইদেখি যে কোন মৰিল তাৰ ঠিকনা নকৰিয়েই এই ৰাউচি। আমি কওঁ নন্‌ভায়লেণ্ট নন্‌কোপাৰেছন্ হলে মৰা নাই; কাৰণ, সি মৰিব নোৱাৰে, অমৰ। ভৰি পিছলা অযোগ্য সত্যাগ্ৰহী নন্‌কোপাৰেটৰ মৰিল হয়, কিন্তু সত্য মৰে কেনেকৈ? ধৰ্মভ্ৰষ্টৰ বিনাশ হ'ব পাৰে; কিন্তু ধৰ্মৰ বিনাশ ক'ত? নন্‌কোপাৰেছন্ কি বস্তু, তাৰ প্ৰকৃত মৰ্ম কি, সেইটো স্থবুজাৰ বা বুজিবৰ ক্ষমতা নথকাসকলৰ আৰু নন্‌কোপাৰেছন্ ব্ৰত পালিব নোৱাৰাৰ মুখৰহে এই ৰাউচি। ইতি পিণ্ডিতাৰ্থ।

ৰাজনীতি ক্ষেত্ৰত কাৰ্যসিদ্ধিৰ নিমিত্তে নন্‌কোপাৰেছন্ অৰ্থাৎ অসহযোগ লাগতিয়াল। কিন্তু আচলতে এই লাগতিয়াল ঘাইটো লাগতিয়ালৰ লগুৱা-লিকচৌহে। ঘাই বস্তুটো হৈছে মনুষ্যত্ব হেৰুৱাই অধোগতি প্ৰাপ্ত হোৱা জাতিক মনুষ্যত্ব প্ৰদান কৰি ওপৰলৈ তোলা কাৰ্য। শাসনকৰ্ত্তাসকলৰ শাসন যন্ত্ৰ বিনাশেই নন্‌কোপাৰেছনৰ ঘাই উদ্দেশ্য নহয়, বলহীন আত্মাক বলৱন্ত কৰি থিয় কৰাটোহে ঘাই উদ্দেশ্য। লুকাই জঁয় পৰি থকা আত্ম-ক্ষমতাক ঠন ধৰাই নিজৰ ভৰিৰ ওপৰত থিয় কৰাই মুক্ত আকাশৰ তলত অবাধ মুক্তি লাভ কৰাই তাৰ প্ৰধান কাৰ্য। তাৰ শিক্ষা ঘাইকৈ এই কেইটা—আহাৰ, বিহাৰ, বসন, ভূষণত, সৰলতা, চিন্তা, বাক্য, মনত অকপট অৰ্থাৎ এহাশুধীয়া ভাৱ, পৰমত-সহিষ্ণুতা আৰু পৰমতৰ প্ৰতি শ্ৰদ্ধা, দুখ-কষ্ট অকাতৰে সহিব পৰা ক্ষমতাৰ বিকাশ, সত্যৰ প্ৰতি একনিষ্ঠতা, সৰ্বসাধাৰণৰ প্ৰতি, ঘাইকৈ দীন-দুখী দৰিদ্ৰৰ প্ৰতি অকল মুখেৰেই নহয়, কাৰ্যেৰে সৰ্বতোভাৱে সহানুভূতি, আনৰ প্ৰতি ব্যৱহাৰত, আনকি মনতো অহিংসাৰ ভাৱ আৰু আচৰণ ইত্যাদি। এই নন্‌কোপাৰেছন্ অতি ওখ, অতি মহান। এনে ওখ আৰু মহান অৱস্থা লভিবৰ উপায় আৰু ব্যৱস্থা, মহাত্মা গান্ধীৰ নন্‌কো-

পাৰেছন্ দেশৰ সৰহ ভাগ মানুহ এই শিক্ষাত দীক্ষিত হলে দেশৰ দাসত্ব-শৃঙ্খল আপোনা-আপুনি সুলকি পৰিব আৰু সেই মুক্তি সেই স্বৰাজ্য চিৰস্থায়ী হ'ব। এই ব্যৱস্থা সাৰ্বজনীন অৰ্থাৎ জগতৰ সকলো মানুহৰ নিমিত্তে। বৰ্তমান য়ুৰোপীয় জাতিসকলৰো স্বাধীনতা প্ৰকৃত স্বাধীনতা নহয়। নিৰান্নৰৈ মুঠি ছুখীয়া আৰু ছুৰ্বলৰ প্ৰতি অত্যাচাৰৰ ওপৰত প্ৰতিষ্ঠিত এমুঠি ধনী আৰু প্ৰবলৰ 'স্বাধীনতা'ক স্বাধীনতা বুলিব নোৱাৰি। সেইটো স্বাধীনতাৰ নামত চলা ভীষণ অধীনতা মাত্ৰ, সভ্যতাৰ নামত চলা বীভচ্ অসভ্যতা মাথোন। প্ৰবল জাতিয়ে ধন, দেশ, ৰাজ্য আৰু ক্ষমতাৰ লোভত ছুৰ্বল দেশ আৰু জাতিক গৰাহ মৰাটো এই 'বিকৃত স্বাধীনতা'ৰ আৰু এটা লক্ষণ। এনে 'স্বাধীনতা'ত ঈশ্বৰৰ ৰাজ্যত শান্তি থাকিব নোৱাৰে। চিৰকাল অন্যায় অত্যাচাৰৰ সোঁত পৃথিৱীত প্ৰবলভাৱে বলি থকাৰ দিহাই এনে স্বাধীনতাৰ ফল। মহাত্মাৰ ব্যৱস্থা সেই দেখি সাৰ্বজনীন ব্যৱস্থা; সমগ্ৰ পৃথিৱীৰ নিমিত্তে কল্যাণকৰ ব্যৱস্থা; আৰু সেইবাবেই এই কথাৰ আচল মৰ্ম বুজোঁতাসকলে মহাত্মাক বৰ্তমান কালত জগতত সৰ্বশ্ৰেষ্ঠ মহৎ ব্যক্তি বোলে।

হ'ব পাৰে মহাত্মাৰ ব্যৱস্থামতে আমাৰ মানুহ নচলিল, খিতাপধাৰী-সকলে খিতাপ নেৰিলে, উকিল-বেৰিষ্টাৰসকলে ওকালতি বেৰিষ্টাৰী নেৰিলে, কিছুমানে এৰি আকৌ ধৰিলে, স্কুল-কলেজৰ ছাত্ৰে স্কুল-কলেজ নেৰিলে, বা এৰি পুনৰ ধৰিলে, খদ্দৰ পিন্ধোতাই খদ্দৰ এৰি আকৌ বিদেশী মিহি কাপোৰেৰে গা বিভূষিত কৰিলে, কিন্তু এনে কথা কোনোবাই বুকুত হাত দি কব পাৰিবনে, যে আজিৰ সেই উকিল, বেৰিষ্টাৰ, ছাত্ৰৰ মনৰ গতি মহাত্মাৰ প্ৰচাৰিত নন্‌কোপাৰেছন্ নৈৰ "শান্ত, চিদানন্দ, শুদ্ধ, অনন্ত, মহিমান্বিত নিৰ্মল তৰঙ্গচয়হীন" জলত স্নান-পান আৰু আচমন কৰি মুক্তিৰ মধুৰ ৰাজ্যৰ ফালে আজি তেওঁলোকৰ মনৰ ধাউতি আৰু গতি হোৱা নাইনে? আগেয়ে যেনেকৈ তেওঁলোকে বিদেশী কাপোৰ বিদেশী হেট-কোট-টাই পিন্ধি নিজক গৌৰৱান্বিত বিবেচনা কৰি আত্মপ্ৰসাদ লাভ কৰিছিল, আজি তেনেকুৱা আত্মপ্ৰসাদ তেওঁলোকে মনৰ অন্তৰতম প্ৰদেশত লাভ কৰেনে? আমি ন দি কম—কেতিয়াও, কেতিয়াও নকৰে। নন্‌কোপাৰেছন্ গুৰুভাৰ তেওঁলোকে বব নোৱাৰি হুৰিল হয়, কিন্তু সেইটো তেওঁলোকৰ ছুৰ্বলতা মাথোন, নন্‌কোপাৰেছনৰ দোষ নহয়। প্ৰকৃত মূল্য দি তেওঁলোকে

স্বাধীনতা কিনিব নোৱাৰিলে, এই মাথোন; কিন্তু স্বাধীনতাৰ কহিনুৰ নন্‌কোপাৰেছনৰ বেচ আগেয়ে যি আছিল, এতিয়াও সেয়ে আছে। প্ৰথমতে ল'ৰাই থিয় দিবলৈ চেষ্টা কৰি অনেকবাৰ পৰাৰ দৰে এইটোও এটা পৰা মাথোন; এবাৰ পৰোঁতে ভয় খাই হায়ঔ বিঔ কৰাটো ঠিক কথা নহয়। বোলো এৰি দিয়া, আকৌ পৰিবলৈ এৰি দিয়া; ভয় নাই, এদিন এই ল'ৰা থিয় দিবই, আৰু তাৰ পিচত এই ল'ৰাই লৰি দম্‌দমাই ভূমি কঁপাই ফুৰিবই নিশ্চয়।

আমাৰ দুৰ্বলতাই যে বিদেশী শাসন-যন্ত্ৰৰ বল এইটো বুজা টান কথা নহয়। আমাৰ এই দুৰ্বলতা গুচিলেই আমাৰ স্বৰাজলাভ। কিন্তু বাহিৰৰ ঢোকা-ভেজাৰে নহয়, ভিতৰৰ প্ৰদীপ্ত শক্তিৰে এই দুৰ্বলতা বিনাশ কৰিব লাগিব, তেহে প্ৰকৃত মুক্তি। মহাত্মাৰ দৰবৰ ব্যৱস্থাপত্ৰৰ উদ্দেশ্য এই। শোৰে ধৰা ৰোগীয়ে শোৰৰ দৰব খাব নোখোজে; খুৱাবলৈ গলে দৰব আৰু দৰব দিওঁতা বেজক কোনো কামৰ নহয় বুলি গালি পাৰি উৰাই দিয়ে; আমাৰো এতিয়া সেয়ে হৈছে। ঘাইকৈ যি কেইটা অপথ্য বস্তুৱে আমাক শোৰা সেৰেলুৱা কৰিছে, সেই পাঁচোটা অপথ্য বস্তুকে তেওঁ আমাৰ মুখৰ আগৰপৰা আঁতৰাবলৈ কৈছিল; কিন্তু আমি মুশুনিলোঁ, কাৰণ আমি শোৰ-ৰুগীয়া যে, আমি চুৰকৈ বা দ্বন্দ্ব-হাই কৰি বা কান্দি-কাটি তেতেলী টেঙা, পকা খৰিচা আৰু পঁইতা-ভাত খামেই, কাৰণ সম্প্ৰতি যে সি বৰ ৰুচিকৰ।

নন্‌কোপাৰেছনে নিজৰ দেশক ভাল পাবলৈ শিকায়, কিন্তু লোকক অৰ্থাৎ বিদেশীক ঘিণ কৰিবলৈ নহয়। মুক্তি বৰ পৱিত্ৰ বস্তু; হিংসা, দ্বেষ আৰু ঘৃণাৰ কড়িৰে সেই বস্তু কিনিবলৈ পোৱা নাযায়। আনন্দ বজাৰত মুক্তি মহাপ্ৰসাদ আছে; ভক্তি, প্ৰেম, অহিংসা, স্বাৰ্থত্যাগ আৰু পৰ-সেৱাৰ বিত দিহে তাক কিনি অমৰ হৈ মুক্তি সুখ লভিব পাৰি।

অহিংসা ( non-violence ) দুৰ্বল কাপুৰুষৰ গা ঢকা ঢাল (shield) নহয়, সি অন্যায় অত্যাচাৰৰ বিৰুদ্ধে সবলৰ ন্যায় আৰু সত্যৰ বলেৰে বলীয়ান, প্ৰবল প্ৰতিৰোধ। ঢকাৰে ঢকা গুটোৱা, চৰেৰে চৰৰ গুটনি দিয়া, গোৰেৰে গোৰৰ ধাৰ মৰাতকৈ ই অনেক ওখ খাপৰ বস্তু। এনেবোৰ গুটনিৰ ওপৰত উঠি মূৰ দাঙি বুকু ফিন্দাই থিয় হব পৰাটোহে পূৰ্ণৰূপে বিকশিত মনুষ্যত্বৰ কাম। আৰু চোৱাঁ, মহাত্মাৰ এই ব্যৱস্থা অসাধ্য সাধনো নহয়। পঞ্জাবৰ সাহীয়াল আকালীসকলৰ ফালে চোৱাঁ, তেওঁলোকে এই শিক্ষা

কাৰ্যত পৰিণত কৰি সকলোকে দেখুৱালে। ৰক্তপাত কৰি মুক্তিলাভ প্ৰকৃত মুক্তিলাভ নহয়, সি খোহামৰা দুদিনীয়া বস্তু মাথোন।

পৰমুখাপেক্ষী নহৈ নিজে সূতা কাটি কাপোৰ বৈ কাপোৰ পিন্ধিবলৈ দেশৰ দুখীয়াক উদাহৰণেৰে দেখুৱায় আৰু কাৰ্যেৰে শিকায় দাসত্বৰ পাশ-জৰী কটোৱাৰ ব্যৱস্থা; যে কি উত্তম, তাক নুবুজা লোক খুব কম। এতেকে এই বিষয়ে বাহুল্যকৈ কোৱাৰ সকাম নেদেখোঁ। আন পিনে তিনি-চাৰি বছৰৰ আগেয়ে খাদ্দৰৰ বেছি প্ৰচলনত বিলাতী তাঁতীসকলৰ (যিসকলেই বিলাতী গৱৰ্ণমেণ্টৰ ধৰণী) আতঙ্ক উপস্থিত যে হৈছিল, সেয়ে ৰাজনৈতিক তাপমান যন্ত্ৰৰ চিন; আৰু সেয়েই প্ৰমাণ কৰে যে এই ব্যৱস্থা সেই হিচাপেও কেনে কাৰ্যকৰী। *

*'বাঁহী' (কাহুদী আৰু খাবলি): ১৫শ বছৰ, ১০ম সংখ্যা, ১৮৪৭ শক।

# মহাত্মা

চন্দ্ৰকুমাৰ আগৰৱালা

"অকুণ্ঠং সৰ্ব্বকাৰ্য্যেষু ধৰ্ম্মকাৰ্য্যাৰ্থমুদ্যতম্।
বৈকুণ্ঠস্য হি তদ্ৰূপং তস্মৈ কাৰ্য্যাত্মনে নমঃ॥"

নিৰলে নিজানে মোৰ কুঞ্জ কুটীৰত,
আছিলোঁ ধিয়াই দীন দুৰ্বল হৃদয়,
লুকাই প্ৰাণৰ ভাৱ দুৰ আঁতৰত—
শক্তিৰ অভাৱ ভাবি নিজে পৰি জঁয়।

হওক নহ'ক বুলি অগা-পিছা কৰি
লাগিছিলোঁ সেৱাতেই ভীৰুৰ সদৃশ,
আজি দেৱ! অনুপম তোমাৰ জ্যোতিৰে
উদ্ভাসিত, ভৰপূৰ পৃথিৱী-আকাশ।

এন্ধাৰ কুঞ্জত নামে স্বৰ্গৰ ৰহণ
উদ্দীপ্ত পৰাণ মোৰ নৱ পৰশত,
ছিগিল হৃদয়-গ্ৰন্থি, গুচিল সংশয়—
নতুন বলেৰে বলী মুকলি বিশ্বত।
নিঃকিন সেৱক মই নত কৰোঁ শিৰ।
পুণ্যাত্মা মহাত্মা গান্ধী ভক্ত কৰ্মবীৰ॥

# মহাত্মা

বস্তুকান্ত বৰকাকতি

জীৱন্ত কবিতা তুমি আপুনি মহাত্মা!
কবিতা কি? সি যে ক্ষীণ ধ্বনি হৃদয়ৰ
মহাত্মা বিচাৰি ঘূৰি ফুৰে ত্ৰিভুৱন
মৰ্ত্ত্য পিপাসাৰে, আকুল ব্যাকুল হই
কবিৰ প্ৰাণত! কোটি কবি-কণ্ঠ-জিনি
তুমি আজি ভাৰতৰ মৰ্ম্ম বাণী, শত
শতাব্দীৰ, উদ্বোধিত কৰ্ম্ম শক্তি নৱ,
পতিত জাতিৰ; জ্ঞান-দাতা, প্ৰাণ-দাতা
তুমি আজি মুক্তি-দাতা ছিন্ন কৰি এই
পাপ-লিপ্ত, ক্ষিপ্ত সভ্যতাৰ দুৰভেদ্য-
প্ৰাচীৰ; পূৰ্ণেন্দু উদিত ধৰাত তুমি
জন-গণ-মন সিন্ধু কৰি উদ্বেলিত।
মানুহে চুনিব য'ত নিজ মৰ্ত্ত্য সীমা,
তাতহে ৰঞ্জিছে তব দেৱত্ব মহিম।

# গান্ধীজীৰ ৭১তম জন্মদিৱস

## গোপীনাথ বৰদলৈ

[ গান্ধীজীৰ ৭১তম জন্মদিৱসত গোপীনাথ বৰদলৈ ডাঙৰীয়াই ইংৰাজীতে লিখা প্ৰবন্ধ এটি পোৱা গ'ল। সম্ভৱ তেখেতে এই প্ৰবন্ধটি ১৯৩৬ চনত যোৰহাট জেলত থকা সময়ত লিখিছিল। আগতে যদি এই প্ৰবন্ধটি কোনোবা কাগজে-পত্ৰে প্ৰকাশ পাইছে সেই বিষয়ে সবিশেষ জনা নাযায়। ]

গান্ধীজীৰ জীৱনৰ সত্তৰ বছৰ বয়স পূৰ্ণ হ'ল, আজি তেওঁৰ ৭১তম জন্ম দিবস। এনে এটা শুভ দিনত এনে অতুলনীয় জীৱনৰ মহত্ত্ব আৰু মহিমাৰ বিষয়ে আমি এবাৰ মনোনিৱেশ কৰা উচিত হ'ব।

এফালে ৰাজনৈতিক ভুৱা-বিশ্বাস আৰু কূটনৈতিক ষড়যন্ত্ৰৰে পৰিপূৰ্ণ বিধ্বস্তকাৰী এই যুদ্ধকালীন অৱস্থা, আনফালে পোনপটীয়া সৰল পন্থাসমূহে সকলো চিন্তাশীল ব্যক্তিৰ মন আকৰ্ষণ কৰিছে। প্ৰথমৰ পন্থাসমূহৰ পৰিণাম স্বৰূপে উদ্ভৱ হোৱা মানৱ জাতিৰ এই আসন্ন বিপদে পিচৰ পন্থাসমূহৰ বাস্তৱতা আৰু সত্যতাৰ বিষয়ে আমাক নিশ্চিতভাৱে জনাইছে। নিতৌ ই স্পষ্টতকৈ স্পষ্টতৰ হৈ পৰিছে যে এখন ৰাষ্ট্ৰই আন এখন ৰাষ্ট্ৰৰ আৰু এটা জাতিয়ে আন এটা জাতিৰ ওপৰত চলোৱা শোষণকাৰ্যৰ ( material exploitation ) পুৰণি নীতিয়ে এনে এক নীতিক স্থান দিব লাগিব যি নীতিৰ ফলস্বৰূপে এটা জাতিয়ে আন এটা জাতিৰে সৈতে আৰু এখন ৰাষ্ট্ৰই আন এখন ৰাষ্ট্ৰৰ সৈতে কেৱল সমভাৱেৰে থকাটোৱেই নহয় বৰঞ্চ সকলো জাতিয়েই, সকলো ৰাষ্ট্ৰই চিন্তা, বাক্য আৰু কৰ্মৰ দ্বাৰা শোষণৰ মনোবৃত্তি সম্পূৰ্ণ পৰিহাৰ কৰিব লাগিব।

এই আদৰ্শৰ বাস্তৱ ৰূপান্তৰ কঠিন। নীতিগতভাৱে এই আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত ৰাষ্ট্ৰসংঘই বিশ্বৰ আসন্ন ধ্বংসলীলাৰ সূত্ৰপাত হোৱাৰ গোটেই কালছোৱাত কেনে এক দুৰ্বল স্বৰেৰে এই কাৰ্যত বাধা প্ৰদানাৰ্থে প্ৰতিবাদ জনাইছে তাক এই কথাৰপৰাই সহজে বুজা যায়। ৰাচিয়াই

অৱশ্যে ইতিমধ্যে এটা নতুন মতবাদৰ পৰীক্ষা-নিৰীক্ষা চলোৱাৰ কাম হাতত লৈছে আৰু যথেষ্ট সংখ্যক চিন্তাশীল লোকে পৃথিৱীলৈ শান্তি আৰু সন্তুষ্টিৰ এক নতুন যুগ অহাৰ আশাত ছোভিয়েত ৰিপাব্লিকলৈ ব্যাকুল দৃষ্টিৰে চাই আছে। যিয়েই নহওক, ৰুচ চৰকাৰৰ কিছুদিন আগৰ কাৰ্যাৱলীয়ে অনেক লোকক হতাশ কৰিছে আৰু পোলেণ্ড আদি ঠাইত ৰুচ চৰকাৰে যি কাৰ্য কৰিছে, ৰাজনীতিত জড়িত থকা লোক হিচাপে আমি সেই কাৰ্যৰ প্ৰতি বৰকৈ সমালোচনামুখী নহলেও, সম্ভৱতঃ এইটো সত্য যে ৰাচিয়াৰ মতবাদে নতুন পৃথিৱীৰ বুনিয়াদ ৰচনা কৰিব নোৱাৰে।

এইটো স্পষ্ট কথা যে আটাইবোৰ আধুনিক জাতিৰ হিংসা, শোষণ, জাতিবিদ্বেষ আদি অনেক প্ৰকাৰৰ অন্যায়ৰ প্ৰতি এক স্বভাৱজ বিশ্বাসেই এই বিফলতাৰ মূল কাৰণ। ব্যক্তি-সমষ্টিত থকা অন্যায়ে সমানভাৱে যে ব্যক্তি-সমষ্টিৰ সমাজ এখনৰো অনিষ্ট সাধন কৰে এই কথাৰ সম্যক উপলব্ধি এতিয়াও হোৱাহি নাই। সকলো সভ্য সমাজেই নিঃসন্দেহে একবাক্যে স্বীকাৰ কৰিব যে কোনো লোকে কেতিয়াও চুৰ কৰা উচিত নহয় আৰু ওচৰ-চুবুৰীয়াৰ অনিষ্টমূলক কোনো কাম কৰা কেতিয়াও উচিত নহয়। অকল সেয়ে নহয়; আমি নিজকে যেনেদৰে ভাল পাওঁ আমাৰ প্ৰতিবেশীসকলকো ঠিক তেনেদৰে ভাল পাওঁ বুলি বিশ্বাস কৰোঁ। কিন্তু জাতিৰ ক্ষেত্ৰত কেৱল "চকুৰ সলনি চকু, দাঁতৰ সলনি দাঁত, এটা বোমাৰ সলনি পাঁচটা বোমা"— এই নীতিয়েই বাহাল নাথাকে; আনকি বল প্ৰয়োগ কৰি এটা জাতিয়ে আন এটা জাতিক সকলো সম্পদ আৰু পৰাক্ৰম-পুৰুষালিৰপৰা বঞ্চিত কৰা অথবা জাতি এটাৰ স্বাধীনচিতীয়াভাৱে বসবাস কৰাৰ দৃঢ় মনোভাবৰ বিপক্ষে বলাৎকাৰৰ জৰিয়তে সেই জাতিক বশীভূত কৰাৰ নীতিকো এটা অন্যায় নীতি বুলি পৰিগণিত কৰা নহ'ব। আজি এনেহে দেখা গৈছে যে প্ৰতিবেশীৰ প্ৰতি ভাল কাম কৰা প্ৰতিবেশীৰ দ্বাৰা কোনো ভাল কাম কৰোৱাৰ প্ৰতি জাতিবোৰৰ বিবেকৰ যেন অকণো প্ৰয়োজন নাই। যিহেতু এনে ধৰণৰ বিবেকৰ সৃষ্টি কৰিবলৈ কোনো জাতি বহি থকা নাই সেইহেতু জগদ্‌বাসী হত্যাকাণ্ড আৰু ধ্বংসৰ বুকুতে থাকিব লাগিব।

গান্ধীজীৰ আদৰ্শবাদে জানো এই প্ৰশ্নৰ কিবা সমিধান দিয়ে? নিশ্চয় দিয়ে। নিজৰ লক্ষ্যত শীঘ্ৰে উপনীত হ'বপৰা পথ তেনেহলে যিমান কঠিন নহওক, ই একেবাৰে স্পষ্ট কথা যে গান্ধীৰ দ্বাৰা বিহিত আদৰ্শসমূহৰ

স্বীকৃতি আৰু গ্ৰহণ ব্যতিৰেকে আন একোৱেই বিশ্বৰপৰা বিশ্ববিনাশ কৰি অন্যায়-মহামাৰীক আঁতৰাব নোৱাৰে। এইটোও স্পষ্ট কথা যে পৃথিৱীৰ সৰু-বৰ সকলো জাতিৰ সমান স্বত্ব আছে। জাতীয় চেতনাৰ প্ৰতি সজাগ হৈ সকলো জাতিয়ে নিজস্ব 'জাতীয় চেতনা' ( National conscience ) পৰিপোষণ কৰিব লাগিব। আনহাতে শাৰীৰিক শক্তিৰ দ্বাৰা এই কাম সমাধা হ'ব নোৱাৰে। কাৰণ এই বিষয়ত শাৰীৰিক শক্তি প্ৰয়োগ কৰিবলৈ গ'লেই অস্ত্ৰ-শস্ত্ৰেৰে সু-সজ্জিত আন এটা চহকী আৰু অধিক পৰাক্ৰমী জাতিৰ উদ্ভৱ হ'ব। সেইবাবে এই 'বিবেক' গঢ়ি তোলাৰ মূল আধাৰ হ'ব লাগিব নৈতিকতা। পৃথিৱীৰ আন আন মহান ধৰ্মগুৰুসকলৰ দৰে মহাত্মাজীয়েও সঠিকভাৱে শাৰীৰিক প্ৰবৃত্তিতকৈ নৈতিক প্ৰবৃত্তিৰ উৎকৰ্ষ সাধনক উচ্চ স্থান দিছে। কিন্তু তেওঁৰ বাস্তৱতা-বোধে অকল শব্দৰ পৰিসীমাৰ ভিতৰতে তেওঁক আবদ্ধ নাৰাখি বহুদূৰ আঁতৰলৈ আনে। ইয়াৰ ফলস্বৰূপে তেওঁ কেইবাটাও আঁচনি প্ৰস্তুত কৰে। এইবোৰ গঢ়ি উঠিলে ব্যক্তি তথা সমাজত এনে এক নৈতিকতাবোধ গঢ়ি উঠিব পাৰে যে তাত শোষণকাৰী মনোবৃত্তি নাশ হোৱাৰ শক্তি নিহিত থকাৰ প্ৰচুৰ সম্ভাৱনা আছে। বৰ্তমান তেওঁ ভাৰতবৰ্ষ আৰু ভাৰতবৰ্ষৰ জাতীয় অনুৰাগৰ প্ৰতি বিশেষ ব্যগ্ৰ সঁচা, কিন্তু সেইবুলি তেওঁ অনুসন্ধান কৰা স্বাৰ্থসমূহ ভাৰতবৰ্ষৰ বাহিৰে আন দেশত প্ৰযোজ্য নোহোৱাৰ অৰ্থ নাই। সেগঁৱতেই যদি তেওঁ ভাৰতবৰ্ষৰ মুক্তি আন্দোলনৰ আহিলা সংগ্ৰহ কৰিব পাৰিছে তেনেহলে আজিৰ এই ধ্বংসকাৰী আৰু নিষ্ঠুৰ পৰিস্থিতিৰপৰা পৃথিৱীক মুক্ত কৰিবলৈ তেওঁ প্ৰয়োজনীয় নৈতিক শক্তিৰো সৃষ্টি কৰিব পাৰিব।

শব্দ হিচাপে সত্য আৰু অহিংসা সহজ সৰল, ইহঁতৰ আভিধানিক অৰ্থও সহজে বিচাৰি পোৱা যায়, কিন্তু জীৱনৰ বাস্তৱতা আৰু ব্যক্তিবিশেষৰ সৈতে ইহঁতৰ সম্পৰ্ক কি সেইটোহে অনেকে বিচাৰি নাপায় আৰু নাপাৰও। আমাৰ ভিতৰত কেইজনেই বাৰু এই শব্দদুটিৰ প্ৰকৃত ভাবাৰ্থ অনুসৰি চলিব পাৰিছোঁ? ব্যক্তিৰ ক্ষেত্ৰত সত্য আৰু অহিংসাৰ অনুশীলনী যিমানেই কঠিন নহওক লাগিলে, নৈতিকতাৰ ভেটিত 'জাতীয় বিবেক' এটা গঢ়ি তোলা তাতোকৈ অনেকধা কঠিনতৰ। তথাপি জাতিসমূহৰ মাজত তেনে এটা বিবেক আমি পাব লাগিব; তেওঁবিলাকে তেওঁবিলাকৰ বৰ্তমান পশু-জীৱন এৰিব লাগিব।

য়ুৰোপৰ জাতিসমূহৰ বৰ্তমান মনোবৃত্তিৰ বাবে আন আন কাৰণবোৰতকৈ তেওঁলোকৰ অৰ্থনৈতিক ব্যৱস্থাহে বেছি জগৰীয়া। যন্ত্ৰচালিত ( mechanised ) আৰু অধিক পৰিমাণৰ যন্ত্ৰচালিত ( more mechanised ) জাতিসমূহে অ-যান্ত্ৰিক ( non-mechanised ) আৰু কম পৰিমাণৰ যন্ত্ৰচালিত ( less mechanised ) জাতিবোৰক নিষ্পেষণ কৰাৰ ফলত পুঁজিবাদৰ পদাভিষিক্ত হ'ল। এনে অৱস্থাত পুঁজিবাদৰ মনোবৃত্তিৰে উদ্বুদ্ধ জাতিসমূহে তথা সাম্ৰাজ্যবাদে সমগ্ৰ বিশ্বৰ ওপৰতে আধিপত্য বিস্তাৰ কৰি পেলাব, আৰু কেৱল তেওঁলোকৰ সুবিধাৰ অৰ্থে চাওঁতে আনফালে বিশ্বৰ অস্তিত্বৰ মানদণ্ড ক্ৰমাৎ অধোমুখী হৈ এক অনাহাৰ-উপবাস আৰু বস্ত্ৰহীনতাৰ অৱস্থা প্ৰাপ্ত হৈছে। কিন্তু বিভিন্ন দেশৰ এই পুঁজিপতিসকলে পৃথিৱীৰ তিনি-চতুৰ্থাংশ অধিবাসীক তেনে এটা ভাবিব নোৱাৰা চৰম দাৰিদ্ৰ্যৰ গৰাহত পেলাই দিয়াৰ পিচত নিজে শান্তিৰে বসবাস কৰিব পাৰে জানো ? বৰ্তমানৰ মহাসমৰেই এই প্ৰশ্নৰ যথোচিত উত্তৰ দিছে। ওপৰোক্ত ব্যৱস্থাৰ বিৰুদ্ধে ৰাচিয়াই অসহিষ্ণুতাৰ কিছু নিদৰ্শন দেখুৱাইছে সঁচা, কিন্তু যন্ত্ৰ-চালিত ৰাষ্ট্ৰ এখনত এনেদৰে কুফল কিছুমান ( evils ) সন্নিহিত থাকে যে সাম্ৰাজ্যবাদৰ বিৰোধকামী হোৱা সত্ত্বেও সম্ভৱতঃ ৰাচিয়ায়ো সেই একেটা কূপলৈকে সোমাই যাব ধৰিছে ; সেই কূপৰপৰা উদগতি পাবলৈ ইমান দিনে ৰুচবাসীয়ে চেষ্টা চলাই আহিছিল।

গতিকে এক নতুন অৰ্থনৈতিক ব্যৱস্থাৰ উদ্ভৱ কৰিব লাগিব, সেই ব্যৱস্থা অনুসৰি চলিলে কোনো ৰকমেই শোষণ-নিষ্পেষণ সম্ভৱ নহ'ব। ব্যক্তিক 'নৈতিক বিবেক'ৰ ( moral conscience ) এনেদৰে শিক্ষা দিয়াব লাগিব যাতে প্ৰতিবেশীৰ সৈতে কোনো প্ৰকাৰৰ অপৱিত্ৰ প্ৰতিদ্বন্দ্বিতা-প্ৰতিযোগিতাৰ ভাব সম্পূৰ্ণ পৰিহাৰ কৰি শোষণৰ পৰিৱৰ্তে ব্যক্তি তথা সমাজক সেৱা কৰাৰ এটা মনোভাব গঢ়ি তুলিব পাৰে। যান্ত্ৰিকতা পৰিত্যাগ কৰা উচিত, নতুবা সম্পূৰ্ণভাৱে পৰিত্যাগ কৰিব নোৱাৰিলেও যন্ত্ৰ-উৎপাদিত সা-সামগ্ৰীক যিমানদূৰ সম্ভৱ হ্ৰাস কৰা উচিত। মানুহে যথেষ্ট দৈহিক পৰিশ্ৰম কৰি জীৱন নিৰ্বাহ কৰিব লাগিব আৰু সেই শ্ৰমৰ মাজতে পোৱা আহৰিখিনি আত্মিক উৎকৰ্ষৰ চৰ্চাত নিয়োগ কৰিব লাগিব। একমাত্ৰ ইয়াৰ যোগেদিহে শোষণবিৰোধী মনোভাবৰ বাস্তৱ ৰূপ সম্ভৱ হ'ব পাৰে—কেৱল এনে এক পৰিৱেশৰ মাজতহে শোষণবিৰোধী অহিংস ভাবৰ 'জাতীয় বিবেক' এটি গঢ়ি উঠিব পাৰে।

গান্ধীজীয়ে তেওঁৰ সেৱাগ্ৰাম নামৰ অধিস্থানৰ ঘৰত থাকি সমগ্ৰ বিশ্বৰ সমস্যা সমাধানাৰ্থে চেষ্টা চলাবলৈ ধৰিছে। পৃথিৱীৰ চিন্তাহীন জাতিবিলাকৰ মাজলৈ তেওঁৰ মহৎ ভাবধাৰাৰ মহৎ সত্য আনিবলৈ আৰু সমগ্ৰ মানৱ সমাজৰ শান্তি আৰু কল্যাণৰ অৰ্থে এক নতুন পৃথিৱীৰ উদ্ভৱ কৰিবলৈ পৰমেশ্বৰে তেওঁক দীৰ্ঘায়ু দান কৰক।*

* লোকপ্ৰিয় বৰদলৈৰ পুত্ৰ শ্ৰীবীৰেন্দ্ৰনাথ বৰদলৈৰ দ্বাৰা এই প্ৰবন্ধ অনূদিত।

# মহাত্মাৰ পদধূলি

**কৃষ্ণনাথ শৰ্মা**

১৯৩৪ চনৰ ১৮ এপ্ৰিল তাৰিখটো মোৰ কাৰণে এটা প্ৰাতঃস্মৰণীয় দিন। কাৰণ, সেইদিনা মোৰ দুখীয়াৰ পঁজাত মহাত্মাজীৰ পদধূলা পৰিছিল। ১৮ এপ্ৰিল তাৰিখৰ কাৰ্যতালিকাত ভুক্ত আছিল আমাৰ নামঘৰ মুকলি, হাতীবৰুৱা দেৱৰ স্মৃতিভৱনৰ প্ৰথম ইটা স্থাপন, সাৰ্বজনীন নামঘৰ মুকলি, মেতৰপটি পৰিদৰ্শন, হৰিজন স্কুল পৰিদৰ্শন, মাছৰহাট আৰু বৰিগাওঁ নামঘৰত মহাত্মাজীৰ পদাৰ্পণ আদি। এই কাৰ্য-বিৱৰণী প্ৰকাশ কৰি বিলাই দিয়াত সনাতনীসকলে মোৰ নামঘৰ মুকলি কৰাত ক্ষোভ প্ৰকাশ কৰিছিল আৰু মোলৈ টানি চিঠি লেখিছিল। আমাৰ সৰ্বাইবন্ধাৰ ঘৰত পুৱা ৮ মান বজাত গান্ধীজীয়ে পদাৰ্পণ কৰিয়েই আমাৰ গোঁসাইঘৰৰ দুৱাৰ মেলি প্ৰবেশ কৰে। লগতে শ্ৰীশ্ৰীল শ্ৰীযুক্ত গৰমূৰীয়া সত্ৰাধিকাৰ প্ৰভু আৰু শ্ৰীযুত ঠক্কৰজীও গৈছিল। গোঁসাইঘৰত মাহ-প্ৰসাদ শৰাই এখনত সজোৱা আছিল। মহাত্মাজীয়ে গোঁসাইঘৰত সোমায়েই এজন হৰিজনক তালৈ সুমুৱাই তেওঁক মাহ-প্ৰসাদ খাবলৈ দিয়ে আৰু শৰাইত থকা বাকী মাহ-প্ৰসাদখিনি তাত থকা লোক-সকলক খাবলৈ দিয়ে আৰু মাহ-প্ৰসাদৰ কিছু তেখেতে শিৰত লয়।

মোৰ পৰিবাৰে পিতলৰ শৰাই এখনত ৫৫ টকা ৰূপ আৰু এখন খদ্দৰৰ বৰকাপোৰ মহাত্মাজীক হৰিজন ফাণ্ডলৈ দান স্বৰূপে দিয়ে। মহাত্মাজীয়ে শৰাইখনেৰে সৈতে লব খোজাত মোৰ পৰিবাৰে শৰাইখন দিবৰ মন নকৰি তাত থকা ৰূপ আৰু কাপোৰখন দিবলৈ ইচ্ছা কৰাত মহাত্মাজীয়ে মোক কয়, "She is not willing to give it up." মই তেতিয়া মোৰ পৰিবাৰক শৰাইখন দিবলৈ কোৱাত মহাত্মাজীয়ে গ্ৰহণ কৰে আৰু দুই তিনিবাৰ শৰাইখন দিছেনে নাই বুলি সোধে।

আমাৰ পিতৃদেৱতাৰ এটা ৰূপৰ বটা আছিল। মই সেই বটাটো দি দিলোঁ। সেইটোও মই পিচত মোৰ পৰিবাৰৰ হতুৱাই দিয়ালোঁ। মহাত্মাজীয়ে

আমাৰ সকলোকে আশীৰ্বাদ দি এই কাম সমাধা কৰে। মই এখন অভিনন্দন পত্ৰ লেখি ছপা কৰি থৈছিলোঁ; কিন্তু মহাত্মাজীয়ে আচল কাম সমাধা কৰি আৰু আন বিশেষ কাম থকাৰ কাৰণে তাত থকাৰ একো আৱশ্যকতা নেদেখি আমাৰ ঘৰৰপৰা ওলাই আহি আমাৰ পদূলি-মুখৰ ওচৰত মটৰত উঠিবলৈ আগবঢ়াত ময়ো একো ক'বলৈ নহ'ল। মানপত্ৰ দিয়াই নহ'ল। শ্ৰীমান শিৱই লৰালৰিকৈ সেই সময়ত মহাত্মাজীৰ ফটো এখন ললে মাত্ৰ। মানুহ বহুত আহিছিল। বাহিৰত বিচনা আদি পৰা আছিল। মহাত্মাজীৰ বাণী শুনিবলৈ মই তেখেতক কবলৈ সুযোগ নাপালোঁ। শ্ৰীযুত ঠক্কৰবাপাক কৈ থোৱাহ'লেও হ'লহেঁতেন। মোৰ মনোবাঞ্ছা পূৰ্ণ হ'ল—মহাত্মাজীৰ সকলোৱে দৰ্শন লাভ কৰিলে। আমাৰ নামঘৰ হৰিজনসকলৰ কাৰণে মুকলি হ'ল—আৰু লাগে কি? ইয়াৰ পিচত মাছৰহাটৰ নামঘৰত মহাত্মাজীয়ে বক্তৃতা দিয়ে। নামঘৰত তেওঁবিলাকেও তেওঁবিলাকতকৈ তলত থকা লোকসকলক সোমাবলৈ দিব লাগে। হৰি-কীৰ্তন ভাটৌ চৰায়েও কৰে; কিন্তু ভাটৌ চৰাইৰ দৰে মানুহে হৰি-কীৰ্তন নকৰে। সন্তসকলে য'ত নাম-কীৰ্তন কৰে ভগবান তালৈ আহে। সেই ঠাই পবিত্ৰ, তাত ভেদাভেদ ভাব ৰখাটো অনুচিত। অস্পৃশ্যতা দোষত হিন্দুধৰ্মৰ গ্লানি হৈছে। সেইবাবে তেখেতসকলে অস্পৃশ্যতা দোষৰপৰা উচ্চ হিন্দুসকলক টানি ধৰিব লাগে। এইদৰে বক্তৃতা দিয়াৰ পিচত তেখেতে মেতৰপটি পৰিদৰ্শন কৰি বৰিগাঁও নামঘৰত সোমাই অস্পৃশ্যতা বৰ্জনৰ বিষয়ে কৈ বৰিগাঁও স্কুল পৰিদৰ্শন কৰি গড়মূৰ বালিকা স্কুল পৰিদৰ্শন কৰে। ইয়াৰ পিচত যোৰহাট টাউন ষ্টেচনৰ ওচৰত সজা সাৰ্বজনীন নামঘৰ মুকলি কৰি হাতীবৰুৱা স্মৃতিভৱনৰ প্ৰথম ইটা মহাত্মাজীয়ে স্থাপন কৰে। প্ৰায় ছুটামান বজাত চন্দ্ৰকান্ত ভৱনৰ সন্মুখৰ মৈদামত মহাত্মাজীয়ে বক্তৃতা দিয়ে। আমাৰ ঘৰত পোৱা বস্তুবিলাক নিলাম কৰে। পিতলৰ শৰাইখন ৭ টকাত বিক্ৰি হয়, ৰূপৰখন ৪৭ টকাত আৰু খদ্দৰৰ বৰ কাপোৰখনৰ দাম ৩ টকাতকৈ বেছি মুঠাত মহাত্মাজীয়ে কাপোৰৰ দাম উচিত হোৱা নাই বুলি বিক্ৰি কৰিবলৈ নিদি থৈ দিবলৈ কয়। আমি দিবলগীয়া টকাৰ ভিতৰত শ্ৰীযুত গোলোকচন্দ্ৰ বৰুৱা উকীলে পঞ্চাশ টকা টেলিগ্ৰাফিক মণি-অৰ্ডাৰ কৰি পঠাম বুলি সভাৰ আগত কয়। মহাত্মাজীয়ে তেতিয়া মোক কয়, "Tell him to send money by ordinary money order." টেলিগ্ৰাফিক মণি-অৰ্ডাৰ কৰি পঠালে খৰচ

বেছি হয় বুলি মহাত্মাজীয়ে সাধাৰণ মণি-অৰ্ডাৰ কৰি টকা পঠাবলৈ মোক কৈছিল।

সেই সভাতে হিন্দী ভাষাৰ প্ৰচলনৰ বাবে মহাত্মাজীয়ে কৈছিল, "মৈ দেখ্‌তাহু কি অসমীয়া ভাষা অন্তৰ হিন্দী ভাষামে বহু সমানেতা হ্যায়। জিসিতৰে হিন্দী ভাষামে অনেক সংস্কৃত শব্দ হ্যায়, উসিতৰে অসমীয়া ভাষামে বহুত সেঁ সংস্কৃত শব্দ হ্যায়। ইসী কাৰণ অসমীয়া ভাষামে দি গয়ে মান-পত্ৰকোঁ মৈ সমঝ সেকা। মেঁ অসমীয়া ভাই-বহনকো বতানা চাহতা হুঁ কি তামিল আদি ভাষাওঁকা পহিলেসে সংস্কৃতসে কুছ সম্বন্ধ নহি হ্যাঁয়। তোভী-তামিল আদি ভাষা-ভাষী হিন্দী জানতে হ্যায় আওৰ হিন্দীমে বাত্‌চিত্‌ কৰতে হ্যাঁয়। মে অসমীয়া ভাষাকী দিন প্ৰতিদিন বৃদ্ধি চাহতা হুঁ আওৰ সাথে সাথ অসমীয়া ভাই-বহনকো ৰাষ্ট্ৰভাষা হিন্দী সিখনেকু অনুৰোধ কৰাতা হুঁ। অসমীয়া ভাইওকা হিন্দী সিখনেকু কোই প্ৰেৰণা নহী হ্যাঁয়। হিন্দী প্ৰচাৰকে সম্বন্ধসে আপলোগ মেৰী বাত মানে অওৰ হিন্দী শিক্ষামে সিগ্ৰহী পাৰঙ্গত হো জাইয়ে।"

অস্পৃশ্যতা দোষৰ সম্বন্ধে মহাত্মাজীয়ে কৈছিল, "এক ষ্টেছনপৰ হিন্দু পানী, হিন্দু দুধ, অওৰ হিন্দু চপাতীকে সাথ সাথ মুছলমান পানী, মুছলমান দুধ অওৰ মুছলমান চপাতী কা নাৰে মুনকৰ মুঝে বড়ীহি মৰ্মবেদনা হুইয়ী। হিন্দু অওৰ মুছলমান দুধ-পানীকা মেৰী সমঝমে নহী আয়া। ক্যোঁওকী জিন বস্তুওকো পৰমাত্‌মানে বনায়া হ্যায় উনসে এইসা সাম্প্ৰদায়িক ভেদ ভাৱ কেইসে উৎপন্ন হো সেকটা। জিন্‌হে অস্পৃশ্যতা নিবাৰণ পৰ বিশ্বাস হ্যাঁয় উন্‌হে হিন্দু-পানী অওৰ মুছলমান-পানী মৰীহী অন্ধবিশ্বাসমূলক বাতোঁকা অপনে পাস নহী দেনা চাহিয়ে। জো লোগ হৰিজনোকে ছুয়ে হুয়ে পানীকো গ্ৰহণ কৰনেসে ইন্‌কাৰ কৰতে হ্যায়। ৱে অপনেকো অস্পৃশ্যতাকে দোষ সে মুক্ত নহি কহ সকতে। জিস্‌ সময় হম হৰিজন তথা অহৰিজন দুধ-পানীকা ভেদভাব ভুলা দেংগে, উস্‌ সময় হিন্দু অওৰ মুছলমান দুধ-পানীকা ভেদভাব ভী মিট্‌ জায়েগা। আত্মাকে সত্যহীন বাতোঁকা গুলাম্‌ হোতেহী অস্পৃশ্যতা নিবাৰণ আন্দোলনকা মহত্ত্ব নষ্ট হো জায়েগা। জবতক্‌ হম একভী জাতিকো ধৰ্ম, জন্ম, বৰ্ণ অথবা অন্য কিসি কাৰণবশতঃ অস্পৃশ্য তথা অপনেসে হীন সমঝেংগে, তবতক্‌ ইস্‌ দোস্‌সে মুক্ত নহী হো সকতে।"

১৯৩৪ চনৰ ১৮ এপ্ৰিলৰ দিনা আবেলি প্ৰায় চাৰিমান বজাত

মহাত্মাজীয়ে যোৰহাটৰপৰা শিৱসাগৰ অভিমুখে যাত্ৰা কৰে। যোৰহাট এৰি যাবৰ দুঘণ্টামানৰ আগেয়ে মহাত্মাজীয়ে মোক মাতি নি টকাৰ তাগাদা কৰে আৰু যাবৰ সময়ত সেই টকা তুলি দিবৰ কাৰণে ভাৰ দি গুছি যায়। মহাত্মাজী যোৰহাট এৰি যোৱাৰ লগে লগে য'ত লোকে লোকাৰণ্য হৈছিল সেই চন্দ্ৰকান্ত হল জনপ্ৰাণীশূন্য হৈ পৰিল। মাত্ৰ মই অকলশৰে সেই ঠাইত ৰখীয়া হৈ লোকৰপৰা অনা বস্তু-বাহানিবিলাকৰ তত্বাৱধান লৈ থাকিব-লগীয়া হ'ল। শ্ৰীযুত চলিহা (কুলধৰ) আদি বহুতে মহাত্মাজীৰ লগত শিৱসাগৰলৈ যাত্ৰা কৰিলে। যোৰহাট অঞ্চলৰ কাকজান, টিয়ক, হাঁহচৰা আদিত বহুতে মহাত্মাজীক দেখা কৰিবলৈ গোটখাই আছিল। কোনো প্ৰগ্ৰেম নথকাত সেই ঠাইবিলাকত মটৰ ৰখোৱা নহ'ল। এই কথা লৈ বহুত বাদ-বিবাদৰ কৈফিয়ৎ দিব লগা হৈছিল। যোৰহাটৰ পিচত মহাত্মাজীৰ প্ৰগ্ৰেম গৌৰীসাগৰত, তাৰ পিচত শিৱসাগৰত। মহাত্মাজীৰ প্ৰগ্ৰেমৰ এক মিনিটো নষ্ট কৰিবৰ সাধ্য নাই। গোটেই ভাৰত ভ্ৰমণৰ প্ৰগ্ৰেম মিলাই কামৰ সুবিধা কৰি লোৱা হয়। গতিকে যোৰহাটৰে সৌভাগ্য যে আমি হেঁপাহ পলাই মহাত্মাজীক চাৰিদিনৰ কাৰণে দৰ্শন লাভ কৰিবলৈ সুবিধা পাইছিলোঁ। বাটে বাটে বৈ দৰ্শন দিয়া মহাত্মাজীৰ পক্ষে সম্ভৱ নহয়। মহাত্মাজীক বিশ্ৰাম লাগে। মহাত্মাজীয়ে মটৰত যাওঁতেই শুই লয়—যাতে এই সময় ফেৰাও মহাত্মাজীয়ে বিশ্ৰাম লৈ আগৰ প্ৰগ্ৰেমৰ বাবে পুনৰ জিৰণি নোলোৱাকৈয়ে কাম আৰম্ভ কৰিব পাৰে।

মহাত্মাজীক দৈনিক ১২টা সুমথিৰা টেঙাৰ ৰস লাগে। আমাৰ ভঁড়ালত থকা সুমথিৰা টেঙা মাত্ৰ মহাত্মাজীৰ জোখাৰেহে হ'ব। গতিকে মই সুমথিৰা টেঙাৰ চাৰ্জত থকা শ্ৰীযুত ৰামেশ্বৰ ভট্টাচাৰ্যক এখন লিখিত অৰ্ডাৰ দি আহিলোঁ যেন সেই সুমথিৰা টেঙা আন কাকো নিদিয়ে। মহাত্মাজীৰ লগত অহা আন কোনোবা এজনে মহাত্মাজীৰ দৰে সুমথিৰা টেঙাৰ ৰস খায়। এইটো মই জনা নাছিলোঁ। পিচত তেখেতে টেঙা নাপাই বোধকৰো মহাত্মাজীক কলে বা মহাত্মাজীয়ে কেনেবাকৈ জানিলে। মহাত্মাজীয়ে মোলৈ এখন কাগজত এইবুলি লিখি পঠালে, "give him my share." অৰ্থাৎ, মোৰ ভাগটো তেখেতক দিয়ক। মই বাধ্য হৈ তেখেতক সুমথিৰা টেঙা দি দিলোঁ। আকৌ শ্ৰীযুত সৰ্বেশ্বৰ বৰচেতিয়াক ৰূপ এটকা দি বজাৰলৈ পঠালোঁ সুমথিৰা টেঙাৰ খবৰ কৰিবলৈ। ভাগ্যৰ বলত

সেইদিনা বজাৰত সুমথিৰা টেঙা পোৱা গ'ল। এটকা ৰূপত ১২টা টেঙা আনিলে আৰু মহাত্মাজীক কোৱাত তেখেতে বৰ হাঁহিলে।

যোৰহাট এৰি যাবৰ সময়ত আমি মহাত্মাজীক ১৭৫ টকা দিবলৈ ধাৰ থাকি গ'ল। মহাত্মাজীয়ে ক'লে, এই টকা মই ডিব্ৰুগড়ৰপৰা ঘূৰি অহাৰ পূৰ্বে আদায় কৰিব লাগিব। শিৱসাগৰত মহাত্মাজীয়ে শ্ৰীযুতা চলিহানীক কৈছিল—"Your husband owe me one hundred seventy five rupees. If he does not pay me the money I will take away your gold bangles." অৰ্থাৎ আপোনাৰ পতিদেৱে মোক ১৭৫ টকা দিব লগা আছে। সেই টকা যদি আদায় নকৰে মই আপোনাৰ সোণৰ বালাযোৰ লৈ যাম। চন্দ্ৰকান্ত হলত ৰাজহুৱা সভা হোৱাৰ পিচত মহিলাসকলকৰ মাজত মহাত্মাজীয়ে বক্তৃতা দিছিল আৰু তেখেতসকলৰপৰা টকা আৰু অলঙ্কাৰ আদি হৰিজন সেৱক সঙ্ঘলৈ দান গ্ৰহণ কৰিছিল। বাৰ লাইব্ৰেৰীয়ে এখন অভিনন্দন আৰু এশ টকা দান কৰিছিল। অসম ৰায়ত সভাই অভিনন্দন দিছিল যৎসামান্য টকা দি; বাণী সঙ্ঘ আদি কেইবাটাও অনুষ্ঠানে মহাত্মাজীক অভিনন্দন পত্ৰ দিছিল। মুঠতে যোৰহাটত হৰিজন সেৱক সঙ্ঘৰ বাবে ২২।২৩শ টকা উঠিছিল।

আমাৰ ঘৰৰ নামঘৰ মুকলি কৰাটো অসমত এটা অভূতপূৰ্ব ঘটনা ( unique in Assam ) বুলি 'হৰিজন' কাকতত প্ৰকাশ হৈছিল। যোৰহাটত মহাত্মাজী থাকোঁতে মই অসমত খাদী সঙ্ঘৰ অনুষ্ঠান এটা পুনৰ খুলিবৰ কাৰণে অনুৰোধ কৰাত মহাত্মাজীয়ে মোক সেই সম্পৰ্কে চিঠি লিখি সোঁৱৰাই দিবলৈ কৈ যায়। ইতিমধ্যে মহাত্মাজীয়ে ভাৰ দি যোৱা মতে মই আমাৰ ধাৰ পৰিশোধ কৰিবলৈ টকা সংগ্ৰহ কৰোঁ। মহাত্মাজীয়ে তিনিচুকীয়াৰপৰা মৰিয়নি ষ্টেচনত টকা পৰিশোধ কৰিবৰ বাবে মোলৈ টেলিগ্ৰাম কৰে। মই সেই টেলিগ্ৰাম পাই ১৭৫ টকাৰ ভিতৰত ১২৫ টকা সংগ্ৰহ কৰি মৰিয়ণিত মহাত্মাজীক লগ ধৰিবলৈ যাওঁ। চন্দ্ৰকান্ত হলত এখন গামোছা ভুলতে এৰি থৈ গৈছিল আৰু আমাৰ ঘৰলৈ যাওঁতে মহাত্মাজীক এটা অসমীয়া যঁতৰ দান কৰিছিল আৰু কোনোবা এজন গাঁৱলীয়া মানুহে মহাত্মাজীক দিবলৈ ৰূপ এটকা লৈ আহিছিল। মহাত্মাজীক দিব নোৱাৰি সেই ৰূপ টকা মোক দিলে। মই মৰিয়ণিত যেতিয়া দেখিলোঁ মহাত্মাজী শুই আছে তেতিয়া মই ফাৰকাটিং পৰ্যন্ত ৰেলৰ টিকট কিনিলোঁ। মোৰ

লগত শ্ৰীমান সৰ্বেশ্বৰ গৈছিল। তিতাবৰৰ ওচৰ পাওঁতেই মহাত্মাজীয়ে শুই উঠি দাঁত ঘঁহিছে। তাৰ অলপ পিচতেই প্ৰাৰ্থনা আৰম্ভ কৰিছিল। প্ৰাৰ্থনা শেষ হোৱাৰ পিচত মই মহাত্মাজীৰ ওচৰলৈ গলোঁ। মোক দেখা মাত্ৰকেই মহাত্মাজীয়ে ক'লে, "সমুচা ৰূপয়ে লে আয়া হো।" মই ক'লোঁ "১২৫ টকাহে আনিছোঁ। বাকী ৫০ টকা শ্ৰীযুত গোলোক বৰুৱা উকীলে মণিঅৰ্ডাৰ কৰি পঠাব।" মহাত্মাজীৰ কথাটো মনত আছিল—মোক ক'লে, "সোনকালে অৰ্ডিনেৰি মণিঅৰ্ডাৰ কৰি টকাটো পঠায় যেন।" মোক সুধিলে, "আপোনাৰ প্ৰেচিডেণ্টে কিমান টকা দিলে?" মই ক'লোঁ—"এই টকাৰ ভিতৰত তেওঁ দিয়া কোনো টকা নাই।" মই আমাৰ ঘৰৰ যঁতৰটোৰ বাবে দুটকা আৰু গাঁৱলীয়া মানুহজনে দিয়া ৰূপ এটকা দিলোঁ। তাৰ পিচত গামোছাখনৰ কথা ক'লোঁ আৰু ক'লোঁ এইখন মই কিনিব খুজিছোঁ, কিমান দাম হ'ব। মহাত্মাজীয়ে ক'লে, "tell your own price". মই এটকা বুলি কোৱাত সেইটকা ৰূপ হাঁহিমুখে গ্ৰহণ কৰিলে। তেতিয়া মই মহাত্মাজীক পুনৰ অসমত খদ্দৰৰ শাখা এটা খুলিবৰ বাবে সোঁৱৰাই দিলোঁ। মহাত্মাজীয়ে ক'লে—"মই মনত ৰাখিছোঁ। তথাপি আপুনি মোলৈ লিখিব।" মহাত্মাজীক মই হিন্দীজনা পণ্ডিত কেইজনমান অসমলৈ পঠাবলৈ অনুৰোধ জনাওঁ। এইদৰে কথাবাৰ্তা হৈ মহাত্মাজীৰ লগত ফৰকাটিং ষ্টেচন পালোঁগৈ। তাতে গোলাঘাটত উঠা টকা আদায় কৰিবলৈ শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱা আদি সহকৰ্মীসকলক লগ পালোঁ। তেখেতসকলে দিব লগা টকা আদায় কৰিলে। আমি মহাত্মাজীক প্ৰণাম জনাই উলটি আহিলোঁ।*

---

* বিখ্যাত কংগ্ৰেছ নেতা স্বৰ্গীয় কৃষ্ণনাথ শৰ্মাৰ ডায়েৰীৰপৰা তেওঁৰ ভাষা আৰু কথাৰ পৰিবৰ্তন নকৰাকৈ এই প্ৰবন্ধটো লোৱা হৈছে। তেওঁৰ পুত্ৰ শ্ৰীলক্ষ্মণ শৰ্মাৰপৰা ডায়েৰীখন পোৱা গৈছিল।

# গান্ধীজীৰ লগত মোৰ প্ৰথম সাক্ষাৎ

**অম্বিকাগিৰি ৰায়চৌধুৰী**

আজি দহবছৰীয়া স্বাধীনতা উৎসৱৰ আগদলিত, যি ক্ষণজন্মা আত্মবলী ব্যক্তিত্বই পদানত ভাৰতৰ জাতীয় স্বাধীনতা আৰু তাক ৰক্ষা কৰা, পৰিপালন কৰা নিষ্কলুষ সেৱাধৰ্মৰ জীৱন্ত আদৰ্শ সাক্ষাৎভাৱে ভাৰতবাসীৰ হাতত তুলি দি গ'ল, অথচ আমাৰ জাতীয় চৰিত্ৰৰ দুৰ্বলতাই সেই মহান আদৰ্শ নিষ্প্ৰভ কৰি মুমাই থৈ পৰস্পৰক দুৰন্তভাৱে নিজ নিজ স্বাৰ্থ-থঁকৰ পৰিচৰ্চাত ৰাপ বহুওৱাৰ ফালেহে আগুৱাই লৈ যাব ধৰিলে, সেই মহান ব্যক্তিত্বৰ পুণ্য স্মৃতি স্মৰণ কৰি এষাৰ কব খুজিছোঁ।

আমাৰ মহাভাৰত, ৰামায়ণ, পুৰাণ আদি মহাকাব্যৰাশিত ঠাহ খাই পৰি থকা সুদূৰ অতীতৰ বীৰত্বৰ কাহিনীবোৰৰ উপৰিও, সমসাময়িক দেখা-শুনা কাষ-পাঁজৰৰ সীমা লঙ্ঘি ফুট দি উঠা শৌৰ্য-বীৰ্যৰ মহিমাবোৰে সৰুৰেপৰা মোৰ মন আকৰ্ষণ কৰি আহিছে। সেইবাবে ইংৰাজী ওঠৰ শতিকাৰ শেষ আৰু উনৈশ শতিকাৰ আগভাগৰ সেই বলকান যুদ্ধৰ আনোৱাৰ বে', বুৱৰ যুদ্ধৰ জেনেৰেল বোমা, ৰুছ-জাপান যুদ্ধৰ জেনেৰেল ওকুমা আদিৰ বীৰত্ব-ব্যঞ্জক বিৱৰণবোৰ উৎফুল্ল তন্ময়তাৰে পঢ়ি-শুনি ভাল পাইছিলোঁ। এই-সকলৰ বীৰত্ব সংস্থাপনৰ সম্বল আছিল সেই প্ৰাক্-সভ্যতাৰ যুগৰপৰাই একাদিক্ৰমে চলি অহা ৰক্তপাতী প্ৰণালী। গতিকে সেই প্ৰণালীৰ জয়স্তম্ভ গঢ়া বীৰত্বৰ প্ৰশংসামুখৰ মোহত স্বাভাৱিকত্ব পোৱা মোৰ মনৰ পক্ষে সেই সময়ত তাৰফালে আকৃষ্ট হোৱাৰ বাহিৰে আন পথ নাছিল। কিন্তু ১৯১১-১২ চনত পূৰ্ব আফ্ৰিকাত ভাৰতীয় নাগৰিকত্ব সাব্যস্ত কৰি লোৱাৰ হকে জেনেৰেল স্মাট্‌ছৰ বিৰুদ্ধে চলোৱা মহাত্মা গান্ধীৰ অভূতপূৰ্ব নিষ্ক্ৰিয় প্ৰতিৰোধ ( passive resistence )ৰ অভাৱনীয় সাফল্যই দাঙি ধৰা আশ্চৰ্য নিদৰ্শনে মোৰ সেই পুৰণি মোহত প্ৰচণ্ড ঢকা মাৰি তাৰ সাঁফৰ লৰাই দিলে। দৃশ্যমান তেজ-মঙহৰ বীভৎছ সংঘৰ্ষৰ পথ এৰি তাৰ আঁৰত লুকাই থকা

আন্তঃশত্ৰুৰ যি দুৰ্দান্ত অভিব্যক্তিটোৱে ঘাইকৈ পৈশাচিক ৰক্তপাতী নৰক সৃষ্টিৰ মূল, সেই মৌলিক শত্ৰু কুপ্ৰবৃত্তিটোৰ বিৰুদ্ধে নিষ্কামী আত্মিক-শক্তিৰ কালজয়ী সাফল্য—"মানুহজন নহয়, তেওঁৰ প্ৰবৃত্তিৰ কুফালটোহে ঘৃণনীয়"—অমোঘ বাণীৰ বিশ্বজিত জয়বাৰ্তা হিংসা-হিংসিৰ নাৰকীয় ৰক্তপাতী সংগ্ৰামত লুতুৰি-পুতুৰি হৈ শান্তিৰ আলোকবঞ্চিত অন্ধতাত পৰিথকা মানৱ জগতলৈ মহাত্মা গান্ধীৰ কি বিস্ময়কৰ বিপ্লৱী অৱদান! চিন্তা কৰি মই অভিভূত হৈ পৰিলোঁ।

তেতিয়াৰেপৰা নিষ্ক্ৰিয় প্ৰতিৰোধ-সংগ্ৰামী এই আচৰিত বীৰপুৰুষজনৰ ফালে মোৰ শ্ৰদ্ধা দোঁ খাই হালি পৰিল আৰু দিনক দিনে তেওঁৰ কাৰ্য-প্ৰণালীৰ প্ৰতি মোৰ ঔৎসুক্য বাঢ়ি গ'ল। তেওঁ পুৰুষজন নো দেখনে-শুননে কেনে, ডাঙৰ-দীঘল কিমান, বগা নে ক'লা, সাক্ষাৎভাৱে চাবলৈ আকুল আগ্ৰহ এটাই মোৰ মনত থিতি ল'লে। অৱশ্যে বাতৰি কাকতত ছপা হোৱা ফটোত তেওঁক দেখা পাইছিলোঁ, কিন্তু তাত মনত তৃপ্তি নজন্মিল।

যেতিয়া তেওঁ অভিজাতৰ সুখ আয়াসলৈ নেওঁচা দি সামান্য খেতিয়ক বনুৱাৰ সাজেৰে খোজ কাঢ়ি কাঢ়ি আৰু সৰ্বসাধাৰণৰ সৈতে একেলগে ৰেলৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰি, দুঃস্থ-নিপীড়িতসকলৰ গাঁৱে গাঁৱে ঘূৰি খবৰ-বাতৰি লৈ তেওঁলোকৰ দুখ-কষ্টৰ লগত নিজক মিলাই দিয়া, অসহযোগ, বিদেশী বস্ত্ৰ-বৰ্জন, যঁতৰ-সংস্থাপন, সত্যাগ্ৰহ আদি নতুন নতুন আন্দোলন-বিলাকৰ ভিতৰেদি তেওঁৰ আত্মিক ৰূপৰ সৌন্দৰ্যবোৰ এটাৰ পিচত এটাকৈ মুকলিত হৈ আহি ভাৰতৰ বিশাল মনোৰাজ্যত নতুন চিন্তাৰ নিৰ্ভীক, নিবিড় আলোড়ন তুলি বৰ্ণশ্ৰেণী নিৰ্বিশেষে বিৰাট জনসজ্ঘক নিজ আলিঙ্গনলৈ আকৰ্ষণ কৰি লবলৈ ধৰিলে, তেতিয়া আজিৰ বাস্তৱবাদী বিজ্ঞানৰ অঙ্গঘাতী কদৰ্থত দোদুল্যমান হৈ থকা ভাৰতীয়ৰ অৱতাৰবাদত অচল বিশ্বাস স্থাপন কৰি আত্মাৰ মুক্তি-ব্যাকুল ত্ৰাহি ত্ৰাহি আৰ্তনাদৰ আহ্বানতেই বিশেষ মুহূৰ্ত এটাত বিশেষ ব্যক্তি একজনত ঐশিক শক্তি মূৰ্ত হৈ প্ৰতিভাত হয় আৰু নিষ্পেষিতক মুক্তি দিয়ে। এই শাশ্বত সত্যতেই শ্ৰীকৃষ্ণ, শ্ৰীৰাম, বুদ্ধ, যীশু খ্ৰীষ্ট, মহম্মদ আদি ব্যক্তি বা প্ৰতীক অৱতাৰী সাঁচত মূৰ্ত হৈ আহি আমাৰ সেব্য হৈ উঠিছে। মহাত্মা গান্ধীও তাৰে এটা অবিসম্বাদী জীৱন্ত নিদৰ্শন।

পূব আফ্ৰিকাত নিষ্ক্ৰিয় প্ৰতিৰোধেৰে জেনেৰেল স্মাট্‌ছক জয় কৰি তাত ভাৰতীয়ৰ ন্যায়সঙ্গত অধিকাৰ সাব্যস্ত কৰি থাপি থৈ, এই অমোঘ

অস্ত্ৰেৰে বৃটিছৰ পদানত নিজ মাতৃভূমি ভাৰতবৰ্ষৰ মুক্তি ঘটাবলৈ তেওঁ ১৯১৪ চনত ভাৰতলৈ আহে আৰু ১৯২১ চনৰ আগভাগত বিহাৰৰ চম্পাৰণ আৰু খৈৰা অঞ্চলত খেতিয়ক-বনুৱা জনসংঘৰ পক্ষে থিয় দি এই আত্মবলী নিষ্ক্ৰিয় প্ৰতিৰোধ অস্ত্ৰ প্ৰয়োগেৰেই বৃটিছ সাম্ৰাজ্যবাদী আৰু দেশীয় সামন্ত-বাদীৰ যুটীয়া শক্তিৰ বিৰুদ্ধে সংগ্ৰাম চলাই জয়ী হয়, দাসত্ব-বন্ধন-জৰ্জৰিত ভাৰতৰ বিৰাট নৰনাৰায়ণক মুক্তিৰ মাদকতাৰে নতুন পথৰ নিশ্চিত সন্ধান দিয়ে।

১৯২১ চন। অহিংস অসহযোগ সংগ্ৰাম আৰু বিদেশী বস্ত্ৰ-দাহনৰ মন্ত্ৰবাণী লৈ মহাত্মা গান্ধীৰ পোন প্ৰথম অসমলৈ আগমন। মই তেতিয়া 'চেতনা'ৰ সম্পাদক আৰু গুৱাহাটী নগৰ কংগ্ৰেছ কমিটিৰ চেক্ৰেটেৰী। গান্ধী অভ্যৰ্থনা আৰু গান্ধী দৰ্শনৰ বাবে তেতিয়া গুৱাহাটীত উৎসাহ আনন্দৰ কি সমাৰোহ, কি উখল-মাখল! সমগ্ৰ অসমৰপৰা আহি গোট খোৱা কংগ্ৰেছ কৰ্মীদলৰ তৎপৰতাত গুৱাহাটী নগৰৰ বাট-ঘাট, ঘৰ-চোতাল কৰ্মমুখৰিত। উৎসাহ-উদ্দীপনাৰ সীমা নাই। গান্ধী অভ্যৰ্থনাৰ বাবে বাট-পথ সাৰি-পুছি পৰিচ্ছন্ন কৰি তুলিবলৈ খাদৰৰ চোলা-চুৰিয়া আৰু গান্ধীটুপী পিন্ধি বাঁহৰ দীঘল নালৰ মূৰত বন্ধা বাঢ়নীবিলাক কান্ধত লৈ শৃঙ্খলিতভাবে উজান বজাৰৰ কংগ্ৰেছ কাৰ্যালয়ৰপৰা পাণবজাৰৰ মাজেদি স্বেচ্ছাসেৱকদলৰ ফুকন-টোললৈ উদ্দীপনাপূৰ্ণ শোভাযাত্ৰা। সেৱাদৰ্শৰ কি অপূৰ্ব দৃশ্য!

আহি পালে মহাত্মা গান্ধীয়ে অসম। ফুকন-বৰদলৈক আগত লৈ আমি অভ্যৰ্থনা সমিতিয়ে হেজাৰ হেজাৰ উপস্থিত জনগণৰ আকাশ ফালি উৰা জয়ধ্বনিৰ মাজেদি লৈ আহিলোঁ মহাত্মা গান্ধীক পাণ্ডুৰপৰা ভৰলুমুখৰ ফুকন-টোললৈ। দেখিলোঁ ক্ষীণ, চুটি-চাপৰ মিঠাবৰণীয়া মানুহজন। লগত শকত-আবত ডাঙৰ-দীঘল প্ৰকাণ্ড দেহধাৰী মৌলানা মহম্মদ আলি আৰু গান্ধীৰ দৰেই চুটি-চাপৰ, কিন্তু শকত-আবত মৌলানা আজাদ চোভানী। গধূলিৰ ঠিক আগতে বিদেশী বস্ত্ৰৰ দাহন-যজ্ঞ। সম্পাদন কৰিব মহাত্মা গান্ধীয়ে নিজ হাতেৰে। দাহনৰ আগ মুহূৰ্তলৈকে নানা ফালৰপৰা আহি থকা নানা ধৰণৰ পাট, উল, কপাহী বিদেশী বস্তুবোৰৰ দ'মবিলাক ফুকন-টোলত গোট খাই পৰ্বতাকাৰ হৈ উঠিছে। আহি পালে দাহনৰ সময়। উপস্থিত প্ৰায় কুৰি হেজাৰ নৰ-নাৰীৰ গোটেটো নিস্পন্দ ঔৎসুক্যৰে অপেক্ষা কৰি আছে দাহন-যজ্ঞৰ সম্পাদন চাবলৈ। নামিল মহাত্মা গান্ধী মঞ্চৰপৰা

খৰতৰ খোজেৰে হাতত প্ৰজ্বলিত জুইৰ জোঁৰ লৈ। কি সেই অপূৰ্ব দৃশ্য! যেন ত্ৰিশূলধাৰীয়ে পাপৰ স্তূপ ভস্ম কৰি পেলাবলৈ নিজে সশৰীৰে আহি তাত উপস্থিত হৈছে। উঠিল তাত সমবেত নৰ-সমুদ্ৰত চাৰিওফাল ছিন্ন কৰি বিৰাট জয়ধ্বনিৰ বজ্ৰ শব্দ। দিলে মহাত্মা গান্ধীয়ে হাতৰ প্ৰজ্বলিত জোঁৰৰ জুইকুৰা সেই পৰ্বতাকাৰ বিদেশী বস্ত্ৰ স্তূপৰ চাৰিওফালে পোহৰ কৰি। কি বিস্ময়কৰ হৈ পৰিছিল সেই দৃশ্য! মনত পেলাই আজিও অভিভূত হৈ পৰোঁ।

সেই দিনাখনেই. সন্ধিয়া কৰ্মবীৰ বৰদলৈৰ ঘৰত মহাত্মা গান্ধীৰ অভ্যৰ্থনাৰ আয়োজন। আমি সকলো তালৈকো গলোঁ। বৰদলৈৰ ঘৰৰ ওপৰ তলাত হৈছিল অভ্যৰ্থনা। শৃঙ্খলা ৰক্ষাৰ বাবে বিশিষ্ট কংগ্ৰেছ কৰ্মীসকলৰ বাহিৰে স্বেচ্ছাসেৱক বা আন কাকো তালৈ যাবলৈ দিয়া নহৈছিল। মহাত্মা গান্ধী, মহম্মদ আলি, চোভানী আৰু আটাইকেজন কংগ্ৰেছ নেতা লেপেটা কাঢ়ি বহিছিল। বৰদলৈয়ে মুখ্য কংগ্ৰেছ নেতা আৰু কংগ্ৰেছ-কৰ্মীসকলক এজন এজনকৈ মহাত্মাৰ ওচৰত পৰিচয় কৰালে। মোৰ পৰিচয় কৰালে বৰদলৈয়ে: "He is our rising national poet. He had predicted the efficacy of soul-force in the battle of freedom in his beautiful national songs few years before."

মহাত্মা গান্ধীয়ে তেওঁৰ স্বাভাৱিক সবল জ্যোতিৰ্ময় হাঁহিৰ নিৰ্মালিৰে হাত দাঙি মোক আশীৰ্বাদ দিলে। জীৱন্ত অৱতাৰী পুৰুষৰ প্ৰত্যক্ষ সান্নিধ্যত মোৰ অভাৱিত আকস্মিক পৰিচয়ত সেই সময়ত মোৰ মনৰ অৱস্থাটো কেনে হৈ উঠিছিল, আজিও চিন্তা কৰি মই তাক ধৰি লব পৰা নাই।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছলৈ দ্বিতীয়বাৰ অসমলৈ অহাৰ পিচত ১৯৩৪ চনত তৃতীয়বাৰ মহাত্মা আহে অসমলৈ হৰিজন-কাৰ্য উপলক্ষে। উজনি অসম প্ৰথমতে ভ্ৰমণ কৰি উভটাই গুৱাহাটীলৈ আহি থাকে ডাঃ হৰিকৃষ্ণ দাসৰ ভৱনত। তাতো মই তেওঁৰ দৰ্শন লাভ কৰি মোৰ আন্দোলনৰ ঔচিত্য বুজাই কথা হওঁ। অসমত থকা বিশেষকৈ বঙালী নেতা কেজনমানে মহাত্মা গান্ধী, পণ্ডিত মালব্য, সৰোজিনী নাইডু, লালা লাজপৎ ৰায়, ৰাজেন্দ্ৰ প্ৰসাদ, জৱাহৰলাল, ভোলাভাই আদি ভাৰত-নেতাসকল যেতিয়াই অসমলৈ

আহিছে তেতিয়াই মোৰ সংৰক্ষিণী আন্দোলনৰ বিৰুদ্ধে তেওঁলোকৰ আগত গোচৰ দিছে। ময়ো এই প্ৰত্যেকজন ভাৰত-নেতাৰ আগত এই বঙালী নেতা কেজনৰ স্বৰূপ ফঁহিয়াই সংৰক্ষিণী আন্দোলনৰ প্ৰকৃত মৰ্ম বুজাই দিছোঁ আৰু প্ৰত্যেক জনেই সংৰক্ষিণী আন্দোলনত সমৰ্থন দিছে। এইবাৰো মহাত্মা গান্ধীয়ে মোৰ অনুৰোধমতে সকলো অসমবাসীক স্থানীয় অসমীয়াৰ সুখ-দুখ, অভাৱ-অভিযোগৰ সমভাগী হৈ, অসমীয়াৰ সমূহীয়া স্বাৰ্থৰ লগত নিজ স্বাৰ্থ মিলাই লৈ শান্তিৰে বাস কৰি থাকিবলৈ ৰাজহুৱা সভাবোৰত উপদেশ দি গ'ল। মোৰ সংৰক্ষিণী আন্দোলনৰ প্ৰয়োজনীয়তা, ঔচিত্য আৰু সত্যতা প্ৰতিষ্ঠিত হ'ল।

১৯৪৬ চনত বিৰাটভাৱে গণ-প্ৰাৰ্থনাৰ কাৰ্য-সূচী লৈ মহাত্মা গান্ধী ভাৰত ভ্ৰমণত বাহিৰ হয়। অসমলৈ আহি এইবাৰ তেওঁ শৰণীয়া আশ্ৰমত থাকে। এই চতুৰ্থ বাৰেই তেওঁৰ শেষ অসম-ভ্ৰমণ। তাতে গৈ মই মহাত্মাৰ দৰ্শন লাভ কৰো আৰু দুষাৰ কথা কওঁ। তাতো তেওঁ মোৰ আন্দোলনক আশীৰ্বাদ দিয়ে।

এই ভাৰত ভ্ৰমণত প্ৰত্যেক ঠাইৰ জনসভাত তেওঁৰ নিজস্ব প্ৰাৰ্থনা-সঙ্গীতৰ উপৰিও, প্ৰত্যেক প্ৰদেশৰ নিজ নিজ ভাষাৰে প্ৰাৰ্থনা সঙ্গীত গাব-লগীয়া সূচীটোৱে আছিল যাই। গুৱাহাটীৰ জনসভাত অসমীয়া ভাষাৰ এই সঙ্গীতটো গাবলৈ মই লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দ্বাৰা আহূত হৈছিলোঁ। সিদিনা জুবিলী পাৰ্কত মহাত্মা গান্ধীৰ বাবে সাজি তোলা মঞ্চ আগুৰি নৰ-নাৰীৰ বিৰাট সমাগম। লোকে লোকাৰণ্য। ক'তো সন্ধি নাই। গাঁও-বিলাকৰপৰাও শই শই পুৰুষ-মহিলা আহি ভৰি পৰিছে। মহাত্মাৰ নিজ প্ৰাৰ্থনা-সঙ্গীতৰ পিচত মঞ্চলৈ মই আহুত হলোঁ অসমীয়া প্ৰাৰ্থনা-সঙ্গীত গাবলৈ। মই গৈ মঞ্চত উঠি মাইকৰ আগত বহি হাত-চাপৰি বজাই সুৰ লগাই গাবলৈ আৰম্ভ কৰিলোঁ পৱিত্ৰ কীৰ্তনৰ হৃদয়স্পৰ্শী ঘোষা—"নৰহৰি! এ ৰাম! নিস্তাৰিয়া নিও নাৰায়ণ! কুকুৰ চণ্ডালৰ নিবিচাৰি কুল, দাতাত চোৰয় যেন দৃষ্টি সমতুল।" সেই অসমীয়া প্ৰাৰ্থনা-সঙ্গীতত বিপুল জনতাৰ কি হৃদয়স্পৰ্শী উৎসাহৰ উন্মাদনা! মোৰ হাতৰ চাপৰিৰ লগে লগে তালে তালে বিপুল জনতাই একেলগে হাত দাঙি দাঙি চাপৰি বজাই জুবিলী পাৰ্কৰ ভিতৰ-বাহিৰ প্ৰকম্পিত কৰি যি এটা বিৰাট উৎসাহৰ আলোড়ন সৃষ্টি কৰিছিল তাত মই নজনাকৈয়ে মোৰ চকুৰপৰা গিৰ্‌গিৰ্‌কৈ চকুলো বৰলৈ ধৰিলে।

এই ঘোষাটো দেৱনাগৰী আখৰেৰে মোৰ ছোৱালী শ্ৰীমতী শুচিব্ৰতাৰ হতুৱাই লিখাই আগতেই মহাত্মাক দিয়া হৈছিল। দেৱনাগৰী আখৰেৰে পঢ়ি মহাত্মাই ঘোষাটোৰ গোটেইখিনি মৰ্ম বুজি লৈছিল আৰু মোৰ গোৱা হোৱাৰ পিচত শ্ৰীশঙ্কৰদেৱৰ প্ৰতি শ্ৰদ্ধা জনাই ঘোষাটোৰ অৰ্থ জনসাধাৰণক বুজাই দিছিল।*

* ১৯৫৭ চনৰ ১৬ আগষ্টত 'অসম বাণী'ত প্ৰকাশ হোৱা এই প্ৰবন্ধ স্বৰ্গীয় ৰায়চৌধুৰীৰ পৰিয়াল আৰু 'অসম বাণী'ৰ সম্পাদকৰ অনুমতি ক্ৰমে ইয়াত পুনৰ মুদ্ৰন কৰা হৈছে।

# মহাত্মাৰ অসম ভ্ৰমণৰ স্মৃতি

**মৌলানা তৈয়বউল্লা**

উত্তৰ আৰু পশ্চিম ভাৰত পৰিভ্ৰমণ কৰি ১৯২১ চনৰ আগষ্ট মাহত মহাত্মা গান্ধী অসমলৈ আহে। তেওঁৰ লগত আহিছিল মৌলানা মহম্মদ আলি, যমুনালাল বাজাজ, কাণপুৰৰ মৌলানা আজাদ ছোহানী আৰু অন্যান্য লগৰীয়াসকল। মহাত্মাজী স্বৰ্গীয় তৰুণৰাম ফুকনৰ ঘৰত আলহী হৈ আছিল। মহাত্মাৰ নিৰ্দেশত কৰ্মীসকলে ঘৰে ঘৰে গৈ বিদেশী কাপোৰ গোটাই আনি ফুকনৰ হাউলীত শতা মণ্ডপৰ সন্মুখত স্তূপাকাৰ কৰি পেলালে। মৌলানা মহম্মদ আলিৰ দিহা মতে পুৰুষৰ ভাল ভাল পোছাকবোৰ 'তাৰ্কীছ ৰিলিফ ফাণ্ড'লৈ থৈ দিয়া হ'ল; আনবোৰ কাপোৰ অগ্নিত সৎকাৰৰ বাবে শাৰী শাৰীকৈ ৰখা হ'ল। মহাত্মাই সভাৰ আৰম্ভণিতে "মৈঁ বিদেশী কাপড়েকা অগ্নি সংকাৰকো পৱিত্ৰ কাম সমঝতা হুঁ" বুলি নিজ হাতে কাপোৰৰ স্তূপ এটাত অগ্নিসংযোগ কৰি দিলত বাকী শাৰী পাতি ৰখা দ'মবোৰো দপ্-দপ্কৈ জ্বলি উঠিল।

ভাৰতবৰ্ষৰ গ্ৰাম্য শিল্প নষ্ট কৰি তাৰ ঠাইত বৃটিছ শাসনে বলেৰে বিদেশী (বিলাতী) বস্ত্ৰ প্ৰচলনৰ দ্বাৰাই যি ভয়াবহ শোষণ চলাই আছে তাৰ পৰিণামত ভাৰতবাসী আজি পঙ্গু আৰু মনুষ্যত্বহীন হৈ পৰিছে। সেই মনুষ্যত্বহীনতা ধ্বংস কৰি দিব লাগিলে আৰু মানুহৰ মনৰ নিৰ্ভয় আৰু আত্ম-নিৰ্ভৰশীলতা গুণ আহৰণ কৰিবলৈ হ'লে সেই অগ্নিসৎকাৰ আৱশ্যক, যেনেকৈ প্লেগৰ বীজাণু থকা বহুমূলীয়া কাপৰকো সমূলি নষ্ট কৰি পেলোৱা আৱশ্যক। পৰাধীন ভাৰতবৰ্ষৰ দেহৰ এই মহাব্যাধি কুষ্ঠ—এই কেন্সাৰ—নিশ্চয়কৈ মূলতে ধ্বংস কৰি দিবই লাগিব। অহিংসা আৰু সত্যাই এই বিদেশী বস্ত্ৰদাহ যজ্ঞৰ আহুতি। 'ট্ৰেজেডী অৱ গান্ধী'ৰ লেখক গ্লৰ্ণি বোল্টনে লিখিছে, "বিদেশী বস্ত্ৰৰ অগ্নিসৎকাৰে ভাৰতবাসীৰ বস্ত্ৰ দাহ কৰিলে সঁচা, কিন্তু সেই অগ্নিশিখাই মানুহক এটা নতুন খাদী সভ্যতাৰ উত্তৰাধিকাৰী কৰিলে।"

মহাত্মাই সেই সভাত পোনতে অহিংসা, অসহযোগ আৰু সত্যাগ্ৰহৰ বাণী অসমবাসীক শুনালে। সভাত বৰঙণি তোলাৰ সময়ত জাহাজঘাটৰ এটা হিন্দুস্থানী বমুৱাই খক্‌মক্‌কৈ তাৰ কঁকালৰ সাঁচি থোৱা ধনৰ মোনাখন উলিয়াই বৰঙণি তোলা কাপোৰখনত উবুৰিয়াই দি আত্মপ্ৰসাদ লভি নিজকে ধন্য মানিছিল। এজন সামান্য বমুৱাৰ এই মহৎ কাৰ্যই সভাত উপস্থিত থকা সকলোকে গভীৰভাৱে অনুপ্ৰাণিত কৰিছিল।

মহাত্মাজীৰ আগমনে অসমৰ সমূহ ভাৱধাৰাৰ মৰিকলঙত নতুন ঢল আনি দিলে; অসমে এক নতুন জীৱনৰ সন্ধান পালে। আনহাতে অসমেও মহাত্মাৰ প্ৰাণত সঞ্চাৰ কৰিলে এক নতুন প্ৰেম আৰু প্ৰেৰণাৰ উৎস। অসমৰপৰা পোৱা এই প্ৰেম আৰু প্ৰেৰণাত অনুপ্ৰাণিত হৈ 'ইয়ং ইণ্ডিয়া' পত্ৰিকাত 'মনোৰম অসম' শীৰ্ষক প্ৰবন্ধত গান্ধীজীয়ে অকপটভাৱে অসমৰ শিপিনীৰ শিল্পনিপুণতাৰ বিষয়ে লিখিছিল: "অসমীয়া মহিলাই নিজৰ কাপোৰত সপোনপুৰীৰ পাৰিজাত ফুল বাছে।" গান্ধীজীৰ এই বাণীয়ে অসমীয়া শিপিনীৰ নিভাজ বনকৰা অনাড়ম্বৰ গহীন সাজপাৰ আৰু উৎকৃষ্ট বস্ত্ৰৰ উৎপাদন নিপুণতাৰ পৰিচয় দিয়ে।

মহাত্মাৰ অসম ভ্ৰমণৰ এটা হাঁহি উঠা ঘটনা। তেতিয়া যোৰহাট ষ্টেট ৰেলৱে আছিল। পুৰণি দিল্লীৰ ট্ৰামৰ কোঠাৰ নিচিনা নিচেই সৰু সৰু ভগা ছিগা গাড়ীবোৰৰ আগত জুৰি দিয়া এখন সৰু দেখোতে দুখ-লগা 'সাতাৱন ছাল'ৰ ইঞ্জিন, অতি পুৰণি ক্ষয় যোৱা চিৰি দুডাল, সিও মাটিত আধা পোত খোৱা। মাজে মাজে চিৰিৰ ওপৰত বালি চতিয়াই নিদিলে ইঞ্জিনে গাড়ী টনাটো টান হৈ পৰে। গাৰ্ড আৰু ড্ৰাইভাৰ দীঘল মুঠীয়া টিকনিৰে, চুৰিয়া চোলা আৰু খনিয়া কাপোৰেৰে আমাৰ জকাইচুকৰ হোজা অসমীয়া। 'গাড' আৰু 'ডাইবৰ' বুলি পৰস্পৰৰ মাজৰ অসমীয়া গাঁৱলীয়া ঠাঁচৰ মাত-কথা শুনিবলৈ পোৱা গৈছিল। পুখুৰীৰ পাৰ, আঁহতৰ তল আৰু আলিৰ মূৰেই আছিল ষ্টেছন। গাৰ্ড চাহাবৰ ধপাত খাবলৈ মন গলে 'হেৰৌ ডাইবৰ' বুলি চিঞৰ এটা মাৰি মুখত মিচিকিয়া হাঁহি এটা লৈ মূৰ খজুৱাই ক'ব: "হেৰৌ ৰখাচোন অলপ"। ড্ৰাইভাৰেও খপংকৰে দিয়ক ৰখাই। (অৱশ্যে গাড়ীয়েও পিচঁ হোহকা এটা নমৰাকৈ নৰয়।) তাৰ পিচত 'গাড' আৰু 'ডাইবৰ' বাবু উভয়ে গৈ দোকানে-চোকানে বা বন্ধু-বান্ধৱৰ ঘৰতেই একচিত ধঁপাতৰ হোপা মাৰেগৈ। সিফালে তুমি পেছেঞ্জাৰ হৈয়ে

থাকা। ইঞ্জিন চলাই দিলেও গাৰ্ড চাহাবে বা ড্ৰাইভাৰ চাহাবে নিজহাতে বালিৰ টিন (ইঞ্জিনতে সদায় মজুত) কঢ়িয়াই নি চিৰিত বালি নচটিয়াই ম্যানে ৰেলখন লৰচৰকে নকৰে। গাৰ্ডে ড্ৰাইভাৰক চিঞৰি কয়: "হেৰৌ, বালি দিছো। দে চলাই। এইবাৰ বাপেকে আগ নেবাঢ়ি নোৱাৰে।"

মহাত্মা আৰু মহম্মদ আলি চাহাবক নি মৰিয়ণি ষ্টেশ্যনত যোৰহাট অভিমুখে ঠিক এনে অদ্ভুত গাড়ীতেই তুলি দিয়া হ'ল। 'মহাত্মা গান্ধী কী জয়', 'আল্লাহু আকবৰ', 'মৌলানা মহম্মদ আলি কী জয়', 'বন্দে মাতৰম্' আদি ধ্বনি কৰি থাকোঁতে হঠাতে ৰেল চলিল। ৰেলত বহিবলৈ ঠাইৰ নাটনি; মহাত্মাক বহুওৱা হ'ল ইঞ্জিনৰ ওচৰত একৰকম ভাল গাদী এখনত। কিন্তু আলি চাহাবৰ ভাগত পৰিল একেবাৰে শেষ ভাগৰ ঠাই অকণ। মাজৰ ভগা-ছিগাবোৰত কঁঠাল বোজা দিয়া দি কংগ্ৰেছকৰ্মী, মহাত্মাৰ দলৰ লোক আৰু অন্যান্য পেছেঞ্জাৰ—যাকে য'তে পৰা যায় বহুৱাই দিয়া হৈছিল। বোধকৰোঁ যোৰহাট্ ষ্টেট ৰেলওৱেৰ জীৱনত আগতে কেতিয়াও ইমান ভিৰ হোৱা নাছিল। পিচে দৈৱৰ কি পৰিহাস! অলপ গৈয়েই ঘেচেংকৰে কপ্লিংডাল ছিগি থাকিল; ইঞ্জিনৰ লগত লাগি থকা তিনিটামান ডবা (তাৰে এটাত মহাত্মা গান্ধী) লৈ গাড়ী যোৰহাটমুখে গতি কৰিয়েই থাকিল। ইফালে মৌলানা চাহাবেৰে সৈতে বাকী পেছেঞ্জাৰসকল পৰি থাকিল পিচৰ গতিহীন ডবাকেইটাত। মৌলানা চাহাব বৰ খুহুটীয়া প্ৰকৃতিৰ লোক আছিল। তেখেতে গাড়ীৰপৰা নামি অলপ বেগাই আগবাঢ়ি গৈ চিঞৰি কলে, "বাপু আপ হমলোগকো ছোড়কৰ এতনা জলদ্ কাঁহা ভাগ ৰহেঁ?"

সেই কালৰ অসমৰ একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান 'অসম এছোচিয়েশ্যন'ৰ (সম্পাদক স্বৰ্গীয় যোগেন্দ্ৰনাথ বৰুৱা) এটি বিশেষ অধিবেশন আহ্বান কৰি তাত প্ৰস্তাৱ লোৱা হ'ল যে 'কংগ্ৰেছ' অনুষ্ঠানটি গঢ়ি তুলিবলৈ হ'লে 'অসম এছোচিয়েশ্যন'ক সাময়িকভাৱে স্থগিত ৰাখিব লাগিব। কংগ্ৰেছৰ নতুন গঠনতন্ত্ৰমতে অসমত আমাৰ হাততে 'অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি' গঢ়ি উঠিল; এই নকৈ পতা অনুষ্ঠানৰ যুটীয়া সম্পাদক হ'ল কালীপ্ৰসাদ বৰুৱা আৰু মহিবুদ্দিন। প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ তলত মহকুমাই মহকুমাই একোখন 'জিলা কংগ্ৰেছ কমিটি' স্থাপিত হ'ল। অসমতো গঠনমূলক কাৰ্যপদ্ধতিৰ ভিত্তিত অহিংস-বিপ্লৱ গঢ়ি উঠিল; বৃটিছ চৰকাৰৰ সৈতে অসমতো ইমূৰৰপৰা সিমূৰলৈ অসহযোগৰ আন্দোলনে মূৰ দাঙি উঠিল। তাৰ

ফলস্বৰূপে অসমৰ বিভিন্ন ঠাইত বিদেশী বস্ত্ৰ বৰ্জন, মদ-নিবাৰণৰ অভিযান, কানি নিবাৰণৰ অভিযান আদি পূৰ্ণ উদ্যমেৰে চলিব ধৰিলে; নানা ঠাইত ৰাজহুৱা সভা পতা হ'ল, পিকেটিং কাৰ্য অব্যাহত গতিৰে চলোৱা হ'ল। মহাত্মাৰ আগমনে অসমীয়াৰ প্ৰাণত স্বৰাজ লাভৰ কৰ্মৰ প্ৰতি নতুন প্ৰেৰণাৰ, নৱ উদ্যমৰ ঢল বোৱালে।

ভাৰতৰ অহিংসা-বিপ্লৱ ৰক্ত-বিপ্লৱতকৈ শতধা শক্তিশালী হৈ উঠিল। ইতিহাস-প্ৰসিদ্ধ ফৰাছী ৰক্ত-বিপ্লৱত ( **French revolution** ) উন্মাদ হৈ মানুহে মানুহৰ ৰক্ত পান কৰি সৰ্বনাশৰ এটা অমানুষিক দৃশ্যৰ সৃষ্টি কৰিছিল, বিখ্যাত বেচ্‌টাইল জেলখানা চূৰ্ণবিচূৰ্ণ কৰি প্ৰজাৰ দাসত্বৰ শিকলি টুকুৰা-টুকুৰ কৰি দিছিল। কিন্তু ভাৰতবৰ্ষত মহাত্মা গান্ধীৰ নেতৃত্বত যি অহিংসা-বিপ্লৱ জাগৰণ হ'ল সেই বিপ্লৱত ভাৰতীয়ই বিপক্ষৰ প্ৰাণ হৰণ কৰা নাই, বৰং নিজৰ প্ৰাণহে বিসৰ্জন দি দাসত্বৰ বেচ্‌টাইল ধ্বংস কৰি দিছে। গান্ধীজীয়ে আজি জগতৰ আগত আন্তৰ্জাতিক অহিংসা তথা জগতৰ শান্তিৰ নতুন পথ আৰু মানৱ সভ্যতাৰ এক নতুন প্ৰগতিৰ সন্ধান দিবলৈ সক্ষম হৈছে।

মহাত্মাৰ উপদেশ অনুসৰি স্কুল-কলেজ বৰ্জনৰ, ওকালতি বৰ্জনৰ, তথা বিদেশী বস্ত্ৰ বৰ্জনৰ বিষয়ে প্ৰস্তাৱ ল'লে। এই জাতীয় আহ্বানত সকলো মহলৰপৰা সক্ৰিয় সমৰ্থন আহিল—ছাত্ৰ-ছাত্ৰীয়ে স্কুল-কলেজ পৰিত্যাগ কৰিলে, উকীলে ওকালতি এৰিলে আৰু ঠায়ে ঠায়ে ৰাইজৰ মাজত বিদেশী বস্ত্ৰদাহৰ অগ্নিকাণ্ড অনুষ্ঠিত হ'ল। ভাৰতত বৃটিছৰ শিক্ষানুষ্ঠানৰ পৰিৱৰ্তে গুজৰাট বিদ্যাপীঠ, বিহাৰ বিদ্যাপীঠ, 'জামিয়া মিল্লিয়া' ( আলীগড় ) আদি জাতীয় শিক্ষানুষ্ঠান কেতবোৰ গঢ়ি উঠিল। উকীল-বেৰিষ্টাৰসকলেও আদালত বৰ্জন কৰি কংগ্ৰেছত যোগ দিলে আৰু আন্দোলন অব্যাহত ৰাখিবৰ বাবে সকলোৱে দায়িত্ব আৰু কৰ্মৰ ভাগ মূৰ পাতি ল'লে। কংগ্ৰেছৰ কৰ্মীসকলৰতো কথাই নাই। তেওঁলোকে সকলোতে ধৰ্মঘট, বিদেশী বস্ত্ৰ দাহ, পিকেটিং আদি বৈপ্লৱিক কাৰ্য পূৰাদমে চলাই গ'ল। ভাৰতৰ মাটিৰপৰা বিদেশী শাসকসকলক শোষণকাৰীসকলক বহিষ্কাৰ কৰি স্বৰাজ লাভ কৰিবৰ অৰ্থে চলোৱা এই ভাৰত-বিয়পা আন্দোলনত ভাৰতীয়ৰ আছিল হৃদয়ৰ সমৰ্থন, অন্তৰৰ আকুতি, আৰু সেইবাবেই অতি কম দিনৰ ভিতৰতে এই আন্দোলনে অপূৰ্ব সাফল্য লাভ কৰিলে। ভাৰতে এনে সাফল্য লাভ কৰিলে যে ইংলণ্ডৰ

লাঙ্কাচায়াৰৰ দৰে বিৰাট বস্ত্ৰশিল্পৰ প্ৰতিষ্ঠানো প্ৰায় বন্ধ হৈ যাবলগীয়া হ'ল; ভাৰতবৰ্ষলৈ বিলাতী বস্ত্ৰৰ আমদানি বন্ধ হৈ যোৱাত বৃটিছৰ বাণিজ্য বিপন্ন অৱস্থাত পৰিলগৈ। ভাৰতৰ নিচিনা এনে সামূহিক জাগৰণ জগতৰ ইতিহাসত সঁচাকৈ বিৰল।

মহাত্মাই ৰাজনীতি ক্ষেত্ৰত স্বাধীনতা বিপ্লৱৰ সূচনা কৰাৰ পূৰ্বত ভাৰতবাসী আছিল নিমাত-নীৰৱ, ভীৰু, উপায়ন্তৰ, পদদলিত, পৰাধীনতাৰ শিকলিৰে বন্ধা, অৱনত। গান্ধীজীয়ে সেই ভাৰতবাসীৰ অন্তৰত স্বাধীনতাৰ বীজমন্ত্ৰ স্থমুৱাই দি তেওঁলোকক স্বাধীনতা ৰণৰ যুঁজাৰু সজালে—আজাদী যিহাদৰ খহিদ। হিংস্ৰ সংগ্ৰামত নাৰী আৰু বৃদ্ধৰ স্থান নাই। কিন্তু গান্ধীজীৰ এই অভাৱনীয় নতুন আৱিষ্কাৰে, নতুন সন্ধানে প্ৰত্যেকৰে অন্তৰত এধাৰা নতুন তেজৰ সৃষ্টি কৰিলে; ভাৰতবাসীৰ আত্মগৌৰৱ, মনুষ্যত্ব আৰু শৌৰ্য-বীৰ্য ঘূৰি আহিল। বিৰাট শক্তিমান বৃটিছ জাতিৰ সন্মুখীন হৈ ভাৰতবাসীয়ে উচ্চ-কণ্ঠে কবলৈ শিকিলে: "না, মই বিদ্ৰোহী, বৃটিছ চৰকাৰৰ সৈতে আৰু বৃটিছৰ পুলিছৰ সৈতে, সৈন্যবাহিনীৰ সৈতে মই সহযোগিতা নকৰোঁ; বিদেশী বস্ত্ৰ তথা বৃটিছৰ বস্ত্ৰ মই নিপিন্ধো নিকিনো, বৃটিছক ৰাজহ-খাজনা নিদিওঁ; মোৰ ল'ৰা-ছোৱালীক আৰু বৃটিছৰ গোলামী স্কুল-কলেজলৈ নপঠিয়াওঁ; বৃটিছৰ আইন-আদালত আৰু নামানো।" মহাত্মাই শিকালে: "সত্যই ঈশ্বৰ, অহিংসাই কৰ্মপন্থা"। তেখেতে কৈছে: "মোৰ ধৰ্মৰ ভেটি হৈছে সত্য আৰু অহিংসা। সত্যই মোৰ ঈশ্বৰ, অহিংসাই হৈছে ঈশ্বৰপ্ৰাপ্তিৰ একমাত্ৰ পন্থা।"

অসমৰ সাৰুৱা মাটিত গান্ধীৰ অসহযোগ বিপ্লৱৰ বীজ দেখোঁতে দেখোঁতে গজালি মেলি দকৈ শিপালে। গাঁৱে-ভূঁৱে আবাল-বৃদ্ধ-বনিতাৰ মুখত শুনিবলৈ পোৱা গ'ল—স্বৰাজ, অসহযোগ, পিকেটিং, কংগ্ৰেছ, গান্ধী, অহিংসা আদি শব্দৰ ধ্বনি। বিদ্যালয়, আদালত আৰু বিদেশী বস্ত্ৰ—এই ত্ৰি-বৰ্জন আৰু তাৰ লগে লগে পিকেটিং, জয়ধ্বনি, শোভাযাত্ৰা, ৰাজহুৱা সভা আদি বিবিধ অনুষ্ঠানে বিপ্লৱৰ অগ্নি জ্বলাই চৌদিশ ছাতি পেলালে। উদ্বিগ্ন জনতাৰ মুখে মুখে শুনিবলৈ পোৱা হ'ল ফুকন-বৰদলৈৰ যুগ্ম নাম।

পোনতে দিনচেৰেকৰ বাবে কেইজনমান বৃটিছ ভক্তই বিপ্লৱৰ ঢল ভেটা দিবৰ মনেৰে উঠি-পৰি লাগিছিল যদিও পৰ্বতৰ গাইদি তললৈ সজোৰে নামি অহা স্ৰোতধাৰাক পথৰ ক্ষুদ্ৰ প্ৰতিবন্ধকে বাধা দিব নোৱাৰাৰ দৰে

তেওঁলোকৰ সেই প্ৰতিবন্ধকতাৰ প্ৰচেষ্টাও অতি সোনকালে ধানখেৰৰ জুইৰ দৰে পুৰি ছাই হৈ গ'ল।

মহাত্মাই ১৯২১ চনতে কৈছিল যে কংগ্ৰেছৰ কাৰ্যসূচীৰ কৃতকাৰ্যতাৰ্থে ভাৰতবাসীয়ে অহিংসা আৰু সত্যৰ ভিত্তিত যদি বৃটিছ চৰকাৰৰ সৈতে অসহযোগ কৰে তেন্তে এইটো নিশ্চিত যে সেই চনৰ ৩১ ডিচেম্বৰৰ পূৰ্বতে ভাৰতে স্বৰাজ লাভ কৰিব। তেখেতে কৈছিল যে এজন ছাত্ৰয়ো যদি বৃটিছৰ বিদ্যালয় বৰ্জন কৰে, এজন ভাৰতবাসীয়েও যদি বিদেশী বস্ত্ৰ ত্যাগ কৰে তেনেহলে স্বৰাজৰ মজবুৎ বুনিয়াদ গঢ়ি উঠিব।

অসহযোগ আন্দোলন কেইমাহমান চলাৰ পিচতে চৌৰিচৌৰাৰ হত্যাকাণ্ড ঘটিল। সেইবাবে কৃতকাৰ্যতা লাভ কৰিবলৈ লৰ্ড লইডৰ সেই 'এক ইঞ্চি' বাকী থাকোঁতেই মহাত্মাই কংগ্ৰেছৰ অসহযোগ আন্দোলন বন্ধ কৰি দিলে। সক্ৰিয় সংগ্ৰাম বন্ধ কৰি দি মহাত্মাই ভাৰতবাসীক নিৰ্দেশ দি গ'ল যে কংগ্ৰেছৰ গঠনমূলক কাৰ্যপদ্ধতি দুগুণ উৎসাহে চলাব লাগিব। এয়ে হৈছে সত্যাগ্ৰহৰ ৰণকৌশল। বৃটিছ চৰকাৰে ভাবিলে যে যদিহে গান্ধীক দীঘলীয়া কাৰাদণ্ড দিয়া যায় তেনেহলে স্বাধীনতাৰ বিপ্লৱ নিৰ্মূল হৈ যাব। ভাৰতবৰ্ষৰ সন্মুখত এক কঠিন সমস্যাৰ উদ্ভৱ হ'ল। সৰ্বসাধাৰণৰ মাজত এটা সংশয়ৰ ভাবে ঠাই ল'লে। কংগ্ৰেছী-অকংগ্ৰেছী অনেকে ক'ব ধৰিলে যে ১৯২১ চনৰ ৩১ ডিচেম্বৰৰ আগতে স্বৰাজ লাভ কৰা কথাটো লোপ পালেই, অহিংসাৰে স্বৰাজ লাভ কৰাটোও প্ৰহেলিকাৰ নিচিনাকৈ দূৰতকৈও দূৰ হৈ গ'ল। বঙ্গীয় লোকে ইতিকিং কৰি ক'ব ধৰিলে এইবুলি: "চৰখা কেটে মশাই স্বৰাজ কি হয়?"

চৌৰিচৌৰাৰ ঘটনাক মহাত্মাই ভগৱানৰ ইঙ্গিত বুলি বৰ্ণনা কৰি সক্ৰিয় সত্যাগ্ৰহৰ ঠাইত গঠনমূলক কাৰ্যপদ্ধতিৰ নিৰ্দেশ দি দুবছৰলৈ যি কাৰাবৰণ কৰিলে তাৰ মৰ্ম হৈছে সত্যাগ্ৰহ বিপ্লৱৰ পৰৱৰ্তী পৰ্যায়ৰ বাবে সাজু হোৱা। লৰ্ড ৰিডিঙে এই গূঢ় তত্ত্ব উপলব্ধি কৰিহে মহাত্মাক দীঘলীয়া কাললৈ কাৰাদণ্ড দিয়াইছিল। এই গৃহ-পৰ্যায়ৰ পৰিণাম ১৯৩০ চনৰ লোণ-সত্যাগ্ৰহ। গঠনমূলক কাৰ্যপদ্ধতি হৈছে সক্ৰিয় সত্যাগ্ৰহ বিপ্লৱৰ অন্য ৰূপ মাথোন—তাৰ অস্ত্ৰাগাৰ গৃহ-পৰ্যায় অৰ্থাৎ যঁতৰ। যঁতৰ হ'ল অহিংসা আৰু সত্যাগ্ৰহৰ প্ৰতীক। সেয়ে মহাত্মাৰ উপদেশত কংগ্ৰেছৰ ত্ৰিৰঙ্গ ঝাণ্ডাত যঁতৰে স্থান পালে। কংগ্ৰেছ অহিংস বিপ্লৱৰ অনুষ্ঠান। কংগ্ৰেছৰ উদ্দেশ্য অহিংসাৰে

স্বৰাজ অৰ্থাৎ স্বাধীনতা লাভ কৰা। নিপুণ বেজে ভাৰতবাসীৰ নাড়ী ধৰি উপযুক্ত ব্যৱস্থা দিবলৈ সক্ষম হৈছিল। যঁতৰেই অৰ্থাৎ অহিংসাই স্বৰাজ আনিব—এয়ে গান্ধীজীৰ দৃঢ় বিশ্বাস। তাহানি ১৯২১ চনৰ আগষ্টত গুৱাহাটীত ফুকনৰ হাউলীৰ ৰাজহুৱা সভাত মহাত্মাই বক্তৃতা প্ৰসঙ্গত কৈছিল: "লোগোঁনে কঁহতে হেঁ কি 'গান্ধী পাগল হ্যায়। ৱহ হমেশা কহা কৰতা হ্যায় কি চৰখোসে ভাৰতকো স্বৰাজ মিলেগা। চৰখোসে কভি কোই মুলক স্বাধীন হুয়া ক্যা?' মেঁ্য ফিৰ কহঁতা হুঁ কি চৰখোসে হি ভাৰতকো স্বৰাজ মিল যায়গা।" অহিংসাই স্বাধীনতা বিপ্লৱৰ হৃৎপিণ্ড, ৰাজহাড়। গান্ধীয়ে অহিংসাৰ প্ৰতীক যঁতৰৰ দ্বাৰাই ভাৰতবাসীক বিপ্লৱী কৰি তুলিলে। ১৯৩০ চনৰ লোণ-নীতিয়েই তাৰ প্ৰথম জ্বলন্ত প্ৰমাণ। গান্ধীয়ে ভাৰতবাসীলৈ লিখিলে যে 'ভাৰত ত্যাগ' মন্ত্ৰেৰে তথা 'কৰণা নহিতো মৰণা' মন্ত্ৰেৰে তেখেতে ভৱিষ্যত ৰাষ্ট্ৰতন্ত্ৰৰ, মৌলিক অধিকাৰৰ, ব্যক্তিগত মত-প্ৰকাশৰ স্বাধীনতাৰ পূৰ্ণ অধিকাৰসম্পন্ন ৰাষ্ট্ৰতন্ত্ৰৰ গঠনৰ সংকল্প লৈছে।

অসমবাসীলৈ মহাত্মাৰ অমোঘ বাণী আছিল এই যে কানি অসমীয়া মানুহৰ মহাব্যাধি স্বৰূপ। কানিয়ে অসমীয়া জাতিৰ ৰাজহাড় খুলি খুলি খাইছে। স্বৰাজ লাভ কৰিবলৈ হ'লে অসমীয়াৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হৈছে কানি মহাবিহ পৰিত্যাগ কৰা। তেখেতে কৈছিল, "কানি নাইকিয়া কৰি স্বৰাজ লাভ কৰা। তালগছ কাটি স্বৰাজ হয় নিশ্চয়। অসমত অসহযোগ আন্দোলনক যথাৰ্থতে কানি-বিপ্লৱ বুলিব পাৰি।"

১৯২১ চনত গুৱাহাটীত মহাত্মা গান্ধীয়ে নিজ হাতে স্বদেশী কাপোৰত অগ্নিসংযোগ কৰি নতুন খাদী সভ্যতাৰ উদ্বোধন কৰোঁতে কৈছিল, "মেঁ্য ইস্ অগ্নিসংকাৰ কাৰ্যকো পৱিত্ৰ কাম সমঝতা হুঁ"। খাদী সভ্যতাৰ আন নামাকৰণ অহিংস সভ্যতা। মহাত্মা গান্ধীয়ে নিখিল ভাৰতীয় চৰখা সংঘৰ মুখপত্ৰ 'খাদী জগত'ৰ প্ৰথম সংখ্যাত (আগষ্ট, ১৯৪১) এইদৰে লিখিছিল: "বৰ্তমান যুদ্ধই ইংগিত দিছে যে যন্ত্ৰবাদে পৃথিৱীৰ ধ্বংস আনিব; গৃহশিল্পইহে পৃথিৱী ৰক্ষা কৰিব। যঁতৰ আমাৰ অৰ্থনৈতিক আৰু গাঁৱলীয়া সমাজৰ কেন্দ্ৰস্থল। যঁতৰ অৰ্থনৈতিক উন্নতি, স্বাধীনতা আৰু সাম্প্ৰদায়িক ঐক্যৰ প্ৰতীক। নিখিল ভাৰতীয় চৰখা সংঘই গোটেই ভাৰতকে খাদী পিন্ধাবলৈ আৰু দৰিদ্ৰতা আঁতৰাবলৈ হাবিয়াস কৰে।"

গান্ধীৰ অলংকাৰ-সমৃদ্ধ ভাষাত অহিংসা-সৌৰজগতৰ সূৰ্য হৈছে ভাৰত-

বিপ্লৱৰ প্ৰতীক যঁতৰ। খাদী, অস্পৃশ্যতা নিবাৰণ, সাম্প্ৰদায়িক ঐক্য—সেই সৌৰজগতৰ প্ৰধান গ্ৰহ। গ্ৰাম্য শিল্প, জাতীয় শিল্প. জাতীয় শিক্ষা, মাদকতা নিবাৰণ, ৰাষ্ট্ৰভাষা ইত্যাদি তাৰ উপগ্ৰহ। সূৰ্যৰ ৰশ্মি সৌৰজগতৰ জীৱনী-শক্তি ; যঁতৰ অহিংস সৌৰজগতৰ জীৱনী-শক্তি। যঁতৰৰ প্ৰাণস্পৰ্শী সুললিত মধুৰ সঙ্গীত সেই সৌৰজগতৰ বিশ্বব্ৰহ্ম সঙ্গীতৰ ( music of the spheres ) সুৰৰ ঝঙ্কাৰ আৰু সেই সৌৰজগতৰ গতি ভাৰতবিপ্লৱ—সত্যাগ্ৰহ। সাম্প্ৰদায়িক অনৈক্য আৰু অস্পৃশ্যতা ভাৰতবৰ্ষ-দেহৰ একেটা ব্যাধিৰ উপসৰ্গ, মূলতে একেটা কথা। অস্পৃশ্যতা নিবাৰণ মানে সমাজত সাম্প্ৰদায়িক ঐক্য স্থাপন। সমাজত 'উচ্চ শ্ৰেণী' হিন্দুৱে হৰিজনক ঘৃণা যদি নকৰে, মুচলমানকো নিশ্চয় নকৰিব। সেই ব্যাধিৰ চিকিৎসা হৈছে খাদী—অহিংসা। ব্যাধিৰ উপশম আৰু আৰোগ্য লাভ মানে ৰাষ্ট্ৰীয় স্বাধীনতা লাভ। এই স্বতঃসিদ্ধ কথাৰ গুৰুত্ব কি তাৰ বিচাৰ আৱশ্যক।*

* লিখকৰ গ্ৰন্থ 'কাৰাগাৰৰ চিঠি'ৰপৰা এই প্ৰবন্ধ যুগুত কৰা হৈছে।

# মহাত্মা গান্ধীৰ চমু জীৱনী

## ভূমিকা

গান্ধী জন্ম হোৱাৰ সময়ত বৃটিছ শাসন ভাৰতত সুদৃঢ়ভাৱে প্ৰতিষ্ঠাপিত হৈছে। বিদ্ৰোহ নামেৰে জনাজাত হোৱা ১৮৫৭ চনৰ জাগৰণটোৱে বৃটিছৰ দুঃসাহসিক কাৰ্যাৱলীক সাম্ৰাজ্যত পৰিণত কৰাৰ বাবে কেৱল অৱিহণাহে যোগালে। বৃটিছ ৰাজৰ অধীনত ভাৰতবৰ্ষ সমৃদ্ধিশালী হৈ চলি থাকিল; প্ৰকৃতপক্ষে ইমান বেছি সমৃদ্ধিৰে যে নতুন চামৰ শিক্ষিত ভাৰতীয় লোকসকলে তেওঁলোকৰ বিদেশী প্ৰভুসকলৰ সভ্যকৰণ অভিযানত নিজক সমৰ্পণ কৰিবলৈ আগ্ৰহান্বিত হৈ পৰিল। ৰাজনৈতিক বশীকৰণক বৌদ্ধিক আৰু নৈতিক দাসত্বই অধিক সবল কৰি তুলিলে। আপাততঃ শতাব্দীৰ পিচত শতাব্দী ধৰি ভাৰতত বৃটিছ শাসন নিৰাপদ যেন বোধ হ'ল।

গান্ধীৰ মৃত্যুত ভাৰতবৰ্ষই স্বাধীন জাতি হিচাপে নিজৰ ক্ষতিৰ বাবে শোক কৰিলে। ঐতিহ্যহীনসকলে ঐতিহ্য ঘূৰাই পালে। কোটি কোটি বোবা জনতাই নিজৰ মাত বিচাৰি পালে। নিৰস্ত্ৰসকল এখন মহাযুদ্ধত জয়ী হ'ল আৰু এই বিজয় লাভৰ পদ্ধতিটোৱে এনে এক নৈতিক শক্তিৰ উদ্ভৱ কৰিলে যে পৃথিৱীয়ে কেৱল মনোযোগেই নহয়, কিছু পৰিমাণে প্ৰশংসাও যাচিবলৈ বাধ্য হ'ল। এই অসাধ্য সাধনৰ কাহিনী-টোৱেই গান্ধীৰো জীৱনৰ কাহিনী। কাৰণ, আন সকলোৰে ভিতৰত তেওঁহে যাইকৈ এই অসাধ্য সাধনৰ সৃষ্টিকৰ্তা। তেওঁৰ প্ৰতি কৃতজ্ঞ দেশবাসীসকলে মিছাতেই তেওঁক জাতিৰ জনক আখ্যা দিয়া নাই।

কিন্তু, তথাপিও কেৱল গান্ধীয়েই অকলশৰে এই অসাধ্য সাধন কৰিছে বুলি কলে অতিৰঞ্জিত কৰা হব। যিমানেই মহান আৰু আশ্চৰ্যজনক নহওক লাগে কেৱল এজনেই বুৰঞ্জীৰ এটা প্ৰবাহক গঢ় দিব নোৱাৰে। অপ্ৰমাদী পূৰ্বসূৰীসকল আৰু তেওঁতকৈ বয়সত ডাঙৰ সমসাময়িক লোকসকলে শিল ভাঙি স্বাধীনতাৰ পকা আলি বান্ধিবৰ বাবে গান্ধীক সহায় কৰি দিছিল। তেওঁলোকে বৌদ্ধিক, সামাজিক আৰু নৈতিক সচেতনতা জনসমাজৰ মাজত উদ্বুদ্ধ কৰি তুলিলে আৰু গান্ধীয়ে নিজস্ব প্ৰতিভাৰে সেইখিনিকে এক মহাযাত্ৰাৰ পথেৰে আগবঢ়াই নিলে। ৰাজা ৰামমোহন ৰায়, ৰামকৃষ্ণ পৰমহংস আৰু তেওঁৰ মহান শিষ্য স্বামী বিবেকানন্দ, স্বামী দয়ানন্দ সৰস্বতী, দাদাভাই নৌৰজী, বদৰুদ্দিন ত্যাবজী, চৈয়দ আহমেদ খান, ৰাণাদে,

গোখেল, তিলক, অৰবিন্দ ঘোষ, ৰবীন্দ্রনাথ ঠাকুৰ আৰু অনেকে নিজ নিজ কাৰ্যৰ দ্বাৰা জনগণৰ মাজত আত্মোৎসৰ্গৰ এটি চেতনা জগাই তুলিলে আৰু সেয়ে গান্ধীৰ হাতত পৰি সেই বিশাল আৰু নৈতিক জাগৰণৰ বাবে আহিলাস্বৰূপ হৈ পৰিল। যিয়েই নহওক এই কথা সঁচা যে গান্ধীৰ অবিহনে ভাৰতৰ ৰাজনৈতিক ভাগ্য একেবাৰে বেলেগ ধৰণৰ হ'লহেঁতেন আৰু ভাৰতৰ নৈতিক শক্তিও এতিয়াতকৈ অনেক পৰিমাণে কম পৰিসৰৰ হ'লহেঁতেন।

যদিও গান্ধীয়ে ভাৰতত থাকি, ভাৰতীয়সকলৰ বাবেই কষ্ট স্বীকাৰ কৰি ভাৰতত মৃত্যু বৰণ কৰিলে, তথাপিও তেওঁৰ জীৱনৰ মূল্যায়ন কেৱল ভাৰতৰ সম্পৰ্কতেই সীমাবদ্ধ নহয়; নতুবা, ভৱিষ্যতৰ মানুহৰ বাবে তেওঁ কেৱল এজন স্বদেশপ্রেমী, ৰাজনীতিবিদ বা জাতিক গঢ়ি তোলোতা বুলিয়েই পৰিচয় নাথাকিব; তেওঁ মূলতঃ আছিল এটা নৈতিক শক্তি, যাৰ আবেদন আছিল মানুহৰ বিবেকৰ প্ৰতি। সেইবাবে সেই শক্তি আছিল সাৰ্বজনীন। কোনো এটা বিশেষ জাতি, ধৰ্ম বা গোষ্ঠীৰ অন্তৰ্ভুক্ত বুলি নহয়, কেৱল মানুহ হিচাপে তেওঁ মানুহৰ বন্ধু আৰু পৰিচাৰক আছিল। তেওঁ ভাৰতীয়সকলৰ বাবে কাম কৰিছিল এইবুলি নহয় যে তেওঁৰ জন্ম ভাৰতবৰ্ষত; কিন্তু ভাৰতৰ লাঞ্ছনা আৰু কষ্ট স্বীকাৰে তেওঁৰ নৈতিকতাৰ অনুভূতিবোৰৰ যথেষ্ট ইন্ধন যোগাইছিল বাবেহে। তেওঁৰ জীৱনৰ শিক্ষা সকলোৰে বাবে পঠনীয়। তেওঁ কোনো ধৰ্মানুষ্ঠান পাতি যোৱা নাই। তেওঁ নিজে বিশ্বাসৰ এটি জীৱন-যাপন কৰি গৈছে যদিও অনুৰক্ত ভক্তসকলে তৰ্ক-বিতৰ্ক কৰিবৰ বাবে কোনো মতবাদ প্ৰতিষ্ঠিত কৰি যোৱা নাই। সত্যৰ বাহিৰে ভগবানৰ অন্যৰূপ তেওঁ কল্পনা কৰা নাই আৰু ভগবানক লাভ কৰিবৰ বাবে সাধুতা আৰু অহিংসাৰ অবিচলিত সাধনাৰ বাহিৰে আন পথৰ কথা উল্লেখ কৰা নাই। সেইবাবে গান্ধীক সকলোৰে বুলি নকৈ কেৱল তেওঁক স্বকীয় বুলি কোনেও দাবী কৰিব নোৱাৰে।

তেওঁৰ জীৱনৰ আন এটা বিশ্বজনীন ডাঙৰ শিক্ষা হ'ল এই যে তেওঁ বিশেষ প্ৰতিভা লৈ জন্মগ্ৰহণ কৰা নাই। সৰ্বসাধাৰণ মানুহৰ নথকা বিশেষ গুণৰাশিও তেওঁ প্ৰদৰ্শন কৰা নাছিল। ৰবীন্দ্রনাথ ঠাকুৰৰ দৰে তেওঁ অনুপ্ৰাণিত কবি নহয়। ৰামকৃষ্ণ পৰমহংসৰ দৰে তেওঁ ৰহস্যবাদীও নাছিল। শঙ্কৰ বা বিবেকানন্দৰ দৰে বাল্যকালত তেওঁৰ বিশেষ প্ৰতিভা প্ৰকাশ পোৱা নাছিল। ল'ৰাকালত তেওঁৰ যদি বিশেষ ধৰণৰ কিবা এটা অসাধাৰণ গুণ আছিল, তেনেহলে সেইটো হ'ল তেওঁৰ লাজ, যিটো তেওঁৰ বাবে বহুত দিনলৈকে প্ৰতিবন্ধক স্বৰূপ আছিল। নিঃসন্দেহে তেওঁৰ মাজত নিশ্চয় কিবা এটা অসাধাৰণ শক্তি সুপ্ত হৈ আছিল। পিচলৈ সেয়ে এক লৌহ ইচ্ছা-শক্তিত পৰিণত হৈ উঠিল। সেই ইচ্ছা-শক্তি নৈতিকবোধৰ লৈতে একত্ৰ হৈ তেওঁ পিচলৈ যিজন মানুহত পৰিণত হ'ল, ল'ৰাকালত তাৰ কোনো স্বাক্ষৰ নাছিল। এইখিনি কথা জানিলে আমি মই এইবুলি সাহ আৰু প্ৰেৰণা লাভ কৰিব

পাৰোঁ যে যিজন মানুহৰ পৰা তেওঁ যিজন মানুহ হ'লগৈ আনেও যে তেনে হব নোৱাৰিব তাৰ কোনো কাৰণ দেখা নাযায়।

তেওঁৰ প্ৰতিভা বুলি যদি কোৱা হয় তেনেহলে সেই প্ৰতিভাৰ অৰ্থ হ'ল যে নৈতিক বিশ্বাস এটাক পৰিপূৰণৰ বাবে কষ্ট স্বীকাৰ কৰাৰ অসীম ক্ষমতা। তেওঁৰ জীৱনটোৱেই আছিল অহৰহ সংগ্ৰাম, নিৰৱচ্ছিন্ন সাধনা, সত্যৰ অবিচলিত অনুসন্ধান। সেই সাধনা নিগুৰ্ণ বা ভগবৎ সম্বন্ধীয় নহয়, সেই সত্য কেৱল মানুহৰ সম্পৰ্কৰ যোগেদিয়ে প্ৰতিভাত হয়। তেওঁ এখোজ এখোজকৈ ওপৰলৈ উঠি গ'ল আৰু প্ৰত্যেকটো খোজেই মানুহৰ খোজতকৈ ডাঙৰ নহয়। কিন্তু তেওঁ যেতিয়া উচ্চত আৰোহণ কৰিলেগৈ, তেতিয়া দেখা গ'ল যে তেওঁ মানুহতকৈ ওপৰত। আইনষ্টাইনে লিখিছিল: ভৱিষ্যতৰ মানুহে কাচিৎহে বিশ্বাস কৰিব যে এনে এজন তেজ-মঙহৰ মানুহে এই পৃথিৱীৰ ওপৰতেই এদিন খোজ কাঢ়িছিল। যদিও শেষৰ ফালে পৃথিৱীৰ কোনো এজন সাধাৰণ মানুহৰ দৰেই তেওঁক নলগা হ'ল, আৰম্ভণিতে তেওঁ কিন্তু যিকোনো এজন সাধাৰণ মানুহৰ দৰেই আছিল।

এয়েই তেওঁৰ জীৱনৰ মহৎ শিক্ষা। সৌভাগ্যবশতঃ তেওঁ নিজেই ১৯২১ চন পৰ্যন্ত তেওঁৰ জীৱনৰ ঘটনাৱলী আমাৰ বাবে লিপিবদ্ধ কৰি গৈছে। তেওঁৰ জীৱনৰ নৈতিক আৰু বৌদ্ধিক চৈতন্যৰ বিকাশৰ কথাও বৰ্ণনা কৰি গৈছে। তাকে নকৰা হলে ভাৰতবৰ্ষত তেওঁৰ ভক্ত চৰিত-লেখকৰ অভাৱ নহ'লহেঁতেন, যিসকলে তেওঁৰ জন্মৰ সময়ত নানান দৈৱিক সূচনা আৱিষ্কাৰ কৰি তেওঁৰ বাল্যকাল স্বৰ্গীয় জ্যোতিষ মণ্ডলেৰে আবৃত কৰি ৰাখিলেহেঁতেন।

## জন্ম আৰু ল'ৰাকাল

ভাৰতবৰ্ষৰ পশ্চিম উপকূলৰ পোৰবন্দৰ নামৰ এখন সৰু নগৰত ১৮৬৯ চনৰ দুই অক্টোবৰত মোহনদাস কৰমচান্দ গান্ধীয়ে জন্মগ্ৰহণ কৰে। কাঠিৱাৰৰ বহুতো ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ ভিতৰত পোৰবন্দৰো এখন ৰাজ্য হিচাপে পৰিগণিত হৈছিল। তেওঁ জন্ম লয় এটা বৈশ্য মধ্যবিত্ত পৰিয়ালত। তেওঁৰ ককাদেউতাক পোৰবন্দৰৰ দেৱান বা প্ৰধান মন্ত্ৰী আছিল। তেওঁৰ মৃত্যুত পুতেক কৰমচান্দ প্ৰধান মন্ত্ৰী হয়। গান্ধীৰ দেউতাকৰ নামেই আছিল কৰমচান্দ। তেওঁৰ মাক পুতুলীবাই অতি ধৰ্মপ্ৰাণ, ভক্ত আৰু নম্ৰ স্বভাৱৰ মহিলা আছিল। পুতেক মোহনদাসৰ মনত তেওঁ যথেষ্ট প্ৰভাৱ পেলায়।

মোহনদাস পোৰবন্দৰৰ পঢ়াশালিলৈ পঢ়িবলৈ যায়। তেওঁ তাত পূৰণৰ নেওঁতাখন আওৰাবলৈ বৰ টান পাইছিল। গান্ধীয়ে সৰু কালৰ কথা সুঁৱৰি কৈছে, "মোৰ বুদ্ধি নিশ্চয় বৰ ভোটা আছিল আৰু স্মৃতিশক্তিও একেবাৰে কেঁচা আছিল।"

তেওঁৰ দেউতাক কাঠিৱাৰৰ ৰাজমন্ত্ৰী হৈ ৰাজকোটলৈ সপৰিয়ালে উঠি যোৱাৰ সময়ত তেওঁৰ বয়স সাত বছৰ। ৰাজকোটৰ পাঠশালাত পঢ়ি পিচত হাইস্কুলত ভৰ্তি হয়। বিবেকৰ শাসন মানি চলা তেওঁ এজন মজলীয়া বিধৰ ছাত্ৰ আছিল। তেওঁ অতিপাত লাজকুৰীয়া আৰু ভয়াতুৰ ল'ৰা আছিল।

হাইস্কুলত থাকোঁতেই তেৰ বছৰ বয়সত তেওঁৰে সমবয়সীয়া কস্তুৰবাৰ সৈতে তেওঁৰ বিয়া হয়। সেই বয়সৰ ল'ৰা এটাৰ বাবে বিয়া মানেই হ'ল ভোজ-ভাত খোৱা, নতুন কাপোৰ-কানি পিন্ধা আৰু খেলিবলৈ নতুন এটি লগৰী পোৱা। কিন্তু সম্ভোগৰ অৰ্থ অনুভৱ কৰিবলৈ বৰ বেছি দিনৰ প্ৰয়োজন নহ'ল বুলি তেওঁ নিজেই বৰ্ণনা কৰিছে। নাৰীৰ প্ৰতি তেওঁৰ অপৰিসীম কৰুণা আৰু শ্ৰদ্ধা সম্ভৱতঃ বাল্য-বিবাহৰ নিষ্ঠুৰ নিয়মৰ বাবে তেওঁ ভোগ কৰা অভিজ্ঞতাৰ পৰাই উদ্ভৱ হৈছে।

## যৌৱন আৰু ইংলণ্ডত অধ্যয়ন

মেট্ৰিক পাছ কৰি মোহনদাসে ভাৱনগৰৰ সামলদাস কলেজত ভৰ্তি হয়। তাত পঢ়াশুনা কৰিবলৈ তেওঁ বৰ টান পালে আৰু কলেজৰ পৰিৱেশো তেওঁৰ অনুকূল নহ'ল। ইতিমধ্যে ১৮৮৫ চনত তেওঁৰ দেউতাকৰ মৃত্যু হয়। দেউতাকৰ চাকৰিটো লবৰ কাৰণে গান্ধীক তিনি বছৰৰ বাবে বিলাতত বেৰিষ্টাৰী পঢ়ি আহিবলৈ পৰিয়ালৰ বন্ধু এজনে পৰামৰ্শ আগবঢ়ালে। গান্ধীৰ মন নাচি উঠিল। গান্ধীয়ে মদ, তিৰোতা আৰু মাংস স্পৰ্শ নকৰোঁ বুলি কোৱাত মাকৰো আপত্তিৰ কাৰণ একো নাথাকিল।

ইংলণ্ডলৈ যাবলৈ জাহাজ বন্দবস্ত কৰিবৰ বাবে গান্ধী বম্বেলৈ গ'ল। বম্বেত তেওঁৰ জ্ঞাতিসকলে সাগৰৰ সিপাৰলৈ যাত্ৰা কৰাটোক কলুষতা বুলি গণ্য কৰিছিল আৰু বিদেশ যাত্ৰা বন্ধ নকৰিলে তেওঁৰ সৈতে সম্পৰ্ক ত্যাগ কৰিব বুলি ভাবুকি দিছিল। গান্ধী কিন্তু অচল অটল। ১৮৮৮ খৃষ্টাব্দৰ চাৰি চেপ্তেম্বৰত গান্ধীয়ে ওঠৰ বছৰ বয়সত চাউথামটনলৈ যাত্ৰা কৰিলে। তাৰ কেইমাহমানৰ আগতে কস্তুৰবাৰ এটি পুত্ৰ-সন্তান জন্ম হৈছিল।

"লণ্ডনত প্ৰথম কেইটামানদিন অতি কষ্টৰ মাজেৰে অতিবাহিত হ'ল। অনবৰত ঘৰখন আৰু নিজ দেশখনলৈ মনত পৰিছিল। আটাইবোৰেই আচহুৱা— ইয়াৰ মানুহবিলাক, তেওঁলোকৰ চাল-চলন আনকি ঘৰবোৰো আচহুৱা। ইংৰাজী ভদ্ৰতাক মই নতুনকৈ অনুকৰণ কৰিছিলোঁ। নিজৰ ওপৰত অনবৰতে চকু ৰাখিব-লগীয়া হৈছিল। নিৰামিষ আহাৰৰ বাবে প্ৰতিজ্ঞা কৰি অহাৰ বাবে ওপৰঞ্চি কিছুমান অসুবিধা ভোগ কৰিব লগা হ'ল। মই খাবপৰা বস্তুবিলাকতো একো সা-সোৱাদ পোৱা নাছিলোঁ।"

এদিনাখন ফেৰিংদন ষ্ট্ৰীটত নিৰামিষ আহাৰৰ বেস্তোৰাঁ এখন চকুত পৰাত

আহাৰৰ চিন্তা দূৰ হ'ল। নিৰামিষ আহাৰ সম্পৰ্কে লিখা এখন কিতাপো তেওঁ ভাৰপৰা কিনি আনিলে। কিতাপখন পঢ়ি তেওঁ যথেষ্ট অনুপ্ৰাণিত হ'ল। আগতে প্ৰতিজ্ঞাত আৱদ্ধ হৈহে নিৰামিষ আহাৰ কৰিছিল; এতিয়া কিন্তু স্বইচ্ছাৰে এই আহাৰ তেওঁ বাচি ললে। নিৰামিষ ভোজন সম্পৰ্কে তেওঁ বহুত কিতাপ পঢ়িলে আৰু নিজৰ পূৰ্বপুৰুষসকলে পালন কৰা এই আচাৰ-ৰীতি আধুনিক বিজ্ঞানেও সমৰ্থন কৰাত তেওঁ আনন্দিত হ'ল। এই বিষয়ে প্ৰচাৰ কৰিবলৈ তেতিয়াৰপৰা তেওঁ যত্নবান হ'ল।

ইংলণ্ডত থকা কালছোৱাৰ প্ৰথমভাগ সময় ইংৰাজ ভদ্ৰলোকসকলক অনুকৰণ কৰোঁতেই পাৰ হ'ল বুলি তেওঁ নিজে বৰ্ণনা কৰিছে। তেওঁ নতুন কাপোৰ ললে; উনৈশ চিলিং দাম দি এটা পাটৰ টুপী কিনিলে আৰু সজ্জিয়া পিন্ধিবলৈ সাজ এটা তৈয়াৰ কৰোঁতে বিশ পাউণ্ড পানীত পেলালে। সোণৰ শিকলি লগোৱা ঘড়ী এটাও কিনিলে। ফৰাচী ভাষা শিকিলে আৰু বক্তৃতা দিয়াৰ বাবে শিক্ষাও ললে। বল-ডান্স শিকিবলৈকো ভালেখিনি খৰচ কৰিলে। কিন্তু তেওঁ শীঘ্ৰেই অনুভৱ কৰিলে যে তেওঁ যদি চৰিত্ৰৰ বলত এজন ভদ্ৰলোক হব নোৱাৰে, তেনেহলে ভদ্ৰলোক হোৱাৰ বাসনা কৰাই অনুচিত।

লণ্ডনত দ্বিতীয় বছৰটোৰ শেষ ভাগত তেওঁ দুজন ব্ৰহ্মজ্ঞান-সন্ধানী ভাই-ককাইক লগ পালে। তেওঁলোকে গীতাৰ ইংৰাজী অনুবাদ পুথি এখন গান্ধীক দেখুৱালে। চাৰ এডুইন আৰ্নল্ডে 'Gita—The Song Celestial' নাম দি পুথিখন ইংৰাজীলৈ তৰ্জমা কৰিছিল। কিতাপখনে গান্ধীৰ ওপৰত গভীৰভাৱে প্ৰভাৱ পেলালে। "কিতাপখন মূল্যৰ অতীত বুলি মোৰ ধাৰণা হ'ল। গীতাৰ প্ৰতি এই বিশ্বাসটোৱেই মোৰ মনত বাঢ়ি গৈ আছে। সত্যৰ প্ৰতি সম্যক জ্ঞান লাভ কৰিবৰ বাবে এইখনেই মহত্তম পুথি বুলি মই আজিও ভাবোঁ। মোৰ জীৱনৰ আন্ধাৰ মুহূৰ্তবিলাকত এই পুথিখনে আপুৰুগীয়া সহায় দান কৰি আহিছে।"

প্ৰায় একে সময়তে নিৰামিষ আহাৰী এজন বন্ধুৱে তেওঁক বাইবেল এখন দিলে। পুৰণি টেষ্টামেণ্ট পঢ়িবলৈ তেওঁ কিছু টান পালে; কিন্তু নতুন টেষ্টামেণ্টখন, বিশেষকৈ Sermon on the Mount-ৰ কথাখিনি বৰ ভাল পালে। আৰ্নল্ড এডুইনে লিখা বুদ্ধৰ জীৱনী—'The hight of Asia' আৰু ইছলাম নবীজনাৰ বিষয়েও পঢ়িলে। সকলো ধৰ্মৰ প্ৰতি শ্ৰদ্ধা ৰাখি প্ৰত্যেকৰে সাৰমৰ্ম উপলব্ধি কৰাত হেঁপাহ সৰু কালৰেপৰা তেওঁৰ মনত দৃঢ়বদ্ধ হ'ল।

পৰীক্ষাত পাছ কৰাৰ পিচত ১৮৯১ চনৰ ১০ জুনৰ দিনা গান্ধীক মাতি পঠোৱা হ'ল। পিচদিনাই তেওঁ ভাৰত অভিমুখে সাগৰেৰে যাত্ৰা আৰম্ভ কৰিলে।

বোম্বাইত ভৰি দিয়াৰ লগে লগেই মাতৃ-বিয়োগৰ বাতৰি পাই তেওঁ মৰ্মাহত হ'ল। বিদেশত মনত করুণ আঘাত পোৱাৰ ভয়তেই তেওঁৰ পৰা এই বাতৰি ইচ্ছা কৰিয়েই গোপনে ৰখা হৈছিল।

ৰাজকোটত কিছুদিন কটোৱাৰ পিচত বম্বেত ওকালতি কৰিবলৈ তেওঁ স্থিৰ কৰিলে। কিন্তু কেবামাহ থাকিল যদিও মাত্র এখনহে সৰু মোকৰ্দমা তেওঁৰ হাতলৈ আহিল। আদালতত মোকৰ্দমাটোৰ পক্ষে ওকালতি কৰিবলৈ থিয় হওঁতেই তেওঁৰ থৰ যুগুতি হেৰাল আৰু মুখৰ পৰা এটা শব্দও বাহিৰ নহ'ল।

বোম্বেত নিজক প্রতিষ্ঠা কৰিব নোৱাৰি গান্ধী ৰাজকোটলৈ ঘূৰি আহিল আৰু তাতেই পুনৰ ওকালতি আৰম্ভ কৰিলে। কিন্তু ইয়াতো তেওঁ বৰ বেছি আগবাঢ়িব নোৱাৰিলে। তদুপৰি কাঠিৱাৰৰ সেই সৰু সৰু ৰাষ্ট্রবোৰৰ মাজত চলা ষড়যন্ত্রবোৰে গান্ধীক একেবাৰে অতিষ্ঠ কৰি তুলিলে। এনে সঙ্কটৰ সময়তে দক্ষিণ আফ্রিকাত থকা দাদা আব্দুল্লা এণ্ড কোম্পানীৰ এটা মোকৰ্দমা হাতত লবলৈ তেওঁক মাতি পঠোৱা হ'ল। এই প্রস্তাব যেন ঈশ্বৰপ্রেৰিতহে। গান্ধীয়ে বৰ আনন্দ পালে আৰু ১৮৯৩ চনৰ এপ্রিল মাহত দক্ষিণ আফ্রিকালৈ যাত্রা কৰিলে।

তেওঁৰ বাবে তাত এক স্বকীয়া কাৰ্যসূচী নিৰ্দ্ধাৰিত হৈ আছে। সেই কথা তেওঁ সমূলি ভবাই নাছিল। তেওঁৰ কল্পনাত ঠাই পাইছিল এইখিনি কথাহে যে ৰাজকোটৰ এটা বিষাক্ত পৰিৱেশৰ পৰা তেওঁ ৰক্ষা পাব আৰু কিছু টকাও উপাৰ্জন কৰিব পাৰিব। কিন্তু ভাগ্যই বেলেগ ধৰণৰ কিবা তাত তেওঁৰ বাবে সাঁচি ৰাখিছিল। এই আফ্রিকাতেই সেই চৌৱিশ বছৰ বয়সৰ লাজকুৰীয়া, ভয়াতুৰ, অনভিজ্ঞ, অসহায় আৰু অকলশৰীয়া ডেকাজনে এনে কিছুমান শক্তিৰ সৈতে সংঘৰ্ষত আহিব লগা হ'ল যে তেওঁৰ অন্তর্নিহিত নৈতিক শক্তিৰ গোপন উৎসসমূহ সক্রিয় হৈ দুৰ্ভাগ্যবিলাককে সৃষ্টিশীল আধ্যাত্মিক অভিজ্ঞতাত পৰিণত কৰি তুলিলে।

ফ্রককোট আৰু পাগুৰী পৰিধান কৰি গান্ধী দাৰবানত উপস্থিত হ'ল। আব্দুল্লা শেঠে তেওঁক অভ্যৰ্থনা জনালেহি। তাত উপস্থিত হোৱাৰ লগে লগেই বৰ্ণবিদ্বেষৰ উৎপীড়নেৰে ভৰা পৰিৱেশটোৰ কথাহে তেওঁ পোন প্রথমতে উপলব্ধি কৰিলে। তাত ভাৰতীয় মানুহ যথেষ্ট আছিল। কিছুমানে ব্যৱসায় কৰিছিল, কিছুমানে জীৱিকাৰ অন্য সংস্থান লৈছিল; কিন্তু সৰহ ভাগেই শ্রমিকৰ কাম কৰিছিল। ইউৰোপীয়সকলে আটাইবিলাক ভাৰতীয়কে 'কুলী' বুলি অৱজ্ঞাৰ চকুৰে চাইছিল। সেই কাৰণেই হিন্দু ডাক্তৰ এজনক কুলী ডাক্তৰ বোলা হৈছিল আৰু গান্ধী নিজেও আছিল এজন কুলী বেৰিষ্টাৰ।

ডাৰবানত এসপ্তাহ থাকি গান্ধী ট্রান্সভালৰ ৰাজধানী প্রিটোৰিয়ালৈ গ'ল। প্রিটোৰিয়াত এখন মোকৰ্দমাৰ বাবে তেওঁ হাজিৰ হব লাগে। আব্দুল্লা শেঠে তেওঁক প্রথম শ্রেণীৰ টিকেট এটা কিনি দিলে। ৰেলখন নাটালৰ ৰাজধানী মেৰিচবাৰ্গ পাওঁতে ৰাতি প্রায় ন বাজিছে। এনেতে এজন ইউৰোপীয় যাত্রী ৰেলত উঠিল আৰু ক'লাছালৰ মানুহ এজনৰ সৈতে একেটা ডবাতে যাত্রা কৰিবলৈ অমান্তি হ'ল। ৰেলকৰ্মচাৰী এজনে গান্ধীক তৃতীয় শ্রেণীৰ ডবা এটালৈ যাবলৈ নিৰ্দেশ দিলে। গান্ধী

যাবলৈ অমান্তি হোৱাত পুলিচৰ সহায় লৈ তেওঁক টানি বাহিৰ কৰি দিয়া হ'ল। ৰেলকৰ্তৃপক্ষই তেওঁৰ বস্তবোৰৰ দায়িত্ব ললে। তেতিয়া আছিল শীতকাল। ৰাতি হাড়-কপোৱা জাৰ। ওবে ৰাতিটো ৱেইটিং ৰুমত তেওঁ কঁপি কঁপি বহি থাকিল। তেওঁ ভাবিবলৈ ধৰিলে, "মই মোৰ নিজৰ অধিকাৰৰ বাবে দাবী জনাম নে ভাৰতলৈকে উলটি গুচি যাম?" নিজৰ দায়িত্ব পালন নকৰি আঁতৰি যোৱাটো তেওঁ কাপুৰুষালি বুলি ভাবিলে।

পিচদিনা গধূলিহে তেওঁ পুনৰ ৰেলত উঠিল। এইবাৰ যেনিবা একো অসুবিধাৰ সন্মুখীন নোহোৱাকৈ তেওঁ যাব পাৰিলে। কিন্তু চাৰ্লচ টাউনৰপৰা জোহান্সবাৰ্গলৈ যোৱাৰ বাটত তাতকৈয়ো এটা ডাঙৰ দুৰ্ভাগ্যৰ তেওঁ সন্মুখীন হ'ল। এই ছোৱা বাট ঘোঁৰাৰ গাড়ীৰে যাব লাগে। গাৰোৱানৰ লগত ওপৰৰ বাকচত তেওঁক বহি যাবলৈ দিয়া হ'ল। আনহাতে কণ্ডাক্টৰজন বহিল গাড়ীৰ ভিতৰত বগা চাহাবসকলৰ লগত। গাড়ীখনত সমুলি উঠিবলৈকে নোপোৱাৰ আশঙ্কাত গান্ধীয়ে সেই অপমান মুৰ পাতি ললে। বাটত কণ্ডাক্টৰে ধপাত খাবলৈ বাহিৰলৈ ওলাই আহি গাৰোৱানৰ লগত বহিব খুজিলে আৰু গান্ধীক গাড়ীখনৰ দুৱাৰডলিত এডোখৰ ফটা বৈলা পাৰি বহিবলৈ দিলে। কিন্তু গান্ধীয়ে নিজৰ ঠাই এৰি দিবৰ বাবে অসন্মত হ'ল। খঙত কণ্ডাক্টৰে গান্ধীৰ ওপৰত কিল বৰষিবলৈ ধৰিলে। গান্ধীয়ে উলটাই প্ৰতিশোধ লোৱাৰ কোনো চেষ্টা নকৰি গাড়োৱানে বহা বাকচটোৰ পিতলৰ ৰেলিং কেইডালত খামুচি ধৰি থাকিল। কেইজনমান বগা মানুহে গাৰোৱানৰ সেই কাপুৰুষালি আৰু মাৰধৰৰ প্ৰতিবাদ কৰিলতহে সি গান্ধীক মাৰধৰ কৰাৰ পৰা বিৰত হ'ল।

প্ৰিটোৰিয়াৰ মোকৰ্দমাটোৰেই তেওঁৰ যাই কাম আছিল যদিও সামাজিক ন্যায় ৰক্ষাৰ প্ৰতি তেওঁৰ এটা আকাঙ্ক্ষা জাগি উঠিল। নিজ দেশৰ মানুহে তাত কি ধৰণৰ লাঞ্ছনা ভোগ কৰিব লাগিছে, গান্ধীয়ে নিজৰ অভিজ্ঞতাৰপৰাই বুজিব পাৰিলে। সেইবাবে অলপো পলম নকৰি আৱশ্যকীয় যোগাযোগখিনি কৰি লৈ প্ৰিটোৰিয়াৰ ভাৰতীয় লোকসকলৰ এখন সভা আহ্বান কৰিলে। প্ৰিটোৰিয়াত থকা ভাৰতীয়-সকলৰ সৰহভাগেই আছিল ধনী মুছলমান সদাগৰ। ইয়াতেই তেওঁ পোন প্ৰথম বাৰৰ বাবে ৰাজহুৱাভাবে বক্তৃতা দিয়াত কৃতকাৰ্য হয়। আন নালাগে ব্যৱসায়ৰ ক্ষেত্ৰতো সত্যপৰায়ণতা বজাই ৰাখিবৰ বাবে স্বদেশৰ লোকসকলক আহ্বান জনালে আৰু লগতে এই কথাও সোঁৱৰাই দিলে যে এই ক্ষেত্ৰত তেওঁলোকৰ দায়িত্ব আৰু বেছি, কাৰণ বিদেশত থকা তেওঁলোকৰ চৰিত্ৰৰ যোগেদিয়েই আনে তেওঁলোকৰ সমগ্ৰ দেশখনকে বিচাৰ কৰিব। জাতি আৰু ধৰ্মৰ সকলো ভেদাভেদ পাহৰি যাবলৈ আৰু অস্বাস্থ্য সন্মত কিছুমান অভ্যাস বৰ্জন কৰিবলৈ তেওঁ আটাইবে ওচৰত গোহাৰি জনালে। তাত বাস কৰা ভাৰতীয়সকলৰ এখন পৰিষদ গঠন কৰিবলৈ পৰামৰ্শ জনাই নিজৰ শ্ৰম আৰু সময় অকাতৰে দান কৰিব বুলি প্ৰতিশ্ৰুতি দিলে।

নাটালতকৈয়ো ট্ৰান্সভালৰ ভাৰতীয়সকলৰ অৱস্থা আৰু বিষম আছিল। তেওঁলোকক তিনি পাউণ্ডকৈ প'লটেক্স দিবলৈ বাধ্য কৰোৱা হৈছিল। এটা নিৰ্দিষ্ট অঞ্চলৰ বাহিৰে আন ঠাইত মাটি লবলৈ দিয়া নহৈছিল। তেওঁলোকৰ ভোটৰ অধিকাৰ নাছিল আৰু ৰাতি ন বজাৰ পিচত বিশেষ অনুমতি অবিহনে আলিবাটলৈ ওলাবলৈ দিয়া নহৈছিল। ষ্টেট এটৰ্ণিৰপৰা এখন বিশেষ অনুমতি-পত্ৰ লৈ সচৰাচৰ খোজ কাঢ়ি ফুৰাৰ দৰে এদিন গধূলি প্ৰেচিডেণ্টৰ ঘৰৰ আগেদি ফুৰিবলৈ যাওঁতে পহৰা দি থকা পুলিচটোৱে সোধ নাই পোচ নাই গান্ধীক গোৰমাৰি আলিবাটলৈ উকৰাই পেলালে। গান্ধীৰ চিনাকি মিঃ কোটচ্ নামৰ ইংৰাজ ভদ্ৰলোক এজনে সেই ঘটনাটো স্বচক্ষে দেখি মানুহটোৰ বিপক্ষে গোচৰ দিবলৈ গান্ধীক উপদেশ দিলে আৰু নিজে সাক্ষী হবলৈ গাত ললে। কিন্তু গান্ধী তেওঁৰ কথাত সন্মত নহ'ল। তেওঁ কলে যে ব্যক্তিগত কাৰণত গোচৰ তৰিবলৈ কাছাৰীলৈ নাযাবৰ বাবে তেওঁ নিয়ম কৰি লৈছে।

ইতিমধ্যে মোকৰ্দমাখনৰ বাবে তেওঁ বৰকৈ খাটিবলগা হৈছিল আৰু তাৰ লগে লগে ওকালতি বৃত্তিৰ বাবে যথেষ্ট জ্ঞানো উপাৰ্জন কৰি ললে। তেওঁ দুটা কথা আৱিষ্কাৰ কৰিলে: আইনৰ চাৰিভাগৰ তিনিভাগহে প্ৰকৃত ঘটনা ঘটে। আৰু ইটো কথা হ'ল, মোকৰ্দমাটো দুয়োটা পক্ষৰ বাবে ক্ষতিকাৰক। সেইবাবে উকীলৰ কৰ্তব্য হ'ল কাছাৰীৰ বাহিৰত গোচৰটোৰ মীমাংসা কৰা। এই ক্ষেত্ৰত আব্দুল্লা শেঠ আৰু তয়ব শেঠ দুয়োৰে মাজত মধ্যস্থতা কৰাত তেওঁ কৃতকাৰ্য হ'ল।

প্ৰিটোৰিয়াত কাম শেষ কৰি ঘৰলৈ জাহাজেৰে আহিবৰ বাবে তেওঁ ডাৰবানত উপস্থিত হ'লহি। তেওঁৰ সন্মানাৰ্থে দিয়া বিদায় ভোজ এটাত কোনোবা এজনে 'নাটাল মাৰ্কাৰী' নামৰ কাকতত ওলোৱা এটা বাতৰিৰ প্ৰতি তেওঁৰ দৃষ্টি আকৰ্ষণ কৰি কলে যে নাটাল চৰকাৰে ভাৰতীয়সকলক ভোটদানৰ ক্ষমতাৰপৰা বঞ্চিত কৰিবৰ অৰ্থে এখন বিলৰ প্ৰস্তাৱ দাঙি ধৰিছে। সেই বিলখনৰ অন্তৰ্নিহিত ভয়ঙ্কৰ অৰ্থৰ কথা গান্ধীয়ে তৎমুহূৰ্ততেই বুজি উঠি কলে, "আমাৰ কফিনত মৰা এইটো প্ৰথম গজাল।" লগৰীয়া স্বদেশপ্ৰেমীসকলক এই আইনখনৰ বিৰুদ্ধে সুসংহতভাৱে প্ৰতিবাদ জনাবলৈ উপদেশ দিলে। কিন্তু তেওঁৰ অবিহনে তেওঁলোক যে কিমান অসহায়, সেই কথা বুজাই কৈ আৰু অন্ততঃ এমাহৰ বাবে হলেও তাত থাকি যাবলৈ তেওঁলোকে গান্ধীক আবেদন জনালে। তেওঁ সন্মত হ'ল। কিন্তু তেওঁ এবাৰো ভৱা নাছিল এই এমাহেই বাঢ়ি গৈ কুৰি বছৰ হৈ পৰিব।

সেই মুহূৰ্ততে স্বভাৱসুলভ আন্তৰিকতাৰে গান্ধীয়ে বিদায়ৰ ভোজসভাক এখন কাৰ্যকৰী সমিতিলৈ পৰিবৰ্তিত কৰি নাটাল লেজিচলেটিভ এছেম্ব্লীলৈ এখন আবেদন পত্ৰ লিখি উলিয়ালে। সেই আবেদন পত্ৰখন নকল কৰি চহী সংগ্ৰহ কৰিবলৈ ৰাতি-টোৰ ভিতৰতে স্বেচ্ছাসেৱকসকল ওলাই আহিল। পিচদিনা পুৱাৰ বাতৰি কাকতত

সেই আবেদন পত্ৰখনে যথেষ্ট পৰিমাণে প্ৰচাৰ লাভ কৰিলে। কিন্তু বিলখন যেনে তেনে পাছ কৰা হ'ল। হতাশ নহৈ গান্ধীয়ে উপনিৱেশসমূহৰ চেক্ৰেটাৰী লৰ্ড ৰিপনলৈ আন এখন আবেদন পত্ৰ যুগুত কৰিলে। এমাহৰ ভিতৰতে দহ হাজাৰ চহীৰে সৈতে সেই বিৰাটকায় আবেদন পত্ৰখন লৰ্ড ৰিপনলৈ পঠোৱা হ'ল আৰু এহেজাৰ কপি বিতৰণ কৰা হ'ল। আন নালাগে 'The Times' নামৰ বাতৰি-কাকতেও ভাৰতীয়সকলৰ দাবী ন্যায়সঙ্গত বুলি স্বীকাৰ কৰিলে। ভাৰতবৰ্ষৰ মানুহে তেওঁলোকৰে স্বদেশী লোকসকলে দক্ষিণ আফ্ৰিকাত কি কঠোৰ ভাগ্যৰ সন্মুখীন হৈছে, প্ৰথম বাৰৰ বাবে বুজি উঠিল।

দক্ষিণ আফ্ৰিকাত আৰু বহুত দিন ৰব লগা হলেও ৰাজহুৱা কামৰ বাবে কোনো পাৰিশ্ৰমিক নলবলৈ তেওঁ দৃঢ়সঙ্কল্প হ'ল। কিন্তু এজন সুযোগ্য বেৰিষ্টাৰ হিচাপে থাকিবলৈ তেওঁক তিনিশ পাউণ্ডৰ আৱশ্যক। সেইবাবে নাটালৰ চুপ্ৰিম ক'টত এডভোকেট হিচাপে তেওঁ নাম ভৰ্তি কৰিলে।

## মহাত্মাৰ আবিৰ্ভাৱ

দক্ষিণ আফ্ৰিকাত থকা তিনিটা বছৰে গান্ধীক এটা কথাত পতিয়ন নিয়ালে যে ইমান দিনে উম দি অহা এই কাৰ্যক্ৰম এতিয়া আৰু পৰিত্যাগ কৰিব নোৱাৰে। সেইবাবে ছ-মাহৰ ছুটীলৈ ভাৰতলৈ আহি তাত ফুৰি-চাকি নিজৰ পৰিয়াললৈ পুনৰ ঘূৰি আহিবলৈকে স্থিৰ কৰিলে। ভাৰতলৈ আহি তেওঁ নানা ঠাই ভ্ৰমণ কৰিলে, বাতৰি-কাকতৰ সম্পাদক আৰু প্ৰখ্যাত জননেতাসকলক লগ ধৰি দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয়সকলৰ দুখলগা অৱস্থাৰ প্ৰতি তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰাৰ উদ্দেশ্যে তেওঁ কঠোৰ পৰিশ্ৰম কৰিলে। সেই বিষয়ে তেওঁ এখন সৰু প্ৰচাৰ পুস্তিকা প্ৰকাশ কৰি উলিয়ালে। পুস্তিকা খনত প্ৰকাশ পোৱা অতি সংযত মতামত-বোৰেৰে ৰয়টাৰে এটা বিকৃত সাৰাংশ কেৱল্ কৰি পঠিয়াত নাটালত যথেষ্ট ভুল বুজাবুজি সৃষ্টি হ'ল আৰু তাৰ পৰিণামো বেয়া হ'ল।

ৰাজকোটত প্লেগ বেমাৰে দেখা দিয়াত সহায় কৰিবলৈ গান্ধী আগবাঢ়ি আহিল। তেওঁ প্ৰত্যেকটো অঞ্চল পৰিদৰ্শন কৰিলে। অস্পৃশ্যসকলৰ থকা ঠাইলৈ গৈ পায়খানা-বোৰ পৰিদৰ্শন কৰি তেওঁলোকক স্বাস্থ্যসম্মতভাবে থাকিবলৈ শিক্ষা দিলে।

সেই সময়তে বদৰুদ্দিন তয়বজী, ফেৰোজচাহ মেহটা, সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায়, লোকমান্য তিলক আদি শীৰ্ষস্থানীয় নেতাসকলৰ সৈতে তেওঁৰ পৰিচয় ঘটিল। জ্ঞানী আৰু মহৎহৃদয়ৰ গোখেলক তেওঁ লগ পালে আৰু তেওঁৰ প্ৰতি বাৰুকৈয়ে আকৃষ্ট হ'ল। বম্বেত তেওঁ এখন বিৰাট ৰাজহুৱা সভাত ভাষণ দিলে। কলিকতাতো তেওঁ বক্তৃতা দিয়াৰ কথা আছিল; কিন্তু নাটালস্থ ভাৰতীয়সকলৰপৰা এখন বিশেষ

টেলিগ্ৰাম পাই কাৰ্যসূচী আধকৰাকৈয়ে এৰি ল'ৰা-ছোৱালীকেইটাক লৈ তেওঁ ১৮৯৬ চনৰ নৱেম্বৰত ভাৰতৰ পৰা জাহাজেৰে যাত্ৰা কৰিলে

জাহাজখন ডাৰবান পোৱাৰ লগে লগে পাঁচদিনৰ বাবে পৃথক কৰি ৰখা হ'ল। ভাৰতত গান্ধীৰ কাৰ্যকলাপক বেলেগ ধৰণে সজাই পৰাই প্ৰকাশ কৰা কথাবোৰ শুনি তাৰ ইউৰোপীয় লোকসকল ভুল পথে পৰিচালিত হৈছিল আৰু যেতিয়া এই বুলি জনৰৱ এটা ওলাল যে নাটালত বাস কৰিবৰ বাবে গান্ধীয়ে ভাৰতীয় মানুহেৰে ঠাহ খুৱাই এখন জাহাজ ভৰ্তি কৰি লৈ আহিছে, তেতিয়া খঙত তেওঁলোকে একোনাই হৈ গোটেই জাহাজ মানুহকে সাগৰত ডুবাই মাৰিব বুলি ভয় দেখুৱালে। যি কি নহওক, গান্ধীৰ পৰিয়ালকে ধৰি আটাইবিলাক মানুহক সুকলমে পাৰত নামিবলৈ দিয়া হ'ল। কিন্তু অলপ পিচতে গান্ধীক নামি অহা দেখিয়েই তেওঁক চিনিব পৰি এজুম মানুহে খঙত উগ্ৰমূৰ্তি ধৰি তেওঁক আক্ৰমণ কৰি শিলগুটি দলিয়াই, গুৰিয়াই, লঠিয়াই তেওঁক সম্ভৱ মাৰিয়েই পেলালেহেঁতেন। কিন্তু এগৰাকী সাহসী ইংৰাজ মহিলাই সেই বিপদত গান্ধীৰ প্ৰাণ ৰক্ষা কৰিলে।

কাপুৰুষৰ দ্বাৰে কৰা এই আক্ৰমণৰ কথা বহুলভাৱে প্ৰচাৰ হৈ পৰিল আৰু বৃটিছ চৰকাৰৰপৰা নাটাললৈ এই মৰ্মে কেবল্ কৰা হ'ল যে সেই হত্যাৰ চেষ্টাত লিপ্ত থকা দোষীবিলাকক বিচাৰি উলিয়াই প্ৰত্যেককে শাস্তি বিহিব লাগে। কিন্তু আক্ৰমণকাৰীবিলাকক শাস্তি দিবৰ বাবে চিনাক্ত কৰি দিবলৈ অস্বীকাৰ কৰি গান্ধীয়ে কলে যে তেওঁলোকৰ মনত ভুল ধাৰণা সুমুৱাই দিয়া হৈছিল। আচল কথাটো বুজিব পাৰিলে তেওঁলোকৰ যে অনুশোচনা হ'বই, সেই বিষয়ে তেওঁ নিঃসন্দেহ।

দক্ষিণ আফ্ৰিকাত থকা দ্বিতীয়ছোৱা কালত গান্ধীৰ জীৱন যাত্ৰাৰ এটা ক্ৰমশঃ পৰিবৰ্তন ঘটিল। প্ৰথমতে এজন ইংৰাজ বেৰিষ্টাৰৰ মৰ্যাদা বা মানদণ্ড বজাই ৰাখিবলৈ তেওঁ চেষ্টা কৰিছিল। এতিয়াৰেপৰা স্বাভাৱিকভাৱে মৌলিক উপায়েৰে তেওঁ অভাৱ আৰু খৰচৰ বাট কমাই পেলাবলৈ ধৰিলে। কাপোৰ ধোৱা কৌশল অধ্যয়ন কৰি নিজে নিজৰবোৰ ধোৱা হ'ল। এতিয়া তেওঁ খমথমীয়া কলাৰ এখন নিজে মাৰ দি ইস্ত্ৰি কৰি লব পৰা হ'ল। নিজৰ চুলিও নিজে কাটিবলৈ শিকিলে। কেৱল নিজৰ খোৱা-পাত্ৰই নহয়, আলহীয়ে খোৱা পাত্ৰবোৰো তেওঁ ধুবলৈ ল'লে। ঘৰতো নিজৰ ল'ৰা দুটা আৰু ভাগীনিয়েক এটাক নিজে পঢ়ুৱায়। ধাত্ৰী বিদ্যাৰ কিতাপো পঢ়িলে। চতুৰ্থ ল'ৰাটোৰ জন্মৰ সময়ত তেওঁ ধাত্ৰীৰ কামো কৰিব লগা হ'ল।

১৮৯৯ চনত বুৱাৰ যুদ্ধ আৰম্ভ হ'ল। বুৱাৰসকলে নিজৰ স্বাধীনতাৰ বাবে যুঁজিছিল দেখি তেওঁৰ গোটেইখিনি সহানুভূতি বুৱাৰসকলৰ প্ৰতিয়েই আছিল। তথাপিও তেওঁ ভাৰতীয়সকলক বৃটিছৰ পক্ষ সমৰ্থন কৰিবলৈ পৰামৰ্শ দিলে। কাৰণ, বৃটিছৰ প্ৰজা হিচাপে তেওঁলোকে দাবী উত্থাপন কৰিছে যেতিয়া বিপদৰ সময়ত বৃটিছ

সাম্রাজ্যক সহায় কৰা তেওঁলোকৰ কৰ্তব্য। সেই কাৰণে ডাক্তৰ বুথৰ দ্বাৰা প্ৰশিক্ষণ দি ভাৰতীয় স্বেচ্ছাসেৱকৰ এটা এম্বুলেন্স বাহিনী গঠন কৰি চৰকাৰক সহায় কৰিলে, জাতি-বৰ্ণ নিৰ্বিশেষে আটাইবিলাক ভাৰতীয় লোক একেলগে থাকি একেলগে বিপদৰ সন্মুখীন হবলৈ থিয় দিছে, এই কথাই তেওঁক সকলোতকৈ বেছি আনন্দ দিছিল। গোটেই জীৱনতেই জাতকুল ধৰ্মৰ বিচাৰৰ উৰ্দ্ধত উঠি সকলোৱে ভাই-ককাইৰ হিচাপে কাম কৰাৰ দৃশ্যৰ দৰে আন একোৱেই তেওঁক সিমান আনন্দ দিব পৰা নাছিল।

১৯০১ চনত যুদ্ধ শেষ হোৱাত ভাৰতলৈ ঘূৰি আহিবলৈ তেওঁ দৃঢ়সঙ্কল্প হ'ল। দক্ষিণ আফ্রিকাত জীৱিকাবৃত্তিৰ কৃতকাৰ্যতাই তেওঁক ধনঘটা যন্ত্ৰত পৰিণত কৰেগৈ বুলি তেওঁৰ ভয় হৈছিল। বহু কষ্টেৰে বন্ধুবৰ্গক বুজাই মেলি তেওঁলোকৰ প্ৰয়োজন হ'লে এবছৰৰ ভিতৰতে ঘূৰি আহিব বুলিও প্ৰতিশ্ৰুতি দি তেওঁলোকৰপৰা বিদায় ল'লে।

কলিকতাত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় জাতীয় কংগ্ৰেছত যোগ দিব পৰাকৈ তেওঁ ঠিক সময়তে ভাৰতত উপস্থিত হ'লহি। দক্ষিণ আফ্রিকাৰ বাবে লোৱা প্ৰস্তাৱটো অভূতপূৰ্বভাৱে গৃহীত হোৱাত তেওঁ বৰ আনন্দিত হ'ল; কিন্তু তথাপিও কংগ্ৰেছ সভাখনে তেওঁক নিৰাশ কৰিলে। তেওঁ অনুভৱ কৰিলে যে ভাৰতীয় ৰাজনীতিবিদসকলে কথা বেছি কয়, কিন্তু কাম কৰে কম। তেওঁলোকে কথাবোৰ আলোচনা কৰোঁতে ইংৰাজীভাষাক প্ৰাধান্য দিয়া দেখি তেওঁ বৰ দুখ পালে। তদুপৰি শিবিৰৰ পায়খানাবোৰৰ অস্বাস্থ্যকৰ ব্যৱস্থাই তেওঁক সন্তোষ দিব নোৱাৰিলে। কলিকতাত গোখেলৰ আলহী হিচাপে কেইদিনমান কটোৱাৰ পিচত তেওঁ ভাৰত ভ্ৰমণত ওলাল। দৰিদ্ৰসকলৰ অভ্যাস আৰু অসুবিধাবোৰ নিজে অধ্যয়ন কৰিবৰ বাবে তেওঁ ৰেলৰ তৃতীয় শ্ৰেণীৰ যাত্ৰী হৈ ফুৰিবলৈ ল'লে। তেওঁ লক্ষ্য কৰিলে যে ভাৰতবৰ্ষৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰাৰ ভীষণ অসুবিধাবোৰৰ মূল কাৰণ হ'ল ৰেলকৰ্তৃপক্ষৰ উদাসীনতা আৰু লগতে যাত্ৰীৰ বদ-অভ্যাসবোৰ। শিক্ষিত লোকসকলে স্বইচ্ছাৰে তৃতীয় শ্ৰেণীতে ভ্ৰমণ কৰি মানুহবিলাকৰ অভ্যাসবোৰ শুধৰাব লাগে বুলি তেওঁ মত প্ৰকাশ কৰিছিল।

ভাৰতবৰ্ষত কাম কৰিবলৈ গান্ধীৰ এতিয়াও কিছু সময় বাকী। বোম্বেত ওকালতি আৰম্ভ কৰোঁতে নৌ কৰোঁতেই নাটালৰ ভাৰতীয়সকলে তেওঁক কেবল্ যোগে মাতি পঠিয়ায়। আৱশ্যক হলে ঘূৰি যাব বুলি তেওঁ আগতে কথা দি আহিছিল। গতিকে ভাৰততে পৰিয়াল এৰি থৈ পুনৰ তেওঁ সাগৰেৰে যাত্ৰা আৰম্ভ কৰিলে।

যোচেফ চেম্বাৰলেইনে সেই সময়ত ভাৰত ভ্ৰমণ কৰি আছিল। ভাৰতীয়সকলৰ হৈ কবলৈ তেওঁলোকে গান্ধীক মাতি পঠিয়াইছিল। কিন্তু কলোনিয়েল চেক্রেটাৰীক জনাই দক্ষিণ আফ্রিকাৰপৰা ৩৫,০০,০০০০ পাউণ্ড উপহাৰ হিচাপে গ্ৰহণ কৰিবৰ বাবেহে আহিছিল। সেইবাবে ইউৰোপীয়সকলৰ মনত অসন্তোষ দিবলৈ তেওঁ ভাল

নাপালে। গান্ধীয়ে চেম্বাৰলেইনৰ সহামুভূতি লাভ কৰিব নোৱাৰিলে। ট্ৰান্সভালৰ পৰিস্থিতি ভাৰতীয়সকলৰ বাবে বৰ বিপজ্জনক হ'ব বুলি তেওঁ বুজি উঠিল। সেই বাবে জোহান্সবাৰ্গত থাকি যাবলৈ স্থিৰ কৰি চুপ্ৰিম ক'ৰ্টত বেৰিষ্টাৰ হিচাপে তেওঁ নাম ভৰ্তি কৰিলে।

ইউৰোপীয় অহঙ্কাৰক প্ৰত্যাহ্বান জনাই, অন্যায় প্ৰতিৰোধ কৰিবৰ বাবে তেওঁ তাত থাকিল. যদিও তেওঁৰ অন্তৰত ঘৃণাই বাহ লোৱা নাছিল, বৰঞ্চ বিপদৰ সময়ত তেওঁলোকক সহায় কৰিবৰ বাবে তেওঁ সদায় সাজু আছিল। অন্যায় প্ৰতিৰোধ কৰিও শত্ৰুক ভাল পাব পৰা ক্ষমতা, এই দুই দুৰ্ল্লভ গুণৰ সমাবেশৰ বাবে তেওঁ শত্ৰুৰ অন্তৰ জয় কৰিছিল আৰু তেওঁলোকৰ প্ৰশংসা লাভ কৰিছিল। জুলু বিদ্ৰোহে দেখা দিয়াৰ সময়তো তেওঁ ভাৰতীয় এম্বুলেন্স বাহিনী গঠন কৰি চৰকাৰক সহায় কৰিলে। ইউৰোপীয় ডাক্তৰ আৰু নাৰ্চে স্পৰ্শ কৰিব নোখোজা মৃত্যুৰ মুখত পৰা বেমাৰী জুলুসকলক তেওঁ আৰু তেওঁৰ বাহিনীয়ে শুশ্ৰূষা কৰিবলৈ পাই বৰ আনন্দ পাইছিল।

জুলু দেশত মাজে মাজে ভ্ৰমি ফুৰোঁতে, মানৱতাৰ সেৱাত সম্পূৰ্ণভাৱে নিজক উচৰ্গা কৰিবৰ হলে কেনে ধৰণৰ জীৱন যাপন কৰিব, তেওঁ দকৈ গুণি ললে। তেওঁ উপলব্ধি কৰিলে যে সেই উদ্দেশ্য লবলৈ হলে পূৰ্ণ ব্ৰহ্মচৰ্য তেওঁ পালন কৰিব লাগিব; কাৰণ, মঙহ আৰু আত্মাক কোনেও একেলগে অনুধাৱন কৰিব নোৱাৰে। সেই কাৰণে ১৯০৬ চনত জুলু অভিযানৰপৰা উলটি আহিয়েই তেওঁ নিজৰ সঙ্কল্পৰ কথা প্ৰকাশ কৰিলে আৰু কেইজনমান বন্ধুৰ এটা দল বাছি ললে।

ভগৱদ্গীতাৰ প্ৰভাৱতে এই ব্ৰত তেওঁ হাতত ললে। ভালেমান দিন ধৰি সদায় ৰাতিপুৱা তেওঁ গীতা পঢ়িছিল আৰু আওৰাইছিল। গীতাৰ এটি শিক্ষা অপৰিগ্ৰহ—ই তেওঁক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছিল। এই কথাষাৰ উপলব্ধি কৰাৰ লগে লগেই ১০০০০ টকাৰ জীৱন বীমাৰ পলিচি বন্ধ কৰি দিলে। এতিয়াৰেপৰা কেৱল ঈশ্বৰৰ ওপৰতহে তেওঁ বিশ্বাস ৰাখিবলৈ ললে।

১৯০৪ চনত তেওঁৰ বন্ধু পোলাকে এদিন তেওঁক ৰাচকিনৰ 'Unto The Last' নামৰ কিতাপখন পঢ়িবলৈ দিলে। গীতাৰ পিচতে এইখন কিতাপে তেওঁৰ ওপৰত গভীৰ প্ৰভাৱ পেলায়। ৰাচকিনে যি শিক্ষা দিছিল, অন্ততঃ গান্ধীয়ে যি শিক্ষা দিছে বুলি ধৰি লৈছিল, সেয়া হ'ল দৈহিক শ্ৰমৰ মৰ্যাদা আৰু সমতাৰ ভেটি-প্ৰতিষ্ঠিত সমাজৰ সৌন্দৰ্য। কিন্তু ৰাচকিনৰ বিপৰীতে কাৰ্যত পৰিণত নকৰা এটা আদৰ্শবাদত তেওঁ বেছি মূল্য আৰোপ কৰিব পৰা নাছিল। তেনে এটা জীৱন যাপন কৰিব পৰাকৈ এখন ফাৰ্ম তেওঁ তেতিয়াই কিনি ললে। ডাৰবানৰপৰা প্ৰায় চৌধ মাইল আঁতৰত এশ একৰ মাটিত ফোৰেনিক্স ফাৰ্মখন এইদৰেই প্ৰতিষ্ঠিত হয়।

কিন্তু ফোৰেনিক্স ফাৰ্মত গান্ধী সৰহদিন থাকিবলৈ নাপালে। কৰ্তব্যৰ খাতিৰত তেওঁ জোহান্সবাৰ্গলৈ যাব লগা হ'ল। তাৰপৰা বিশ মাইল আঁতৰত একে আদৰ্শ

লৈ তেওঁ আন এখন আশ্ৰম পাতিলে। এইখনক তেওঁ টলষ্টয় ফাৰ্ম নাম দিছিল। ভাৰতবৰ্ষৰ আধ্যাত্মিক আদৰ্শৰ ভিত্তিত এই আশ্ৰম প্ৰতিষ্ঠিত হোৱা বাবে আশ্ৰমবাসী-সকলে ৰন্ধা-বঢ়াৰপৰা মলা চাফা কৰা পৰ্যন্ত আটাইবোৰ কাম নিজ হাতে কৰিব-লগীয়া হৈছিল। তাত অতিশয় সৰল জীৱন যাপন কৰা হৈছিল। নৈতিক আৰু দৈহিক স্বাস্থ্য অটুট ৰাখিবলৈ কঠোৰ নিয়মানুবৰ্তিতা পালন কৰিছিল, কিন্তু কোনো প্ৰকাৰৰ ঔষধ ব্যৱহাৰ কৰা নহৈছিল। এডল্‌ফ জাষ্টৰ 'Return To Nature' পঢ়ি প্ৰাকৃতিক আৰোগ্য লাভত তেওঁৰ গভীৰ বিশ্বাস জন্মিছিল। প্ৰত্যেকজন আশ্ৰম নিবাসীয়েই কিবা এবিধ হাতৰ কাম কৰিব লাগিছিল। গান্ধীয়ে নিজেও চেণ্ডেল তৈয়াৰ কৰিবলৈ শিকিছিল।

দূৰদৃষ্টিৰে তেওঁ বুজি উঠিছিল যে দক্ষিণ আফ্ৰিকাৰ চৰকাৰৰ সৈতে শীঘ্ৰেই হওক বা পলমকৈ হওক এটা সংঘাত হোৱাটো অনিবাৰ্য। তেওঁ নিজৰ অভিজ্ঞতাৰ পৰা বুজিব পাৰিলে যে কষ্টক বৰণ কৰিও প্ৰতিৰোধ কৰিবলৈ প্ৰস্তুত হোৱা মানৱ আত্মাক কোনো পশু শক্তিয়ে কেতিয়াও দমন কৰি ৰাখিব নোৱাৰে। তেওঁ নিজে যি কাম কৰিব পাৰিছিল আনকো তাকে কৰিবলৈ শিক্ষা দিছিল। ব্যক্তিগত প্ৰতিৰোধক প্ৰসাৰ কৰি এক জনসংগ্ৰামত পৰিণত কৰি তুলিব পাৰিলে সি যুদ্ধকেই এক বিকল্প নৈতিক ৰূপ বুলি ঘোষিত হ'ব। টলষ্টয় আৰু থৰোৰ লিখনি পঢ়ি তেওঁৰ নিজৰ চিন্তাধাৰাৰ আংশিক সমৰ্থন পাই সুখ অনুভৱ কৰিলে। থৰোয়ে ব্যৱহাৰ কৰা 'আইন অমান্য' শব্দটোৱে প্ৰেমৰ সক্ৰিয় শক্তি হিচাপে গ্ৰহণ কৰা গান্ধীৰ অহিংসাৰ ধাৰণাটোক ভালদৰে ব্যক্ত কৰিব নোৱাৰিলে। নতুবা 'নিষ্ক্ৰিয় প্ৰতিৰোধ' বোলা কথাষাৰো গান্ধীয়ে ব্যৱহাৰ কৰিবলৈ ভাল নাপালে। গোটেই ধাৰণাটোৱে তেওঁৰ মনত এতিয়া স্পষ্ট ৰূপ ধাৰণ কৰিলে, কিন্তু তাক প্ৰকাশ কৰাৰ বাবে এটা শব্দৰ অভাৱ হ'ল। তেওঁৰ ভতিজাক মদনলাল গান্ধীয়ে সদাগ্ৰহ শব্দটোলৈ আঙুলিয়াই দিলে। তাৰ অৰ্থ হ'ল ন্যায়ৰ হকে সত্য বা দৃঢ়তাত নেৰানেপেৰাকৈ লাগি থকা। গান্ধীয়ে শব্দটো ভাল পালে আৰু তাক সত্যাগ্ৰহলৈ পৰিবৰ্তন কৰি ললে। সেইদৰেই ৰাজনৈতিক কাৰ্যৰ বাবে তেওঁৰ সম্পূৰ্ণ নিজস্ব ধাৰণাটো গঢ়ি তাক ৰূপ দি ললে।

ঘটনাটো ঘটিবলৈ বৰ বেছি দিন নালাগিল। ১৯০৭ চনত ট্ৰান্সভালৰ চৰকাৰে 'ব্লেক এক্ট' নামৰ এখন আইন প্ৰণয়ন কৰি পুৰুষ-তিৰোতা নিৰ্বিশেষে সকলো ভাৰতীয়ই টিপ চহী দিয়াৰ আৰু নাম ৰেজিষ্টাৰীৰ নিয়ম কৰিলে। এই অসন্মানজনক আইন প্ৰতিবাদ কৰি আইন অমান্য কৰিবলৈ আৰু আৱশ্যক হলে কাৰাবৰণ কৰিবলৈকো তেওঁ ভাৰতীয়সকলক উপদেশ দিলে। ১৯০৮ চনৰ জানুৱাৰী মাহত তেওঁক গ্ৰেপ্তাৰ কৰা হয়। আৰু দুমাহৰ বিনাশ্ৰমৰ কাৰাদণ্ড বিহা হয়। আন আন সত্যাগ্ৰহী-সকলেও তেওঁক অনুসৰণ কৰিলে।

কাৰাবাসৰ সময় উকলি যোৱাৰ আগতেই জেনেৰেল স্মাটৰপৰা তেওঁলৈ এটা

প্ৰস্তাৱ আছিল যে ভাৰতীয়সকলে যদি স্বেচ্ছাই নাম ৰেজিষ্টাৰ কৰে, তেনেহলে আইনখন উঠাই লোৱা হ'ব। গান্ধীয়ে আপোচ কৰিবলৈ মান্তি হ'ল। বিপক্ষক বিশ্বাস কৰিব লাগে বুলি তেওঁ সদায় বিশ্বাস কৰিছিল; কিন্তু অন্যান্য ভাৰতীয়সকল সিমান বিশ্বাসী নাছিল। এজন হৃষ্টপুষ্ট পাঠানে গান্ধীয়ে বিশ্বাসঘাতকতা কৰিছে বুলি দোষাৰোপ কৰিলে আৰু গান্ধীয়ে নাম ৰেজিষ্টাৰ কৰিলে তেওঁক হত্যা কৰিব বুলিও ভাবুকি দিলে। এদিন নাম ৰেজিষ্টাৰ কৰিবলৈ যাওঁতে সেই পাঠানজনে লগত আৰু কেইজনমান লৈ গান্ধীক আক্ৰমণ কৰি গুৰুতৰভাৱে আঘাত কৰিলে। সংজ্ঞা ঘূৰাই পোৱাৰ পিচত যেতিয়া তেওঁ শুনিলে যে তেওঁক আক্ৰমণ কৰোঁতা মানুহকেইজনক গ্ৰেপ্তাৰ কৰা হৈছে, তেতিয়া তেওঁলোকক মুকলি কৰি দিবলৈ তেওঁ বাৰে বাৰে অনুৰোধ কৰিলে।

গান্ধীয়ে ৰেজিষ্টাৰ কৰিলে। কিন্তু স্মাটে যেতিয়া 'ব্লেক আইন'খন উঠাই নললে তেতিয়া তেওঁ অতিশয় নিৰাশ হ'ল। ভাৰতীয়সকলে তেওঁলোকৰ ৰেজিষ্ট্ৰেশ্যন চাৰ্টিফিকেট-বোৰ একেলগে দমাই পুৰি পেলালে আৰু ট্ৰান্সভাললৈ উঠি যোৱাৰ বাধা-নিষেধ অমান্য কৰিলে। ফাটেকবোৰ লগে লগে মানুহেৰে ভৰি উঠিবলৈ ধৰিলে। ১৯০৮ চনত গান্ধীক দ্বিতীয়বাৰৰ বাবে গ্ৰেপ্তাৰ কৰা হ'ল আৰু এইবাৰ দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহা হ'ল। সংগ্ৰাম চলি থাকিল। ১৯০৯ চনৰ ফেব্ৰুৱাৰী মাহত গান্ধীক তৃতীয়বাৰৰ বাবে গ্ৰেপ্তাৰ কৰা হ'ল আৰু তিনিমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ফাটেকত থকা সময়খিনি অধ্যয়ন আৰু প্ৰাৰ্থনাৰ মাজেৰে ইমান সুন্দৰ-ভাবে অতিবাহিত কৰিলে যে তেওঁ অৱশেষত এই বুলি ঘোষণা কৰিব পৰা হ'ল, "নিজৰ জাতি আৰু ধৰ্মৰ বাবে সঙ্গোপনে কষ্ট বৰণ কৰিবৰ বাবে ফাটেকলৈ যোৱাৰ পথতহে প্ৰকৃত সুখ নিহিত হৈ আছে।"

১৯১১ চনত সত্যাগ্ৰহ স্থগিত ৰখা হৈছিল। তাৰ পিচৰ বছৰত গোখেলে দক্ষিণ আফ্ৰিকা ভ্ৰমণ কৰে। অহাৰ আগতে তেওঁ গান্ধীক কৈ আছিল যে ব্লেক এক্ট, ৩ পাউণ্ড কৰ আৰু আন ঠাইলৈ উঠি যোৱাৰ ক্ষেত্ৰত জাতীয় বাধানিষেধ গভৰ্ণমেণ্টে উঠাই লব। কিন্তু গান্ধীয়ে যি ভয় কৰিছিল সেয়েই হ'ল। গভৰ্ণমেণ্টে প্ৰতিজ্ঞা ৰক্ষা নকৰিলে। তদুপৰি জ্বলা জুইত ঘিউ ঢালি চুপ্ৰিম ক'ৰ্টৰপৰা এটা ৰায় দিয়া হ'ল যে দক্ষিণ আফ্ৰিকাৰ খৃষ্টানসকলৰ বাহিৰে আন আটাইবিলাক বিবাহকে আইনসন্মত নহয় বুলি ঘোষণা কৰিলে। সেই উপায়েৰে একে আষাৰে আটাইবিলাক ভাৰতীয়ৰ বিয়া অস্বীকাৰ কৰা হ'ল আৰু পত্নীসকলক ৰক্ষিতাৰ শাৰীত থোৱা হ'ল। এই ঘটনাটোৱে কস্তুৰবাকে ধৰি অন্যান্য ভাৰতীয় মহিলাসকলক সংগ্ৰামত যোগ দিবৰ বাবে উদ্দীপিত কৰি তুলিলে।

ভাৰতীয়সকলৰ বাবে ট্ৰান্সভালৰ সীমা পাৰ হৈ নাটাললৈ যোৱাটো দোষণীয় আছিল। কিন্তু টলষ্টয় আশ্ৰমৰ তিৰোতাসকলে অনুমতি নোলোৱাকৈয়ে সীমা অতিক্ৰম

কৰি নিউকেষ্টললৈ গৈ তাৰ খনিত কাম কৰা শ্ৰমিকসকলক ধৰ্মঘট কৰিবলৈ সন্মত কৰিলে। তেওঁলোকৰ উদ্দেশ্য সফল হ'ল, কিন্তু তেওঁলোকক গ্ৰেপ্তাৰ কৰা হ'ল। ফলত ধৰ্মঘট বিয়পি পৰিল। খনিত কাম কৰা হাজাৰ হাজাৰ বনুৱা আৰু আন ভাৰতীয়-সকলে গান্ধীৰ নেতৃত্বত ট্ৰান্সভালৰ সীমাৰ অভিমুখে অহিংসভাৱে প্ৰতিৰোধ জনাই আগুৱাই গ'ল। সত্যাগ্ৰহীসকলৰ স্বভাৱৰ বিষয়ে তেওঁ এইদৰে কঠোৰ নিয়ম বান্ধি দিছিল যে কোনো প্ৰকাৰৰ অপমান, বেতৰ কোব বা গ্ৰেপ্তাৰৰ প্ৰতিশোধ লবলৈ চেষ্টা নকৰি ধৈৰ্যসহকাৰে সমৰ্পণ কৰিব লাগিব। গান্ধীক গ্ৰেপ্তাৰ কৰি শাস্তি বিহা হ'ল, কিন্তু সত্যাগ্ৰহ চলি থাকিল। এটা সময়ত পঞ্চাশ হাজাৰ শ্ৰমিকে ধৰ্মঘট কৰিলে আৰু আন কেবা হাজাৰ ভাৰতীয় মানুহ জেলত সোমাল। গভৰ্ণমেণ্টে দমন-নীতি ললে, গুলী চালনা কৰা হ'ল আৰু বহুতে প্ৰাণ হেৰুৱালে।

১৯১৪ চনৰ জানুৱাৰী মাহত গান্ধীক মুকলি কৰি দিয়া হ'ল। জেনেৰেল স্মাট আৰু গান্ধীৰ মাজত এটা বন্দৱস্ত হ'ল আৰু প্ৰধান প্ৰধান দাবী কেইটা মানি লবলৈ সন্মত হ'ল। দক্ষিণ আফ্ৰিকাত গান্ধীৰ কাম শেষ হ'ল আৰু জুলাই মাহত গোখেলৰ নিমন্ত্ৰণ পাই পত্নীৰে সৈতে তেওঁ লণ্ডনলৈ গ'ল। জাহাজত উঠাৰ আগতে জেলত থাকোঁতে তেওঁ নিজ হাতে বনোৱা এজোৰ চেণ্ডেল জেনেৰেল স্মাটলৈ উপহাৰ হিচাপে পঠিয়ালে। পঁচিশ বছৰৰ পিচত এই উপহাৰটোৰ কথা সুঁৱৰি জেনেৰেল স্মাটে লিখিছিল, "মই এই চেণ্ডেলযোৰ পিন্ধি কেবাটাও জহকাল অতিবাহিত কৰিলোঁ, তথাপিও মোৰ যেন ভাব হয় ইমান মহান এজন লোকৰ জোতাৰ ওপৰত থিয় দিবলৈ মোৰ যোগ্যতা নাই।"

## ভিক্ষাৰীৰ সাজত মহাত্মা

১৮৯৩ চনৰ এপ্ৰিল মাহত এজন ডেকা অনভিজ্ঞ বেৰিষ্টাৰ হিচাপে ভাগ্যৰ সন্ধানত গান্ধীয়ে দক্ষিণ আফ্ৰিকালৈ যাত্ৰা কৰিছিল। ১৯১৫ চনত ভাৰতলৈ একেবাৰে ঘূৰি আহিল শুদাহাতে—কেৱল নিজৰ দেশক সেৱা কৰাৰ আকাঙ্ক্ষা লৈ। দক্ষিণ আফ্ৰিকাত কৰা তেওঁৰ কামবিলাকৰ বিষয়ে মানুহে শুনিবলৈ পাইছিল, যদিও ভাৰতত তেওঁ তেনেদৰে জনাজাত হোৱা নাছিল আৰু ভাৰতবৰ্ষৰ সৰ্বসাধাৰণ মানুহে ভিক্ষাৰীৰ সাজ পিন্ধি মহাত্মা আহি ভাৰতৰ উপকূলত নামিছেহি বুলি উপলব্ধি কৰিব পৰা নাছিল। তেওঁ নিজেও তেওঁৰ ভাৰতবৰ্ষক জনা নাছিল। তেওঁ তেওঁৰ 'ৰাজনৈতিক গুৰু' গোখেলৰ আগত প্ৰতিজ্ঞা কৰিছিল যে প্ৰথম বছৰটো "মুখ বন্ধ কৰি কাণ খুলি ৰাখি" তেওঁ কেৱল দেশৰ কথা অধ্যয়ন কৰোঁতেই কটাই দিব।

এবছৰ ঘূৰি-পকি ফুৰাৰ পিচত আহমদাবাদৰ ওচৰত সৱৰমতী নদীৰ পাৰত ১৯১৫ চনত এখন আশ্ৰম পাতিলে। এই আশ্ৰমখনৰ নাম থলে সত্যাগ্ৰহ আশ্ৰম।

আশ্ৰম নিবাসীসকলে সত্য, অহিংসা ব্ৰহ্মচৰ্য, আচৌৰ্য, অপৰিগ্ৰহ, ৰসনাৰ নিয়ন্ত্ৰণ আৰু জনসেৱাত আত্মোৎসৰ্গৰ প্ৰতিজ্ঞা গ্ৰহণ কৰিলে।

১৯১৬ চনত বেনাৰস হিন্দু-বিশ্ববিদ্যালয় মুকলি কৰাৰ সময়তে গান্ধীয়ে ভাৰতৰ প্ৰথম ৰাজহুৱা সভাত বক্তৃতা দিয়ে। উদ্বোধনী সভালৈ ক্ষমতাসম্পন্ন লোক আৰু ৰাজকোঁৱৰসকলক নিমন্ত্ৰণ কৰা হৈছিল। স্বয়ং ভাইচৰয়ো তাত উপস্থিত আছিল। ইংৰাজীত বক্তৃতা দি তেওঁ সকলোকে আচৰিত কৰি কলে, যে নিজৰ দেশবাসী-সকলক সম্বোধন কৰি কথা কবলৈ এটা বিদেশী ভাষাৰ সহায় লবলৈ তেওঁক বাধ্য কৰা বাবে তেওঁ বৰ অসন্মান আৰু লাঞ্ছনা বোধ কৰিছে। তেওঁ আটাইকে অবাক কৰি মণি-মুকুতাৰে সুসজ্জিত হৈ অহা কোঁৱৰসকললৈ আঙুলিয়াই কলে, "আপোনালোকে যদি সেই মণি-মুকুতাবোৰ থহাই নিজৰ দেশবাসীৰ হাতত অৰ্পণ নকৰে, তেনেহলে ভাৰতবৰ্ষৰ মুক্তি সাধন নহব।" বহুত কোঁৱৰ সভাঘৰ ত্যাগ কৰি ওলাই গ'ল।

১৯১৭ চনত বিহাৰৰ চাম্পাৰণত তেওঁ ভাৰতবৰ্ষৰ প্ৰথম সত্যাগ্ৰহ পালন কৰে। সেইখন জিলাৰ খেতিয়কসকল অতিপৰিমাণে শোষিত হৈছিল। ইংৰাজ নীল-খেতিয়কসকলে খেতিয়কসকলৰ মাটিৰ শতকৰা ১৫ ভাগত নীলখেতি কৰিবলৈ বাধ্য কৰিছিল আৰু গোটেইখিনি শস্য কৰ হিচাপে আদায় কৰি লৈ গৈছিল। সেই সন্দৰ্ভতে এজন দুখীয়া খেতিয়কৰ অনুৰোধক্ৰমে গান্ধী সেই ঠাইলৈ আহিছিল। এজন মহাত্মাই তেওঁলোকৰ দুখ-দুৰ্গতিৰ সন্ধান লবলৈ আহিছে বুলি খবৰটো বনজুইৰ দৰে বিয়পি পৰিল আৰু হাজাৰ হাজাৰ জনতাই তেওঁলোকৰ গাওঁ এৰি তেওঁৰ দৰ্শন লাভ কৰি তেওঁলোকৰ দুখ-দুৰ্গতিবোৰ জনাবৰ বাবে ওলাই আহিল। পুলিচ চুপাৰিণ্টেণ্ডেণ্টে গান্ধীক সেই ঠাই ত্যাগ কৰি গুচি যাবলৈ নিৰ্দেশ দিলে। গান্ধী অসন্মত হ'ল। তেওঁক পিচদিনা কাছাৰীত হাজিৰ কৰোৱা হ'ল। হাজাৰ হাজাৰ খেতিয়ক তেওঁৰ পিচে পিচে গৈ থাকিল। মেজিষ্ট্ৰেটজনে বিব্ৰত হৈ জামিন নোহোৱাকৈয়ে গান্ধীক মুকলি কৰি দিলে, কাৰণ গান্ধী জামিনত আহিবলৈ অমান্তি হ'ল।

পিচত গোচৰটো তুলি লোৱা হ'ল। গান্ধীয়ে তেওঁৰ অনুসন্ধান চলাই যাবলৈ ধৰিলে। খেতিয়কসকলক সত্যাগ্ৰহৰ মূলমন্ত্ৰ বুজাই দি কলে যে মুক্তিৰ প্ৰথম চৰ্ত হ'ল ভয়ৰ পৰা মুক্ত হোৱা। অশিক্ষিত খেতিয়কসকলক স্বাস্থ্যৰক্ষাৰ প্ৰাথমিক শিক্ষা দান কৰিবলৈ আৰু ল'ৰা-ছোৱালীবিলাকৰ বাবে পঢ়াশালি পাতিবলৈ তেওঁ স্বেচ্ছাসেৱক প্ৰেৰণ কৰিলে। এনেধৰণৰ কামবিলাকত গান্ধীৰ স্বকীয় বৈশিষ্ট্য আছে। নিজৰ দাবী পৰিপূৰণ কৰিবৰ বাবে যিদৰে যুঁজ দিবলৈ তেওঁ উপদেশ দিছিল, নিজৰ কৰ্তব্য পালন কৰিবলৈকো সেইদৰে শিক্ষা দিছিল। স্বাধীন জাতিয়ে নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ নিশ্চয় শিকিব লাগিব। জনতাৰ বাবে তেওঁ যিমানেই কাম কৰি গ'ল, তেওঁৰ উপস্থিতি গভৰ্ণমেণ্টৰ বাবে সিমানেই অবাঞ্ছিত হৈ উঠিল। অৱশেষত চৰকাৰৰ তৰফৰ পৰা এখন অনুসন্ধান সমিতি পাতিবলৈ স্থিৰ কৰি গান্ধীক তাৰ সভ্য কৰি লোৱা

হ'ল। খেতিয়কসকলৰ সপক্ষে ফলাফল ঘোষণা কৰা হ'ল। ভাৰতবৰ্ষত সত্যাগ্ৰহৰ প্ৰথম পৰীক্ষাৰ সফলতাই দেশজুৰি গান্ধীৰ সুনাম বিয়পাই পেলালে।

চম্পাৰণৰ কাম শেষ হওঁতে নৌ হওঁতেই সবৰমতী আশ্ৰমৰপৰা গান্ধীক মাতি পঠোৱা হ'ল। আহমেদাবাদৰ কাপোৰৰ কলৰ মালিক আৰু শ্ৰমিকসকলৰ মাজত মতানৈক্যই বিষম ৰূপ ধাৰণ কৰিছিল। তেওঁ যেতিয়া বুজিলে যে শ্ৰমিকসকলৰ দাবী ন্যায়সঙ্গত আৰু মালিকৰো আপোচবিহীন মনোভাবৰ কোনো যুক্তি নাই, তেতিয়া অহিংসভাৱে ধৰ্মঘট চলাবলৈ তেওঁ শ্ৰমিকসকলক উপদেশ দিলে। কেইদিনমান ধৰ্মঘট চলিল। কিন্তু পেটৰ ভোকত লক্ষ্যভ্ৰষ্ট হৈ শ্ৰমিকসকলে হিংসাৰ আশ্ৰয় লব পাৰে বুলি ভয় কৰি তেওঁ নিজেই অনশন কৰাৰ সিদ্ধান্ত ললে আৰু এটা মীমাংসা নহয় মানে খোৱা-বস্তু স্পৰ্শ নকৰে বুলি ঘোষণা কৰিলে। তিনিদিনৰ পিচত আনন্দ-উল্লাসৰ মাজেদি দুয়োটা পক্ষই মধ্যস্থতা মানি লবলৈ সন্মত হ'ল।

প্ৰায় লগে লগেই গুজৰাটৰ খেদা জিলাত কৃষকসকলৰ অশান্তি আৰম্ভ হয়। কৃষকসকলৰ খাদ্যৰ হাহাকাৰৰ সময়তো আগৰ দৰেই কৰ দি থাকিবলৈ বাধ্য কৰা হয়। গান্ধীয়ে সত্যাগ্ৰহ পালন কৰিবলৈ উপদেশ দি কলে যে অৱস্থাপন্ন আৰু অৱস্থাহীন সকলো খেতিয়কেই কৰ বন্ধ কৰি ৰাখিব লাগিব—যি পৰ্যন্ত অৱস্থাহীন-সকলক ৰেহাই দিয়া নহয়। চাৰিমাহ ধৰি কৰ নিদিয়া আন্দোলন চলি থাকিল। অৱশেষত গৱৰ্ণমেণ্টে দুখীয়া কৃষকসকলৰপৰা কৰ আদায় নকৰিবৰ বাবে সিদ্ধান্ত ললে। সেই সময়ত গান্ধীয়ে বিশ্বাস কৰিছিল যে বৃটিছ সাম্ৰাজ্যই ভাৰতৰ মঙ্গলৰ হকে ভাৱে। আৰু যেহেতু বৃটিছৰ লগত যোগাযোগৰ দ্বাৰা ভাৰতবৰ্ষ উপকৃত হৈছে, প্ৰয়োজনৰ সময়ত সেই সাম্ৰাজ্যক সহায় কৰা প্ৰত্যেকজন ভাৰতীয়ৰে কৰ্তব্য। যুদ্ধৰ বাবে আহ্বান কৰা কন্‌ফাৰেন্সৰ সিদ্ধান্ত তেওঁ কেৱল সমৰ্থন কৰাই নহয়, খেদা জিলা পৰিভ্ৰমণ কৰি নাম ভৰ্তি কৰিবৰ বাবে মানুহক সন্মতো কৰাইছিলগৈ।

## *মহাত্মা আৰু জনতা*

সামাজিক স্বাধীনতা খৰ্ব কৰি ৰাওলাট বিলখন পাচ কৰাৰ লগে লগে ভাৰতৰ সক্ৰিয় ৰাজনীতিত অৱশেষত গান্ধী সোমাই পৰিল। ১৯১৯ চনৰপৰা ১৯৪৮ চনত তেওঁৰ মৃত্যু পৰ্যন্ত ভাৰত ইতিহাসৰ বিশাল নাটকখনৰ মঞ্চত তেওঁৱেই একমাত্ৰ নায়ক হৈ আছিল। তেওঁ ভাৰতৰ ৰাজনীতিৰ গোটেই চৰিত্ৰটোৱেই পৰিৱৰ্তন কৰি দিলে। তেওঁ নিজে কিন্তু সলনি নহ'ল; তেওঁ কেৱল বাঢ়ি গৈ থাকিল। গভীৰ সংগ্ৰামৰ মাজত তেওঁ ঈশ্বৰপ্ৰেৰিতৰ দৰে হৈ থাকিল।

ৰাওলাট বিলখনৰ বাবে সৰ্বভাৰতীয় ভিত্তিত আন্দোলন চলাব লগা হ'লত সেই আন্দোলন কেনে ৰূপত হ'ব, গভীৰভাৱে তেওঁ চিন্তা কৰিলে। মানুহৰ উৎসাহ জগাই

তুলি মানুহৰ আবেগ অনুভূতিক ধ্বংসাত্মক কাৰ্যৰপৰা বিৰত ৰাখিব লাগিব। অৱশেষত 'হৰতাল'ৰ কথাটোৱেই তেওঁৰ মনলৈ আহিল। দোকান বজাৰ বন্ধ কৰি জাতীয় শোক বা প্ৰতিবোধ পালন কৰা হ'ব।

সমগ্ৰ ভাৰত জুৰি হিন্দু-মুছলমান সকলোৱে মিলি যিটো উৎসাহেৰে হৰতাল পালন কৰা হ'ল, দেখি সকলোৱে তবধ মানিলে। ভাৰতৰ জনসাধাৰণৰ ওপৰত তেওঁৰ ইমান প্ৰভাৱ আছিল বুলি গান্ধীয়ে নিজেও বুজিব পৰা নাছিল। গান্ধীৰ উপস্থিতি এতিয়া য'তে ত'তে বিচৰা হ'ল। তেওঁ দিল্লী আৰু অমৃতচৰলৈ গ'ল, কিন্তু পঞ্জাৱ পাৰ হৈ যাবলৈ তেওঁক হাক দিয়া হ'ল, আৰু বাধা নমনাত তেওঁক বন্দী কৰি বোম্বেলৈ লৈ অনা হয়।

গান্ধীৰ গ্ৰেপ্তাৰৰ খবৰ বনজুইৰ দৰে বিয়পি পৰি মানুহৰ মাজত যথেষ্ট উত্তেজনাৰ সৃষ্টি কৰিলে। চহৰত মানুহ গোটখালে আৰু ধ্বংসাত্মক কাৰ্য কিছুমান সাধন কৰা হ'ল। আহমেদাবাদলৈ আহি গান্ধীয়ে যেতিয়া পুলিচ অফিচাৰ এজনক জনতাই হত্যা কৰাৰ কথা শুনিলে, ভয়ত তেওঁৰ অন্তৰ কঁপি উঠিল। সত্যাগ্ৰহ আন্দোলন স্থগিত ৰাখি জনতাৰ ধ্বংসাত্মক কাৰ্যৰ কাৰণে তিনিদিনৰ বাবে অনশন ব্ৰত পালন কৰিলে।

আহমেদাবাদত ১৯১৯ চনৰ ১৩ এপ্ৰিলৰ দিনা গান্ধীয়ে তেওঁৰ তিনিদিনীয়া অনশন ব্ৰতৰ কথা ঘোষণা কৰাৰ দিনাই অমৃতচৰৰ জালিৱানৱালাবাগৰ সভাত যোগদান কৰা শান্তিপূৰ্ণ আৰু নিৰস্ত্ৰ নাগৰিকসকলক হত্যা কৰিবৰ বাবে জেনেৰেল ডায়াৰে হুকুম দিয়ে। অৱশেষত চৰকাৰী বাতৰি মতে ৪০০ মানুহৰ মৃত্যু আৰু এহেজাৰৰপৰা ১২০০ মান মানুহ আহত হৈছে বুলি প্ৰকাশ কৰা হয়। কিন্তু গান্ধীয়ে নিজে অনুসন্ধান কৰি জানিব পাৰিলে যে ১২০০ মানুহৰ মৃত্যু হৈছে আৰু ৩৫০০০ মানুহ আহত হৈছে।

নিৰীহ লোকক কাপুৰুষৰ দৰে কৰা হত্যাৰ পিচতেই পঞ্জাৱত সামৰিক আইন ঘোষণা কৰা হ'ল। আটাইবোৰকে একেলগে গ্ৰেপ্তাৰ কৰা হ'ল, বেত্ৰাঘাত চলিল আৰু বিশেষ এটা আলিবাটত পেটেৰে চুচৰিহে ভাৰতীয় মানুহ পাৰ হ'ব পৰা হ'ল। সেই দিনটোক বৃটিছ শাসনৰ চেকা লগা দিন বুলি গণ্য কৰা হ'ল। ভাৰতৰ সংগ্ৰামে বেলেগ এটা দিশ বদলালে। বৃটিছৰ নৈতিক মৰ্যাদাত এটা বিষম আঘাত পৰিল। সেইদিন ধৰি গান্ধীয়ে ভাৰতৰ ৰাজনৈতিক সংগ্ৰামক্ষেত্ৰৰপৰা আঁতৰি থাকিব পৰা নাই।

পঞ্জাৱত ঘটা ঘটনাৱলীয়ে যিদৰে গান্ধীক উৎকণ্ঠিত কৰি তুলিছিল সেইদৰে ইছলামৰ ধৰ্মগুৰু তুৰ্কীৰ চুলতান খলিফাৰ পতনত ভাৰতীয় মুছলমানসকলৰ আন্দোলনতো অংশ গ্ৰহণ কৰিছিল। প্ৰকৃতপক্ষে ১৯১৯ চনত দিল্লীত অনুষ্ঠিত হোৱা মুছলিম কনফাৰেন্সতে বৃটিছ চৰকাৰৰ লৈতে অসহযোগৰ কথা তেওঁ পোনপ্ৰথম প্ৰৱৰ্তন কৰে।

চাৰি বছৰৰ আগতে লক্ষ্ণৌৰ কংগ্ৰেছত যোগ দিয়াৰ সময়ত তেওঁ নিজে অংশ

গ্ৰহণ কৰাতকৈ বেছিকৈ পৰ্যবেক্ষণহে কৰিছিল। জৱাহৰলাল নেহৰুৱে তেওঁক বৰ স্থদূৰ, বেলেগ ধৰণৰ আৰু অৰাজনৈতিক বুলি মত প্ৰকাশ কৰিছিল। ১৯২০ চনত তেওঁ ৰাজনীতিত মুখ্যস্থান অধিকাৰ কৰিলে। সঁচাকৈয়ে কংগ্ৰেছক তেওঁ নতুনকৈ গঢ় দিলে আৰু কথা-চহকী ৰাজনীতিবিদসকলক সক্ৰিয় বিপ্লৱীত পৰিণত কৰিলে আৰু ইংৰাজী ধৰণ লোৱা সমাজৰ নেতাসকলক জনগণৰ সেৱকত ৰূপান্তৰ কৰিলে। সেই-সকলে এতিয়াৰপৰা হাতেকটা সূতাৰ বগা কাপোৰ পিন্ধিবলৈ ললে। শিক্ষিত শ্ৰেণী আৰু অজ্ঞ জনগণৰ মাজত তেওঁ সংযোগ সেতু স্থাপন কৰি স্বৰাজৰ অৰ্থটো বিস্তাৰ কৰিলে আৰু তাৰ সামাজিক আৰু নৈতিক নবমূল্যায়নৰ কথাও প্ৰচাৰ কৰিলে। এতিয়াৰেপৰা তেওঁৰ জীৱন কাহিনী কংগ্ৰেছে কেনেকৈ যুঁজি কেনেকৈ স্বাধীনতা লাভ কৰিলে তাৰে কাহিনীত পৰিণত হৈ পৰিল।

অসহযোগৰ আহ্বান জনাই গান্ধীয়ে যাদুকৰৰ দৰে সমগ্ৰ দেশ জুৰি প্ৰচণ্ড উৎসাহৰ ধুমুহা বোৱাই দিলে। যুদ্ধৰ সময়ত চৰকাৰক সহায় কৰাৰ বাবে আৰু মানৱতাৰ কল্যাণৰ বাবে কৰা কামৰ বাবে চৰকাৰে তেওঁক যিবিলাক মেডেল দিছিল, সেইবোৰ ভাইচৰয়লৈ ঘূৰাই পঠিয়াই তেওঁ এই বুলি লিখিলে, "যি চৰকাৰে নিজৰ অনৈতিকতাক সমৰ্থন কৰিবৰ বাবে বেয়াৰপৰা বেছি বেয়াৰ ফাললৈ ঢাল লবলৈ ধৰিছে, তেনে চৰকাৰৰ প্ৰতি মোৰ শ্ৰদ্ধা নতুবা মৰম একেবাৰেই নাই।" ভাৰতবৰ্ষৰ বহুতো মানুহে তেওঁলোকক যচা উপাধি আৰু সন্মান পৰিত্যাগ কৰিলে। উকীলসকলে ওকালতি কৰিবলৈ এৰি দিলে, ছাত্ৰই স্কুল এৰিলে আৰু নগৰত জন্ম লোৱা হেজাৰ হেজাৰ মানুহ গাঁৱে-ভূঁঞে সোমাই পৰি জনসাধাৰণৰ মাজত এই 'চয়তান' চৰকাৰৰ সৈতে অহিংসভাৱে অসহযোগ কৰি আইন অমান্য কৰাৰ বাতৰি বিলাই ফুৰিলে। সাহস আৰু আত্মোৎসৰ্গৰ আদৰ্শত সুপ্ত জনতা জাগি উঠিল। বিদেশী কাপোৰৰ হোমাগ্নিয়ে সকলো ঠাইতেই আকাশ উজলালে আৰু যজ্ঞৰ মন্ত্ৰপাঠৰ দৰে হেজাৰ হেজাৰ ঘৰৰ ভিতৰত সূতা কটা যঁতৰৰ গুণগুণনি উঠিল। শ-শ বছৰ ধৰি নিৰলাত আবদ্ধ হৈ থকা নাৰীসকল পুৰুষৰ সমান পদক্ষেপত আলিবাটলৈ ওলাই আহি নিজক যাউতিযুগীয়া শৃঙ্খলৰপৰা মুক্ত কৰিলে। 'ইয়ং ইণ্ডিয়া' আৰু 'নৱজীৱন' নামৰ নিজৰ দুখন সাপ্তাহিক কাগজত গান্ধীয়ে বাকি দিয়া আবেগপূৰ্ণ উক্তিসমূহে মানুহক উত্তেজিত কৰি তুলিলে। হেজাৰ হেজাৰ মানুহক জেলত ভৰোৱা হ'ল, আৰু হেজাৰে হেজাৰে মানুহ জেলত সোমাবলৈ আগবাঢ়ি আহিল।

১৯২২ চনৰ ফেব্ৰুৱাৰী মাহত হঠাতে এক বিপৰীত ঘটনা ঘটিল। চৌৰিচৌৰাত সংঘটিত হোৱা জনতাৰ ধ্বংসকাৰ্যত গান্ধী এনেভাৱে বিব্ৰত হৈ কষ্ট অনুভৱ কৰিলে যে তেওঁ আন্দোলন চলাই যাবলৈ অসন্মত হ'ল আৰু উন্মত্ত জনতাই কৰা পাপৰ প্ৰায়শ্চিত্ত হিচাপে তেওঁ পাঁচদিনৰ বাবে অনশন ব্ৰত গ্ৰহণ কৰিলে। তেওঁৰ সহকৰ্মী অনেকেই এই কাৰ্যৰ প্ৰতিবাদ জনালে। আক্ৰমণাত্মক কাৰ্যসূচী এটাৰ আমূল

পৰিবৰ্তন ৰাজনীতিৰ ফালৰপৰা সুস্থ আৰু বিজ্ঞ কাৰ্য নহয় যদিও ধৰ্মৰ কালৰপৰা গান্ধীয়ে তাক সুস্থ নীতি বুলি মানি লৈছিল। তেওঁ কৈছিল, "আমি নিজৰ ওচৰত অসত্য হৈ ধৰা দিয়াতকৈ পৃথিৱীৰ আগত অনেক হেজাৰ বাৰ অসত্য হৈ ধৰা দিয়াই ভাল।" য'ত গান্ধীৰ বিবেকৰ প্ৰশ্ন উঠিছিল, তেওঁ তাত সদায় অকলশৰে থিয় দিছিল।

সেইটো সুযোগতে বৃটিছ চৰকাৰে গান্ধীক গ্ৰেপ্তাৰ কৰিলে। ইংৰাজ জজ এজনৰ আগত তেওঁ কলে, "কোনো এজন বিশেষ শাসকৰ প্ৰতি গাইগুটীয়াভাৱে মোৰ কোনো বেয়া ভাব নাই। ৰজাৰ প্ৰতি মোৰ তেনে ভাব আৰু কম। বৃটিছৰ শাসনৰ তলত ভাৰতে যিদৰে মনুষ্যত্ব হেৰুৱাইছে, আগতে কোনোদিনেই তেনে হোৱা নাছিল। এই বিশ্বাসটো পোষণ কৰি তেনে এটা শাসনৰ প্ৰতি চেনেহ ৰখাটো মোৰ পাপ হ'ব বুলি ভাবোঁ। বিচাৰক, আপোনাৰ আগত এতিয়া মাত্ৰ এটা পথেই মুকলি হৈ আছে যে আপোনাক যি আইন চলাবলৈ দিয়া হৈছে, সেইটো অসৎ আৰু স্বৰূপাৰ্থত মই নিৰ্দোষী, এইখিনি কথা উপলব্ধি কৰি আপুনি হয় নিজৰ কামৰপৰা অৱসৰ লওক, নহয় আপুনি যদি ভাবে যে আপোনাৰ প্ৰৱৰ্তিত আইন সৎ আৰু এই দেশৰ মানুহৰ বাবে কল্যাণকামী আৰু মোৰ কামবোৰ ৰাজহুৱা স্বাৰ্থৰ পৰিপন্থী, তেনেহলে আটাইতকৈ কঠোৰ শাস্তিটোকে আপুনি মোক বিহক।"

বিচাৰকজনে তেওঁক ছমাহৰ বিনাশ্ৰমৰ কাৰাদণ্ড দিলে আৰু আশা কৰিলে, "যদি ভাৰতৰ ঘটনাসমূহে আপোনাৰ মুক্তিৰ সময় ওচৰ চপাবলৈ চৰকাৰৰ পক্ষে সম্ভৱ কৰি তোলে, তেনেহলে মোৰ দৰে বেছি আনন্দিত আৰু কোনোৱেই নহ'ব।"

কাৰাবাস গান্ধীৰ বাবে শান্তিৰ সলনি বিলাসস্বৰূপহে হৈছিল। তেওঁ বাহিৰত থকা কালতকৈ এতিয়া প্ৰাৰ্থনা, অধ্যয়ন আৰু সূতাকটাত বেছি সময় নিয়োগ কৰিব পাৰিলে। ১৯২৪ চনৰ জানুৱাৰী মাহত তেওঁ এপেণ্ডিচাইটিচ ৰোগত ভুগিলে। পুণাৰ হস্পিটেললৈ তেওঁক নিয়া হ'ল। এজন ইংৰাজ ডাক্তৰে তেওঁৰ অপাৰেশ্যন কৰিলে। আৰোগ্য লাভ কৰাৰ সময়ত তেওঁক মুক্তি দিয়া হয়।

বাহিৰত তেওঁ যি দেখিলেহি, তাত তেওঁৰ অন্তৰ মৰহি গ'ল। তেওঁৰ গ্ৰেপ্তাৰৰ সময়ত হিন্দু আৰু মুছলমান একতাবদ্ধ হৈ সমগ্ৰ জাতিয়েই এক নৈতিক বিপ্লৱ পালন কৰিছিল। কিন্তু ইতিমধ্যে কামাল আটাটুৰ্কে খিলাফত আন্দোলন ধ্বংস কৰি পেলালে। মুছলমানসকলে হিন্দুৰ সমৰ্থন আৰু নিবিচৰা হ'ল। দুয়োটা সম্প্ৰদায় আঁতৰি পৰিল। বহুত ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষ চলিল। এই নৈৰাশ্যত কি পন্থা ললে উচিত হ'ব বুজিব নোৱাৰি, নিজৰ দেশবাসীয়ে কৰা পাপৰ প্ৰায়শ্চিত্ত হিচাপে তেওঁ একৈশদিনীয়া অনশন ব্ৰত ললে। ব্ৰতৰ কথা প্ৰকাশ কৰোঁতে তেওঁ কৈছিল, "ঈশ্বৰক সিংহাসনচ্যুত কৰাৰ দৰে যেন হৈছে। আমি আমাৰ অন্তৰত তেওঁৰ পুনৰ অভিষেক

পাতোহক।" সেই ব্ৰতে যথেষ্ট ৰূপে অন্তৰ শোধিত কৰিলে। বিভিন্ন সম্প্ৰদায়ৰপৰা একতাৰ প্ৰতিশ্ৰুতি তেওঁলৈ আহিবলৈ ধৰিলে।

তাৰ পিচৰ পাঁচোটা বছৰ ধৰি উত্তেজনামূলক ৰাজনীতিৰপৰা গান্ধীয়ে অৱসৰ লোৱা যেন লাগিল। জাতিটোৰ মৌলিক প্ৰয়োজন হিচাপে হিন্দু-মুছলমানৰ একতা, অস্পৃশ্যতা নিবাৰণ, নাৰীৰ সম অধিকাৰ, সূতাকটাৰ প্ৰতি জনপ্ৰিয়তা বৃদ্ধি কৰা আৰু গাঁও-অৰ্থনীতিক নতুনকৈ গঢ়ি তোলা বিষয়ে প্ৰচাৰ কৰাত তেওঁ সেইখিনি সময় নিয়োগ কৰিলে। ১৯২৩ চনৰ জুন মাহত তেওঁ লিখিছিল, "ভাৰতক ইংৰাজৰ যুঁৱলিৰপৰাই কেৱল মুক্ত কৰাৰ কথা মই ভবা নাই। যি কোনো প্ৰকাৰৰ কাৰ্‌ৰ যুঁৱলিৰ পৰাই ভাৰতক মুকলি কৰাৰ কথা মই ভাবিছোঁ। ৰাজনৈতিক স্বাধীনতাৰ লগে লগে সামাজিক আৰু অৰ্থনৈতিক স্বাধীনতাও সমানে লাভ কৰিব লাগিব।"

জেলৰপৰা ওলাই আহি গান্ধীয়ে কংগ্ৰেছখনকো বিভক্ত হোৱা দেখা পালে। ১৯২৯ চনত বিভিন্ন ভাগবোৰ একগোট হৈ গান্ধীৰ নেতৃত্ব গ্ৰহণ কৰিলে। সেই বছটোৰ শেষ দিনটোত কংগ্ৰেছ মহাসভাত গান্ধীয়ে নিজেই এটা প্ৰস্তাৱ ললে যে কংগ্ৰেছৰ নীতিৰ চৰম লক্ষ্য হ'ব পূৰ্ণ স্বাধীনতা। এইটো কথা স্পষ্ট হৈ পৰিল যে বৃটিছ শাসনৰ বিৰুদ্ধে মুকলিভাৱে প্ৰত্যাহ্বান জনাই তেওঁ আকৌ জাতিৰ নেতৃত্ব লবৰ বাবে সাজু হৈছে। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা দেশৰ কোটি কোটি জনতাই তেওঁৰ 'পূৰ্ণ স্বৰাজ'ৰ অঙ্গীকাৰ গ্ৰহণ কৰিলে। তেতিয়াৰেপৰাই আজিলৈকে সেই দিনটোক ভাৰতৰ স্বাধীনতা দিবস হিচাপে পালন কৰা হৈছে। এতিয়া সকলোৰে চকু সবৰমতীৰ ওপৰতে। অহিংস মন্ত্ৰৰ যাদুকৰে ইয়াৰ পিচত বা কৰে কি?

১৯৩০ চনৰ ১২ মাৰ্চৰ দিনা ভাইচৰয়ক যথাৰ্থ ভাৱে জাননী দি আশ্ৰমৰ পুৰুষ-মহিলা মিলি ৭৮ জনে ডাণ্ডিৰ উপকূললৈ ২৪ দিনীয়া ঐতিহাসিক যাত্ৰা আৰম্ভ কৰিলে। সৰ্বসাধাৰণক নিমখ তৈয়াৰ কৰি লোৱাৰপৰা বঞ্চিত কৰি প্ৰৱৰ্তন কৰা Salt Law ভঙ্গ কৰাৰ উদ্দেশ্যেই এই যাত্ৰা কৰা হৈছিল। দেখাত কথাটো নিচেই সাধাৰণ, কিন্তু যিটো নাটকীয় ভঙ্গিত তেওঁ এই পৰিকল্পনাটোৰ কথা ঘোষণা কৰি কাৰ্যত পৰিণত কৰিলে, যি ভাৱে শুদা ভৰিৰে নিৰন্তৰভাৱে ২৪১ মাইল খোজ কাঢ়ি আগবাঢ়ি গ'ল, দুৰ সুদুৰৰপৰা যিদৰে গাঁৱলীয়া লোকসকল আহি আলিবাটত আঁঠু ললেহি আৰু সমগ্ৰ জাতিৰ কল্পনা দপ্‌দপকৈ জ্বলি উঠিল যে সেইকথা তাৰ আগতে কল্পনাৰো অতীত আছিল। ছয় এপ্ৰিলৰ দিনা পুৱাতে প্ৰাৰ্থনা কৰি তেওঁ সাগৰৰ পাৰলৈ গ'ল আৰু চৌৱে পেলাই থৈ যোৱা নিমখৰ সৰু চপৰা এটা হাতত তুলি ললে। এই অকণমান কামটোৰে অনুকৰণ কৰি সমগ্ৰ দেশ জুৰি আইন অমান্য কৰা হ'ল। পুৰুষ-তিৰোতা, হোজা-গাঁৱলীয়া আৰু নগৰৰ সংস্কৃত লোকসকল হেজাৰে হেজাৰে আগুৱাই আহিল। পুলিচে গ্ৰেপ্তাৰ কৰিলে, লাঠি চলালে, আনকি ঠায়ে ঠায়ে গুলীয়ালেও। মে'ৰ চাৰি তাৰিখে মাজৰাতি গান্ধীকো গ্ৰেপ্তাৰ

কৰা হ'ল। কেই সপ্তাহমানৰ ভিতৰতে হেজাৰ হেজাৰ মানুহেৰে কাৰাগাৰ উপচি পৰিল। বিশাল বৃটিছ শাসনযন্ত্ৰ অকামিলা হৈ পৰিল।

১৯৩০ চনৰ নৱেম্বৰ মাহত হোৱা প্ৰথম ৰাউণ্ড টেবুল কনফাৰেন্সত লেবাৰ গৱৰ্ণমেণ্ট কিছুমান বিব্ৰত অৱস্থাৰ সন্মুখীন হৈছিল। ১৯৩১ চনত ১৯ জানুৱাৰীৰ দিনা বহা শেষ সভাখনত ৰামজে মেকডনেল্ডে আশা প্ৰকাশ কৰে যে দ্বিতীয় ঘূৰণীয়া মেজমেলত কংগ্ৰেছক প্ৰতিনিধিত্ব কৰিবলৈ দিয়া হ'ব। গান্ধী আৰু দুজনমান বিখ্যাত কংগ্ৰেছ নেতাক ২৬ জানুৱাৰীৰ দিনা, অৰ্থাৎ স্বাধীনতা দিৱসৰ ঠিক এবছৰৰ পিচত বিনাচৰ্তে মুকলি কৰি দিয়া হ'ল। কিছুদিনৰ পিচতে ১৪ ফেব্ৰুৱাৰীত গান্ধী-আৰউইন আলোচনা আৰম্ভ হোৱাত উইনষ্টন চাৰ্চিল বিৰক্ত হৈ পৰিল। তেওঁ গান্ধীক উপলুঙা কৰি এইদৰে কলে, "এসময়ৰ ইনাৰ টেম্পলৰ উকীল এজন এতিয়া ফকিৰৰ ৰূপত আধা নঙঠা অৱস্থাত ভাইচৰয়ৰ অট্টালিকাৰ ওপৰলৈ চিৰিৰে উঠা দৃশ্যটো বৰ অপমানজনক, বিশেষতঃ সম্ৰাটৰ প্ৰতিনিধিৰ কাষত বহি সমান চৰ্তত যোগাযোগ কৰিবৰ বাবে।"

## *ইংলণ্ড ভ্ৰমণ আৰু বৰদিনৰ উপহাৰ*

মাৰ্চ মাহৰ পাঁচ তাৰিখে গান্ধী-আৰউইন চুক্তিখন চহী কৰা হ'ল আৰু দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগ দিবলৈ কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি হিচাপে গান্ধীয়ে ২৯ আগষ্টৰ দিনা লণ্ডনলৈ যাত্ৰা কৰিলে। জাহাজত উঠোঁতে তেওঁ কৈছিল যে শুদাহাতে ঘূৰি অহাৰ সম্ভাৱনাই তেওঁৰ বেছি। কথাটো সঁচা হ'ল। তেওঁ শুদা হাতে ঘূৰিল, যদিও তেওঁৰ ভ্ৰমণটোৰ ভাল ফল নধৰাকৈ নাথাকিল। তেওঁ নিজেই এক কিম্বদন্তীত পৰিণত হৈ পৰিছিল ; তেওঁক লৈ নানা তৰহৰ অদ্ভুত কাহিনী বিয়পি পৰিছিল—তাৰে কিছুমান আছিল মধুৰ, কিছুমান আছিল কটু। তেওঁ নিজে যে কিমান সৰল, মৰমিয়াল, তেওঁৰ ব্যক্তিত্বৰ কি মোহিনী শক্তি, তেওঁৰ সহানুভূতি কেনে বিশ্বজনীন, তেওঁৰ হাস্যৰস কিমান তীব্ৰ, তেওঁৰ হাঁহি কেনে সংক্ৰামক—এই সকলোখিনি বৃটিছসকলে এতিয়া নিজ চকুৰে দেখিবলৈ পালে।

লণ্ডনত তেওঁ হোটেলত থাকিবলৈ অমান্তি হ'ল আৰু সমাজ সেৱাৰ কেন্দ্ৰ কিংচ্‌লি হলত থাকিবলৈ ললে। তাত তেওঁ ডেকা-বুঢ়া আটাইৰে অন্তৰ জয় কৰিলে। তেওঁৰ প্ৰেম আৰু হাস্যৰসে দেশগত আৰু জাতিগত ভেদাভেদ ভাঙি দিলে। তেওঁ লাঙ্কাছায়াৰলৈ গ'ল। বিদেশী কাপোৰৰ বিৰুদ্ধে তেওঁ কৰা অভিযানে তাত নিবনুৱা সমস্যাৰ সৃষ্টি কৰিছিল। বনুৱাসকলে তেওঁক সম্বৰ্দ্ধনা জনালে। এজন নিবনুৱা মানুহে কৈছিল, "মই নিবনুৱা হৈ আছোঁ। কিন্তু মই ভাৰতবৰ্ষত থকা হলে গান্ধীয়ে কোৱা কথাষাৰকে মম্নো কৰোঁহেঁতেন।"

ঘূৰি আহোঁতে বাটত ছুইজাৰলেণ্ডত তেওঁ ৰোমা ৰোঁলাক দেখা কৰিলে। লাউচেনৰ শান্তিকামীসকলৰ এখন সভাত তেওঁ কলে, "সত্যকহে ঈশ্বৰ বুলিব লাগে"।

বম্বেত উপস্থিত হৈ তেওঁ কলে, "ইংলণ্ড আৰু য়ুৰোপত তিনিমাহ থকাৰ পিচত কেৱল এটাহে মোৰ অভিজ্ঞতা হৈছে, সেইটো হ'ল—পূব সদায় পূবেই আৰু পশ্চিম পশ্চিমেই। আনহাতে, এইবাৰৰ দৰে আগতে কোনোদিনে বিশ্বাস কৰা নাছিলোঁ যে মানৱ-চৰিত্ৰ সদায় একে, যেনেকুৱা জলবায়ুৰ মাজতেই ডাঙৰ দীঘল নহওক লাগে। যদি বিশ্বাস আৰু প্ৰেম লৈ কাম চাপি যোৱা, তেনেহলে দহগুণে বেছি বিশ্বাস আৰু এশগুণে বেছি মৰম পাবা।"

কিন্তু লগে লগেই তেওঁৰ যি অভিজ্ঞতা হ'ল, তাত তেওঁৰ আশাবাদ নকলিয়ালে। তেওঁ আহি ভাৰতবৰ্ষ পোৱাৰ আগতেই নতুন ভাইচৰয় উইলিংডনে দমন নীতি গ্ৰহণ কৰি গান্ধী-আৰউইন চুক্তিখন ধ্বংস কৰি পেলালে। পৰোৱানা জাৰি কৰি ভাৰতবৰ্ষ শাসন কৰা হ'ল। গুলীচালনা আৰু গ্ৰেপ্তাৰেই সেই সময়ৰ একমাত্ৰ নিৰ্দেশ। গান্ধীক আগবঢ়াই নিবলৈ বোম্বেলৈ অহা জৱাহৰলাল নেহৰুক বাটতে গ্ৰেপ্তাৰ কৰা হয়। ১৯৩১ চনৰ ডিচেম্বৰ মাহত জাহাজৰপৰা নামোতে গান্ধীয়ে কলে, "খৃষ্টান ভাইচৰয় লৰ্ড উইলিংডনৰপৰা এইবিলাক বৰদিনৰ উপহাৰ আহিছে বুলিয়েই মই ধৰি লৈছোঁ।" এসপ্তাহৰ পিচত গান্ধীকো গ্ৰেপ্তাৰ কৰা হ'ল আৰু য়াৰবেদা জেলত একো বিচাৰ নকৰাকৈয়ে বন্দী কৰি ৰখা হ'ল।

কাৰাগাৰৰ চাৰিবেৰৰ ভিতৰত তেওঁ আগেয়ে যিদৰে পৰম সুখেৰে কাল কটাই-ছিল, এইবাৰ তেনেকৈ কটাব নোৱাৰিলে। বৃটিছ চৰকাৰে ভাৰতবৰ্ষৰ কাৰণে নতুন সংবিধান এখন তৈয়াৰ কৰি কেৱল মুছলমানসকলৰ বাবেই নহয়, অস্পৃশ্যসকলৰ কাৰণেও বেলেগে ভোটদানৰ ব্যৱস্থা কৰিছিল। সেইবাবে গান্ধীৰ মনটো উত্তেজিত হৈ আছিল। কাৰণ, এই ব্যৱস্থাৰ দ্বাৰা হিন্দু সম্প্ৰদায়ৰ মাজত এটা চিৰস্থায়ী ফাট থাকি যাব। সেইবাবে আমৰণ অনশন ব্ৰত গ্ৰহণ কৰিব বুলি তেওঁ ৰামজে মেকডনেল্ডলৈ লিখি পঠিয়ালে। চেপ্তেম্বৰৰ ২০ তাৰিখে নিচেই পুৱাতে তেওঁ ৰবীন্দ্ৰনাথ ঠাকুৰলৈ এখন চিঠি লিখিলে: "আজি মঙলবাৰ। এতিয়া পুৱা তিনি বাজিছে। দুপৰীয়াকৈ মই ভয়ঙ্কৰ পথৰ দুৱাৰেদি প্ৰবেশ কৰিম। আপুনি যদি পাৰে এই কামটোৰ বাবে মোক আশীৰ্বাদ কৰিব। আপুনি মোৰ প্ৰকৃত বন্ধু, কাৰণ আপুনি খোলা কথা কোৱা বন্ধু।" তেওঁ চিঠিখন ডাকত দিবলৈ পঠাওঁতেই ঠাকুৰৰপৰা এখন টেলিগ্ৰাম আহিল: "ভাৰতৰ ঐক্য আৰু সামাজিক সংহতিৰ বাবে মহামূল্যবান জীৱনটি উচৰ্গা কৰাটো উপযুক্ত কাম হৈছে। আমাৰ শোকসন্তপ্ত অন্তৰবোৰে শ্ৰদ্ধা আৰু মৰম সহকাৰে আপোনাৰ এই মহান ব্ৰতক অনুসৰণ কৰিব।"

ঠাকুৰৰ কথা কেইষাৰে সমগ্ৰ জাতিটোৰ ভাব-অনুভূতি প্ৰকাশ কৰিলে। সেই ভয়ঙ্কৰ দুৱাৰৰ মাজেৰে স্বইচ্ছাৰে গান্ধীক প্ৰবেশ কৰা দেখি প্ৰত্যেকজন হিন্দুৰে অন্তৰ

হমৃহমাই উঠিল। হিন্দু সম্প্ৰদায়ৰ বিবেক অভূতপূৰ্বভাৱে জাগি উঠিল। প্ৰত্যেকেই অস্পৃশ্যতাত অংশ গ্ৰহণ কৰি আহিছে। যদি গান্ধীয়ে এই ব্ৰত লৈ মৃত্যুবৰণ কৰে তেনেহলে সকলোৱেই পাপৰ ভাগী হ'ব লাগিব। পাঁচদিন ধৰি সমগ্ৰ জাতিটোৰ তীব্ৰ উৎকণ্ঠা আৰু অশান্তিৰ পিচত উচ্চবংশজাত হিন্দু আৰু অস্পৃশ্য হৰিজনসকলৰ মাজত এখন চুক্তি স্বাক্ষৰিত হ'ল। সেই চুক্তিখন গান্ধীৰ গ্ৰহণযোগ্য হ'ল। তাৰ পিচদিনা ডাক্তৰসকলৰ বাবে গান্ধীৰ অৱস্থাই গভীৰ উদ্বেগ সৃষ্টি কৰাৰ সময়তে খবৰ আহিল যে চৰকাৰে নতুন সূত্ৰটো গ্ৰহণ কৰিছে। আবেলিলৈ গান্ধীয়ে ব্ৰত ভঙ্গ কৰিলে। যদি কিবা এটা কাৰ্যই অস্পৃশ্যতাৰ ৰাজহাড় ভাঙি পেলাইছিল, তেনেহলে সেইটো আছিল গান্ধীৰ অনশন ব্ৰত। ব্ৰত-ভংগৰ আগতেই ভাৰতৰ আলিয়ে পদুলিয়ে হিন্দু আৰু হৰিজনসকলে ৰাজহুৱাভাৱে ভ্ৰাতৃভাব প্ৰদৰ্শন কৰিছিল আৰু বহুত গোড়া হিন্দুৰ মন্দিৰ হৰিজনসকলৰ দৰ্শনৰ বাবে মুকলি ৰখা হৈছিল।

ইয়াৰ পিচৰ ছটা বছৰ জুৰি হৰিজনসকলৰ উন্নয়ন আৰু গাঁও-সংগঠনৰ কামতে গান্ধীয়ে নিজৰ গোটেইখিনি শক্তি খটুৱাইছিল। তেওঁ অনবৰতে হিন্দু-মুছলমানৰ ঐক্যৰ শিক্ষাকে দিছিল আৰু অসহিষ্ণু ডেকাবিলাকক হিংসা আৰু বৰ্বৰতাৰপৰা আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিছিল। তেওঁ সবৰমতী আশ্ৰমখন হৰিজন পৰিষদ এখনৰ হাতত গটাই দি নিজে ৱাৰ্দ্ধাত থাকিবলৈ ললে। তেওঁ কৈছিল, "ভাৰতবৰ্ষ গাঁৱতহে আছে, নগৰত নাই। গাঁৱৰপৰা যদি মই দৰিদ্ৰতা দূৰ কৰিব পাৰোঁ, মই স্বৰাজ লাভ কৰিব পাৰিম।" তেওঁৰ চিন্তাধাৰা ক্ৰমশঃ প্ৰায় তৰ্কিব নোৱাৰাকৈয়ে পৰিৱৰ্তিত হৈ আহিবলৈ ধৰিলে। বিদেশী সাম্ৰাজ্যবাদৰ লগতে আহিল উদ্যোগীকৰণ আৰু উদ্যোগীকৰণৰ প্ৰতি তেওঁৰ বিৰাগভাৱ দুগুণে বাঢ়িল। ইতিমধ্যে যান্ত্ৰিক উৎপাদনৰ বিষয়ে তেওঁ আৰু গভীৰ আৰু বিস্তৃতভাৱে বুজিব পাৰিলে। ১৯২৪ চনত তেওঁ লিখিছিল, "যন্ত্ৰপাতিৰ প্ৰতি নহয়, কিন্তু যন্ত্ৰপাতিৰ প্ৰতি মানুহৰ যি লালসা, তাৰ বাবেহে মোৰ অভিযোগ আছে। ইয়াৰ অন্তৰালত মানুহৰ শ্ৰম লাঘৱ কৰিবৰ বাবে বিশ্বপ্ৰেম নাই, আছে কেৱল লোভ।" সকলো মহান লোকৰ দৰে বয়সৰ লগে লগে তেওঁৰ সহানুভূতি প্ৰশস্ত হৈ উঠিছিল আৰু উপলব্ধি হৈ পৰিছিল গভীৰতৰ।

## *ভাৰত ত্যাগ*

১৯৩৯ চনত যুদ্ধ আৰম্ভ হোৱাৰ লগে লগে গান্ধী ৰাজনীতিত সোমাই পৰিল। প্ৰথম বিশ্বযুদ্ধত তেওঁ বৃটিছ সাম্ৰাজ্যক আনুগত্যেৰে সমৰ্থন কৰিছিল। বুৱৰ যুদ্ধৰ সময়ত তেওঁৰ সহানুভূতি স্বাধীনতাৰ হকে যুঁজা বুৱৰসকলৰ প্ৰতিয়েই আছিল যদিও আনুগত্যৰ হেতুকেই তেওঁ বৃটিছ সাম্ৰাজ্যক সহায় কৰিছিল। তেওঁৰ মনোভাৱ এইবেলি বেলেগ ধৰণৰ আছিল। তেওঁ কৈছিল, "মোৰ গোটেইখিনি সহানুভূতি মিত্ৰশক্তিৰ প্ৰতিহে

আছে।" আটাইবোৰ যুদ্ধই সমূলি ভুল বুলি তেওঁ বিশ্বাস কৰিছিল। ভাৰতবৰ্ষৰ বহুতো দেশপ্ৰেমিকে ভাবিছিল যে বৃটিছৰ আহুকালৰ সময়ৰ সুযোগ গ্ৰহণ কৰি আঘাত কৰিব লাগে। কিন্তু তেনে এটা উদ্দেশ্য লবৰ বাবে তেওঁ অসন্মত হ'ল। "বৃটেনৰ ধ্বংস সাধন কৰি আমি স্বাধীনতা নিবিচাৰোঁ। সেইটো অহিংস প্ৰথা নহয়।"

বৃটিছৰ সম-অংশীদাৰ হিচাপে যুদ্ধসজ্জাত যোগদান কৰিবলৈ সৰহভাগ কংগ্ৰেছ নেতাই ইচ্ছা পোষণ কৰিছিল। গান্ধীয়ে কোনো চুক্তিবদ্ধ অহিংসাত বিশ্বাস ৰখা নাছিল। কিন্তু তেওঁ এইকথা ভালকৈ বুজিছিল যে সৰহ সংখ্যক স্বদেশপ্ৰেমিকেই ৰাজনীতিবিদ, যি সকল ঋষি নহয়, তেওঁলোকক তেওঁ পূৰ্ণ অহিংসাৰ পথলৈ টানি আনিব নোৱাৰিব। নতুবা তেওঁৰ নেতৃত্বৰ দাস হিচাপে কংগ্ৰেছক তেওঁৰ চৰ্তবোৰ গ্ৰহণ কৰিবলৈ জোৰ কৰিবও নোৱাৰিব, যদিও তেওঁ জানিছিল যে কংগ্ৰেছে তেওঁৰ অবিহনে সন্মুখৰ ৰাজনৈতিক সঙ্কটটো মুৰ পাতি লব নোৱাৰিব। সেই কাৰণে কংগ্ৰেছক সমৰ্থন কৰিবলৈ তেওঁ সমগ্ৰ জাতিটোক পৰামৰ্শ দিলে আৰু তাৰ হৈ তেওঁ বৃটিছৰ সৈতে আলোচনা চলালে।

কিন্তু বৃটিছ চৰকাৰৰ সেই সময়ত শুনাৰ ধৈৰ্য নাছিল। উইনষ্টন চাৰ্চিলে খোলাখুলিকৈ কৈ দিছিল যে "বৃটিছ সাম্ৰাজ্যৰ ভাঙনৰ পৌৰোহিত্য কৰিবলৈ মই প্ৰথমজন মন্ত্ৰী হ'ব নোৱাৰিম।" ইতিমধ্যে অৱস্থা দ্ৰুতভাৱে শোচনীয় হৈ পৰিল। জাপানী সৈন্য ভাৰতৰ সীমালৈ আগবাঢ়ি অহা অৱস্থাক প্ৰতিৰোধ কৰিবলৈ বৃটিছ চৰকাৰ অসমৰ্থ হ'ল। মানুহবিলাক ক্ৰমান্বয়ে অধৈৰ্য হৈ উঠিল। গান্ধীৰ ভয় হ'ল, যদিহে এই উত্তেজনাক সুপৰিকল্পিত অহিংস ৰূপ এটা দিয়া নাযায়, তেনেহলে সি বিক্ষিপ্ত বিশৃঙ্খলা আৰু হিংসাৰ ৰূপ ধাৰণ কৰিব। বৃটিছেও সেই সময়ত ভাৰতৰ প্ৰতিৰক্ষাৰ বাবে নিশ্চয়তা দিব নোৱাৰি ভাৰতৰ প্ৰতিৰক্ষাৰ ভাৰ ভাৰতৰ ওপৰতে এৰি দিবলৈ ইচ্ছা কৰাত গান্ধীয়ে তেওঁলোকক ভাৰত ত্যাগ কৰিবলৈ আহ্বান জনাই সত্যাগ্ৰহৰ প্ৰস্তুতি চলালে। ১৯৪২ চনৰ ৭ আগষ্টৰ দিনা ঐতিহাসিক সৰ্বভাৰতীয় কংগ্ৰেছ সভাত তেওঁ এই বুলি ভাষণ দিলে: "বৃটিছ জাতিৰ লগত আমি কাজিয়া কৰা নাই; আমি তেওঁলোকৰ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুঁজ চলাইছোঁ। বৃটিছ ৰাজশক্তিৰ অপসাৰণৰ প্ৰস্তাৱ আমি খণ্ড কৰি দিয়া নাই। বৰ্তমান সময়ৰ সঙ্কটজনক পৰিস্থিতিত ভাৰতে যাতে উচিত অংশ লব পাৰে সেইবাবেহে এই পথ লোৱা হৈছে।"

তেতিয়ালৈকে তেওঁ কাম হাতত লবৰ বাবে স্পষ্টভাবে কোনো পদ্ধতি দাঙি ধৰা নাছিল। তাৰ আগতে যি কোনো প্ৰকাৰে তেওঁ ভাইচৰয়ক দেখা কৰিবলৈ ইচ্ছা কৰিছিল। কিন্তু আৰম্ভণটো তেওঁৰ হাতৰপৰা কাঢ়ি লোৱা হ'ল। কাৰণ, আগষ্টৰ ৯ তাৰিখে নিচেই পুৱাতে তেওঁক আৰু আন আন কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰা হ'ল। গোটেই ভাৰত জুৰি হুলস্থুল লাগি গ'ল। কিছুমান হিংসাত্মক কাৰ্যও সাধিত

হ'ল। সমগ্ৰ জাতিটোক অহিংস নেতৃত্বৰপৰা বঞ্চিত কৰি গৱৰ্ণমেণ্টে হিংসাৰ প্ৰত্যুত্তৰ আৰু বেছি হিংসাৰে দিবলৈ ধৰিলে। অৱশেষত ভাৰতবৰ্ষক প্ৰকৃতপক্ষে সশস্ত্ৰ শাসনৰ অধীনত ৰখা হ'ল।

পুণাৰ ওচৰত আগাৰ্খা প্ৰাসাদত গান্ধীক অন্তৰীণ কৰি ৰখা হ'ল। ভাৰতবৰ্ষত বিৰাজ কৰা ভয়াবহ নৃশংসতাৰ বাবে আৰু গৱৰ্ণমেণ্টে সেই হিংসাকাৰ্যৰ বাবে গান্ধীকেই দায়ী সাব্যস্ত কৰাত গান্ধীয়ে মনত অতি অশান্তি পাইছিল। তেওঁ গৱৰ্ণমেণ্টৰ লগত দীঘলীয়াকৈ যোগাযোগ চলোৱাৰ পিচত একৈশদিনীয়া অনশন ব্ৰত গ্ৰহণ কৰে। অনশন কৰা অৱস্থাতে ১৯৪৩ চনৰ ১০ ফেব্ৰুৱাৰীৰ দিনা গান্ধীৰ অৱস্থা অতি উদ্বেগজনক হৈ উঠে আৰু তেওঁ বাচি নাথাকিব যেন লাগিছিল। সৌভাগ্যবশতঃ তেওঁ বাচি থাকিল। কাৰাবাসৰ এই সময়ছোৱা গান্ধীৰ বৰ দুখ আৰু মনোকষ্টৰ মাজেদি অতিবাহিত হ'ল। গ্ৰেপ্তাৰ কৰাৰ ছদিনৰ পিচতেই চৌব্বিশ বছৰ ধৰি তেওঁৰ সঙ্গী হৈ থকা মহাদেৱ দেশাই নামৰ তেওঁৰ চেক্ৰেটাৰীজন হঠাতে মৃত্যুৰ মুখত পৰে। ১৯৪৩ চনৰ ডিচেম্বৰ মাহত কস্তুৰবা বেমাৰত পৰে আৰু সেই বছৰতে মৃত্যু হয়।

গ্ৰেপ্তাৰৰ পিচৰপৰা মানসিক কষ্টত তেওঁ জুৰুলা হৈ পৰে। কস্তুৰবাৰ মৃত্যুৰ ছমাহৰ পিচত তেওঁ মেলেৰিয়াত আক্ৰান্ত হৈ টান নৰিয়াত পৰে। মে'ৰ তিনি তাৰিখে তেওঁৰ অৱস্থা উদ্বেগজনক বুলি ডাক্তৰৰ বুলেটিনত প্ৰকাশ পালে। তেওঁৰ অসুখৰ বাতৰি শুনি ৰাইজ উত্তেজিত হৈ উঠাত চৰকাৰে বিমোৰত পৰি মে'ৰ ছয় তাৰিখে বিনা চৰ্তে তেওঁক মুক্তি দিলে। তেওঁ ইমান দুৰ্বল হৈ পৰিল যে বহুত দিনৰ পিচলৈকে শক্তি সঞ্চয় কৰিবলৈ তেওঁ নীৰৱতা অৱলম্বন কৰিবলগীয়া হ'ল।

গাত বল থাকক বা নাথাকক দেশৰ অৱস্থা দিনক দিনে শোচনীয় হৈ যোৱা দেখি তেওঁ কেৱল বহি বহি আৰু চাই থাকিব নোৱাৰিলে। তেওঁ ভাইচৰয়ক দেখা কৰিবলৈ ইচ্ছা কৰিলে; কিন্তু লৰ্ড ৱাভেলে তেওঁক দেখা কৰিবলৈ মান্তি নহ'ল। তেওঁ জানিছিল যে বৃটিছ চৰকাৰে মুছলমানসকলৰ দাবীক উৎসাহ দিছে আৰু সুদীৰ্ঘ দিন ধৰি ভাৰত শাসন কৰাৰ চেলু লৈ হিন্দু আৰু মুছলমানক ভাগ ভাগ কৰি পেলাব খুজিছে। ৰাজনীতিৰ সৈতে সংশ্লিষ্ট তেওঁৰ গোটেই সময় ছোৱা ধৰি হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ বাবে তেওঁ আশাশুধীয়াকৈ চেষ্টা কৰি আহিছে। ১৯১৯ চনত খিলাফত আন্দোলনটো তেওঁ নিজৰ কৰি লৈছিল আৰু সাম্প্ৰদায়িক ঐক্যৰ বাবে অনশন ব্ৰত পালন কৰিছিল। কিন্তু যিমানেই তেওঁ মুছলমানসকলক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিলে, সিমানেই তেওঁলোক আঁকোৰগোজ হৈ পৰিল। অৱশেষত তেওঁলোকৰ নেতা জিন্নাই মুছলমানসকলৰ বাবে এখন সুকীয়া ৰাজ্যৰ বাহিৰে আন একোতেই সন্তুষ্ট নোহোৱা হ'ল।

ভাৰতৰ অৱস্থাৰ দিনে দিনে অৱনতি ঘটাত বৃটিছ-শাসন আয়ত্তৰ বাহিৰ হ'ল। আকাল আৰু উচ্ছৃঙ্খলতাই সাম্ৰাজ্যবাদৰ মৰ্যাদা নোহোৱা কৰিলে। যুদ্ধত বৃটেনে

জয়লাভ কৰিছিল, যদিও অতিশয় ক্ষতিগ্ৰস্ত হৈছিল আৰু নৈতিক ক্ষেত্ৰত সাম্যৰূপ ধাৰণ কৰিছিল। ১৯৪৫ চনৰ সাধাৰণ নিৰ্বাচনত লেবাৰ পাৰ্টি শাসনত অধিষ্ঠিত হোৱাত মিঃ এট্‌লি প্ৰধান মন্ত্ৰী হয়। তেওঁ ভাৰতক একেবাৰে হেৰুৱাবলৈ ইচ্ছা নকৰি চাৰ্চিলৰ 'ৰক্ত আৰু লোহ' নীতিকে চলাই নাথাকি ভাৰতবৰ্ষত শীঘ্ৰেই গণতান্ত্ৰিক শাসন প্ৰৱৰ্তন কৰিব বুলি প্ৰতিশ্ৰুতি দিলে। ইতিমধ্যে নিৰ্বাচন পতা হ'ল আৰু ঐক্যবদ্ধ ভাৰতৰ বাবে এখন সংবিধান প্ৰস্তুত কৰা হ'ল। এখন স্বাধীন আৰু ঐক্যবদ্ধ ভাৰতবৰ্ষৰ ভৱিষ্যতৰ গঢ়টোৰ সম্পৰ্কে ভাৰতৰ নেতৃবৰ্গৰ সৈতে আলোচনা কৰিবলৈ ইংলণ্ডৰ মন্ত্ৰীসভাৰপৰা প্ৰতিনিধি দল এটা ভাৰতলৈ আহিল; কিন্তু কংগ্ৰেছ আৰু মুছলিম লীগক একেলগ কৰিব নোৱাৰিলে। মুছলমান বিভাজনৰ কথাত আগেয়ে উৎসাহ দি এতিয়া আৰু তাক আয়ত্তলৈ আনিব নোৱাৰা হৈ পৰিল।

১৯৪৬ চনৰ ১২ আগষ্ট তাৰিখে ভাইচৰয়ে এটা অস্থায়ী চৰকাৰ গঠন কৰিবৰ বাবে জৱাহৰলাল নেহৰুক মাতি পঠিয়ালে। জিন্নাই 'Direct Action Day' ঘোষণা কৰি বঙ্গদেশত ৰক্তপাতৰ উন্মত্ত উছব পাতিলে। ভাৰতৰ ঠায়ে ঠায়ে গুলী আৰু ছুৰীৰ অত্যাচাৰ চলিল। স্বাধীনতাৰ এই ৰক্তাক্ত প্ৰস্তাৱনাই গান্ধীক বিষম মনোকষ্ট দিলে। তেওঁ সেই সময়ত দিল্লীৰ অস্পৃশ্যসকলৰ লগত আছিলগৈ। তাৰপৰাই তেওঁ হিংসাৰ বিৰুদ্ধে প্ৰতিদিনে প্ৰতিবাদ তুলিবলৈ ধৰিলে। কিন্তু তেওঁৰ মাত অৰণ্যৰ ৰোদনৰ দৰেহে হ'ল।

সেই সময়তে পূৰ্ববঙ্গৰ নোৱাখালিৰ সংখ্যালঘু হিন্দুৰ ওপৰত ব্যাপকভাৱে অত্যাচাৰ আৰম্ভ হ'ল। গান্ধীয়ে আৰু নীৰৱ হৈ বহি থাকিব নোৱাৰিলে। সেই সিংহক তাৰ নিজৰ গুহাতে কেশৰত ধৰি ৰাখিব লাগিব আৰু দুয়োটা সম্প্ৰদায়ৰ মানুহক পৰস্পৰে পৰস্পৰক জীয়াই থাকিবলৈ আৰু ৰাখিবলৈ তেওঁ নিজৰ জীৱনৰ বিনিময়ত হলেও শিক্ষা দিব লাগিব। তাকেই যদি তেওঁ কৰিব নোৱাৰিলেহেঁতেন; তেওঁ প্ৰচাৰ কৰা অহিংসাৰ বাণীলৈ কোনেও কৰ্ণপাত নকৰিলেহেঁতেন আৰু ভাৰতবৰ্ষক যি স্বৰাজৰ নিচেই কাষ চপাই আনিলে সেই স্বৰাজো তেওঁ সপোন দেখা স্বৰাজ নহ'লহেঁতেন। বঙ্গদেশৰ নোৱাখালিত সেই সময়ত মুছলিম লীগ শাসনত অধিষ্ঠিত। কংগ্ৰেছ সহকৰ্মীসকলৰ হাক-বচন নামানি নিজৰ জীৱন বিপন্ন কৰিও তেওঁ নোৱাখালিলৈ গ'ল। কলিকতাত তেওঁ শুনিবলৈ পালে যে বিহাৰৰ হিন্দুবিলাকে নোৱাখালিৰ বীভৎসতাকে দোহাৰি মুছলমানসকলৰ বিৰুদ্ধে প্ৰতিশোধ লৈছে। গান্ধীৰ হৃদয় বিষম শোকেৰে পৰিপূৰ্ণ হ'ল। কাৰণ, সহকৰ্মীসকলৰ দুষ্কৰ্ম অন্য ধৰ্মাৱলম্বী মানুহৰ দুষ্কৰ্মতকৈ বেছি তীব্ৰভাৱে তেওঁ অনুভৱ কৰিছিল। তদুপৰি বিহাৰতেই তেওঁ ভাৰতৰ প্ৰথম সত্যাগ্ৰহ ঘোষণা কৰিছিল। প্ৰায়শ্চিত্ত স্বৰূপে তেওঁ অতি কম পৰিমাণৰ আহাৰ খাবলৈ ধৰিলে আৰু বিহাৰীসকলে নতুন পথলৈ ঘূৰি নাহে মানে সেইটোৱেই তেওঁৰ আমৰণ ব্ৰত স্বৰূপ হ'ব বুলি কলে। সৌভাগ্যবশতঃ

বিহাৰীসকলে গান্ধীৰ এই সাৱধান বাণী শুনি শান্ত ৰূপ ধৰিলে আৰু গান্ধী নোৱাখালিৰ পিনে অগ্ৰসৰ হ'ল। গান্ধীৰ মহান জীৱন পুথিৰ এইটোৱেই আছিল মহত্তম অধ্যায়। যি সময়ত ৰাজনৈতিক স্বাধীনতা প্ৰায় সমুপস্থিত আৰু দেশৰ শাসন ক্ষমতা ভেৰেঁই বিচাৰিব লাগিছিল, তেতিয়া গান্ধীয়ে তাক পৰিত্যাগ কৰি ঘৃণা আৰু ভয়াবহতাৰে ভৰপূৰ এখন অৰণ্যত প্ৰেম আৰু সাহসৰ বাৰ্তা ৰোপণ কৰিবলৈ অকলশৰীয়া এটি তীৰ্থযাত্ৰাৰ সমগ্ৰ বিপদহে মূৰ পাতি ললে। যিখিনি ঠাইৰ শতকৰা ৮০ ভাগেই মুছলমান আৰু তেওঁলোকৰ সৰহভাগেই বিক্ষুব্ধ, য'ত আলি-পদুলি সমূলি নায়েই বুলিব পাৰি আৰু আধুনিক যোগাযোগৰো কোনো ব্যৱস্থা নাই, য'ত শ-শ হিন্দুলোকক হত্যা কৰি তেওঁলোকৰ নাৰীসকলক ধৰ্ষিত কৰা হ'ল, হেজাৰ হেজাৰ লোকক বলপূৰ্বক ধৰ্মান্তৰ গ্ৰহণ কৰোৱা হ'ল, য'ত তেতিয়াও জুমে জুমে ধৰ্মান্ধলোকে লুটপাট কৰি নতুন বলি বিচাৰি ফুৰিছিল, সেই ঠাইতে গান্ধীয়ে বাহৰ পাতিলেগৈ। পুলিচৰ সহায় তেওঁ প্ৰত্যাখ্যান কৰিলে আৰু লগত মাত্ৰ এজন বঙালী অনুবাদক আৰু এজন ষ্টেন'গ্ৰাফাৰ ৰাখিলে। সাতসত্তৰ বছৰ বয়সত ইখন গাঁৱৰ-পৰা সিখন গাঁৱলৈ দুৰ্গম গাঁৱলীয়া বাটেৰে শুদা ভৰিৰে খোজকাঢ়ি খাল-ডোংবোৰ বাঁহৰ সাঁকোৰে পাৰ হৈ ফুৰিবলৈ ধৰিলে। সেই ঠাইত পোৱা ফলমূল আৰু শাক-পাচলি খায়েই দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি হিন্দুৰ অন্তৰত সাহ আৰু মুছলমানৰ অন্তৰত দয়া ৰোপণ কৰিবলৈ চেষ্টা কৰিলে। তেওঁ কলে, "এতিয়া মোৰ চকুত কেৱল এটা কথাই স্পষ্ট হৈ পৰিছে : সেইটো হ'ল, ঈশ্বৰে হিন্দু আৰু মুছলমানসকলৰ অন্তৰ পৱিত্ৰ কৰি দুয়োটা সম্প্ৰদায়ক পৰস্পৰৰ প্ৰতি থকা সন্দেহ আৰু ভয়ৰপৰা মুক্তি দিব।"

সেইদৰেই ১৯৪৬ চনৰ ৭ নৱেম্বৰৰপৰা ১৯৪৭ চনৰ ২ মাৰ্চলৈকে তেওঁ নোৱাখালিত কষ্টেৰে শিক্ষা দিয়াৰ পিচত বাৰম্বাৰ অনুৰোধ এবাৰ নোৱাৰি বিহাৰলৈ আহিব লগীয়া হ'ল। নোৱাখালিত যি কৰিছিল বিহাৰতো তাকেই কৰিলেহি। ইখন গাঁৱৰপৰা সিখন গাঁৱলৈ বেছিভাগ খোজ কাঢ়িয়েই ফুৰি মুছলমান-সকলৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিকাৰ সাধিবলৈ বিহাৰীসকলক অনুৰোধ জনালে। আহত আৰু গৃহহীন মুছলমানসকলৰ বাবে তেওঁ এটা পুঁজি সংগ্ৰহ কৰিলে। বহুতো তিৰোতাই অলঙ্কাৰ দান কৰিলে। পঞ্জাবৰ ৰাৱালপিণ্ডিত হিন্দু-হত্যাৰ লোমহৰ্ষক কাহিনী শুনিবলৈ পোৱা গ'ল। কিন্তু গান্ধীৰ অবিহনে বিহাৰীবিলাকে আকৌ প্ৰতিশোধ ললেহেঁতেন। তেওঁ কলে, "তোমালোক যদি আকৌ এবাৰৰ বাবে পাগল হৈ পৰা, তেনেহলে মোক প্ৰথমতে হেৰুৱাবা।"

১৯৪৭ চনত গান্ধীক দিল্লীলৈ মাতি পঠোৱা হ'ল। ভাৰত বিভাজনৰ বাবে জিন্নাই নেৰা-নেপেৰাকৈ দাবী তুলি আছিল। ভাৰতৰ নতুন ভাইচৰয় লৰ্ড মাউণ্টবেটেনে বৃটিছৰ অপসাৰণৰ প্ৰথম চৰ্ত হিচাপে বিভাজন গ্ৰহণ কৰিবলৈ কংগ্ৰেছ নেতৃবৃন্দক সন্মত কৰালে। যিকোনো অৱস্থা মূৰ পাতি লৈয়ো গান্ধী ভাৰত

বিভাজনৰ সম্পূর্ণ বিৰোধী আছিল ; কিন্তু কংগ্ৰেছ নেতাসকলক তেওঁৰ কথা বুজাব নোৱাৰিলে।

১৯৪৭ চনৰ পোন্ধৰ আগষ্টত ভাৰত বিভাজন সম্পন্ন কৰা হ'ল আৰু ভাৰতবর্ষ স্বাধীন হ'ল। ৰাজধানীত পতা উৎসৱত তেওঁ যোগ নিদি কলিকতালৈ গ'ল। কলিকতাত তেতিয়াও সাম্প্রদায়িক সংঘর্ষ চলি আছিল। স্বাধীনতা দিৱসৰ দিনা এটা আশ্চর্য ঘটনা ঘটিল। এবছৰীয়া সংঘর্ষ যাদুৰ দৰে হঠাৎ বন্ধ হৈ গ'ল আৰু ভাই-ককাইৰ দৰে হিন্দু-মুছলমানৰ মিলন হ'ল। গান্ধীয়ে গোটেই দিনটো উপবাস আৰু প্রার্থনা কৰি কটালে।

দুৰ্ভাগ্যবশতঃ সাম্প্রদায়িক বলিয়ালি ৩১ আগষ্টৰ দিনা পুনৰ যুৰ দাঙি উঠিল। এজন মুছলমান মানুহৰ ঘৰত গান্ধীৰো জীৱন নাশৰ সংশয় ঘটিছিল। পিচদিনাই গান্ধীয়ে উপবাস কৰিবলৈ ললে। কলিকতাত যদিহে শান্তি প্রতিষ্ঠা হয়, তেহে তেওঁ ব্রত ত্যাগ কৰিব বুলি সঙ্কল্প কৰিলে। যাদুৰ দৰে ফল পোৱা গ'ল। লুটপাট, অগ্নিকাণ্ড, হত্যা আদিত লিপ্তসকলে আনন্দ কৰি চিঞৰি-বাখৰি তেওঁৰ বিচনাৰ কাষত আঁঠু ললেহি আৰু ক্ষমা প্রার্থনা কৰিলে। চেপ্তেম্বৰৰ ৪ তাৰিখে মহানগৰীৰ সকলো সম্প্রদায়ৰ নেতাসকলে গোট খাই এখন প্রতিজ্ঞাপত্রত চহী কৰিলে যে কলিকতাত আৰু তেনেধৰণৰ অত্যাচাৰ কোনোকালে নচলিব। গান্ধীয়ে উপবাস ভঙ্গ কৰিলে। দেশৰ বহুতো মহানগৰী বিভাজনৰ প্রথম ছোৱা সময়ত হিংসাত্মক কামত লিপ্ত হ'ল, কিন্তু কলিকতাই আজি পর্যন্ত এই প্রতিজ্ঞা ৰক্ষা কৰি আহিছে।

১৯৪৭ চনৰ চেপ্তেম্বৰত গান্ধী যেতিয়া দিল্লীলৈ আহিল, তাতো সাম্প্রদায়িকতাই উগ্ৰৰূপ ধাৰণ কৰিছিল। পশ্চিম পাকিস্তানৰপৰা উচ্ছেদ কৰা লোকসকলৰ দিল্লীলৈ সোঁত বৰলৈ ধৰিলে। তেওঁলোকৰ মুখত শুনা বীভৎস কাহিনীবোৰে মানুহক উত্তেজিত কৰিলে। হিন্দু আৰু শিখসকলে আইন আৰু শৃঙ্খলা নিজৰ হাতলৈ আনি মুছলমান-সকলৰ ঘৰবোৰ লুটপাট কৰিলে, মছজিদবিলাক বাজেয়াপ্ত কৰিলে, নিৰীহ বাটৰুৱাক ছুৰীৰ আঘাতেৰে হত্যা কৰিলে। চৰকাৰে কঠোৰ ব্যৱস্থা হাতত ললে, কিন্তু ৰাইজৰ সহযোগিতাৰ অভাৱত অসহায় অৱস্থাত পৰিল। এই ভয় আৰু অত্যাচাৰৰ মাজত ভীতসকলক সাহ যোগাবলৈ, দুৰ্দশাগ্ৰস্তসকলক সকাহ দিবলৈ আৰু উন্মত্তসকলক শান্ত কৰিবলৈ আঁঠুমূৰত কাপোৰ পিন্ধা এই অকণমান মানুহজন আগবাঢ়ি আহিল।

অক্টোবৰৰ দুই তাৰিখে তেওঁৰ জন্মদিনৰ দিনা পৃথিৱীৰ চাৰিওফালৰপৰা অভিনন্দনৰ বাণী অহা দেখি তেওঁ কৈছিল : "অভিনন্দন কলৈ আহিছে ? শোকৰ বাণী পঠোৱাটোহে এতিয়া বেছি ভাল নহলহেঁতেন নে ? বিষাদৰ বাহিৰে মোৰ অন্তৰত এতিয়া একো নাই। ঘৃণা আৰু হত্যাই কলুষিত কৰা এই পৰিৱেশটোত মই জীয়াই থাকিব নোৱাৰো।"

তেওঁৰ মনৰ যাতনা বাঢ়ি গৈ থাকিল। তেওঁৰ উপস্থিতিয়ে দিল্লীৰ অত্যাচাৰৰ শাম কটাইছিল যদিও অ'ত ত'ত বিক্ষিপ্তভাৱে হিংসাকার্য চলিয়েই আছিল।

মুছলমানসকলে বাটে-পথে নিঃসঙ্কোচে ফুৰিবপৰা নাছিল। পাকিস্তানলৈ গৈ গান্ধীয়ে তাৰ ক্লিষ্ট আৰু বিহ্বল সংখ্যালঘু সম্প্ৰদায়ক সহায় কৰিবলৈ উৎকণ্ঠিত হৈ পৰিছিল। কিন্তু দিল্লীৰ অৱস্থা তেতিয়াও সন্তোষজনক নহয় আৰু যে তাত নতুন বলিয়ালি জাগোৰ খাই নুঠিব, তাৰো একো নিশ্চয়তা নাছিল। তেওঁ বৰ অসহায় অনুভৱ কৰিলে। তেওঁ কৈছিল, "গোটেই জীৱনতে মই এনেকুৱাকৈ অসহায় অনুভৱ কৰা নাছিলোঁ।" ১৯৪৮ চনৰ ১৩ জানুৱাৰীৰ দিনা তেওঁ আকৌ উপবাস আৰম্ভ কৰিলে। আনক তেওঁৰ বাবে উদ্বিগ্ন হবলৈ বাধা দি নিজ নিজ অন্তৰৰ ফালে চাৰ্চলাইট ঘুৰাবৰ বাবে তেওঁ ৰাইজক আহ্বান জনালে।

সেই হিচাপে কাম হ'ল। কিন্তু মানুহৰ অন্তৰত চাৰ্চলাইটৰ পোহৰ কিমান গভীৰলৈ প্ৰবেশ কৰিলে, কোৱা টান। এসপ্তাহ জোৰা বেদনাদায়ক উদ্বেগ আৰু অশান্তিৰ পিচত দিল্লীৰ বিভিন্ন সম্প্ৰদায় আৰু অনুষ্ঠানৰ প্ৰতিনিধিসকল গান্ধীৰ ওচৰলৈ আহিল। তেওঁলোকৰ মাজত যুদ্ধং দেহী মনোভাবৰ R. S. S নামৰ হিন্দু অনুষ্ঠানৰ প্ৰতিনিধিও আছিল। বিৰলা ভৱনৰ বিচনাত দুৰ্বল অথচ প্ৰফুল্লিত হৈ পৰি থকা গান্ধীক তেওঁলোকে লিখিতভাবে প্ৰতিশ্ৰুতি দিলে, "আমি মুছলমানসকলৰ জীৱন, সম্পত্তি আৰু বিশ্বাস ৰক্ষা কৰিম। এনে ধৰণৰ ঘটনাবোৰ দিল্লীত আৰু পুনৰায় ঘটিবলৈ নাপায়।" পৃথিৱীৰ বিভিন্ন ধৰ্ম-পুথিৰ উদ্ধৃতি পাঠৰ মাজেৰে গান্ধীয়ে অনশন ভঙ্গ কৰিলে।

পৃথিৱীৰ শত সহস্ৰ লোকৰ অন্তৰ গান্ধীৰ এই ব্ৰতে স্পৰ্শ কৰিছিল যদিও চৰমপন্থী হিন্দুসকলৰ মনত তাৰ প্ৰতিক্ৰিয়া বেলেগ হ'ল। গান্ধীৰ কৃতকাৰ্যতাত তেওঁলোকৰ খং উঠিল আৰু পাকিস্তানক তুষ্ট কৰিবৰ বাবে হিন্দুৰ বিবেকক অন্যায়ভাৱে সমৰ্পণ কৰিছে বুলি ভাবি ললে।

ব্ৰত ভঙ্গ কৰাৰ দ্বিতীয় দিনা গান্ধীয়ে আনকালৰ দৰে গধূলি প্ৰাৰ্থনা কৰাৰ সময়ত তেওঁৰ গালৈ এটা বোমা দলিওৱা হৈছিল। সৌভাগ্যবশতঃ বোমাটো লক্ষ্যত নপৰিলগৈ। গান্ধীয়ে গাটোকে লৰচৰ নকৰিলে আৰু ধৰ্ম আলোচনা কৰিয়ে থাকিল।

বহুবছৰ ধৰি জনতাৰ সৈতে একেলগে প্ৰাৰ্থনা কৰাটো গান্ধীৰ অভ্যাসত পৰিণত হৈ উঠিছিল। তেওঁ যতেই নাথাকক, এখন মুকলি ঠাইত, বিশাল লোক-সমাৱেশ সন্মুখত লৈ গান্ধীয়ে সদায় গধূলি প্ৰাৰ্থনা কৰিছিল। এই প্ৰাৰ্থনা সভাবিলাকত কোনো নৈষ্ঠিক প্ৰসঙ্গ পালন কৰা নহৈছিল। বিভিন্ন ধৰ্মশাস্ত্ৰৰপৰা স্তোত্ৰ পাঠ কৰা হৈছিল আৰু স্তুতিগীত গোৱা হৈছিল। প্ৰাৰ্থনাৰ অন্তত গান্ধীয়ে ধৰ্মসভাৰ লোকসকলক হিন্দীতে ঠিক ধৰ্মৰ বিষয়ে নহলেও সেই দিন যি কোনো এটা ঘটনাৰ বিষয়ে দুষাৰ এষাৰ কথা কৈছিল। বিষয়টো যিয়েই নহওক, তেওঁ তাক নৈতিক আৰু আধ্যাত্মিক স্তৰলৈ তুলি লৈ গৈছিল। সেইবাবে ৰাজনৈতিক বিষয়বস্তু এটাৰ ওপৰত কথা কলেও এনেহে লাগিছিল যেন এজন ধাৰ্মিক লোকে সত্যপৰায়ণতাৰ বিষয়েহে শিক্ষা দান কৰিছিল।

সেই প্ৰাৰ্থনা সভাবিলাকত কেতিয়াবা কেবা শ লোকে যোগ দান কৰিছিল।

কেতিয়াবা আকৌ প্ৰাৰ্থনা কৰা ঠাই অনুসৰি সংখ্যা বাঢ়ি গৈ কেবা হেজাৰত পৰিণত হৈছিল। সকলো ধৰ্মৰ সকলো ৰাজনৈতিক দলৰ মানুহে তাত যোগ দিব পাৰিছিল। তাত কোনো বাধা-নিষেধ নাছিল। ওখকৈ সজা বেদীৰ ওপৰত বহি থকা তেওঁলৈ লক্ষ্য টোঁৱাবলৈ অতি সহজ আছিল। তেওঁৰ চৰণ স্পৰ্শ কৰিবলৈ ভক্তি-সহকাৰে উদ্‌গ্ৰীব হৈ থকা অশেষ গুণমুগ্ধ লোক তেওঁৰ একমাত্ৰ ৰক্ষাৰ কাৰণ আছিল। কিন্তু এতিয়া সময় অশান্ত। ভয়ঙ্কৰ উত্তেজনা বাঢ়ি আহিছিল। আকাশে বতাহে কেৱল ঘৃণা। ধৰ্মান্ধ হিন্দুসকলে প্ৰেমৰ মন্ত্ৰৰ প্ৰতি ধৈৰ্য হেৰুৱালে। পাকিস্তানত মুছলমানে কৰা অত্যাচাৰৰ প্ৰতিশোধ লোৱাৰ লালসা চৰিতাৰ্থৰ পথত তেওঁলোকে গান্ধীক একমাত্ৰ বাধা বুলি ধৰি ললে। পাকিস্তানৰ দৰে ইয়াতো ধৰ্মক বিপদগ্ৰস্ত কৰা হৈছে বুলি ধ্বনি তুলি বৰ্বৰ আসুৰিক আবেগক আদৰ্শবাদৰ মুখা পিন্ধোৱা হ'ল। তেওঁক সতৰ্ক কৰি দিয়া হ'ল। পুলিচ বিপাঙত পৰিল। কিন্তু গান্ধীয়ে কোনোপ্ৰকাৰৰ পুলিচৰ আশ্ৰয় গ্ৰহণ নকৰিলে। প্ৰেমৰ শক্তিৰ অবিহনে তেওঁ জীৱন ধাৰণ কৰিবলৈ ইচ্ছা নকৰিলে। চল্লিশ বছৰৰ আগতে দক্ষিণ আফ্ৰিকাৰ পাঠান এজনে তেওঁক প্ৰাণনাশৰ ভয় দেখুৱাত তেওঁ কৈছিল, "সকলোৰে জীৱনত মৃত্যু নিৰ্ধাৰিত হৈ আছে। বেমাৰ বা আন কিহবাত মৰাতকৈ নিজৰ ভাই এজনৰ হাতত মৃত্যু বৰণ কৰিব লগীয়া হোৱাটো মোৰ বাবে একো দুখৰ কথা নহয়। এনে সময়তো মোৰ হত্যাকাৰীৰ প্ৰতি যদি মই খং আৰু ঘৃণাৰ ভাব নলওঁ, সেয়ে হলেহে মোৰ ইহকাল আৰু পৰকালৰ মঙ্গল সাধিত হ'ব।"

এই পৱিত্ৰ কথাকেইষাৰ ভৱিষ্যত বাণীৰ দৰে হ'ল। বোমা নিক্ষেপ কৰাৰ দহদিনৰ পিচত ১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা বিৰলা ভৱনৰ বিশাল প্ৰাঙ্গনত বহা প্ৰাৰ্থনাসভাত যোগ দিবলৈ তেওঁ খৰখৰকৈ দুটামান খোজ ওপৰলৈ উঠি আহিছিল। উপ-প্ৰধান মন্ত্ৰী চৰ্দাৰ বল্লভভাই পেটেলৰ লগতে হোৱা আলোচনাত আবদ্ধ থাকিব লগীয়া হোৱাত তেওঁৰ কেইমিনিটমান পলম হৈছিল। সময়মতে কাম কৰি তেওঁ ভাল পায় আৰু সমবেত ৰাইজে অপেক্ষা কৰি থকা বাবে অশান্তি পাইছিল। তেওঁ মুখৰ ভিতৰতে কলে, "মই দহ মিনিট পলম কৰিলোঁ। মই ইয়াত পাঁচটা বাজোঁতেই উপস্থিত হ'বহি লাগিছিল।" তেওঁ থিয় হৈ অপেক্ষা কৰি থকা জনতাক হাতযোৰকৈ সম্বৰ্ধনা জনালে। প্ৰত্যেকেই হাতযোৰ কৰিলে। তেওঁৰ চৰণ স্পৰ্শ কৰিবলৈ বহুতো মানুহ আগবাঢ়ি আহিল, কিন্তু তেওঁলোকক ওলগ লবলৈ দিয়া নহ'ল; কাৰণ, গান্ধীৰ এনেয়ে পলম হৈছে। কিন্তু পুণাৰ ডেকা মানুহ এজনে জোৰ কৰি আগবাঢ়ি গ'ল আৰু প্ৰণাম কৰাৰ চলেৰে তেওঁৰ বুকুলৈ তিনিজাঁই গুলী মাৰিলে। গান্ধী পৰি গ'ল; তেওঁ মুখেৰে নাম ললে 'হে ৰাম'! চিকিৎসা পোৱাৰ আগতেই তেওঁৰ হৃদয়ৰ স্পন্দন বন্ধ হ'ল—যিখন হৃদয় কেৱল মানৱ-প্ৰেমেৰেই স্পন্দিত হৈছিল!

সেইদৰেই নিজৰ মানুহৰ হাতভেই তেওঁ অনন্ত মহিমাৰে মৃত্যু বৰণ কৰিলে।

প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে শোকাকুল হৃদয়েৰে আৰু কঁপা মাতেৰে ৰেডিঅ'ত দিয়া সেই ৰাতিৰ ভাষণটোতেই সমগ্ৰ জাতিটোৰ আকুতি প্ৰকাশ পাইছে :

"আমাৰ জীৱনৰপৰা বন্তিগছ নুমাই গ'ল। চাৰিওফালে আন্ধাৰে আবৰি ধৰিলে আৰু আপোনালোকক মই কি কব লাগে আৰু কেনেকৈ কব লাগে সঠিককৈ বুজিব পৰা নাই। আমাৰ মৰমৰ নেতা বাপু, যাক আমি জাতিৰ জনক বুলি কওঁ, তেওঁ আৰু নাই।······চাকি গছ নুমাই গ'ল বুলি মই কৈছিলোঁ যদিও মোৰ ভুল হৈছে। কাৰণ, গোটেই দেশ জুৰি যি গছ চাকি জ্বলিছিল, সেই গছ সাধাৰণ চাকি নহয়। সেই গছ চাকিয়ে আমাৰ দেশ ইমান বছৰ জুৰি পোহৰাই আছিল, আৰু বহুত হেজাৰ বছৰৰ পিচলৈকেও সেই পোহৰ এই দেশখনত থাকিয়েই যাব আৰু অগণন অন্তৰক সান্ত্বনা দিব। কাৰণ, সেই গছ চাকিয়ে জীৱন্ত সত্যৰ প্ৰতিনিধিত্ব কৰিছিল। সনাতন সত্য লৈ সেই সনাতন মানুহজন আমাৰ লগত বাস কৰিছিল, আমাক সত্য পথৰ কথা সোঁৱৰাই দিছিল, ভুলৰপৰা আঁতৰাই আনিছিল আৰু এই প্ৰাচীন দেশখনক স্বাধীন কৰিছিল······।"

তেনে মানুহৰ মৃত্যু হ'ব নোৱাৰে, কাৰণ নিজৰ কীৰ্তিৰ মাজত তেওঁলোক জীয়াই থাকে। তেওঁৰ কীৰ্তি আছিল অসংখ্য। প্ৰত্যেকটো কাম কৰাৰ তেওঁৰ ধৰণৰ বাবে নতুবা মানৱতাৰ বাবে সাধন কৰা মঙ্গলৰ বাবে পৃথিৱীৰ যি কোনো ঠাইতে তেওঁৰ নাম অমৰ হৈ ৰ'লহেঁতেন। পৃথিৱীৰ মানুহৰ এক-পঞ্চমাংশক বিদেশী শাসনৰপৰা তেওঁ মুক্ত কৰিলে। ভাৰতবৰ্ষৰ স্বাধীনতাৰ বাবে তেওঁ যিথিনি কৰিলে, আচলতে পাকিস্তানৰ বাবেও সেইখিনিকে কৰিলে, কাৰণ পাকিস্তান ভাৰতৰে এটা ঠেঙুলি মাথোন। এসময়ত অস্পৃশ্য বুলি জনাজাতসকলৰ বাবেও তেওঁৰ কাৰ্য কম গুৰুত্বপূৰ্ণ নাছিল। জাতিগত অত্যাচাৰ আৰু সামাজিক অন্যায়ৰ কৱলৰপৰা তেওঁ কোটি কোটি মানুহক মুক্ত কৰিছিল। গাঁৱত বাস কৰা কোটি কোটি মানুহৰ উন্নতিৰ যোগেদিয়ে ভাৰতৰ স্বাধীনতা জুখিব লাগে বুলি তেওঁ নেৰা-নেপেৰাকৈ লাগিছিল। তাৰ যোগেদিয়েই তেওঁ এক নতুন জীৱন যাত্ৰাৰ ভেটি বান্ধি থৈ গ'ল। দলবদ্ধ বা অৰ্থনীতিৰ সন্তোষজনক বিকল্প পথ এটা তাৰপৰা এদিন হয়তো বিচাৰি উলিয়াব পৰা হ'ব।

তেওঁৰ ব্যক্তিত্বৰ নৈতিক প্ৰভাৱ, তেওঁৰ নীতিশিক্ষা, অহিংসাৰ কৌশল—এই-বিলাক পাৰ্থিব জোখেৰে জুখিব পৰা নাযায়। নতুবা তাৰ মূল্যও কোনো এটা বিশেষ জাতি বা বিশেষ সময়ৰ বাবে সীমাবদ্ধ নহয়। মানৱতাৰ বাবে ই এক অক্ষয় সম্পদ।